"সুৰক্ষিত ফলিত থকা এইখনেই সম্মানিত কোৰ্-আন"
৮৫ঃ ২২, ২৩

# কোৰ্-আন মযীদ

অসমীয়া অনুবাদ আৰু ব্যাখ্যা

তৃতীয় খণ্ড
চতুৰ্দ্দশ পাৰাৰ পৰা দ্বাবিংশ পাৰালৈকে




মৌলবী আতাউৰ ৰহমান, এম্,এ.

*Assamese Translation with Commentary of the Holy Quran by Maulavi Ataur Rahman M. A., and published with the financial aid of the Publication Board, Assam, 1966.*

**Price Rs. 8·50 Paise**

প্ৰকাশক :
আতাউৰ ৰহমান,
শ্বিলং, অসম

প্ৰথম প্ৰকাশ
ডিচেম্বৰ, ১৯৬৬

মুদ্ৰক :
ডি, পি, মিত্ৰ
এলম্ প্ৰেচ,
৬৩, বিডন ষ্ট্ৰীট, কলিকতা-৬

বেচ : ৮ টকা ৫০ পইচা

# ভূমিকা

কোৰান শ্বৰিফ ইচ্‌লামৰ পৱিত্ৰ ধৰ্মগ্ৰন্থ। কোৰানৰ আয়তবিলাক হজ্‌ৰত মহম্মদৰ ( দঃ ) ওচৰত অৱতীৰ্ণ হৈছিল বুলি বিশ্বাস কৰা হয়। পৱিত্ৰ কোৰান ত্ৰিশ পাৰাত বিভক্ত আৰু ইয়াত সৰ্বমুঠ ১১৪টা চুৰা আছে।

পৃথিৱীৰ বহুত ভাষাত পৱিত্ৰ কোৰানৰ অনুবাদ প্ৰকাশ হৈছে কিন্তু অসমীয়া ভাষাত কোৰানৰ অনুবাদ কম।

শিক্ষাবিদ আতাউৰ ৰহমান ডাণ্ডৰীয়াই ১৯৪০ চনতে পৱিত্ৰ কোৰানৰ প্ৰথম অংশ প্ৰকাশ কৰে। দ্বিতীয় খণ্ড প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যত প্ৰকাশ হয়। বৰ্ত্তমান তৃতীয় খণ্ডও প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যত প্ৰকাশ হৈছে।

আমাৰ বিশ্বাস কোৰানৰ এই ব্যাখ্যাসহ অনুবাদখনিয়ে অসমীয়া সাহিত্যৰ এটি দিশৰ শূণ্যতা পূৰ্ণ কৰিব। এই আপুৰুগীয়া গ্ৰন্থখনিৰ প্ৰকাশৰ বাবে আৰ্থিক সাহায্য দিবলৈ পাই আমি আনন্দিত হৈছো। ইতি—

গুৱাহাটী,
১, জানুৱাৰী, ১৯৬৭

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব, প্ৰকাশন পৰিষদ
অসম

# আগ কথা

১৯৬২ চনত কোৰান মযীদৰ ব্যাখ্যাসহ অসমীয়া অনুবাদৰ দ্বিতীয় খণ্ড উলিওৱা হৈছিল। বৰ্ত্তমানে অনুক্ৰম অনুসৰি তৃতীয় খণ্ড প্ৰকাশ কৰা হৈছে, চতুৰ্দ্দশ পাৰাৰ পৰা দ্বাবিংশ পাৰালৈকে। অৱশিষ্ট আঠ পাৰা উলিওৱাবলৈ আল্লাই যেন মোক শক্তি আৰু সুযোগ দিয়ে তাৰ নিমিত্তে মই প্ৰাৰ্থনা কৰিছোঁ।

সৰ্ব্বশেষত অসম প্ৰকাশন পৰিষদে অৰ্থ সাহায্য দিয়াৰ বাবে মই পৰিষদৰ ওচৰত কৃতজ্ঞ। মোৰ পৰম বন্ধু পৰিষদৰ সুযোগ্য সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীয়ে মোক মাজে সময়ত পৰামৰ্শ আৰু উদ্‌গনি দিয়াৰ বাবে তেওঁক মোৰ শলাগ জনাইছোঁ।

আখিয়ানা
শিলং
৩১।১২।৬৬

আতাউৰ ৰহমান

# সূচী

## ভুল সংশোধন

| পৃষ্ঠা | ভুল | সংশোধন |
|---|---|---|
| ৪৪ টী ৮৬, ৪র্থ শাৰী | আল্লাৰ | আম্মাৰ |
| ১১২ | ৰুকু ৬ | ৰুকু ১ |
| ১৭৭ ওপৰৰ শাৰী | চুৰা ২২ | চুৰা ২১ |
| ২৮৯ | আঃ ২৭ৰ শেহত [ অষ্টম চয্‌দা ] | |

# চুৰা ১৫

# আল্-হিয্‌ৰ ঃ হিয্‌ৰ্ পৰ্ব্বত

### ৬ ৰুকু ; ১০০ আয়ত

এই চুৰাটি যে মক্কাত অৱতীৰ্ণ হৈছিল এই বিষয়ে কোনো মতভেদ নাই। আগৰ চুৰাত উল্লেখ হৈছে ৰছুলসকলক আল্লাই সময় মতে নিজ ইচ্ছাৰে মানুহক ধৰ্ম্মৰ বাট দেখুৱাবলৈ পঠায়। সেই কাৰণে তেওঁলোকৰ লৈতে যিবিলাকে অন্যায় আচৰণ কৰে আৰু তেওঁলোকক যন্ত্ৰণা দিয়ে, সিহঁতে প্ৰকৃততে আল্লাৰহে অবাধ্যতা কৰে। সেই বিলাকৰ বিৰোধিতাৰ পৰিণামত আমাৰ নিমিত্তে শিকনি আছে।

কোৰানৰ শুভ-সংবাদ—তৌহীদৰ বাণী—ইচ্‌লামৰ শুভ সংবাদ। কোৰানৰ আৰু সেই কাৰণে ইচ্‌লাম সংৰক্ষণৰ ভাৰ আল্লাই নিজেই লৈছে। মুচলমানৰ বিশ্বাস এই, কোৰান শেষ ধৰ্ম্মপুথি, ইচ্‌লাম ধৰ্ম্ম পৃথিৱীত কিয়ামত্ পৰ্য্যন্ত থাকিব। কোৰান হজ্‌ৰত মহম্মদৰ (দ) প্ৰতি অৱতীৰ্ণ হৈছিল। তেওঁকেই ইচ্‌লাম ধৰ্ম্ম প্ৰচাৰৰ ভাৰ দিয়া হয়; আৰু ২৩ বছৰ জুৰি—১৩ বছৰ মক্কাত আৰু ১০ বছৰ মদিনাত—তেওঁৰ অবিৰাম চেষ্টাত ইচ্‌লাম সমগ্ৰ আৰৱত ব্যাপি পৰিছিল। যিসকলে তেওঁক সমৰ্থন কৰিছিল সেইসকল আল্লাৰ করুণা-ভাজন হ'ল। আৰু যিবিলাকে তেওঁৰ কামত বাধা জন্মাইছিল সিহঁত অপমানিত হ'ল, আৰু কিছুমান সমূলি ধ্বংস হ'ল।

তাৰ পাছত এই চুৰাত লুত্, শো'আইব, আৰু স্বালেহৰ (আ) আখ্যান বৰ্ণনা কৰিছে। তেওঁলোকে নিজ নিজ জাতিক একেই শিক্ষা দিছিল, সিহঁতে যেন এক আল্লাত বিশ্বাস স্থাপন কৰে, তেওঁৰ বাধ্যতা স্বীকাৰ কৰে, আৰু সকলো সময়তে তেওঁৰ আদেশ পালন কৰি জীৱন কটায়। কিন্তু সিহঁতৰ সৰহ ভাগে ৰছুলসকলৰ কথা নুশুনি তেওঁলোকৰে লৈতে বিৰুদ্ধ আচৰণ কৰিছিল। সিহঁতক আল্লাৰ প্ৰতিশ্ৰুত শাস্তিয়ে ধৰিলে। সিহঁতে আহি দেশৰ যি ভাগত বসতি কৰি আছিল তাতে শাস্তিয়ে নানা ৰূপ ধৰি দেখা দিলে। বহুতো নগৰৰ ধ্বংসাৱশেষে আজিও সিহঁতৰ এনে পৰিণামৰ ঘোষণা কৰিছে।

আল্লা পৰম পৱিত্ৰ, তেওঁৰে পৱিত্ৰতাৰ কীৰ্ত্তন কৰা মানৱৰ কৰ্ত্তব্য।

## ৰুকু ১

সত্যৰ শত্ৰুবিলাকৰ কাৰণে শাস্তিৰ এটা নিৰ্দ্দিষ্ট সময় আছে ; কোৰানৰ সংৰক্ষণৰ নিমিত্তে আল্লাৰ প্ৰতিশ্ৰুতি ; অবিশ্বাসীবিলাকে ৰছুল-সকলৰ লৈতে আগৰে পৰা কুব্যৱহাৰ কৰিয়ে আহিছে।

১। পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ্, লাম, ৰা১। ধৰ্ম্মপুথি আৰু সুস্পষ্ট কোৰানৰ এইবিলাক আয়ত্সমূহ।

৩। এনে এটা সময় আহিব যেতিয়া অবিশ্বাসীবিলাকে (টানত পৰি) এই ইচ্ছা প্ৰকাশ কৰিব২, সিহঁত যদি আত্মসমৰ্পণকাৰী হোৱাহেঁতেন!

৪। (হে ৰচুল,) তুমি সিহঁতক এৰি দিয়া যাতে সিহঁতে খাই-বৈ থাকে আৰু সুখ-সম্পদ উপভোগ কৰে, আৰু যাতে বৃথা আশঙ্কাই সিহঁতৰ মন মোহিত কৰি ৰাখে৩, কিন্তু অলপতে সিহঁতে (প্ৰকৃত কথা) জানিব পাৰিব।

৫। আৰু আমি কোনো নগৰকে সংহাৰ কৰা নাই যাৰ বিষয়ে পূৰ্ব্বেই (আমাৰ) মীমাংসা লিপিবদ্ধ নাছিল।৪

৬। কোনো জাতিয়ে নিজ নিৰূপিত সময়ৰ আগ বাঢ়ি যাব নোৱাৰে, আৰু পিছো পৰিব নোৱাৰে।

৭। আৰু সিহঁতে কৈছিল, (হে মহম্মদ,) তোমাৰ প্ৰতি হেনো উপদেশ-পুথি৫ অৱতীৰ্ণ হৈছে; ইয়াত কোনো সন্দেহ নাই, তুমি নিশ্চয় উন্মাদ৬!

৮। যদি তুমি সত্যবাদী হোৱা, তেন্তে আমাৰ সম্মুখত ফিৰিশ্তা-বিলাকক উপস্থিত নকৰা কিয়?

৯। আমি ফিৰিশ্তাবিলাকক নমাই পঠাওঁ কেৱল সমুচিত কাৰণে;৭ কিন্তু (ফিৰিশ্তা নমাৰ পিছত) সিহঁতক আৰু অৱসৰ দিয়া নহব।

---

১। চোৰা, ১০ : ২।

২। আল্লাৰ মীমাংসাৰ পাছত অনুতাপ কৰা এটা নিষ্ফল কাম।

৩। পাৰ্থিৱ জীৱনৰ সুখ খন্তেকীয়া। সত্য গ্ৰহণ নকৰি যদি অবিশ্বাসীবিলাকে তাকে বিচাৰে, তাৰ নিমিত্তে ৰচুলে (স্ব) যেন দুখ নকৰে। সিহঁতে নিজৰ অন্যায় আচৰণৰ প্ৰতিফল যে ভোগ কৰিব ইয়াত কোনো সন্দেহ নাই।

৪। পৃথিৱীত যি ঘটে আল্লাৰ বিধান মতে ঘটে, আৰু সেই বিধান আগৰে পৰা লিপিবদ্ধ কৰি থোৱা হৈছে। তাকে কোৰানৰ ভাষাত 'কিতাবুম্ মা'লুম' বোলা হয়।

৫। অৰ্থাৎ কোৰান। চোৰা ২১ : ৫১।

৬। চোৰা, ৬৮ : ২—৪।

৭। যেনে, ন্যায়বান আৰু ধৰ্ম্মপৰায়ণসকলক সহায় আৰু ৰক্ষা কৰিবৰ কাৰণে।

১০। এই উপদেশ-পুথিখন অৱতীৰ্ণ কৰিছোঁ আমিয়ে, আৰু নিশ্চয় আমিয়ে তাৰ সংৰক্ষক।[৮]

১১। আৰু স্বৰূপতে তোমাৰ পূৰ্বেও অতীত কালৰ বিভিন্ন জাতিৰ মাজত আমি ৰচুলসকলক প্ৰেৰণ কৰিছিলোঁ।

১২। কিন্তু এনে কোনো ৰচুল সিহঁতৰ ওচৰলৈ অহা নাই যাৰ সৈতে সিহঁতে বিদ্ৰূপ কৰা নাছিল।

১৩। এইদৰে আমি এনে (বিদ্ৰূপৰ) ভাৱ সঞ্চাৰ কৰোঁ অবিশ্বাসী-বিলাকৰ অন্তৰসমূহত;

১৪। এই কোৰানত সিহঁতে কেতিয়াও বিশ্বাস নকৰে, অথচ (সিহঁতে জানে) অতীতৰ লোকবিলাকৰো (ৰচুলসকলৰ সৈতে এনে ব্যৱহাৰ কৰাৰ) স্বভাৱ আছিল।

১৫। আৰু সিহঁতৰ নিমিত্তে যদি আমি আকাশৰ দুৱাৰ এখন মেলি থওঁ, আৰু তাৰ মাজেদি সিহঁত ওপৰলৈ উঠি গৈ থাকে, (তথাপি সিহঁতে বিশ্বাস নকৰে);

১৬। সিহঁতে তেতিয়াও নিশ্চয় কব, আমাৰ চকুবোৰত চক্‌মকনিহে লাগিছে মাথোন;[৯] নহয়, আমি কুহকগ্ৰস্ত লোক হৈ পৰিছোঁ।

---

৮। কোৰানৰ সংৰক্ষণৰ ভাৰ আল্লাই নিজেই লৈছে। এই সংৰক্ষণ (ক) বাহ্যিক আৰু (খ) আভ্যন্তৰিক। হজৰত মহম্মদৰ (স্ব) প্ৰতি যি কোৰান অৱতীৰ্ণ হৈছিল, অবিকল সেইখনেই আজিও আমাৰ হাতত। মূল-বচনৰ কোনো পৰিবৰ্ত্তন হোৱা নাই। অমুচলমান পণ্ডিতসকলেও এই কথা মুক্তকণ্ঠে স্বীকাৰ কৰিছে। যেনে, চাৰ উইলিয়াম মেওৰ, অধ্যাপক নল্‌ডিকি, অধ্যাপক নিকল্‌চন্ প্ৰভৃতি। প্ৰত্যেক শতাব্দীতে একোজন মুজদ্দিদৰ আবিৰ্ভাৱ হয়। তেওঁৰ ওপৰত থাকে আভ্যন্তৰিক সংস্কাৰৰ আৰু মূল শিক্ষাৰ প্ৰসাৰণৰ ভাৰ।

৯। সিহঁতে সত্য দেখিও নেদেখা হয়। অবিশ্বাসে সিহঁতৰ দৃষ্টিশক্তি হৰণ কৰিছে, আৰু সিহঁতৰ বুদ্ধিৰ ওপৰত আৱৰণ পেলাইছে।

# ৰুকু ২

গ্ৰহ-নক্ষত্ৰৰ সৃষ্টি আৰু সংৰক্ষণ; আল্লাৰ বাণী অগ্নিশিখাৰ সদৃশ; মানৱৰ ওপৰত আল্লাৰ অসীম অনুগ্ৰহ।

১৭। আৰু স্বৰূপতে আকাশত আমি নক্ষত্ৰপুঞ্জ[১০] সৃষ্টি কৰিছোঁ, আৰু সেইবিলাকক শোভনীয় কৰিছোঁ দৰ্শকবিলাকৰ নিমিত্তে;

১৮। আৰু সেইবিলাকক আমি ৰক্ষা কৰিছোঁ প্ৰত্যেক নিৰ্ব্বাসিত্ শয়তানৰ পৰা;

১৯। কিন্তু যদি কেওঁ গোপনে ঐশিক কথা শুনিবলৈ কাণ পাতে, তাৰ অনুসৰণ কৰে উজ্জ্বল অগ্নি-শিখাই।[১১]

২০। আৰু আমি পৃথিৱীক বিস্তীৰ্ণ কৰিছোঁ আৰু তাতে পৰ্ব্বতসমূহ সংস্থাপন কৰিছোঁ, আৰু তাৰ মাজতে সকলো বস্তু উৎপাদন কৰিছোঁ উচিত পৰিমাণে।

২১। আৰু তাৰ ভিতৰত আমি জীৱিকাৰ নানা উপায় স্থিৰ কৰিছোঁ— তোমালোকৰ নিমিত্তে আৰু যাৰ উপজীৱিকাৰ ভাৰ তোমালোকৰ ওপৰত নাই তাৰ নিমিত্তেও।

২২। আৰু আমাৰে ওচৰত আছে সকলো বস্তুৰ বহু ভঁৰাল; আৰু

---

১০। 'বুৰ্য্' শব্দৰ মূল অৰ্থ, চকুত পেলোৱা, দেখুওৱা। 'তবৰ্রুয'ৰ অৰ্থ সৌন্দৰ্য্য দেখুওৱা; চোৰা, ৩৩ : ৩৩। গ্ৰহ-চক্ৰ, নক্ষত্ৰৰ অৰ্থত ইয়াত এই শব্দ ব্যৱহৃত হৈছে।

১১। (১) আৰব দেশত কাহিন্‌বিলাকে (দৈৱজ্ঞবিলাকে পৃথিৱীত সকলো ঘটনা নক্ষত্ৰবোৰে পৰিচালন কৰে বুলি বিশ্বাস কৰিছিল। আৰু গণনা কৰি শুভ-অশুভ ভৱিষ্যৎ-বাণী কৰিছিল। সিহঁতৰ এনে গণনা আৰু ভৱিষ্যত বচন মিছা প্ৰমাণিত হৈছিল। (২) আধ্যাত্মিক জগততো এই অৰ্থ খাটে। যি সত্যৰ শত্ৰু সিয়ে শয়তান; সি আল্লাৰ বাণীৰ বেকা-বেকি অৰ্থ কৰি সত্যক ঢাকিবলৈ চেষ্টা কৰে। নবীৰ সমুজ্জ্বল বচনে সিহঁতৰ এনে চেষ্টা নিষ্ফল কৰে। তেওঁৰ জ্যোতিৰ্ম্ময় বাণীকে 'খিহাব' (অগ্নি-শিখা) বোলা হৈছে। চোৰা, ৩৭ : ৪—১১ : ৬৭ : ৬; ৭২ : ৯; ৮৬ : ৪, ৫। শয়তান আল্লাৰ বাণী শুনিবলৈ, আনিবলৈ অপাৰগ। ২৬ : ২১০—২১৯। এনে কামৰ নিমিত্তে কিৰখ্তা হে যোগ্য।

প্ৰত্যেক বস্তুকে আমি (পৃথিৱীত) অৱতাৰণ কৰোঁ নিৰূপিত পৰিমাণ[১২] অনুসাৰে।

২৩। আৰু আমি (মেঘৰ) ভাৰ বহন কৰে এনে বতাহ বলিবলৈ দিওঁ, আৰু সেই মেঘৰ পৰা আমি নমাই পঠাওঁ বৰষুণ; পিছত সেই পানী তোমালোকক পান কৰিবলৈ দিওঁ; আৰু সেই পানী তোমালোকে সংগ্ৰহ কৰি ৰখা নাই।

২৪। আৰু নিশ্চয় আমিয়ে জীৱন দান কৰোঁ আৰু আমিয়ে মৃত্যু সাধন কৰোঁ; আৰু আমিয়ে (সকলোৰে) উত্তৰাধিকাৰী।

২৫। আৰু স্বৰূপতে তোমালোকৰ মাজৰ আগ বাঢ়ি যোৱাবিলাকক[১৩] আমি জানো; আৰু স্বৰূপতে সেইবিলাককো জানো যিবিলাক পিছ পৰি থাকে।

২৬। আৰু (মহাবিচাৰৰ দিনা) নিশ্চয় তোমাৰ প্ৰভুৱে সিহঁতক একেলগ কৰিব; নিশ্চয় তেওঁ শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্ব-জ্ঞাতা।

## ৰুকু ৩

আদমৰ সৃষ্টি আৰু ইব্লিচৰ অবাধ্যতা; শয়তানে কুকাৰ্য্যৰ উদগনি দিয়ে, কিন্তু ধৰ্ম্মপৰায়ণসকলৰ ওপৰত শয়তানৰ ক্ষমতা নচলে; নৰকবাসীবিলাকৰ সাতোটা শ্ৰেণী।

২৭। আৰু স্বৰূপতে আমি মানৱক সৃজন কৰিছোঁ এনে আলতীয়া বোকা মাটিৰে[১৪] যি শুকালে বাজে।

---

১২। মানুহৰ উপকাৰ সাধনৰ যি পৰিমাণ অনুকূল সেই পৰিমাণে আল্লাই স্থিৰ কৰি দিছে। এয়ে হৈছে প্ৰাকৃতিক পৰিমিতাচাৰৰ নিয়ম (economy of nature)।

১৩। কিছুমানে অনুবাদ কৰিছে, পূৰ্ব্ববৰ্ত্তী আৰু পৰবৰ্ত্তীবিলাক।

১৪। মানৱৰ সৃষ্টি যে মাটিৰ পৰা কোৰাণৰ বহু ঠাইত উল্লেখ হৈছে। এঠাইত (৩: ৫৯) আদমৰ সৃষ্টি 'তুৰাব'ৰ (মাটিৰ) পৰা বুলি কোৱা হৈছে। আন এঠাইত (৭: ১৩) 'ত্বীন' শব্দ ব্যৱহাৰ কৰা হৈছে, আৰু 'ত্বীন'ৰ অৰ্থ আলতীয়া বোকা মাটি। এই আয়তত, আৰু ২৯ আৰু ৩৪ অয়তত, 'তুৰাব' আৰু 'ত্বীন'ৰ অৰ্থ ভালকৈ বুজাই দিছে। ৫৫ চুৰাত 'ছলছালিন্ কল্‌ফখ্‌খাৰ' বোলা হৈছে, অৰ্থাৎ এনে মাটি যি শুকালে বাজে। ফখ্-খাৰৰ অৰ্থ মাটিৰ পাত্ৰ।

২৮। আৰু ইয়াৰ আগতে যিনক আমি জ্বলন্ত অগ্নি[15] দ্বাৰা সৃষ্টি কৰিছিলোঁ।

২৯। আৰু (চোৰ্ৱা) যেতিয়া ফিৰিশ্‌তাবিলাকক তোমাৰ প্ৰভুৱে কৈছিল, মই নিশ্চয় মানৱক এনে আলতীয়া বোকা মাটিৰে সৃজন কৰিব ধৰিছোঁ যি শুকালে বাজে।

৩০। পিছত যেতিয়া মই মানৱৰ সৰ্ব্বাঙ্গ আকৃতি[16] গঠন কৰিম আৰু তাৰ ভিতৰত নিজ আত্মাৰ নিশ্বাস[17] পেলাম তেতিয়া তোমালোকে তেওঁৰ বাধ্যতা স্বীকাৰ কৰিবা।

৩১। এনেতে সকলো ফিৰিশ্‌তাই একেলগে (তেওঁৰ) বাধ্যতা স্বীকাৰ কৰিলে,—

৩২। ইব্লিচ[18] ভিন্ন; সি বাধ্য হোৱাবিলাকৰ সঙ্গী হবলৈ অস্বীকাৰ[19] কৰিলে।

৩৩। তেওঁ কলে, হে ইব্লিচ, তুমি যে বাধ্য হোৱাবিলাকৰ সঙ্গী নহলা তাৰ কাৰণ তোমাৰ কিবা আছে নে?

---

১৫। যিন্ হৈছে অগ্নিৰ সৃষ্টি। চোৰ্ৱা, ৭ : ১৩; ৫৫ : ১৬। মানৱক মাটিৰে আৰু যিনক অগ্নিৰে সৃষ্টি কৰাৰ অৰ্থ হৈছে, মানৱৰ প্ৰকৃতিত নম্ৰতা, বাধ্যতা, বিনয় আছে, আৰু যিন্ হৈছে দাম্ভিক, অহঙ্কাৰী, তেজী।

১৬। অইন ঠাইত (৭ : ১২) 'ম্বৱৱৰ্‌না' ব্যৱহাৰ কৰা হৈছে; ম্বুৰতৰ অৰ্থ আকাৰ।

১৭। চোৰ্ৱা, ৩৮ : ৭৩। মৰ্‌য়মৰ সম্বন্ধেও একে ভাষা ব্যৱহাৰ কৰা হৈছে—২১ : ৯২ আৰু ৬৬ : ১৩।

১৮। ইব্লিচ্ ফিৰিশ্‌তা নাছিল, যিনৰ মাজৰ এজন আছিল, চোৰ্ৱা, ১৮ : ৫১ য'ত ইব্লিচৰ সম্বন্ধে কোৱা হৈছে, 'সি যিনৰ মাজৰ এজন আছিল, সেই দেখি সি নিজ প্ৰভুৰ আদেশৰ অবাধ্যতা কৰিছিল'। ইয়াত 'ইল্লা' (ভিন্ন) মানে, ফিৰিশ্‌তা জাতিৰ বাহিৰে। এনে 'ইল্লাক' আৰবী ব্যাকৰণত 'মুচ্‌তছ্‌না মুন্‌কতা' বোলে।

১৯। ইয়াত আৰ্‌বী শব্দ হৈছে 'আবা' (অস্বীকাৰ কৰিলে); অইন ঠাইত (৩৮ : ৭৫) 'ইচ্‌তক্‌বাবা' শব্দ ব্যবহাৰ কৰিছে, অৰ্থ অহঙ্কাৰ কৰিলে। কিন্তু এই দুয়ো শব্দ একেলগে ব্যৱহাৰ কৰা হৈছে, চুৰা ২, ৩৫ আয়তত। আদেশ অমান্য কৰাৰ কাৰণ প্ৰকৃততে অহঙ্কাৰ।

৩৪। সি কলে, মই কোনোমতে এনে মানৱৰ বাধ্যতা স্বীকাৰ নকৰোঁ যাক তুমি সৃষ্টি কৰিছা আলতীয়া বোকা মাটিৰে যি শুকান হলে বাজে।[২০]

৩৫। তেওঁ কলে, তেন্তে এই ঠাইৰ পৰা তুমি ওলাই যোৱাঁ, কিয়নো তুমি ( আজিৰ পৰা ) নিৰ্ব্বাসিত্ হলা ;

৩৬। আৰু নিশ্চয় তোমাৰ ওপৰত পৰিব মোৰ অভিশাপ শেষ বিচাৰৰ দিনালৈকে।

৩৭। সি কলে, হে মোৰ প্ৰভু, তেন্তে তুমি মোক অৱসৰ দান কৰাঁ, সেই দিনালৈকে যিদিনা মানৱৰ পুনৰুত্থান হব।

৩৮। তেওঁ কলে, নিশ্চয় তোমাক অৱসৰ দিয়া হ'ল,—

৩৯। নিৰূপিত কালৰ এদিনালৈকে[২১]।

৪০। সি কলে, হে মোৰ প্ৰভু, যিহেতু তুমি মোক বিপথে যোৱা বুলি স্থিৰ কৰি লৈছা, মইও পৃথিৱীত সিহঁতৰ চকুত ( অন্যায় ) শোভনীয় কৰি[২২] দেখুৱাম, আৰু নিশ্চয় বিপথে লৈ যাম সিহঁতৰ সকলোকে—

৪১। সিহঁতৰ মাজৰ সেই ভৃত্যসকলক এৰি যিসকল তোমাৰ একান্ত ভক্ত।

৪২। তেওঁ কলে, মোৰ পিনে আহিবলৈ এয়ে পোন বাট[২৩]।

৪৩। ইয়াত কোনো সন্দেহ নাই, মোৰ যি সকল বিশেষ ভৃত্য সেইসকলৰ প্ৰতি তোমাৰ কোনো ক্ষমতা নচলিব—চলিব সেই বিপথে যোৱা-বিলাকৰ প্ৰতি যিবিলাকে তোমাৰেই অনুসৰণ কৰিব।[২৪]

৪৪। আৰু নিশ্চয় সিহঁতৰ সকলোৰে নিমিত্তে নৰকেই হৈছে প্ৰতিশ্ৰুত স্থান।

---

২০। চোৱাঁ, ৭ : ১৩ আৰু টী।

২১। মানৱজাতিৰ অস্তিত্ব থকালৈকে ফিৰিশ্‌তাই নিজৰ কাম কৰি থাকিব; আৰু শ্বয়তানেও নিজৰ কাম লাগি পৰি কৰি থাকিব। তাৰ কামেই হৈছে মানুহক বিপথে নিয়া।

২২। চোৱাঁ, ৭ : ১৭, ১৮ ; আৰু টি।

২৩। এই 'পোন বাট'ৰ পৰা শ্বয়তানে মানুহক বিচলিত কৰিবলৈ চেষ্টা কৰে। ৭ : ১৭ তো এই 'পোন বাট'ৰ উল্লেখ কৰিছে।

২৪। আদম্ আৰু ইব্লিচৰ আখ্যান সম্বন্ধে বিশেষকৈ চাৱাঁ, চুৰা ৭, ৰুকু ২ আৰু ৩; আৰু চোৱাঁ, চুৰা ৩৮, ৰুকু ৫।

৪৫। তাৰ আছে সাতখন[২৫] দুৱাৰ; প্ৰত্যেক দুৱাৰেদি (সোমাব) সিহঁতৰ মাজৰ ভাগ কৰি দিয়া একোটা দল।

## ৰুকু ৪

স্বৰ্গ-সুখৰ সূচনা পাৰ্থিৱ জীৱনতে; হজৰত ইব্ৰাহিমৰ (স্ব) প্ৰতি আল্লাৰ আনন্দ-বাৰ্ত্তা; হজৰত লুতৰ পৰিয়ালে শাস্তিৰ পৰা ৰক্ষা পালে, তেওঁৰ পত্নী ভিন্ন।

৪৬। নিশ্চয় ধৰ্ম্মপৰায়ণসকলে জৰণাবিলাক থকা উদ্যানসমূহত (সুখ-শান্তিৰে) বাস কৰিব।

৪৭। (তেওঁলোকক কোৱা হব,) তোমালোকে তাৰ ভিতৰত প্ৰৱেশ কৰা, শান্তিৰে সৈতে, নিৰাপদে।

৪৮। আৰু তেওঁলোকৰ হৃদয়সমূহত যি অলপ-অচৰপ বিদ্বেষ[২৬] থাকে তাক আমি উলিয়াই দিম, যাৰ ফলত তেওঁলোকে উচ্চ আসনসমূহত উপবিষ্ট হব, ভ্ৰাতৃভাব লৈ, পৰস্পৰ সম্মুখীন হৈ।

৪৯। তেওঁলোকক তাত ভাগৰে[২৭] স্পৰ্শ নকৰিব, আৰু তেওঁলোকক তাৰ পৰা কেতিয়াও নিৰ্ব্বাসিত্ কৰা নহব।

৫০। মোৰ ভৃত্যবিলাকক তুমি জানিবলৈ দিয়া, ইয়াত কোনো সন্দেহ নাই, মই শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল;

৫১। কিন্তু মোৰ শাস্তিও যন্ত্ৰণাদায়ক শাস্তি।

৫২। আৰু ইব্ৰাহিমৰ অতিথিবিলাকৰ বিষয়েও সিহঁতক জানিবলৈ দিয়া,—

---

২৫। সুফীসকলে পাপৰ ৭ শ্ৰেণী কৰিছে। সেই অনুযায়ী নৰকৰ দুৱাৰো ৭ খন। এই কনুৰ বহুখিনি কথাকেই ৰূপক বুলি ধৰিব লাগিব।

২৬। চোৰা ৭: ৪৪ আৰু টী। ইচ্লামৰ মতে স্বৰ্গ-সুখৰ আভাস পাৰ্থিৱ জীৱনতে পোৱা যায়; পাৰলৌকিক স্বৰ্গ ইয়াৰে ক্ৰম-বৃদ্ধি আৰু ক্ৰম-বিকাশ। প্ৰকৃত সুখ মিলাপ্ৰীতি আৰু ভ্ৰাতৃভাৱৰ দ্বাৰা লাভ কৰিব পাৰি। এই ক্ষেত্ৰত বিদ্বেষ আৰু শত্ৰুতাৰ স্থান নাই।

২৭। স্বৰ্গত কষ্টকৰ শ্ৰম নাথাকিব; শ্ৰমৰ ফল অমিশ্ৰ সুখ আল্লাই প্ৰদান কৰিব।

৫৩। যেতিয়া তেওঁলোক তেওঁৰ আগত উপস্থিত হ'ল, তেওঁলোকে কলে, (তোমাৰ প্ৰতি) শান্তি হওক। তেওঁ কলে, তোমালোকক দেখি আমি ভয়হে খাইছোঁ।[২৮]

৫৪। তেওঁলোকে কলে, তুমি ভয় নকৰিবা; বৰং আমি তোমাৰ কাৰণে লৈ আহিছোঁ এটি জ্ঞানৱান পুত্ৰৰ (জন্মৰ) শুভ সংবাদ।

৫৫। তেওঁ কলে, তোমালোকে মোক শুভ সংবাদ দিছা এনে সময়ত যেতিয়া মোক (একান্ত) বাৰ্দ্ধক্যই পাইছেহি;[২৯] তোমালোকে এই শুভ-সংবাদ আনিছা কি হেতু-?

৫৬। তেওঁলোকে কলে, আমি তোমালৈ শুভ সংবাদ আনিছোঁ সত্যৰ সৈতে।[৩০] গতিকে তুমি নিৰাশবিলাকৰ[৩১] মাজৰ নহবা।

৫৭। তেওঁ কলে, বাস্তৱতে পথভ্ৰান্তবিলাকৰ বাহিৰে আৰু কোন নিজ প্ৰভুৰ করুণাৰ পৰা নিৰাশ হ'ব পাৰে?

৫৮। তেওঁ সুধিলে, হে সংবাদবাহকসকল, তেন্তে (কোৱাঁ) তোমালোকৰ সকাম কি?

৫৯। তেওঁলোকে কলে, সচাকৈয়ে এই অপৰাধীবিলাকৰ প্ৰতি আমাক প্ৰেৰণ কৰা হৈছে (শাস্তি দিবলৈ),—

৬০। লুত্বৰ[৩২] পৰিয়ালক এৰি, যিসকলক নিশ্চয় আমি ৰক্ষা কৰিম,

৬১। কেৱল তেওঁৰ পত্নী[৩৩] ভিন্ন, কিয়নো আমি জানিব পাৰিছোঁ তেওঁ হ'ব পিছ পৰি থকাবিলাকৰ মাজৰ।

---

২৮। চোৱাঁ, ১১ : ৭০, ৭১ আৰু; ৫১, ২৬।

২৯। চোৱাঁ, ১১ : ৭৩ আৰু টী।

৩০। আল্লাৰ ভবিষ্যৎবাণী পূৰ্ণ নোহোৱাকৈ নাথাকে। বুঢ়াবয়সত পুত্ৰ জন্ম হোৱাৰ ভবিষ্যৎবাণীক ১১ : ৭৪ আয়তত 'আল্লাৰ আদেশ,' 'আল্লাৰ করুণা আৰু আশীৰ্ব্বাদ' বোলা হৈছে।

৩১। 'আল্লাৰ করুণা সম্বন্ধে তোমালোক নিৰাশ নহবা; নিশ্চয় তেওঁ সকলো অপৰাধ মাৰ্জ্জনা কৰিব, তেওঁ নিশ্চয় মাৰ্জ্জনাশালী, পৰম দানশীল।'—৩৯ : ৫৪।

৩২। ইয়াত কোৰানে ঐতিহাসিক ক্ৰম ৰক্ষা কৰিছে। প্ৰথমে আদমৰ (আ) বিষয়ে তাৰ পাছত ইব্ৰাহিমৰ (আ) বিষয়ে উল্লেখ কৰি লুত্বৰ (আ) আখ্যান আৰম্ভ কৰিছে। লুত্ব সম্বন্ধে চোৱাঁ, ৭ : ৮১-৮, ১১ : ৭৮-৮৪, আৰু টী; ২৬ : ১৬১-১৭৬।

৩৩। বাইবেলৰ বিৱৰণ মতে—আদি, ১৯ : ১৫-২৩—লুত্বৰ (আ) পৰিয়ালৰ লগতে

## ৰুকু ৫

**লুত্বজাতিৰ উৎপীড়নৰ পৰা লুত্ব (আ) আৰু তেওঁৰ পৰিয়ালক আল্লাই ৰক্ষা কৰিলে; চদম্ আৰু গোমোৰাৰ ধ্বংস-সাধন; অৰণ্যবাসী আস্‌হাবুল্ আইকাই অন্যায় আচৰণৰ শাস্তি ভোগ কৰিলে।**

৬২। পিছত যেতিয়া সেই দূতবিলাক লুত্বৰ পৰিয়ালৰ[৩৪] ওচৰলৈ আহিল,

৬৩। তেওঁ কলে, তোমালোক নিশ্চয় আচহুৱা মানুহ।

৬৪। তেওঁলোকে কলে, নহয়, যিবিষয়ে সিহঁতে সন্দেহত পৰিছে[৩৫] তাকে সম্পন্ন কৰিবলৈ আমি তোমাৰ ওচৰলৈ আহিছোঁ;

৬৫। আৰু তোমাৰ ওচৰলৈ আমি এনে বিষয় লৈ আহিছোঁ যি সত্য; আৰু অৱশ্যে আমি সত্যপৰায়ণ।

৬৬। এতেকে নিশা থাকোঁতেই তুমি নিজ পৰিয়ালক লগতে লৈ ওলাই যোৱাঁ; আৰু সিহঁতৰ পাছে পাছে গৈ থাকিবা; আৰু (চোৱাঁ) তোমালোকৰ এজনেও যেন পিছলৈ ঘূৰি নাচায়;[৩৬] আৰু যি ঠাইলৈ যাবলৈ তোমালোকক আদেশ দিয়া হৈছে সেই পিনেই গৈ থাকাঁ।

৬৭। আৰু আমি তেওঁক জ্ঞাপন কৰিলোঁ আমাৰ এই মীমাংসা—ৰাতি-পুৱাৰ লগে লগে সিহঁতক সমূলি[৩৭] সংহাৰ কৰা হব।

---

তেওঁৰ ভাৰ্য্যাকো উলিয়াই নিয়া; কিন্তু কোৰানৰ মতে তেওঁ ইতস্ততঃ কৰি পিছ পৰি থাকিল। তেওঁৰ বিশ্বাস ক্ষীণ আছিল। চোৱাঁ, ৭ : ৮৪; ১১ : ৮২।

৩৪। কিছুমানে লুত্বৰ অনুগামীবিলাককো 'পৰিয়াল'ৰ ভিতৰতে ধৰিছে।

৩৫। আল্লাৰ প্ৰতিশ্ৰুত শাস্তিৰ বিষয়ে।

৩৬। চোৱাঁ, ১১ : ৮২। অনুমান কৰিব পাৰি, ফিৰিশ্‌তাসকলে গন্তব্য স্থান সম্বন্ধে আগতে নিৰ্দ্দেশ দিছিল। পিছলৈ ঘূৰি চাবলৈ নিষেধ কৰাৰ অৰ্থ হৈছে, আকৌ যেন তেওঁলোকৰ মনত সেই নগৰলৈ (চদম্) উভতি আহিবলৈ ইচ্ছা নহয়। তাকে ইংৰাজীত burning the boats (নাও পুৰি পেলোৱা) বোলে।

৩৭। 'দাবিৰ্' শব্দৰ অৰ্থ অৱশিষ্ট, যি বাকী থাকে। মানে, সেই জাতিক এনেৰূপে সংহাৰ কৰা হব যে লুত্বৰ (আ) অনুগামীবিলাকৰ বাহিৰে আৰু কোনো জীয়াই নাথাকে।

৬৮। এনেতে ( কিছুমান ) নগৰবাসী উলাহ-মালহৰে[৩৮] উপস্থিত হ'লহি।

৬৯। তেওঁ কলে, সচাকৈয়ে এওঁলোক মোৰ অতিথি[৩৯]; সেই দেখি ( সিহঁতকলৈ ) তোমালোকে মোক লাজত নেপেলাবা।

৭০। আৰু তোমালোকে আল্লালৈ ভয় ৰাখাঁ, আৰু মোক লাঞ্ছিত নকৰিবা।

৭১। সিহঁতে কলে, যেই সেই জাতিৰ যাকে তাকে ঘৰলৈ আনিবলৈ আমি তোমাক নিষেধ কৰা নাছিলোঁ নে ?

৭২। তেওঁ কলে, যদি ( মোৰ বিৰুদ্ধে ) তোমালোক কোনো কাম কৰিবলৈকে উদ্যত হৈছা তেন্তে মোৰ এই কেইজনী কন্যাক[৪০] ( জামিনৰূপে গ্ৰহণ কৰাঁ )।

৭৩। ( হে নবী, ) তোমাৰ ( পবিত্ৰ ) জীৱনৰ শপত, বাস্তৱিকতে সিহঁত উদ্দীপ্ত হৈ অন্ধৰ দৰে ইফালে সিফালে খেপিয়াই ফুৰিছে।[৪১]

---

৩৮। চোৰা, ১১ : ৭৮। তাত লিখিছে, সিহঁত ল'ৰি আহিল। উলাহৰ কাৰণ এই, সিহঁতে ভাবিলে, লুত্বৰ যে শত্ৰুপক্ষৰ লগত যোগ আছে তাকে সিহঁতে এতিয়া প্ৰমাণ কৰিব পাৰিব ; এই মানুহ কেইজন নিশ্চয় শত্ৰুদলৰ মানুহ আছিল।

৩৯। চোৰা, ১১ : ৭৯। সেই দেশত, বৰ্ত্তমান আৰব দেশতো, অতিথি-সৎকাৰ ডাঙৰ গুণ বুলি ধৰা হয়। লুত্বে কৈছিল, তোমালোকে সন্দেহ কৰিছা এই কেইজন শত্ৰুদলৰ মানুহ ; নহয়, সিহঁত মোৰ অতিথি ; সিহঁতক অপমান কৰিলে প্ৰকৃততে মোক অপমান কৰাহে হব।

৪০। চোৰা, ১১ : ৭৯ আৰু টী। এনে অৰ্থ লোৱা যে লুত্বে ( আ ) নিজৰ জীয়েকহঁতক এনে দুষ্ট মানুহক গতাই দিবলৈ আগ বাঢ়িছিল নিতান্ত ভুল হব। আল্লাৰ নবী দ্বাৰা এনে কাম হব নোৱাৰে। আচল অৰ্থ হৈছে, নিজৰ কন্যা কেইজনীক জামিন স্বৰূপ (hostages) ৰাখিবলৈ সন্মত হৈছিল, নিজে নিৰ্দ্দোষ প্ৰমাণিত হোৱালৈকে। আন এটা অৰ্থও কিছুমানে লৈছে ; এই নগৰৰ যুৱতীবিলাক মোৰ নিজৰ কন্যাবিলাকৰ নিচিনা ; সেইবিলাকক তোমালোকে বিয়া কৰাই লগত ৰাখিব পাৰা।

৪১। এই আয়তত কাক সম্বোধন কৰা হৈছে এই সম্বন্ধে মতভেদ আছে। কিছুমানৰ মতে ( যেনে মোঃ আজাদ ) লুত্বক ( আ ) সম্বোধন কৰা হৈছে। হজ্ৰত ব, মা, আহ্মদৰ মতে হজ্ৰত মহম্মদৰ ( ছ ) পবিত্ৰ জীৱনৰ শপত খোৱা হৈছে, আৰু তেওঁকে সম্বোধন কৰা হৈছে।

৭৪। পিছত সূৰ্য্য উদয় হবৰ লগে লগে এটা ভয়াবহ ধ্বনিয়ে[৪২] সিহঁতক ধৰিলে।

৭৫। ততালিকে আমি সেই নগৰখন তল-ওপৰ কৰি লুটিয়াই দিলোঁ[৪৩], আৰু তাৰ ওপৰত আমি বৰষালোঁ টান পোৰা শিল।

৭৬। যিবিলাকে তত্ত্ব বিচাৰিবলৈ চিন্তা কৰে সেইবিলাকৰ নিমিত্তে এই ঘটনাত আছে বহু নিদৰ্শন।

৭৭। আৰু এয়ে নিশ্চিত কথা, সেই নগৰখন (বাণিজ্য) পথৰ[৪৪] ওপৰতে অৱস্থিত আছিল।

৭৮। বিশ্বাসীসকলৰ নিমিত্তে নিশ্চয় এই ঘটনাত আছে নিদৰ্শন।

৭৯। আৰু ইয়াত কোনো সন্দেহ নাই, নিবিড় অৰণ্যত[৪৫] থকাবিলাকো অন্যায়কাৰী আছিল;

৮০। সেই কাৰণে আমি সিহঁতক (সিহঁতৰ বিৰুদ্ধ আচৰণৰ) প্ৰতিফল দিলোঁ; আৰু বাস্তৱতে দুয়োখন নগৰ অৱস্থিত আছিল অহা-যোৱাৰ মুকলি বাটতেই।

## ৰুকু ৬

হজ্ৰত স্বালেহ (আ) আৰু ছমুদ-জাতি; জগত সৃষ্টি কৰাত আল্লাৰ উদ্দেশ্য;
চুৰা ফাতেহা আৰু কোৰান হজৰত মহম্মদৰ (স্ব) প্ৰতি আল্লাৰ দান;
পৃথিৱীৰ ধন-সম্পদ, সুখ-সন্তোষ তাৰ তুল্য হব নোৱাৰে; দিনে
ৰাতি আল্লাৰ আৰাধনা কৰিবৰ আদেশ।

৮১। আৰু স্বৰূপতে হিয্ৰ-নিবাসীবিলাকেও[৪৬] ৰচুলসকলক মিথ্যাবাদী ভাবি অমান্য কৰিছিল;

---

৪২। ভূমিকম্পৰ গুম্‌গুমনি।

৪৩। চোৰা, ১১ : ৮৩।

৪৪। হেযাজ আৰু চীৰিয়াৰ মাজত বাণিজ্যদলৰ অহা যোৱা বাটত, মৃত সাগৰৰ (Dead Sea) পাৰত।

৪৫। মিদ্‌য়ন জাতি, যি বিলাকলৈ হজ্‌ৰত খো'আইবক পঠোৱা হৈছিল। চোৰা, ১১ : ৮৫ আৰু টী। আস্‌হাবুল্‌ আইকা আৰু আস্‌হাবুল্‌-মদ্‌য়ন্‌ দুইটা বেলেগ জাতি হব পাৰে, নতুবা একেজাতিৰ দুটা ঠালো হব পাৰে। চোৰা ২৬ : ১৭৭-১৯২।

৪৬। ছদেইদা, হজ্‌ৰযৌত, হেযাজ, আৰু তেহামাক জুৰি সেই সময়ত এখন ডাঙৰ

৮২। আৰু আমাৰ বহু নিদৰ্শন সিহঁতক প্ৰদান কৰিছিলোঁ ; কিন্তু সিহঁতে সেইবিলাকৰ পৰা বিমুখ হৈছিল ;

৮৩। আৰু সিহঁতে নিৰাপদে থাকিবলৈ শিল কাটি পৰ্ব্বতসমূহত বহু ঘৰ সাজি লৈছিল।[৪৭]

৮৪। পিছত এদিন ৰাতিপুৱা ( ভূমিকম্পৰ ) ভীষণ গৰ্গণিয়ে[৪৮] সিহঁতক ধৰিলে ;

৮৫। তেতিয়া সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰ দ্বাৰা সিহঁতৰ কোনো লাভ নহল।

৮৬। আৰু আমি সৃজন কৰিছোঁ কেৱল সত্যৰ সৈতে[৪৯] আকাশমণ্ডলী আৰু পৃথিবী আৰু উভয়ৰ মাজত যি আছে সকলো। আৰু নিৰ্দ্দিষ্ট সময়[৫০] যে উপস্থিত হবহি তাত কোনো সন্দেহ নাই ; গতিকে তুমি ( লোকৰ দোষ ) সদয়ভাৱে মাৰ্জ্জনা কৰিবা।

৮৭। বাস্তৱতে তোমাৰ প্ৰভু একমাত্ৰ সৃষ্টিকৰ্ত্তা, সৰ্ব্বজ্ঞাত।

৮৮। আৰু স্বৰূপতে আমি তোমাক দান কৰিছোঁ বাৰে বাৰে আবৃত্তি কৰিবলৈ সাতোটি আয়তৰ[৫১] ( এটি চুৰা ), আৰু ( তাৰ উপৰি ) মহান কোৰান ;

---

দেশ আছিল। ঠায়ে ঠায়ে কিছুমান পৰ্ব্বত আছিল। ইয়াতে ছমুদ-জাতিয়ে বসতি কৰিছিল। এই পৰ্ব্বতীয়া প্ৰদেশ ডোখৰকে হিয্‌ৰ বোলা হৈছিল। ছমুদ জাতিৰ ওচৰলৈ ছালেহ্‌ নবী ( আ ) আহিছিল। চোৰা, ৭ : ৭৫-৭৯ ; ১১ : ৬২-৬৯ ; ২৬ : ১৪২-১৬০ ; ৫৪ : ২৪ : ৩২।

৪৭। ডাঙৰ ডাঙৰ শিলৰ ঘৰবিলাকে দুৰ্গৰ আকাৰ ধৰিছিল ; আৰু ৰাজধানীৰ চাৰিওফালে দেওৱাল সিহঁতে বান্ধি লৈছিল। —৭ : ৭৫, টী ৬৯।

৪৮। অইন ঠাইত ( ৭ : ৭৯ ) 'ৰয্‌ফা' শব্দ ব্যৱহাৰ হৈছে। 'ৰয্‌ফা'ৰ অৰ্থ ভূমিকম্প।

৪৯। জগতৰ সৃষ্টিত আল্লাৰ মহান উদ্দেশ্য নিহিত আছে ; তাকে কোৰানৰ ভাষাত ঠায়ে ঠায়ে 'হক' ( সত্য ) বোলা হৈছে। আল্লাই আকাশ-পৃথিবী বিনা উদ্দেশ্যে সৃজন কৰা নাই। —চোৰা, ৩ : ১৯২।

৫০। সত্যৰ বিৰোধীবিলাকৰ প্ৰতি শাস্তি অহাৰ সময় ; সত্যৰ জয় আৰু অসত্যৰ পৰাজয়ৰ সময়।

৫১। উমৰ ( ৰ ), আলি ( ৰ ), ইব্‌নে 'আব্বাচ, আৰু ইব্‌নে মচ্‌'উদৰ মতে কোৰানৰ আৰম্ভণি চুৰা আল্‌-ফাতেহা বুজাইছে। এই চুৰা সাতোটি আয়তৰ সমষ্টি। আৰু প্ৰত্যেকটো নমাজৰ প্ৰত্যেক ৰক্'আতত্তেই আবৃত্তি কৰা হয়। হদীছত আছে,

৮৯। আমি সিহঁতৰ বিভিন্ন শ্ৰেণীক ( পাৰ্থিৱ জীৱনত ) যি সুখ-সম্পদ দান কৰিছোঁ তুমি তালৈ নিজৰ ( ঈৰ্ষা-মূলক ) দুই চকুৰে দৃষ্টি নকৰিবা,[৫২] আৰু সিহঁতৰ কাৰণে বেজাৰো নকৰিবা ;[৫৩] আৰু নিজৰ পাখিৰে বিশ্বাসীসকলক ঢাকি লবা।[৫৪]

৯০। আৰু তুমি এই বুলি ঘোষণা কৰা, নিশ্চয় মই তোমালোকৰ প্ৰতি প্ৰকাশ্য সাৱধান কৰোঁতা।

৯১। যিদৰে আমি সেইবিলাকৰ প্ৰতি ( শাস্তি ) নমাইছিলোঁ যিবিলাকে ( তোমাৰ বিৰুদ্ধে ) বিভিন্ন দলৰ সৃষ্টি কৰিছিল,

৯২। ( সেইদৰে আমি শাস্তি নমালোঁ ) সেইবিলাকৰো প্ৰতি যিবিলাকে কোৰানক ছিন্ন-বিচ্ছিন্ন[৫৫] কৰিছিল।

৯৩। গতিকে, তোমাৰ প্ৰভুৰ শপত, নিশ্চয় আমি সিহঁতৰ সকলোকে প্ৰশ্ন কৰিম—

৯৪। সিহতে যি কাৰ্য্য কৰিছিল সেই বিষয়ে।

৯৫। এতেকে তোমাক যি আদেশ দিয়া হৈছে তাকে প্ৰকাশ্যে ঘোষণা কৰা,[৫৬] আৰু যিবিলাকে আল্লাৰ সমানে আন উপাস্য পাতি লৈছে সিহঁতৰ পৰা আঁতৰি থাকিবা।

---

চুৰা ফাতেহা আবৃত্তি নকৰিলে নমাজক নমাজ বুলিব নোৱাৰি। ফাতেহা চুৰাটি যদিও সৰু কিন্তু তাকে গোটেই কোৰানৰ সাৰ বোলে ; 'উম্মুল্ কিতাব', অৰ্থাৎ কোৰান-গ্ৰন্থৰ মাতৃ।

৫২। কাৰণ আল্লাই তোমাক যি দান কৰিছে তাৰ তুল্য পাৰ্থিৱ সুখ আৰু ঐশ্বৰ্য্য কেতিয়াও হব নোৱাৰে।

৫৩। যদি সিহঁত সত্যৰ বিৰোধী হৈছে তাৰ নিমিত্তে তুমি দায়ী নোহোৱা ; সেই কাৰণে তুমি বেজাৰ কৰাৰ কোনো কাৰণ নাই।

৫৪। পাখিৰে ঢাকি লোৱাৰ মানে, তেওঁলোকৰ সৈতে সদয় ব্যৱহাৰ কৰা। চোৱা, ১৭ : ২৫।

৫৫। (ক) নিজৰ ইচ্ছামতে কোৰানৰ এভাগত বিশ্বাস কৰিছিল, আৰু আন এভাগত বিশ্বাস কৰা নাছিল, ২ : ৮৭। (খ) আয়তবিলাকৰ ভুল অৰ্থ কৰি মতৰ অনৈক্য সৃষ্টি কৰিছিল।

৫৬। হজৰত মহম্মদে ( স্ব ) তৌহীদ ( আল্লাৰ একত্ব ) বজ্ৰধ্বনিৰে জগতত ঘোষণা কৰিছিল।

৯৬। আমিয়ে তোমাৰ নিমিত্তে যথেষ্ট, সেইবিলাকৰ বিৰুদ্ধে যিবিলাকে ( তোমাক লৈ ) বিদ্ৰূপ কৰে,

৯৭। যিবিলাকে আল্লাৰ সমানে আন উপাস্য পাতি লয়। কিন্তু সিহঁতে অলপতেই ( প্ৰকৃত কথা ) জানিব পাৰিব।

৯৮। আৰু সিহঁতে যিবোৰ ( অযথা ) কথা কয় তাৰ বাবে যে তোমাৰ অন্তৰ সঙ্কুচিত হয় স্বৰূপতে আমি জানো।

৯৯। গতিকে তুমি প্ৰশংসা সৈতে নিজ প্ৰভুৰ পৱিত্ৰতা কীৰ্ত্তন কৰা,[৫৭] আৰু সেইসকলৰ অন্তৰ্গত হোৱাঁ যিসকলে ( আল্লাৰ সম্মুখত ) সাষ্টাঙ্গে প্ৰণিপাত কৰে।

১০০। আৰু তোমাৰ সম্মুখে সুনিশ্চিত ঘটনা[৫৮] উপনীত হোৱালৈকে নিজ প্ৰভুৰ আৰাধনা কৰি থাকিবা।

---

৫৭। হজ্ৰত মুযদ্দিদ্ আল্‌ফে ছানীয়ে এঠাইত লিখিছে, প্ৰত্যেক ৰাতি শোৱাৰ আগতে আল্লাৰ তচ্‌বীহ ( আল্লাৰ পৱিত্ৰতা কীৰ্ত্তন কৰা ), তহ্‌মীদ ( আল্লাৰ প্ৰশংসা কৰা ), আৰু তকৰীৰ ( আল্লাৰ মাহাত্ম্যৰ গুণ কৰা ) কৰিলে আল্লাই মানুহক তাৰে প্ৰতিদান স্বৰূপ পাপৰ পৰা ৰক্ষা কৰে, আৰু পৱিত্ৰ জীৱন যাপন কৰিবলৈ সহায় কৰে—হজ্‌ৰত মুকদ্দিন।

৫৮। মানুহৰ জীৱনৰ পিছত যে মৃত্যু আছে ই সুনিশ্চিত কথা। অৰ্থ হৈছে, সদায় আল্লাৰ আৰাধনা কৰা উচিত, জানোছা কেতিয়া আমাৰ মৃত্যু ঘটে।

# চুৰা ১৬

# আন্-নহ্ল্ ঃ মৌমাখি

## মক্কাত অৱতীৰ্ণ

### ১৬ ৰুকু ; ১২৯ আয়ত

এই চুৰাৰ ৬৯ আয়তত আল্লাই মৌমাখিক প্ৰত্যাদেশ কৰাৰ কথা উল্লেখ কৰিছে। তাৰে অনুসৰণ কৰি এই চুৰা 'মৌমাখি' নামৰে জনাজাত হ'ল। নবী আৰু ৰছুলক মানৱৰ সংস্কাৰৰ কাৰণে আল্লাই উত্থাপন কৰে, আৰু নিজৰ প্ৰত্যাদেশ দ্বাৰা তেওঁলোকক অনুগৃহীত কৰে। সেই ঐশিক বাণী মধুৰ অনুৰূপ। নানা ফুলৰ মিঠা ৰসৰ দৰে ইয়াৰ আধ্যাত্মিক ৰস আল্লাৰ প্ৰেমৰ সোৱাদ। হজ্ৰত মহম্মদে (স্ব) কৈছে—আল্'আচালু-শ্বিফাউন্; অৰ্থাৎ মৌজোলৰ দ্বাৰা বহু ব্যাধিৰ পৰা আৰোগ্য লাভ হয়, শৰীৰ আৰু আত্মাৰ। স্বৰ্গৰ বৰ্ণনা কৰি কোৰানে গাখীৰ আৰু মৌজোলৰ জুৰিসমূহৰ উল্লেখ কৰিছে -৪৭ : ১৬।

এই চুৰাৰ আগৰ পাঁচোটা চুৰা আলিফ্-লাম্-ৰা আৰু এটা আলিফ-লাম-মীম-ৰা চমুকৰণ আখৰেৰে আৰম্ভ হৈছে। 'মৌমাখি' চুৰা যদিও তেনে চমুকৰণ আখৰেৰে আৰম্ভ হোৱা নাই তথাপি সেই শ্ৰেণীৰ চুৰাবোৰৰ লগতে এই চুৰাটোও সংযুক্ত বুলি কোৰান্‌বিদ্-সকলে ধৰি লৈছে। ইয়াৰ কাৰণ হৈছে, এই ছয়োটা চুৰাত আল্লাৰ একত্ব (তৌহীদ) সম্বন্ধে বেচিকৈ আলচ কৰা হৈছে, আৰু তাৰে প্ৰমাণ দিয়া হৈছে প্ৰকৃতিৰ নানা দৃশ্য আৰু প্ৰচলিত বিধানৰ দ্বাৰা। কোৰানৰ প্ৰত্যাদেশ হৈছে আল্লাৰ বাণী ; প্ৰকৃতিৰ নিয়ন্ত্ৰণ হৈছে আল্লাৰ কাৰ্য্য। আল্লাৰ বাণী আৰু কাৰ্য্যৰ মাজত কোনো প্ৰকাৰ বিৰোধ থাকিব নোৱাৰে।

এই ছয়টা চুৰাৰ অৱতীৰ্ণ হোৱাৰ সময় লৈ কোনো বিষয়ে মতভেদ নাই। হজ্ৰতে মক্কাৰ পৰা মদিনালৈ হিষ্ৰত কৰাৰ পূৰ্ব্বে তেওঁৰ মক্কা-জীৱনৰ শেষ ভাগতে অৱতীৰ্ণ হৈছিল।

হজ্ৰতৰ (স্ব) আবিৰ্ভাৱ যে তৌহীদ প্ৰচাৰৰ নিমিত্তে হৈছিল আমি কোৰানত বাৰে বাৰে পঢ়িবলৈ পাওঁ। তেওঁৰ এই পবিত্ৰ কামত যিবিলাকে বাধা দিছিল সিহঁতে সেই শাস্তি ভোগ কৰিছিল যি সত্যৰ বিৰোধীবিলাকৰ কাৰণে আল্লাই স্থিৰ কৰি থৈছিল। সিহঁতৰ সকলো প্ৰচেষ্টা, সকলো অভিসন্ধি ব্যৰ্থ হ'ল আৰু সত্য ইচ্লামৰূপে পৃথিৱীত সুপ্ৰতিষ্ঠিত হ'ল।

যিহেতু হজ্ৰত ইব্ৰাহিমৰ (আ) ডাঙৰ কাম আছিল তৌহীদ প্ৰতিষ্ঠা এই চুৰাৰ শেহত মুচলমানসকলক তেওঁৰে আদৰ্শ অনুসৰণ কৰিবলৈ উপদেশ দিয়া হৈছে

তৃতীয় চুৰাৰ ৯৬ আয়তত স্পষ্টকৈ কোৱা হৈছে—'তোমালোকে একনিষ্ঠ সেৱক ইব্ৰাহিমৰ ধৰ্মৰ অনুগমন কৰা'। ব্যাপকভাৱে তৌহীদ প্ৰতিষ্ঠা কৰাত হজ্ৰত ইব্ৰাহিম (আ) সৰ্ব্বপ্ৰথম নবী। আৰু সেই তৌহীদৰ পূৰ্ণ বিকাশ হ'ল হজ্ৰত মহম্মদৰ (স্ব) দ্বাৰা ইচ্লাম ধৰ্ম্মত।

# ৰুকু ১

নিজ প্ৰত্যাদেশ দ্বাৰা আল্লাই নিজৰ একত্বৰ ঘোষণা
কৰে ; পৃথিৱীৰ সকলো বস্তু আৰু প্ৰাণীৰ সৃষ্টি
মানৱৰ উপকাৰৰ নিমিত্তে ; সুপথ প্ৰদৰ্শন
কৰা আল্লাৰ কাৰ্য্য ; ভাল-বেয়া
গ্ৰহণ কৰাত মানৱ স্বাধীন।

১। পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আল্লাৰ আদেশ[১] ওচৰ পাইছেহি ; গতিকে তাকে বেগাই আনিবলৈ তোমালোকে বাঞ্ছা নকৰিবা। তেৱেঁই পৰম পবিত্ৰ। আৰু সিহঁতে যে আনক আল্লাৰ সমানে উপাস্য পাতিছে তাৰ পৰা তেওঁ বহুত ওখত।

৩। তেৱেঁই নিজ ভৃত্যবিলাকৰ মাজৰ পৰা যিজনকে ইচ্ছা কৰে সেই-জনৰ প্ৰতি ফিৰিশ্তাসকলক অৱতীৰ্ণ কৰে নিজ আদেশৰ এই বাণী[২] সৈতে—(মানৱক) সতৰ্ক কৰি দিয়াঁ যে মোৰ বিনে আন উপাস্য নাই, এতেকে তোমালোকে মোৰেই ভয় ৰাখিবা।

৪। আকাশমণ্ডলী আৰু পৃথিৱী তেওঁ সৃজন কৰিছে সত্যৰ সৈতে ; সিহঁতে যে আনক আল্লাৰ সমানে উপাস্য পাতি লৈছে তাৰ পৰা তেওঁ বহুত ওখত।

---

১। বিচাৰৰ পিছত শাস্তিৰ আদেশ। ইয়াত এয়ে অৰ্থ প্ৰাসঙ্গিক।

২। কোৰানৰ বহু ঠাইত 'ৰুহ' শব্দৰ অৰ্থ আল্লাৰ বাণী। চোৱাঁ, ২ : ৮৮, টী ; ২ : ২৫৪, টী ; ৪ : ১৭২, টী। চুৰা ৪০, আ: ১৬ ত প্ৰায় একে ভাৱাকে ব্যৱহাৰ কৰা হৈছে। 'ৰুহ'ৰ অৰ্থ যে আল্লাৰ বাণী ইয়াত ফুটি ওলাইছে। সেই দৰে ৪২ চুৰাৰ শেষ আয়তত হজ্ৰত মহম্মদৰ (স্ব) প্ৰতি কোৰান স্বৰূপ আল্লাৰ যি বাণী অৱতীৰ্ণ হৈছিল তাকো 'ৰুহম্ মিন্ আম্ৰেনা' বোলা হৈছে। ইব্নে 'আব্বাচে ৰুহৰ এয়ে অৰ্থ কৰি লিখিছে, 'আল্লাৰ বাণীক ৰুহ (আত্মা) এই কাৰণে বোলা হৈছে যে ই অবিশ্বাসৰ মৃত্যুৰ পৰা মানুহক পুনৰ্জ্জীৱিত কৰে'।—লিচানুল্ আৰব্, তৃতীয় খণ্ড।

৩। চোৱাঁ, ১৪ : ২০ ; ১৫ : ৮৬।

৫। মানৱক তেওঁ সৃষ্টি কৰিছে এফোটা শুক্ৰ দ্বাৰা ; অথচ ( চোৱাঁ ) সি দেখাতেই বাক্-বিতণ্ডা কৰোঁতা এজন হৈ পৰিল।

৬। আৰু তোমালোকৰ নিমিত্তে তেওঁ সৃজন কৰিছে ঘৰচীয়া জন্তু-বিলাক ; সেইবোৰৰ পৰা ( জাৰৰ সাজৰ নিমিত্তে ) তোমালোকে নোম পোৱা, আৰু বহু উপকাৰ লাভ কৰা, আৰু তাৰে কিছুমানৰ ( মঙহ ) আহাৰ কৰা।

৭। আৰু সেইবোৰ জন্তুক যেতিয়া তোমালোকে ( গধূলি পথাৰৰ পৰা ) ঘৰলৈ আনা, আৰু যেতিয়া ( ৰাতিপুৱা আকৌ ) ঘৰৰ পৰা উলিয়াই নিয়া, সেই দৃশ্য তোমালোকৰ নিমিত্তে কেনে মনোৰম[৪] !

৮। আৰু নিজকে বহু কষ্টত নেপেলাই যি ঠাইলৈ তোমালোক যাবলৈ অক্ষম সেই জন্তুবোৰে তালৈ তোমালোকৰ নানা বস্তুৰ বোজা বহন কৰি লৈ যায় ; কোনো সন্দেহ নাই, তোমালোকৰ প্ৰতিপালক নিশ্চয় অতি স্নেহময়, পৰম দানশীল।

৯। আৰু ( তেওঁ সৃজন কৰিছে ) বহু ঘোৰা আৰু খচ্চৰ আৰু গাধ, যাতে সেইবোৰৰ ওপৰত তোমালোকে উঠি ফুৰিব পাৰা, আৰু ( যাতে সেই-বিলাক তোমালোকৰ নিমিত্তে ) শোভা স্বৰূপ হয় ; আৰু ( এতিয়ালৈকে ) যি তোমালোকৰ জ্ঞানৰ অতীত[৫] তাকো তেওঁ সৃষ্টি কৰে।

১০। আৰু ( মানৱক ) সজ পথ প্ৰদৰ্শন কৰা আল্লাৰ কাৰ্য্য ; আৰু পথসমূহৰ মাজত এনে পথো আছে যি একা-বেকা। আৰু আল্লাই ইচ্ছা কৰা হলে তোমালোকৰ সকলোকে সুপথ প্ৰদৰ্শন কৰিলেহেতেন[৬]।

৪। 'যমাল'ৰ আন অৰ্থ হৈছে সন্মানৰ চিন। প্ৰাচীন যুগতো ঘৰচীয়া জন্তুৰ প্ৰাচুৰ্য্য আছিল মানুহৰ প্ৰধান সম্বল আৰু ঐশ্বৰ্য্যৰ পৰিচয়।

৫। বিজ্ঞানৰ সহায়েৰে নানা প্ৰকাৰ যান বাহন সৃষ্টি হল যেনে ৰেল, জাহাজ, এৰোপ্লেন প্ৰভৃতি। অতীত কালত মানুহে এইবিলাক বাহনৰ কথা সপোনতো ভৱা নাছিল।

৬। এই আয়তৰ পৰা স্পষ্টকৈ বুজিব পাৰি, পোন বাট অথবা বেকা বাট ধৰিবলৈ মানুহ সম্পূৰ্ণৰূপে স্বাধীন। আল্লাই নিজেও বল প্ৰয়োগ কৰা নাই আৰু মানুহকো ধৰ্ম্ম বিষয়ে বল প্ৰয়োগ কৰিবলৈ নিষেধ কৰিছে।

## ৰুকু ২

সৌৰজগত আৰু পৃথিৱীৰ সকলো বস্তুৰ সৃষ্টি মানৱৰ উপকাৰৰ
নিমিত্তেহে হৈছে ; একমাত্ৰ আল্লা স্ৰষ্টা আৰু অকল
তেৱেঁই উপাসনাৰ যোগ্য ; বহুলৰ বিৰোধীবিলাকে
তেওঁৰ কোনো অনিষ্ট কৰিব নোৱাৰে।

১১। তেৱেঁই তোমালোকৰ নিমিত্তে মেঘৰ পৰা বৰষুণ নমায়, তোমালোকে তাক পান কৰিবৰ কাৰণে ; আৰু তাৰ দ্বাৰা উৎপন্ন হয় গছ-গছনি[৭] ( আৰু ঘাঁহ ) যি তোমালোকে ঘৰচীয়া জন্তুক চৰি খাবলৈ দিয়া।

১২। আৰু সেই পানী দ্বাৰা তোমালোকৰ নিমিত্তে তেৱেঁই উৎপাদন কৰে শস্যাদি আৰু জলফাই আৰু খাজুৰ আৰু আঙ্গুৰ আৰু নানা প্ৰকাৰ ফল। বাস্তৱতে তাৰে মাজত নিশ্চয় আছে নিদৰ্শন, সেই লোকসকলৰ নিমিত্তে যিসকলে চিন্তা কৰে।

১৩। আৰু তেৱেঁই তোমালোকৰ বশবৰ্ত্তী কৰিছে নিশা আৰু দিন, আৰু সূৰ্য্য আৰু চন্দ্ৰ ; আৰু তেওঁৰে আদেশ অনুসৰি নক্ষত্ৰপুঞ্জও ( তোমালোকৰ ) বশবৰ্ত্তী[৮] ; বাস্তৱতে বুদ্ধিমন্ত লোকৰ নিমিত্তে তাৰে মাজত নিশ্চয় আছে বহু নিদৰ্শন।

১৪। আৰু পৃথিৱীত বিভিন্ন বৰণৰ যিবিলাক বস্তু আল্লাই তোমালোকৰ নিমিত্তে সৃজন কৰিছে ( সেইবিলাকো তোমালোকৰ অধীন ) ; বাস্তৱতে ইয়াৰে মাজত নিশ্চয় আছে নিদৰ্শন, সেই লোকসকলৰ নিমিত্তে যিসকলে উপদেশ গ্ৰহণ কৰে।

১৫। আৰু তেৱেঁই সাগৰক ( তোমালোকৰ ) আয়ত্ত কৰিছে, যাতে তাৰে পৰা জীয়া মাছ[৯] মাৰি আহাৰ কৰিব পাৰা, আৰু তোমালোকে যি

---

৭। 'শযৰ্' শব্দৰ অৰ্থ গছ ; কিন্তু ইয়াত মহ গৰুৱে খোৱা ঘাঁহ-পাতো বুজাইছে।

৮। যি মানৱৰ বশবৰ্ত্তী তাৰ পূজা মানৱে কিয় কৰিব ? ইচ্লামে সূৰ্য্য, চন্দ্ৰ, গ্ৰহ-নক্ষত্ৰৰ পূজা অথবা প্ৰকৃতিৰ কোনো শক্তিৰ পূজা, একেবাৰে নিষেধ কৰিছে। এইবিলাকৰ যিজন সৃষ্টিকৰ্ত্তা কেৱল সেইজন উপাসনাৰ যোগ্য।

৯। আৰবী শব্দ 'লহ্মৰ' 'অৰ্থ মঙহ, ডাঙৰ ডাঙৰ মাছৰ মঙহ। সাগৰৰ পানী লোনা, কিন্তু কিছুমান মাছৰ সোৱাদ বৰ ভাল। বৰ্ত্তমান যুগতো সাগৰৰ কূলত থকা বহু লোকৰ মাছ ধৰা এটা ডাঙৰ ব্যৱসা।

অলঙ্কাৰ[১০] পিন্ধা তাৰ কাৰণে ( মণি-মুক্তা ) তাৰে পৰা উলিয়াব পাৰা ; আৰু সেই সাগৰৰ মাজত তোমালোকে দেখা পোৱা জাহাজবিলাক[১১] যি পানী[১২] ফালি চলি আছে ; আৰু যাতে ( সমুদ্ৰযাত্ৰা কৰি ) আল্লাৰ কৃপা[১৩] তোমালোকে বিচাৰি ফুৰা, আৰু সম্ভৱতঃ তোমালোকে তেওঁৰ শলাগ লোৱা ।

১৬। আৰু পৃথিৱীতে তেওঁ বহু পৰ্ব্বত সংস্থাপিত কৰিছে যাতে তোমালোকৰ লগতে সেইবিলাকো ঘূৰে ;[১৪] আৰু নদ-নদী ( তেৱেঁই প্ৰবাহিত কৰিছে ) ; আৰু ( তেওঁ উলিয়াইছে ) অনেক বাট[১৫] যাতে তোমালোকে সঠিক বাটেদি যাব পাৰা ;

১৭। আৰু বাটৰ ঘাই চিনবিলাকো ( প্ৰকাশিত কৰিছে ) ; আৰু নক্ষত্ৰসমূহ[১৬] যাকে লক্ষ্য কৰি মানুহে দিশ নিৰ্ণয় কৰে ।

---

১০। 'হিল্‌য়তন্' শব্দৰ অৰ্থ অলঙ্কাৰ, কিন্তু ইয়াত মুকুতা, পোৱাল ইত্যাদি বুজাইছে। এই বিলাক অলঙ্কাৰত খটোৱা হয় ।

১১। সেই সময়ত পাল-তোলা জাহাজ আৰবজাতিৰ গৌৰৱৰ বস্তু আছিল। আৰু আৰব নাৱিকবিলাকে মালাবাৰ, সুমাট্ৰা, যাভা প্ৰভৃতি দূৰৈৰ দেশবোৰলৈ জাহাজ ভৰি মাল আনি ব্যৱসা কৰিছিল। আৰু এই দেশবোৰৰ পৰা উভতি যাওঁতে মচলা আদি বস্তু আৰবলৈ নি বেচিছিল ।

১২। অথবা বতাহ ফালি, যদি জাহাজ বিপৰীতফালে চলাব লগা হয় ।

১৩। বেহা-বেপাৰ কৰি অৰ্জ্জন কৰা ধনক কোৰানত 'ফদ্বল্', আল্লাৰ কৃপা বোলা হৈছে ; চোৰা, ৬২-১৬ ।

১৪। এই ফাকিৰ ব্যাখ্যা কৰা কঠিন। ব্যাখ্যাকাৰসকলে নানাৰূপে ব্যাখ্যা কৰিছে। ( ১ ) 'তমীদ' শব্দ থোৱা অৰ্থত ব্যৱহাৰ হৈছে। মুফ্‌ৰিদাতত ৰাগ্বিব্ ইচ্‌ফহানীয়ে লিখিছে 'মাদলী'ৰ অৰ্থ 'আদ্ আমানী' মোক খাবলৈ আহাৰ দিলে। পৰ্ব্বতৰ পৰা জৰণা বৈ মাটিক সাৰুৱা কৰে আৰু তাত বহু খোৱা বস্তু উৎপন্ন হয়। (২) পৃথিৱীৰ আবৰ্ত্তন ( কাম্‌চ্ ) ; পৃথিৱীৰ আবৰ্ত্তনৰ লগতে পৰ্ব্বতবিলাকো ঘূৰে। এই আবৰ্ত্তনৰ সম্বন্ধে চোৰা ২৭ : ৮৯। এই সম্বন্ধে হজ্ৰত মৌলানা মুকদ্দীনে লিখিছে ; 'আল্লাই ইমান গধুৰ, ওখ, শকত পৰ্ব্বতসমূহক পৃথিৱীৰ আবৰ্ত্তনৰ লগতে ঘূৰাই ৰাখিছে ; অথচ তাৰ বাবে সৌৰজগতত কোনো বিশৃঙ্খলা নঘটে।'

১৫। বাণিজ্যৰ নিমিত্তে চলাচলৰ পথ, জলৰ আৰু স্থলৰ ।

১৬। নাৱিকবিলাকে বিভিন্ন তৰা লক্ষ্য কৰি দিশ নিৰ্ণয় কৰে আৰু জাহাজ চলায় ।

১৮। তেন্তে ( ভাবি চোৱাঁ ) যিজনে সকলো সৃষ্টি কৰে সেইজনৰ সদৃশ সেইজন হব পাৰে নে যিজনে একোকে সৃষ্টি নকৰে ; তোমালোকে (এই কথালৈ ) মন নকৰা নে ?

১৯। আৰু যদি তোমালোকে আল্লাৰ অনুগ্ৰহৰ লেখ লব বিচাৰা, তাৰ সংখ্যা গণনা কৰি শেষ কৰিব নোৱাৰা।

২০। আৰু তোমালোকে যি গোপনে[১৭] ৰাখা আৰু যি প্ৰকাশ কৰা সকলো আল্লাই জানে।

২১। আৰু আল্লাক এৰি যি উপাস্যবিলাকক সিহঁতে আহ্বান কৰে সিহঁতে একোকে সৃষ্টি কৰা নাই, বৰং সিহঁতকহে সৃষ্টি কৰা হৈছে ;—

২২। সিহঁত মৃত, জীৱিত নহয়, আৰু সিহঁতৰ পুনৰুত্থান কেতিয়া হব তাৰো সিহঁতৰ একো জ্ঞান নাই।

## ৰুকু ৩

অবিশ্বাসৰ মূলতে আছে অহঙ্কাৰ ; অবিশ্বাসীবিলাকৰ চকুত ধৰ্ম্মপথি গল্পৰ কিতাপ ; পুনৰুত্থানৰ দিনা সিহঁতৰ বোজা বহন।

২৩। তোমালোকৰ উপাস্য একেজন উপাস্য ( আল্লা ) ; কিন্তু যিবিলাকে পৰলোকত বিশ্বাস[১৮] নকৰে সিহঁতৰ অন্তৰসমূহ ( সত্যৰ ) অপলাপৰে পৰিপূৰ্ণ ; আৰু সেইবিলাকেই অহঙ্কাৰী।

২৪। এই কথাত কোনো সন্দেহ নাই, সিহঁতে যি গোপনে ৰাখে আৰু যি প্ৰকাশ কৰে সকলো আল্লাই জানে।

২৫। আৰু সিহঁতক যেতিয়া প্ৰশ্ন কৰা হয়, তোমালোকৰ প্ৰভুৱে যি অৱতীৰ্ণ কৰিছে তাৰ মাহাত্ম্য কি ? ( সিহঁতে কয় ) এইবোৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ উপাখ্যান মাত্ৰ।

---

১৭। মক্কাবাসীবিলাকে হজ্ৰত মহম্মদৰ ( স্ব ) বিৰুদ্ধে চক্ৰান্ত কৰিছিল গোপনে, আৰু প্ৰকাশ্যেও বিৰোধিতা কৰিছিল। আল্লাই তেওঁক অলৌকিকভাৱে ৰক্ষা কৰিছিল।

১৮। পৰলোকত বিশ্বাস ইচ্লামৰ ভিত্তিমূলক শিক্ষাৰ মাজত। আল্লা মহাবিচাৰৰ দিনৰ গৰাকী, আৰম্ভণি চুৰাতেই ( আল্-ফাতেহা ) কোৱা হৈছে। পাৰ্থিব জীৱনৰ কাৰ্য্যাৱলীৰ নিমিত্তে আমি দায়ী, আৰু মহাবিচাৰৰ দিনা আল্লাৰ আগত ভাল-বেয়া সকলো হৈ পৰিব, এনে বিশ্বাসে মানুহৰ জীৱন পবিত্ৰ কৰে, মানুহক নম্ৰ আৰু বিনীত কৰে, আৰু সত্য গ্ৰহণ কৰিবলৈ সাজু কৰে।

২৬। ( সত্য প্ৰত্যাখ্যান কৰাৰ ফলত ) পুনৰুত্থানৰ দিনা সিহঁতে নিজৰ সম্পূৰ্ণ ভাৰ, আৰু যি জ্ঞানহীন-বিলাকক সিহঁতে বিপথে নিছিল সিহঁতৰো ভাৰৰ অংশ সিহঁতেই বহন কৰিব লাগিব ; চোৱাঁ, সিহঁতে যি ভাৰ বহন কৰিব সি কি জঘন্য ![১৯]

## ৰুকু ৪

অবিশ্বাসীবিলাকৰ সকলো চক্ৰান্ত বিফল হোৱা সুনিশ্চিত ; বিশ্বাসীসকলে
নিশ্চয় ভোগ কৰিব পৰম সুখ-শান্তি, ইহলোকত আৰু
পৰলোকতো ; আৰু অবিশ্বাসীবিলাকে
ভোগ কৰিব আল্লাৰ শাস্তি।

২৭। স্বৰূপতে সিহঁতৰ পূৰ্ব্বে যিবিলাকে কু-অভিসন্ধি কৰিছিল সিহঁতে নিৰ্ম্মাণ কৰা ঘৰ ভেটি সৈতে আল্লাই সিহঁতক ধ্বংস কৰিলে, আৰু ঘৰৰ চাল সিহঁতৰ ওপৰৰ ফালৰ পৰা সিহঁতৰ ওপৰতে পৰিল, আৰু সেই শাস্তি কোন ফালৰ পৰা হঠাতে আহিল সিহঁতে তাৰ গমকে নাপালে।[২০]

২৮। পিছত পুনৰুত্থানৰ দিনা তেওঁ সিহঁতক লাঞ্ছিত কৰিব, আৰু প্ৰশ্ন কৰিব, যিবিলাকক তোমালোকে মোৰ সমানে উপাস্য পাতি (নবীসকলৰ সৈতে) সিহঁতৰ বিষয়ে বাক-বিতণ্ডা কৰিছিলা সিহঁত ( আজি ) কলৈ গল ![২১] যিসকলক জ্ঞান দান কৰা হৈছে সেইসকলে কব, ইয়াত সন্দেহ নাই, আজি অবিশ্বাসীবিলাকৰহে ওপৰত পৰিব লাঞ্ছনা আৰু অমঙ্গল।

---

১৯। মানুহে যি কাৰ্য্য কৰে তাৰ নিমিত্তে সি সম্পূৰ্ণৰূপে দায়ী। নিজে কৰা বেয়া কামৰ ভাৰ সি লব লাগিবই। তাৰ উপৰি তাৰ বেয়া দৃষ্টান্ত ধৰি অইনে যি বেয়া কাম কৰে তাৰো ভাৰ শেষ বিচাৰৰ দিনা সি বহন কৰিব।

২০। অনুমান কৰিব পাৰি ভীষণ ভূমিকম্পৰ ফলত সিহঁতৰ ঘৰ বাৰি ধ্বংস হৈছিল। ভূমিকম্প হঠাতে আহে ; মানুহে সতৰ্ক হবৰ সুযোগ নাপায়।

২১। ইচ্‌লাম তৌহীদৰ ( এক আল্লাত বিশ্বাস ) ওপৰত প্ৰতিষ্ঠিত। তৌহীদৰ বিপৰীত হৈছে শিৰ্‌ক্ ( বহুঈশ্বৰবাদ )। মিছা উপাস্যবিলাকে সিহঁতৰ অনুগামী মুশ্‌ৰিক-বিলাকক শেষ বিচাৰৰ দিনা ৰক্ষা কৰিব নোৱাৰিব।

২৯। সিহঁতে নিজৰ প্ৰতি অন্যায় কৰা অৱস্থাতে ফিৰিশ্‌তাসকলে সিহঁতৰ প্ৰাণহৰণ কৰিব; তেতিয়া সিহঁতে শান্তিৰ কামনা কৰি কব, আমি অন্যায় কাৰ্য্য কৰা নাছিলোঁ।[২২] ফিৰিশ্‌তাসকলে কব, নহয়, তোমালোকে যি কাৰ্য্য কৰিছিলা আল্লাই তাক ভালকৈ জানে।

৩০। গতিকে নৰকত তাৰ দুৱাৰবোৰৰ মাজেদি প্ৰবেশ কৰাঁ, তাতে স্থায়ীৰূপে বাস কৰিবলৈ; কিয়নো অহঙ্কাৰীবিলাকৰ[২৩] বাসস্থান নিশ্চয় অতি নিকৃষ্ট।

৩১। আৰু যিসকল ধৰ্ম্মপৰায়ণ সেইসকলক যদি প্ৰশ্ন কৰা হয়, তোমালোকৰ প্ৰভুৱে যি অৱতীৰ্ণ কৰিছে তাৰ গুৰুত্ব কি? তেওঁলোকে উত্তৰ দিব, ই মঙ্গলেই মঙ্গল;[২৪] যিসকলে সৎকাৰ্য্য কৰে সেইসকলৰ নিমিত্তে ইহলোকত আছে কল্যাণ; কিন্তু পৰলোকৰ বাসস্থান অৱশ্যে তাতোকৈ অধিক কল্যাণময়; আৰু ধৰ্ম্মপৰায়ণসকলৰ নিমিত্তে থাকিব কি উৎকৃষ্ট নিকেতন!

৩২। চিৰকলীয়া উদ্যানসমূহ; তাৰেই ভিতৰত তেওঁলোকে প্ৰৱেশ কৰিব; তাৰ তলেদি জুৰিসমূহ বৈ যায়; তাতে তেওঁলোকে যি ইচ্ছা তাকেই উপভোগ কৰিব; ধৰ্ম্মপৰায়ণসকলক আল্লাই এইদৰেই বিনিময় প্ৰদান কৰে।

৩৩। তেওঁলোকৰ মৃত্যু ঘটাব ফিৰিশ্‌তাসকলে পৱিত্ৰ অৱস্থাত, এইদৰে সম্ভাষণ কৰি, তোমালোকৰ প্ৰতি শান্তি বৰ্ষণ হওক![২৫] তোমালোকে (পৃথিৱীত) যি সজ কাম কৰিছিলা তাৰ বাবে স্বৰ্গৰ উদ্যানত (আজি) প্ৰবেশ কৰাঁ।

৩৪। অবিশ্বাসীবিলাকে ইয়াৰে মাথোন অপেক্ষা কৰি আছে নে যে সিহঁতৰ

---

২২। সিহঁতে এই ওজৰ দেখুৱাব, সিহঁতৰ চকুত শ্বিৰ্ক্ নিকৃষ্ট কাৰ্য্য নাছিল। যিবিলাকে প্ৰতিমাৰ পূজা কৰে সেইবিলাকেও কয়, নিৰাকাৰ ঈশ্বৰৰ পূজা কঠিন; সেইদেখি মন স্থিৰ ৰাখিবৰ কাৰণে আমি প্ৰতিমাৰ পূজা কৰোঁ।

২৩। অহঙ্কাৰ মহাপাপ। সত্য গ্ৰহণ কৰাৰ বাটত অহঙ্কাৰ এটা ডাঙৰ অন্তৰায়। অহঙ্কাৰী হোৱাৰ বাবে ইব্‌লিচে আদমৰ বাধ্য হবলৈ অস্বীকাৰ কৰিছিল।

২৪। চোৱাঁ ওপৰৰ আঃ ২৮; অন্যায়কাৰীবিলাকৰ আৰু ধৰ্ম্মপৰায়ণসকলৰ উত্তৰৰ মাজত কি প্ৰভেদ!

২৫। চোৱাঁ আঃ ৩০। তাত অন্যায়কাৰী বিলাকক নৰকত সোমাবলৈ আদেশ দিয়া হৈছে। অন্যায়কাৰীবিলাকে নৰকত লাঞ্ছনা ভোগ কৰিব (আঃ ২৮); ধৰ্ম্মপৰায়ণ সকলক স্বৰ্গত সম্বৰ্দ্ধনা জনোৱা হব!

গুচৰলৈ ফিৰিশ্‌তাসকল স্বয়ং উপস্থিত হয় অথবা তোমাৰ প্ৰভুৰ আদেশ পায়হি ?[২৬] এনে কাৰ্য্য সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও কৰিছিল ; অথচ সিহঁতৰ প্ৰতি আল্লাই একো অন্যায় কৰা নাছিল, বৰং নিজ আত্মাসমূহৰ প্ৰতি সিহঁতে নিজেই অন্যায় কৰিছিল।

৩৫। গতিকে সিহঁতে যি কাৰ্য্য কৰিছিল তাৰ কুফল সিহঁতৰ ওপৰতেই পৰিল ; আৰু যি বিষয়লৈ সিহঁতে উপহাস কৰিছিল সেয়ে সিহঁতক আগুৰি ধৰিল।

## ৰুকু ৫

ধৰ্ম্মপ্ৰচাৰ ৰচুলৰ কৰ্ত্তব্য ; ধৰ্ম্মত ৰচুলেও বল প্ৰয়োগ কৰিব নোৱাৰে ; মৃত্যুৰ পিছত পুনৰুত্থান আল্লাৰ সুনিশ্চিত বিধান।

৩৬। আৰু যিবিলাকে আল্লাৰ সমানে আন উপাস্য পাতি লৈছে সিহঁতে কয়, আল্লাই এনে ইচ্ছা কৰা হলে আমি তেওঁত ভিন্ন অইন কোনো বস্তুৰেই উপাসনা নকৰিলোঁ হেতেন, আমি আৰু আমাৰ পিতৃ-পুৰুষ সকলেও,—আৰু তেওঁৰ আদেশ বিনে কোনো বস্তুকেই অবৈধ বুলি স্থিৰ নকৰিলোঁ হেতেন।[২৭] এনেকাৰ্য্য সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও কৰিছিল। কিন্তু আল্লাৰ সংবাদ স্পষ্টকৈ বহন কৰাৰ বাহিৰে ৰচুলসকলৰ আৰু কি দায়িত্ব থাকিব পাৰে ?[২৮]

৩৭। আৰু স্বৰূপতে প্ৰত্যেক জাতিৰ মাজত আমি একোজন ৰচুল উত্থাপন কৰিছোঁ এই সংবাদ দিবলৈ যে তোমালোকে কেৱল আল্লাৰেই আৰাধনা কৰিবা,

---

২৬। ফিৰিশ্‌তাসকল উপস্থিত হোৱাৰ অৰ্থ, আল্লাৰ আদেশত ফিৰিশ্‌তাসকলে অন্যায়কাৰীবিলাকৰ প্ৰতি শাস্তি নমোৱা। 'আল্লাৰ আদেশ'ৰ অৰ্থ আল্লাই প্ৰেৰণ কৰা মহা-শাস্তি।

২৭। মানুহ নিজ কাৰ্য্য সম্বন্ধে স্বাধীন। আল্লাই মানুহক ভাল বেয়াৰ জ্ঞান দিছে, বুদ্ধি দিছে, আৰু ভাল কাম কৰিবৰ শক্তিও দিছে। মানুহে যদি বেয়া কাম কৰে তাৰ বাবে আল্লা দায়ী নহয়, সি নিজেই দায়ী।

২৮। ধৰ্ম্মক্ষেত্ৰত বল প্ৰয়োগ কৰিবৰ ক্ষমতা নবীসকলৰো নাই। সেইসকলৰ কাম হৈছে ধৰ্ম্ম সম্বন্ধে শিক্ষা দিয়া, আৰু আল্লাৰ সংবাদ বহন কৰা। কোৰানৰ অলেখ ঠাইত এই কথাৰ ঘোষণা কৰা হৈছে।

আৰু সীমালঙ্ঘনকাৰীৰ[২৯] লগ নালাগিবা। পিছত সিহঁতৰ কিছু ভাগক আল্লাই সুপথ প্ৰদৰ্শন কৰিছিল, আৰু সিহঁতৰ মাজত এনেও কিছুমান আছিল যিবিলাকৰ সম্বন্ধে বিপথে যোৱাহে স্থিৰ কৰা হৈছিল।[৩০] গতিকে তোমালোকে পৃথিৱীত পৰিভ্ৰমণ কৰি চোৱাঁ, যিবিলাকে ( ৰচুলসকলক ) মিথ্যাবাদী বুলি অমান্য কৰিছিল সিহঁতৰ পৰিণাম কি হৈছিল !

৩৮। সিহঁতে যেন সুপথ লাভ কৰে তাৰ বাবে যদি তুমি অতিশয় হেপাহ কৰিছা, তেন্তে (জানিবা) আল্লাই সেইবিলাকক নিশ্চয় সুপথ প্ৰদৰ্শন নকৰে যিবিলাকে নিজেই বিপথে যাবলৈ স্থিৰ কৰি লৈছে ; আৰু সিহঁতৰ নিমিত্তে কোনো সহায় কৰোঁতাও নাথাকিব।[৩১]

৩৯। আৰু সিহঁতে আল্লাৰ নাম লৈ টানকৈ শপত খায় যে, যাৰ ( এবাৰ ) মৃত্যু হৈছে তাক আল্লাই পুনৰায় জীৱিত নকৰে। এনে নহয় ; ( তাৰ পুনৰুত্থান হবই হব ) ; নিজৰ প্ৰতিশ্ৰুতি তেওঁ নিশ্চিতকৈ পূৰ্ণ কৰিব ; কিন্তু মানুহৰ সৰহ ভাগৰেই জ্ঞান নাই।

৪০। ( পুনৰুত্থানৰ ফল স্বৰূপ ) যি বিষয়ে সিহঁতে বিবাদ কৰিছিল তাকে আল্লাই সিহঁতৰ আগত সুস্পষ্ট কৰিব, আৰু তেতিয়া অবিশ্বাসীবিলাকে জানিব পাৰিব, সিহঁতে যি কথা কৈছিল সি অসত্য।

৪১। যদি কোনো কাৰ্য্য সম্পন্ন হোৱাৰ বিষয়ে আমাৰ ইচ্ছা হয়, আমি একেটি বাক্য মাথোন প্ৰয়োগ কৰোঁ—হৈ যোৱা ; তেতিয়া সেই কাৰ্য্য ( আমাৰ আদেশ আৰু বিধান মতে ) সম্পন্ন হয়।[৩২]

---

২৯। চোৱা, ২ : ২৫৭। শ্বয়তান অথবা শ্বয়তানৰ প্ৰতিৰূপ।

৩০। সিহঁতে সত্য প্ৰত্যাখ্যান কৰি নিজেই পথভ্ৰষ্ট হয়।

৩১। আল্লাই মানুহক বিপথে পৰিচালন নকৰে। সিহঁতে নিজেই যদি অন্ধ হৈ থাকিবলৈ ভাল পায় তাৰ বাবে সিহঁত নিজেই দায়ী। অইন অৰ্থত, কোন সুপথ এৰি বিপথে যাব, আল্লা পৰিজ্ঞাত। চোৱা, ৬ : ১১৯।

৩২। চোৱা, ২ : ১৩৮ আৰু টী। আৰু চোৱা, ৬ : ৭৪, টী ৬২। প্ৰকৃতিৰ বিধান মতে সকলো ঘটনা ঘটে। আল্লাৰ আদেশ আৰু প্ৰকৃতিৰ বিধানৰ মাজত বাস্তৱতে কোনো বিৰোধ নাই।

# ৰুকু ৬

সত্যৰ কাৰণে যিসকলে নিজৰ দেশ ত্যাগ কৰিছিল সেইসকল বহুদেশৰ
অধিপতি হল ; ৰচুলসকলৰ আবির্ভাৱৰ উদ্দেশ্য ; আল্লাৰ
কাৰ্য্যত বাধা জন্মোৱা প্ৰকৃততে আল্লাৰ শাস্তি
আহ্বান কৰা ; সমগ্ৰ বিশ্বজগত
আল্লাৰ অধীন আৰু বাধ্য।

৪২। আৰু যিসকলে অত্যাচাৰ সহ্য কৰাৰ পাছত আল্লাৰ কাৰণে নিজৰ দেশ ত্যাগ কৰিছে সেইসকলক আমি পৃথিৱীত বসতি কৰিবলৈ নিশ্চয় উৎকৃষ্ট ঠাই দান কৰিম,[৩৩] আৰু পৰলোকৰ প্ৰতিদান তাতোকৈ বহুগুণে মহান, যদিহে সিহঁতে তাকে জনা হেতেন।

৪৩। তেওঁলোকে ধৈৰ্য্য ধাৰণ কৰে, আৰু নিজ প্ৰভুৰ ওপৰত ভৰসা কৰি থাকে।

৪৪। আৰু তোমাৰ পূৰ্ব্বে আমি কেৱল (বিশেষ) মানুহসকল[৩৪] ৰচুল নিযুক্ত কৰি প্ৰেৰণ কৰিছিলোঁ ; যদি এই বিষয়ে তোমালোকৰ জ্ঞান নাই, তেন্তে উপদেশ গ্ৰহণকাৰী সকলক[৩৫] সুধি চোৱাঁ।

৪৫। (সেই ৰচুলসকলক আমি প্ৰেৰণ কৰিছিলোঁ) প্ৰত্যক্ষ প্ৰমাণসমূহ আৰু ধৰ্ম্মলিপিসমূহৰ সৈতে ; আৰু তোমাৰ প্ৰতি আমি এই (জ্ঞানগৰ্ভ) উপদেশ

---

৩৩। স্বহাবাসকলৰ সম্বন্ধে যে আল্লাৰ এই ভবিষ্যৎবাণী পূৰ্ণ হল ই ঐতিহাসিক সত্য। তেওঁলোকে কেইবাখন দেশৰ আধিপত্য লাভ কৰিছিল।

৩৪। (১) ৰচুলৰ পদৱিত কেনেজন মানুহক নিযুক্ত কৰিব লাগে আল্লাইহে জানে, মানুহে নিৰ্ব্বাচন কৰি লব নোৱাৰে। চোৱাঁ, ৬ : ১২৬ আৰু ঢা ১১১। (২) মানৱৰ নিমিত্তে মানৱক হে আল্লাই ৰচুল পাতে, ফিৰিশ্‌তাক নাপাতে।

৩৫। 'আহ্‌লুজজিক্‌ৰ' নো কোন এই সম্বন্ধে দুটা মত আছে ; (১) ধৰ্ম্মপুথি পোৱা ইহুদী আৰু খৃষ্টিয়ান সকল, অৰ্থাৎ তোৱাত আৰু ইন্‌জীল্ পোৱাসকল। তেওঁলোকলৈ হজ্‌ৰত মুচা আৰু হজ্‌ৰত ঈচাক প্ৰেৰণ কৰা হৈছিল। (২) মুচলমান কোৰানবিদ সকল। কোৰানক বহু ঠাইত 'আজজিকৰ' বোলা হৈছে ; চোৱাঁ, ৩ : ৫৯ ; ১০ : ৭ আৰু ১০ ; ২০ : ১০ ; ৩৮ : ৯।

পুথি (কোৰান) অৱতীৰ্ণ কৰিছোঁ, তুমি যেন মানৱজাতিলৈ যি নমাই পঠোৱা হৈছে তাকে সিহঁতক সুস্পষ্টকৈ বুজাব পাৰা, আৰু সিহঁতেও যেন চিন্তা কৰিব পাৰে।

৪৬। তেন্তে যিবিলাকে কু-অভিসন্ধি[৩৬] কৰে সিহঁত এই বিষয়ে নিৰ্ভয় হৈ আছে নে, যে আল্লাই সিহঁতক মাটিত পুতি বিলোপ কৰিব পাৰে, নাইবা সিহঁতলৈ এনে ঠাইৰ[৩৭] পৰা শাস্তি আহিব পাৰে যি সিহঁতে অনুমানো কৰিব নোৱাৰে;

৪৭। নাইবা ভ্ৰমণ[৩৮] কৰি থাকোঁতে সিহঁতক, তেওঁ এনে ভাবে ধৰিব পাৰে যাৰ ফলত সিহঁত নিৰুপায় হৈ পৰিব;

৪৮। নাইবা আল্লাই সিহঁতক বিনাশ কৰিব ধীৰে ধীৰে, কিয়নো কোনো সন্দেহ নাই তোমালোকৰ প্ৰভু অৱশ্যে স্নেহশীল,[৩৯] অতিশয় দয়ালু।

৪৯। আল্লাই সৃষ্টি কৰা বস্তুবিলাকৰ প্ৰতি সিহঁতে দৃষ্টিপাত নকৰে নে যে সেইবিলাকৰ ছাঁবোৰ সোঁফাল আৰু বাওঁফালে মাটিত দীঘল হৈ পৰি আল্লাৰ সম্মুখত বিনীতভাৱে প্ৰণিপাত কৰে ?[৪০]

৫০। আৰু আকাশমণ্ডলীৰ সকলো বস্তুৱে আৰু পৃথিৱীৰ সকলো প্ৰাণীয়ে, আৰু ফিৰিশ্‌তাসকলেও আল্লাৰ সম্মুখত সাষ্টাঙ্গে প্ৰণিপাত কৰে, কিয়নো সেইবিলাকে কেতিয়াও অহঙ্কাৰ[৪১] নকৰে। [ তৃতীয় চজ্‌দা ]

---

৩৬। মক্কাবাসীবিলাকে হজ্‌ৰত মহম্মদক (স্ব) বধ কৰিবলৈ নাইবা বন্দী কৰিবলৈ নাইবা দেশান্তৰ কৰিবলৈ নানা চক্ৰান্ত কৰিছিল।

৩৭। মাটিৰ তলৰ পৰা, যেনে ভূমিকম্প; ওপৰৰ পৰা, যেনে শিলাবৃষ্টি, বজ্ৰপাত।

৩৮। ব্যৱসা বাণিজ্যৰ কাৰণে দেশ-বিদেশত ভ্ৰমণ কৰা বুজাইছে। চোৰা, ৩ : ১৯৭; ইয়াতো একে শব্দ তকাল্লুব্‌ প্ৰয়োগ কৰা হৈছে।

৩৯। আল্লাই কোনো জাতিকে ৰচুল পঠাই সতৰ্ক নকৰালৈকে শাস্তি নিদিয়ে; আৰু আত্ম-সংশোধনৰ নিমিত্তে সিহঁতক যথেষ্ট সময় দিয়ে।

৪০। জাতিবিলাকৰ উত্থান আৰু পতন আল্লাৰ হাতত। আৰু আল্লাৰ বিধান কাৰ্য্যকৰী হোৱাত কোনো জাতিয়ে বাধা দিব নোৱাৰে। এয়ে ৰূপক অৰ্থ।

৪১। ফিৰিশ্‌তাসকলে বিনীতভাৱে আল্লাৰ আদেশ পালন কৰি আদমৰ (আ) বাধ্যতা স্বীকাৰ কৰিছিল, কিন্তু ইব্লিচে অস্বীকাৰ কৰিলে, আৰু অহঙ্কাৰ দেখুৱালে। চোৰা, ২ : ৩৬। ফলত সি নিৰ্ব্বাসিত হ'ল; কিয়নো অহঙ্কাৰ পতনৰ আগে আগে যায়।

৫১। আৰু তেওঁলোকৰ উৰ্দ্ধে[৪২] তেওঁলোকৰ যিজন প্ৰভু বিৰাজমান তেওঁলৈ তেওঁলোকে ভয় কৰি থাকে; আৰু তেওঁলোকক যি আদেশ দিয়া হয় তাকে তেওঁলোকে পালন কৰে।

## ৰুকু ৭

আল্লাৰ একত্বত পূৰ্ণ বিশ্বাস কৰাত মানৱৰ কল্যাণ; আল্লাৰ কন্যা আছে বুলি অবিশ্বাসীবিলাকৰ নিকৃষ্ট বিশ্বাস; কন্যাহত্যাৰ নিষ্ঠুৰ প্ৰথা ইচ্লামে ৰহিত কৰিলে।

৫২। আৰু আল্লাই এই আদেশ দিছে, তোমালোকে দুজনকৈ[৪৩] উপাস্য গ্ৰহণ নকৰিবা; তেৱেঁই অকল একমাত্ৰ উপাস্য, এতেকে তোমালোকে মোলৈ ( আল্লালৈ ) ভয় ৰাখিবা।

৫৩। আৰু আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সকলো তেওঁৰেই; আৰু অবিৰাম ধৰ্ম্ম-উপাসনাৰ[৪৪] যোগ্য তেৱেঁই; সুতৰাং আল্লাত ভিন্ন আনক ভয় নকৰিবা।

৫৪। অথচ তোমালোকে যি অনুগ্ৰহৰ ভাগ পাইছা সকলো আহিছে আল্লাৰেই পৰা; আৰু যেতিয়া কষ্টই তোমালোকক স্পৰ্শ কৰে তেতিয়া তোমালোকে বিননি কৰা আল্লাৰেই আগত।

৫৫। পিছত যেতিয়া সেই কষ্ট তোমালোকৰ পৰা তেওঁ বিদূৰীত কৰে তেতিয়া তোমালোকৰ মাজৰেই এদলে নিজ প্ৰভুৰ সমানে আন উপাস্য পাতি লয়,—

---

৪২। সৰ্ব্বশক্তিমান আল্লা, 'অতি সম্মানিত মহাসিংহানত' বিৰাজমান। চোৰা, ৮৫: ১৬, ১৭।

৪৩। ইৰান দেশৰ মেজী সম্প্ৰদায়ে দুই শক্তিৰ উপাসনা কৰিছিল; ইয়জ্দান, মঙ্গলৰ, আৰু আহ্‌ৰিমন্ অমঙ্গলৰ শক্তি। কিছুমানৰ মতে দেৱতা আৰু দেৱীক বুজাইছে।

৪৪। আৰৱী দীন শব্দৰ আছল অৰ্থ আল্লাৰ বাধ্যতা আৰু আৰাধনা। 'ওৱাছেৰা' শব্দৰ অৰ্থ চিৰন্তন, অবিশ্ৰাম। মানে হৈছে, কাৰু নোহোৱাকৈ অবিৰামে যিজনক আৰাধনা কৰিব লাগে সেইজন হৈছে এক অদ্বিতীয় আল্লা।

৫৬। তাৰ ফলত সিহঁতক আমি যি দান কৰিছোঁ তাৰ কাৰণে সিহঁত অংশলাগী হয়। গতিকে তোমালোকে (খন্তেকীয়া সুখ) উপভোগ কৰি থাকা;[৪৫] কিন্তু অদূৰ ভবিষ্যতে ( প্ৰকৃত কথা ) জানিব পাৰিবা।[৪৬]

৫৭। আৰু সিহঁতক আমি যি সম্বল দান কৰিছোঁ তাৰে ( এভাগ ) সিহঁতে সেই উপাস্যবিলাকৰ নিমিত্তে নিৰ্দ্দিষ্ট কৰে যিবিলাকৰ সম্বন্ধে সিহঁতৰ একো জ্ঞান নাই। আল্লাৰ শপত, তোমালোকে যি মিছা সাজিছিলা[৪৭] সেই সম্বন্ধে তোমালোকক অৱশ্যে প্ৰশ্ন কৰা হব।

৫৮। আৰু সিহঁতে স্থিৰ কৰিছে আল্লাৰ কন্যাবিলাক[৪৮] আছে বুলি! (এনে হব পাৰে নে?) তেওঁ পৰম পৱিত্ৰ! অথচ নিজৰ নিমিত্তে সিহঁতে যি বাঞ্ছা কৰে[৪৯] তাকেই ( স্থিৰ কৰে )।

৫৯। আৰু সিহঁতৰ কোনো এজনক যদি কন্যা ( জন্ম ) হোৱাৰ শুভ-সংবাদ জ্ঞাপন কৰা হয় সেইজনৰ মুখ ক'লা পৰে আৰু সি শোকাতুৰ হয়।

৬০। যিবিষয়ে সেইজনক সংবাদ দিয়া হয় তাকে অমঙ্গল বুলি ভাবি সি নিজৰ লোকৰ পৰা মুখ লুকাই ফুৰে; ( আৰু তাৰ এয়ে চিন্তা ) নিজে অপমান সহ্য কৰি সেই কেচুৱা কন্যাক জীয়াই ৰাখিব, নে তাইক মাটিত ( গাত খান্দি ) পুতি আহিব।[৫০] চোৰা, সিহঁতে যি মীমাংসা কৰিছে কি নিকৃষ্ট!

---

৪৫। পাৰ্থিৱ জীৱনৰ সুখ-সন্তোষ খন্তেকীয়া; পাৰলৌকিক সুখ চিৰকলীয়া।

৪৬। আত্মাৰ বিতোপন সুখ-শান্তি আল্লাৰ দান; দেৱ-দেৱীয়ে এনে সুখ-শান্তি দিব নোৱাৰে। সেই কাৰণে এক অদ্বিতীয় আল্লাৰ উপাসনা কৰা আমাৰ কৰ্ত্তব্য।

৪৭। পৃথিৱীত সুখ-সম্পদ, জীৱিকা সকলো আমাক আল্লাই দিয়ে। এনে দানত দেৱ-দেৱীৰো অংশ আছে বুলি ভবা মিছা সজাৰ তুল্য।

৪৮। অৰ্থাৎ ফিৰিশ্‌তাসকল।

৪৯। সিহঁতে পুত্ৰসন্তানৰ বাঞ্ছা কৰে; কন্যা ওপজা পৰিয়ালৰ নিমিত্তে অপমানৰ কাৰণ বুলি ভাবিছিল।

৫০। কোনো কোনো আৰৱ উপজাতিৰ মাজত কন্যা-বধৰ নিষ্ঠুৰ প্ৰথা প্ৰচলিত আছিল। কিছুমানে ছোৱালী কেচুৱাটিক মাটিত জীয়াই জীয়াই পুতিছিল। এনে নিষ্ঠুৰ প্ৰথা ইচ্‌লামে তুলি দি মানৱজাতিৰ অশেষ উপকাৰ কৰিলে, আৰু নাৰীজাতিক বহুকলীয়া অত্যাচাৰৰ পৰা ৰক্ষা কৰিলে। চোৱা, ৮১ : ৮৯।

৬১। যিবিলাকে পৰলোকত বিশ্বাস নকৰে সিহঁতৰ কাৰণে আছে অমঙ্গলৰ উপমা ; আৰু আল্লাৰ উপমা হৈছে উচ্চতম ; আৰু তেৱেঁই ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

## ৰুকু ৮

আল্লা কৰুণাময় ; পাপাচাৰীবিলাকক শাস্তিৰ আগতে আত্মসংশোধনৰ নিমিত্তে যথেষ্ট সময় আৰু সুযোগ দিয়ে ; সিহঁতৰ বন্ধু শয়তান, বিশ্বাসীসকলৰ বন্ধু আল্লা ; আল্লাৰ প্ৰত্যাদেশৰ উপমা।

৬২। আৰু মানৱজাতিক সিহঁতে অন্যায় কৰাৰ লগে লগে আল্লাই (শাস্তিৰ যোগ্য বুলি) ধৰা হলে, কোনো প্ৰাণীকে তেওঁ পৃথিৱীত জীয়াই নেৰিলেহেঁতেন ; কিন্তু সিহঁতক তেওঁ অৱসৰ দিয়ে[৫১] নিৰূপিত কাললৈকে ; পিছত যেতিয়া সিহঁতলৈ সেই নিৰূপিত সময় পায়হি, সিহঁতে তাক এক মুহূৰ্ত্ত পিছলৈ নিব নোৱাৰে আৰু আগলৈয়ে আনিব নোৱাৰে।

৬৩। আৰু সিহঁতে যি (নিজৰ নিমিত্তে) ভাল নাপায়[৫২] তাকে আল্লাৰ নিমিত্তে স্থিৰ কৰে। আৰু সিহঁতে জিভাৰে[৫৩] মিছাকৈ এই দাবী কৰে, সকলো মঙ্গলৰ গৰাকী সিহঁতেই। সিহঁতৰ নিমিত্তে থাকিব নৰকৰ অগ্নি আৰু তালৈ সিহঁতকে আগবাঢ়ি যাব দিয়া হব, ই অনিবাৰ্য্য।

৬৪। আল্লাৰ শপত, স্বৰূপতে তোমাৰ পূৰ্ব্বেও বিভিন্ন জাতিৰ ওচৰলৈ আমি ৰচুলসকলক প্ৰেৰণ কৰিছিলোঁ ; কিন্তু শয়তানে সিহঁতৰ কাৰ্য্যাৱলী সিহঁতৰ চকুত শোভনীয় কৰি দেখুৱাইছিল ; এতেকে আজিও সিয়ে সিহঁতৰ বন্ধু ;[৫৪] আৰু সিহঁতৰ নিমিত্তে প্ৰস্তুত আছে যন্ত্ৰণাদায়ক শাস্তি।

---

৫১। সাৱধান হৈ আত্ম-সংশোধন কৰিবলৈ। আল্লাৰ শাস্তি আল্লাৰ বিচাৰ মতে শেষ মুহূৰ্ত্তহে আহে ; তাৰ পূৰ্ব্বে অনুতাপ আৰু সংস্কাৰৰ বাট মুকলি থাকে।

৫২। ছোৱালী ওপজা। চোৱা ওপৰৰ টী ৪৯।

৫৩। মুখৰে সিহঁতে কয়, সিহঁত সকলো মঙ্গলৰ গৰাকী ; কিন্তু সিহঁতৰ অন্তৰে জানে, সত্য অস্বীকাৰ কৰাৰ ফল অমঙ্গল।

৫৪। সিহঁতৰ বন্ধু শয়তান্, আল্লা হৈছে বিশ্বাসীসকলৰ বন্ধু।

৬৫। আৰু তোমাৰ প্ৰতি এই ধৰ্ম্মগ্ৰন্থ আমি কেৱল এই অৰ্থে অৱতীৰ্ণ কৰিছোঁ, যাতে যি বিষয়ে সিহঁতে পৰস্পৰ বিৰোধ কৰিছিল সেই বিষয়ে ( সকলো কথা ) তুমি সিহঁতৰ আগত ফটফটীয়াকৈ বৰ্ণনা কৰিব পাৰা,[৫৫] আৰু যাতে যি সকলে বিশ্বাস কৰে সেইসকলৰ নিমিত্তে এই গ্ৰন্থ হব পাৰে পথ-প্ৰদৰ্শন আৰু কৰুণা স্বৰূপ।

৬৬। আৰু আল্লাই মেঘৰ পৰা বৰষুণ নমায়, আৰু তাৰ দ্বাৰা পৃথিৱীক তাৰ মৃত্যুৰ পাছত নতুন জীৱন দান কৰে ;[৫৬] নিশ্চয় সেই লোকসকলৰ নিমিত্তে ইয়াত আছে নিদৰ্শন যিসকলে মন দি ( উপদেশ ) শুনে।

## ৰুকু ৯

সৃষ্টিত আল্লাৰ মহিমাৰ বিকাশ ; আল্লাৰ প্ৰত্যাদেশৰ উদ্দেশ্য ;
নবীসকলৰ আৱিৰ্ভাব ; মৌমাখিৰ সুন্দৰ উপমা ;
মানৱৰ উত্থান-পতন।

৬৭। আৰু বাস্তৱতে পোহনীয়া জন্তুবোৰৰ মাজত তোমালোকৰ নিমিত্তে নিশ্চয় আছে শিকনি। সিহঁতৰ পেটৰ ভিতৰত যি মল আৰু ৰক্ত থাকে তাৰ মাজৰে পৰা এনে বিশুদ্ধ গাখীৰ[৫৭] উৎপাদন কৰি তোমালোকক আমি পিবলৈ দিওঁ যি পানকৰোঁতাবিলাকৰ নিমিত্তে তৃপ্তিজনক।

৬৮। আৰু আছে বহু খাজুৰ গছৰ ফল আৰু আঙুৰ ; তাৰে পৰা তোমালোকে পিবলৈ ৰাগীয়াল ৰস আৰু নানাপ্ৰকাৰ ৰুচিকৰ খাদ্য প্ৰস্তুত

---

৫৫। তোৰা আৰু ইন্‌যীলৰ পাছত কোৰান অৱতীৰ্ণ হোৱাৰ মূল উদ্দেশ্য হৈছে, ইহুদী আৰু খৃষ্টিয়ানসকলৰ মাজত ধৰ্ম্মপুথিৰ শিক্ষা আৰু অৰ্থ লৈ যি বিৰোধৰ সৃষ্টি হৈছিল সেই বিষয়ে সঠিক মীমাংসা কৰা, আৰু যথাৰ্থতা আৰু ভ্ৰান্তিৰ পাৰ্থক্য বুজাই দিয়া।

৫৬। কোৰানৰ বহু ঠাইত আল্লাৰ প্ৰত্যাদেশক বৰষুণৰ পানীৰ লগত তুলনা কৰা হৈছে। বৰষুণৰ পৰা পৃথিৱী সজীৱ আৰু সেউজীয়া হৈ উঠে ; আল্লাৰ প্ৰত্যাদেশে মানৱক আধ্যাত্মিক মৃত্যুৰ পিছত নতুন প্ৰাণ দিয়ে। চোৱা, ৬ : ১০১ আৰু টী।

৫৭। আধ্যাত্মিক অৰ্থত, আল্লাৰ প্ৰত্যাদেশে মানৱৰ কাৰণে অসত্যৰ মল দূৰ কৰি অমিশ্ৰ, বিশুদ্ধ সত্যৰ আধ্যাত্মিক খাদ্য প্ৰস্তুত কৰে।

কৰা ;[৫৮] কোনো সন্দেহ নাই বুদ্ধিমন্ত লোকৰ নিমিত্তে ইয়াৰ মাজত আছে নিদৰ্শন।

৬৯। আৰু তোমাৰ প্ৰভুৱে মৌমাখিক অনুভূতি দান [illegible]কলে,[৫৯] পৰ্ব্বত-সমূহৰ মাজত, আৰু গছ-গছনিৰ মাজত, আৰু মানুহে সজা ওখ ঠাইঃ চিলিঙাত তুমি নিজৰ মধুকোষবিলাক প্ৰস্তুত কৰা।

৭০। আৰু সকলো প্ৰকাৰ ফল-ফুলৰ ৰস খাই ফুৰা আৰু তোমাৰ প্ৰভুৱে দেখুওৱা বাটবোৰেদি বিনীতভাৱে উৰি গৈ থাকা। সিহঁতৰ পেটৰ পৰা পিৰলৈ নানা বৰণৰ মধু-ৰস ওলায় ; তাৰে মাজত মানৱৰ ( বহু ৰোগৰ ) আৰোগ্য[৬০] আছে। কোনো সন্দেহ নাই, চিন্তাশীল লোকৰ নিমিত্তে ইয়াত আছে নিদৰ্শন।

৭১। আৰু তোমালোকক আল্লাই সৃষ্টি কৰিছে, পিছত তেৱেঁ তোমালোকৰ মৃত্যু ঘটায় ; আৰু তোমালোকৰ মাজৰে কিছুমানক জীৱনৰ অধম অৱস্থা পাবলৈ দিয়ে ; তেতিয়া সিহঁত জ্ঞানলাভৰ পাছতো একোকে নজনা হয় : আল্লা নিশ্চয় সৰ্ব্বজ্ঞাতা, সৰ্ব্বশক্তিমান।

## ৰুকু ১০

আমাৰ সম্পত্তিত পতিতবিলাকৰো ভাগ আছে ; আল্লাই জীৱিকা
দান কৰে, মূৰ্ত্তি বিলাকৰ এনে ক্ষমতা নাই ; যুক্তি ভ্ৰান্তি-
মূলক, প্ৰত্যাদেশ সুনিশ্চিত ; দুটি সুন্দৰ উপমা।

৭২। আৰু ( পাৰ্থিৱ ) সম্বল সম্বন্ধে আল্লাই তোমালোকৰ কিছুমানক আন কিছুমানৰ ওপৰত শ্ৰেষ্ঠতা দান কৰিছে ; কিন্তু যিবিলাকক শ্ৰেষ্ঠতা দান

---

৫৮। অনিষ্টকৰ অথবা উপকাৰী খাদ্য মানুহে নিজ ইচ্ছামতে প্ৰস্তুত কৰিব পাৰে ; মানুহ পাপীষ্ঠ অথবা ধৰ্ম্মভীৰু হব পাৰে নিজ ইচ্ছা আৰু চেষ্টাৰে।

৫৯। অসাধাৰণ বিশেষ জ্ঞান বা অনুভূতিকো 'ৱহে' বোলে। ধৰ্ম-ভাষাত 'ৱহেৰ' অৰ্থ, নবীৰ প্ৰতি যি প্ৰত্যাদেশ হয় ; কিন্তু অ-নবীৰ প্ৰতিও এই শব্দ কোৰানত ব্যৱহাৰ হৈছে, যেনে ঈচাৰ ( আ ) শিষ্যবিলাকৰ প্ৰতি ( ৫ : ১১২ ), মুচাৰ ( আ ) মাতৃৰ প্ৰতি ( ২৮ : ৮১ ), আকাশ সম্বন্ধেও এই শব্দ ব্যৱহাৰ হৈছে ( ৪১ : ৯৩ ), আৰু পৃথিৱীৰ সম্বন্ধেও ( ৯০ : ৬ )।

৬০। মধুৰস যেনেকৈ বহু ব্যাধিৰ ঔষধস্বৰূপ, তেনেকৈ আল্লাৰ প্ৰত্যাদেশ কোৰানকো আৰোগ্য বোলা হৈছে ( ১৭ : ৮৩ ) ; কিয়নো কোৰানৰ মহৎ শিক্ষা সকলো আধ্যাত্মিক ব্যাধিৰ আৰোগ্য স্বৰূপ।

কৰা হৈছে সেইবিলাকে সিহঁতৰ সোঁ-হাতৰ অধীনবিলাকক নিজ সম্বলৰ ভাগ নিদিয়ে, জানোচা সিহঁত সম্বলত সিহঁতৰ সমান হৈ পৰে।[৬১] এনে অৱস্থাতো সিহঁতে আল্লাৰ অনুগ্ৰহ অস্বীকাৰ কৰিব ধৰিছে নে ?

৭৩। আৰু আল্লাই তোমালোকৰ নিমিত্তে তোমালোকৰ মাজৰে পৰা সঙ্গিনীবিলাক স্থিৰ কৰিছে ; আৰু তোমালোকৰ সঙ্গিনীবিলাকৰ পৰা তোমালোকৰ নিমিত্তে পুত্ৰসন্তান আৰু নাতি সন্তান আদি সৃষ্টি কৰিছে, আৰু তোমালোকক নানাবিধ বিশুদ্ধ বস্তু জীৱিকাৰূপে দান কৰিছে ; তেন্তে এতিয়াও সিহঁতে অসাৰ[৬২] বস্তুত বিশ্বাস কৰিব নে, আৰু ( সাৰ বস্তু ) আল্লাৰ অনুগ্ৰহত অবিশ্বাস কৰিব নে ?

৭৪। আৰু সিহঁতে আল্লাক এৰি সেইবিলাকৰ পূজা কৰে যিবিলাকৰ সিহঁতক আকাশমণ্ডলী আৰু পৃথিৱীৰ[৬৩] পৰা জীৱিকা প্ৰদান কৰিবৰ কোনো অধিকাৰ নাই ; আৰু সিহঁতৰ এনে ক্ষমতাও নাই।

৭৫। গতিকে তোমালোকে আল্লাৰ সম্বন্ধে ( সচা-মিছা ) নানা উপমা নাসাজিবা ;[৬৪] কোনো সন্দেহ নাই, আল্লাই ( সকলো ) জানে কিন্তু তোমালোকে নাজানা।

৭৬। আল্লাই উপমা দিছে পৰৰ অধীন এনে এজন দাসৰ যাৰ কোনো বিষয়ে ক্ষমতা নাই, আৰু এনেজন ( স্বাধীন ) পুৰুষৰ যাক আমি নিজ ফালৰ

---

৬১। ইচ্লামৰ মতে আমাৰ ধন-সম্পত্তিত সকলোৰে নিয়মিত ভাগ আছে। বাধ্যতামূলক দান 'জকাত' আৰু স্বেচ্ছাধীন দান 'স্বদকা' নিয়ম মতে দিলে সমাজত ধনী-দুখীৰ পাৰ্থক্য কমি যায়।

৬২। অসত্য ভিত্তিহীন, অসাৰ। সত্য স্থায়ী, সসাৰ।

৬৩। আকাশৰ পৰা জীৱিকা দান হৈছে আল্লাৰ প্ৰত্যাদেশ ; পৃথিৱীৰ জীৱিকা, যি আমাৰ কাৰণে জীয়াই থাকিবলৈ আৱশ্যক। অৰ্থাৎ মূৰ্ত্তি অথবা মিছা উপাস্যবিলাকে আমাক শাৰীৰিক আৰু আধ্যাত্মিক দুয়োপ্ৰকাৰ খাদ্য যোগাব নোৱাৰে।

৬৪। যেনেকৈ তাৰ্কিক পণ্ডিতবিলাকে ( Sophists ) নানা কল্পনা আৰু মতৰ সৃষ্টি কৰে। দৰ্শনৰ পথ অনিশ্চিত ; প্ৰত্যাদেশে সুনিশ্চিত অৱস্থালৈ আমাক লৈ যায়।

পৰা উত্তম সম্বল জীৱিকাৰূপে দান কৰিছোঁ ; পিছত তাৰে পৰা সেইজনে ব্যয় কৰে, গোপনে আৰু প্ৰকাশ্যে ; ইজন সিজনৰ তুল্য হব পাৰে নে? সকলো প্ৰশংসাৰ যোগ্য কেৱল মাত্ৰ আল্লা ! কিন্তু সিহঁতৰ সৰহ ভাগেই নাজানে ।

৭৭। আৰু আল্লাই উপমা দিছে এনে দুজন মানুহৰ যাৰ এজন হৈছে বোবা[৬৫] ; তাৰ কোনো বিষয়ে ক্ষমতা নাই, বৰং সি নিজ প্ৰভুৰ ওপৰত নিজেই বোজা মাত্ৰ ; তেওঁ তাক যিফালে পঠিয়ায় সেইফালৰ পৰা সি মঙ্গল লৈ নাহে ; এনেজন সেইজনৰ সমান হব পাৰে নে যিজনে ন্যায়পৰায়ণতাৰ আদেশ দিয়ে আৰু তেওঁৰ স্থিতি[৬৬] সজ পথত ?

## ৰুকু ১১

আল্লাৰ অনুগ্ৰহ অসীম ; তাকে দেখিও মানুহ আল্লাৰ অশলাগী হয় ; হজ্‌ৰত ৰচুলৰ (স্ব) বিৰোধী-বিলাকৰ পৰিণাম ।

৭৮। আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ ৰহস্যৰ জ্ঞান আল্লাৰেই ; আৰু নিৰ্দ্দিষ্ট সময়ৰ[৬৭] ঘটনা চকুৰ পচাৰতেই ঘটিব, নাইবা ই তাতোকৈ দ্ৰুত ; নিশ্চয় সকলো বস্তুৰ ওপৰত আছে আল্লাৰ মহান ক্ষমতা ।

৭৯। আৰু আল্লাই তোমালোকক নিজ মাতৃ-গৰ্ভসমূহৰ পৰা উদ্ধাৰন কৰিলে ; ( তেতিয়া ) তোমালোকে একোকে জনা নাছিলা ; আৰু তেওঁ তোমালোকক প্ৰদান

---

৬৫। আল্লাৰ বাণীৰ সহায় নলৈ অথবা তাৰ বিৰুদ্ধে যিজনে কথা কয় সেই কথাত সাৰ নাই, সেই কথা কেতবোৰ শব্দ মাত্ৰ। তাৰে মানৱৰ মঙ্গল সাধন নহয়। প্ৰত্যাদেশ হৈছে যুক্তিসঙ্গত আৰু মঙ্গলজনক।

৬৬। এনেজনৰ কথাত সত্যৰ ৰস আছে; এনেজনৰ স্থিতি আল্লাৰ প্ৰত্যাদেশৰ ওপৰত।

৬৭। (১) মহাবিচাৰৰ দিন; (২) হজ্‌ৰত ৰচুলৰ (স্ব) বিৰোধীবিলাকৰ পতনৰ দিন।

কৰিলে শ্ৰৱণশক্তি আৰু দৃষ্টিশক্তি আৰু অন্তৰৰ বোধশক্তি[৬৮], যাতে তোমালোক তেওঁৰ শলাগ লোৱা।

৮০। বায়ুমণ্ডলৰ মাজত চৰাইবোৰে ( আল্লাৰ বিধানৰ ) বশবৰ্ত্তী হৈ উৰি থকা সিহঁতে নেদেখে নে ? সেইবিলাকক আল্লাত বিনে কেও ( আকাশত ) ধাৰণ কৰিব নোৱাৰে[৬৯]। অৱশ্যে বিশ্বাসীসকলৰ নিমিত্তে ইয়াৰ মাজত আছে বহু নিদৰ্শন।

৮১। আৰু আল্লাই তোমালোকক ঘৰবিলাক দিছে তোমালোকে শান্তিৰে বাস কৰিবলৈ ; আৰু ( ইয়াৰ উপৰি ) তোমালোকৰ নিমিত্তে তাবুবিলাক পশুৰ ছালবে সাজিছে ; সেইবিলাক পাতল দেখি ভ্ৰমণ কৰিবৰ সময়ত আৰু বাহৰ পাতিবৰ কালত ( সহজে ) বহন কৰিব পাৰা ; আৰু সেইবিলাকৰ উণ আৰু সেইবিলাকৰ নৰম নোম, আৰু সেইবিলাকৰ কেশ দ্বাৰা, তোমালোকে কিছুকাল উপভোগ কৰিবলৈ ( তেওঁ প্ৰস্তুত কৰিছে ) বহু ( আৱশ্যকীয় ) বস্তু আৰু সম্বল।

৮২। আৰু আল্লাই যি বস্তুকেই সৃষ্টি কৰিছে তেওঁ তাৰে তোমালোকক দিছে ছাঁ[৭০] ; আৰু পৰ্ব্বতসমূহৰ মাজত তোমালোকে আশ্ৰয় লবৰ কাৰণে বহু ( উপযুক্ত ) ঠাই নিৰ্ণয় কৰি দিছে ; আৰু তাপৰ পৰা ৰক্ষা পাবলৈ তোমালোকক তেওঁ সাজ দিছে, আৰু ৰণত শৰীৰ ৰক্ষা কৰিবলৈ বৰ্ম্মবিলাক। এইদৰেই তেওঁ নিজ অনুগ্ৰহ তোমালোকৰ প্ৰতি সম্পূৰ্ণ কৰে যাতে তোমালোক ( তেওঁৰ ) বাধ্য হোৱা।

৮৩। ( এনে অনুগ্ৰহৰ ) পাছতো যদি সিহঁত বিমুখ হয়, তেন্তে ( জানিবা ) তোমাৰ দায়িত্ব স্পষ্টৰূপে সংবাদ উত্তাপন কৰা মাথোন।[৭১]

---

৬৮। সত্য অন্বেষণ কৰোঁতাই পথমে আল্লাৰ বাণী কাণেৰে শুনে ; পাছত নিদৰ্শনবিলাক দেখা পায় ; তাৰ পাছত ভাবে চিন্তা কৰে আৰু সত্য উপলব্ধি কৰে। এই স্বাভাৱিক অনুক্ৰম এই আয়তে ৰক্ষা কৰিছে।

৬৯। হজ্ৰত মৌলানা মুৰুদ্দিনে আৰু এটা অৰ্থৰ নিৰ্দ্দেশ দিছে। কোৰেইশ্ বিৰোধীবিলাক যুদ্ধত পৰাজিত হব, আৰু নিহতৰ মৰা শ-বিলাক শগুণ আৰু আন আন পক্ষীৰ আহাৰ হব। ৬৭ : ২০ আয়ততো এনে অৰ্থ লব পাৰি।

৭০। যেনে গছ-গছনি, বাগিচা, পৰ্ব্বত, মৰুভূমিৰ উৰ্ব্বৰা ঠাই ইত্যাদি।

৭১। যদি সিহঁতে আল্লাৰ অনুগ্ৰহ দেখিও সত্য গ্ৰহণ নকৰে তাৰ নিমিত্তে হজ্ৰত ৰচুল ( স ) দায়ী নহয়। কাৰণ স্পষ্ট ; হজ্ৰতে বল প্ৰয়োগ কৰিব নোৱাৰে ; আৰু ইচ্লামত্ব ধৰ্ম্মৰ নিমিত্তে বল-প্ৰয়োগ একেবাৰে নিষিদ্ধ।

৮৪। সিহঁতে আল্লাৰ অনুগ্ৰহ বুজি পায়, অথচ তাৰ অমান্য কৰে, আৰু সিহঁতৰ সৰহভাগেই অবিশ্বাসী।

## ৰুকু ১২

প্ৰত্যেক জাতিৰ ৰচুলৰ সাক্ষ্যদান; অবিশ্বাসীবিলাকে শেহত নিজৰ ভুল বুজিব পাৰিব, আৰু আল্লাৰ বাধ্যতা স্বীকাৰ কৰিব; হজৰত ৰচুলৰ (স্ব) সাক্ষ্যদান।

৮৫। আৰু সেই দিনা প্ৰত্যেক সম্প্ৰদায়ৰ পৰা আমি একোজন সাক্ষী উত্থাপন[১২] কৰিম; তেতিয়া অবিশ্বাসীবিলাকক (ওজৰ আপত্তি কৰিবলৈ) অনুমতি দিয়া নহব, আৰু সিহঁতক অনুতাপ কৰিবলৈও সুযোগ দিয়া নহব।

৮৬। আৰু তেতিয়া অন্যায়কাৰীবিলাকে শাস্তি দেখা পাব, আৰু সেই শাস্তি সিহঁতৰ কাৰণে লঘু কৰা নহব, আৰু সিহঁতক অৱসৰো দিয়া নহব।

৮৭। আৰু যিবিলাকক সিহঁতে আল্লাৰ সমানে উপাস্য পাতিছিল সেইবিলাকক সিহঁতে দেখা পাই কব, হে আমাৰ প্ৰভু, তোমাক এৰি যিবিলাকক তোমাৰ সমান পাতি লৈ আমি আহ্বান কৰিছিলোঁ সেইবিলাক ইহঁতেই; তেতিয়া সিহঁতে সিহঁতক ওলটাই এই প্ৰত্যুত্তৰ দিব,—নহয়, নিশ্চয় তোমালোক মিথ্যাবাদী।[১৩]

৮৮। আৰু সেইদিনা সিহঁতে আল্লাৰ সম্মুখত বাধ্যতা স্বীকাৰ কৰি মূৰ দোঁৱাব, আৰু সিহঁতে যি মিছা সাজিছিল সিহঁতৰ পৰা সমূলি অদৃশ্য হব।

---

১২। নবী, ৰচুল। কোৰানৰ শিক্ষা এই, প্ৰত্যেক জাতিলৈ আল্লাই একোজন নবী, ৰচুল পঠিয়ায়। ইহুদী, খৃষ্টিয়ান আৰু আন আন সম্প্ৰদায়ে নিজ সমাজৰ বাহিৰে নবী-ৰচুল অহা স্বীকাৰ নকৰে। ৰচুলৰ (স্ব) সাক্ষী হোৱাৰ সম্বন্ধে চোৱা, ২ : ১৪৪।

১৩। সাৰ-মৰ্ম এই, মহাবিচাৰৰ দিনা, অথবা কাৰ্য্যৰ ফল পাবৰ দিনা, অবিশ্বাসীবিলাকে নিজৰ ভুল বুজিব পাৰিব, আৰু আল্লাৰ বাধ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হব।

৮৯। যিবিলাকে অবিশ্বাস কৰিছে আৰু আল্লাৰ পথৰ পৰা ( মানুহক ) প্ৰতিৰোধ কৰিছে সিহঁতৰ প্ৰতি আমি বৃদ্ধি কৰিম শক্তিৰ ওপৰত শাস্তি,[৭৪] কিয়নো সিহঁতে ( নিজ অন্যায় আচৰণ দ্বাৰা ) অশান্তিৰ সৃষ্টি কৰিছিল।

৯০। আৰু এনে এদিন আহিব যেতিয়া প্ৰত্যেক সম্প্ৰদায়ৰ মাজত সিহঁতৰ বিৰুদ্ধে সিহঁতৰ মাজৰে পৰা একোজন ( নবীক ) সাক্ষীৰূপে উত্থাপন কৰিম[৭৫]। আৰু ( হে ৰচুল, ) তেনে অবিশ্বাসীবিলাকৰ বিপক্ষে তোমাকো সাক্ষীৰূপে উপস্থিত কৰিম। আৰু ( এই হেতু ) তোমাৰ প্ৰতি আমি এই ধৰ্ম্মগ্ৰন্থখন অৱতীৰ্ণ কৰিছোঁ; ইয়াৰ মাজত আছে ( ধৰ্ম্ম সম্বন্ধে ) সকলো বিষয়ৰ সুস্পষ্ট বিৱৰণ, আৰু আত্মসমৰ্পণ কৰোঁতাসকলৰ নিমিত্তে পথপ্ৰদৰ্শন, আৰু করুণা, আৰু শুভ-সংবাদ।

## ৰুকু ১৩

ইচ্লামৰ সামাজিক আৰু নৈতিক বিধান; চুক্তি-ৰক্ষা, অঙ্গীকাৰ-
পালন মুচলিমৰ কৰ্ত্তব্য; খয়তানক বন্ধু নকৰি
আল্লাৰ আশ্ৰয় বিচাৰিব লাগে।

৯১। নিশ্চয় আল্লাই ন্যায় কাৰ্য্য আৰু হিত সাধন আৰু আত্মীয়স্বজনক দান কৰিবলৈ আদেশ দিছে, আৰু নিৰ্গত কাৰ্য্য আৰু দুৰাচাৰ আৰু বিদ্ৰোহাচৰণ কৰিবলৈ নিষেধ কৰিছে; তেওঁ তোমালোকক ইয়াকে উপদেশ দিছে, তোমালোকে যেন সেই উপদেশ গ্ৰহণ কৰা।[৭৬]

---

৭৪। নিজে অন্যায় কৰাৰ শাস্তি, আৰু অইনক বিপথে নিয়াৰ শাস্তি। সিহঁতে দুগুণ শাস্তি ভোগ কৰিব।

৭৫। এই ৰুকুৰ আৰম্ভতে যি সত্যৰ উল্লেখ কৰিছে শেহতো দুনাই তাকে কৰিছে— প্ৰত্যেক জাতিৰ নিমিত্তে সেই জাতিৰ ৰচুল সাক্ষী হব। আৰু হজ্ৰত মহম্মদো ( স্ব ) সকলোৰে কাৰণে সাক্ষী হব; কিয়নো তেওঁক কোৰান দিয়া হৈছে, আৰু তাৰ দ্বাৰা তেওঁ সমগ্ৰ মানৱজাতিক পথ-প্ৰদৰ্শন কৰিছে আৰু সত্যৰ শুভসংবাদ দিছে।

৭৬। এই আয়তত ইচ্লামৰ নৈতিক শিক্ষাৰ সাৰ দিয়া হৈছে। উপকাৰৰ প্ৰতিদান সেই অনুযায়ী উপকাৰ সাধন। ইয়াকে আদল বোলা হৈছে। প্ৰতিদানৰ আশা নকৰি পৰৰ হিত সাধন কৰাকে এহ্চানৰ নাম দিয়া হৈছে। আত্মীয়স্বজনৰ

৯২। আৰু যেতিয়া আল্লাৰ সৈতে চুক্তিত আবদ্ধ হোৱা তোমালোকে সেই চুক্তি পূৰ্ণ কৰিবা, আৰু শপত সমৰ্থন হৈ যোৱাৰ পাছত তাক ভঙ্গ নকৰিবা, কিয়নো স্বৰূপতে তোমালোকে আল্লাক (সেই শপতৰ) ৰক্ষক মানি লৈছিলা[৭৭] ; তোমালোকে যি কাৰ্য্যকে কৰা নিশ্চয় আল্লাই তাক জানে।

৯৩। আৰু তোমালোক এনে তিৰোতাজনীৰ নিচিনা নহবা যি নিজে কটা সুতাক শকত হোৱাৰ পাছত ছিঙি ছিন্ন-ভিন্ন কৰি পেলায় ; এটা দল আন এটা দলতকৈ বেচি প্ৰৱল হৈ পৰিছে এই কাৰণে তোমালোকে নিজৰ শপতক ইজনে সিজনক প্ৰতাৰণা কৰিবৰ অৰ্থে উপায় স্বৰূপ স্থিৰ কৰিছা[৭৮] ; ইয়াৰ দ্বাৰা আল্লাই তোমালোকক পৰীক্ষা কৰিছে মাথোন ; আৰু যি বিষযে তোমালোকে (ইহ-জীৱনত) বিৰোধ কৰিছা, পুনৰুত্থানৰ দিনা তেওঁ নিশ্চয় তাকে জ্বল্‌জ্বল্ কৰি দেখুৱাব।

৯৪। আৰু আল্লাই ইচ্ছা কৰা হলে, তোমালোকৰ সকলোকে নিশ্চয় একোটি সম্প্ৰদায়ত পৰিণত কৰিলেহেতেন[৭৯] ; কিন্তু (প্ৰকৃততে) তেওঁ যাকে

---

উপকাৰ কৰা মানুহৰ স্বভাব। হিত সাধন স্বাভাৱিকৰূপে সকলোৰে প্ৰতি কৰিলে, 'ইতা-এ-জ্বিল্ কুৰ্‌বা বেলা হয। কাৰণ এই, কোৰানৰ মতে মানৱজাতি এটা ডাঙৰ পৰিবাৰ।

'আদ্‌লৰ' বিপৰীত হৈছে 'ফহ্‌শা', যি কাৰ্য্য দেখাতেই গৰ্হিত, যাৰ স্থিতি ন্যায়ৰ ওপৰত নাই। 'মুন্‌কৰ্' হৈছে এহ্‌চানৰ বিপৰীত, এনে কাৰ্য্য যাৰ দ্বাৰা ব্যক্তিৰ বা সমাজৰ অপকাৰ হয। আৰু 'বগ্‌য়' হৈছে ইতা-এ-জ্বিল্-কুৰ্‌বাৰ বিপৰীত, অৰ্থাৎ পাৰিবাৰিক বা সামাজিক বিদ্ৰোহ। বিদ্ৰোহে সমাজ আৰু ৰাষ্ট্ৰক ছিন্ন ভিন্ন কৰে।

সুফীসকলে লিখিছে, ফহ্‌শাৰ কুফল প্ৰত্যেক ব্যক্তিয়ে ভোগ কৰে ; মুন্‌কৰ্ কাৰ্য্য দ্বাৰা সমাজৰ অনিষ্ট হয ; আৰু বগ্‌য়ে সমগ্ৰ ৰাষ্ট্ৰক ধ্বংস কৰে।

৭৭। মানুহৰ সৈতে কৰা ন্যায়সঙ্গত চুক্তিও অলঙ্ঘনীয় ; এনে চুক্তিৰ সাক্ষী আল্লা। দেশ আৰু সমাজত শান্তিৰ স্থিতি চুক্তিপালনৰ ওপৰত নিৰ্ভৰ কৰে।

৭৮। ইচ্‌লামৰ পূৰ্ব্বে কোনো এটা আৰব দল শক্তিশালী হৈ উঠিলে আন কেইটামান দলে নিজৰ সুবিধা মতে পৰস্পৰৰ চুক্তি ভাঙি সেই প্ৰৱল দলৰ লগত যোগ দিছিল। (হজ্‌ৰতৰ (স্ব) পৱিত্ৰ জীৱন আৰু ইচ্‌লামৰ ইতিহাস সন্ধটৰ সময়তো চুক্তিপালনৰ দৃষ্টান্তৰে পৰিপূৰ্ণ। এই বিষয়ে আল্লাৰ স্পষ্ট আদেশ চোৱাঁ, ৫ : ২ আৰু টী।

৭৯। বিবিধ ভাব, ধৰ্ম্ম, আৰু আদৰ্শৰ সংঘৰ্ষণৰ মাজেদি সত্যৰ বিকাশ আৰু প্ৰতিষ্ঠা হয়, এয়ে আল্লাৰ ইচ্ছা। চোৱাঁ ৫ : ৪৯ আৰু টী ; ১০ ; ১৯ '

ইচ্ছা তাকে পথভ্ৰান্ত হবলৈ দিয়ে, আৰু যাকে ইচ্ছা তাকে সুপথে লৈ যায়[৮০] ; আৰু তোমালোকে যি কাৰ্য্যকে কৰা সেই সম্বন্ধে নিশ্চয় তোমালোকক প্ৰশ্ন কৰা হব।

৯৫। আৰু তোমালোকে ইজনে সিজনক প্ৰতাৰণা কৰিবৰ অৰ্থে নিজৰ শপতক উপায়স্বৰূপ স্থিৰ নকৰিবা[৮১] ; তেনে কৰিলে (তোমালোকৰ) ভৰি দৃঢৰূপে স্থাপিত হোৱাৰ পাছত পিছল খাব ; আৰু ( মানুহক ) আল্লাৰ পথৰ পৰা যে প্ৰতিৰোধ কৰিছিলা তাৰ বাবে দুৰ্গতিৰ সোৱাদ লব লাগিব, আৰু ( পৰকালত ) তোমালোকৰ নিমিত্তে থাকিব ডাঙৰ শাস্তি।

৯৬। আৰু আল্লাৰ সৈতে চুক্তিৰ সলনি সামান্য মূল্য গ্ৰহণ নকৰিবা ; এয়ে প্ৰকৃত কথা, আল্লাৰ কাষত যি ( প্ৰতিদান ) আছে সি তোমালোকৰ নিমিত্তে অধিক মঙ্গলময়, যদিহে তোমালোকৰ জ্ঞান থাকে।

৯৭। তোমালোকৰ কাষত যি আছে সি ( এদিন ) শেষ হৈ যাব, কিন্তু আল্লাৰ কাষত যি আছে সি চিৰস্থায়ী ; আৰু ইয়াত কোনো সন্দেহ নাই, ধৈৰ্য্য ধাৰণ কৰোঁতাসকলে যি উৎকৃষ্ট কাৰ্য্য কৰিছে তাৰ উচিত প্ৰতিদান আনি তেওঁলোকক দিম।

৯৮। যেয়ে সৎকাৰ্য্য কৰে—পুৰুষেই হওক বা নাৰী—আৰু বিশ্বাসত যাব স্থিতি, ইয়াত কোনো সন্দেহ নাই এনেজনক আমি পবিত্ৰ জীৱন[৮২] যাপন কৰিবলৈ ( শক্তি ) দিম ; আৰু এনেসকলে যি উৎকৃষ্ট কাৰ্য্য কৰিছে তাৰ উচিত প্ৰতিদান আমি সেইসকলক নিশ্চয় দিম।

৯৯। আৰু চোৱাঁ, যেতিয়া তুমি কোৰান পাঠ কৰিবলৈ লোৱা, ( আগতে ) আল্লাৰ আশ্ৰয় প্ৰাৰ্থনা কৰিবা নিৰ্ব্বাসিত শয়তানৰ[৮৩] পৰা।

৮০। যি সুপথ গ্ৰহণ কৰিবৰ ইচ্ছা কৰে তাক আল্লাই কুপথে নিনিয়ে ; সেইদৰে যি কুপথেদি যাব ইচ্ছা কৰে তাক সুপথলৈ আনিবলৈ আল্লাই বাধ্য নকৰে। সত্য গ্ৰহণ কৰাত বা নকৰাত মানুহ স্বাধীন।

৮১। উপৰৰ্ব আঃ ৯৩ চোৱাঁ।

৮২। পবিত্ৰ জীৱনৰ বিশেষত্ব কি এই কৰুত তাৰ উল্লেখ কৰা হৈছে, চুক্তি ৰক্ষা, ন্যায় পৰায়ণতা, পৰৰ মঙ্গল কামনা আৰু সেৱা, আল্লা আৰু ৰচুলৰ আন্তৰিক বাধ্যতা।

৮৩। কিয়নো শয়তানৰ কাম হৈছে মানুহৰ জীৱন অপবিত্ৰ কৰা।

১০০। অৱশ্যে তাৰ কোনো ক্ষমতা নচলে সেইসকলৰ ওপৰত যিসকলে বিশ্বাস স্থাপন কৰে আৰু নিজ প্ৰভুৰ প্ৰতি নিৰ্ভৰ কৰি থাকে।

১০১। তাৰ ক্ষমতা কেৱল সেইবিলাকৰ ওপৰতহে চলে যিবিলাকে তাক নিজৰ বন্ধু বুলি গ্ৰহণ কৰে, আৰু যিবিলাকে অইনক আল্লাৰ সমানে উপাস্য পাতে।

## ৰুকু ১৪

পূৰ্ব্বৰ অসম্পূৰ্ণ বিধানসমূহক কোৰানে সম্পূৰ্ণ কৰিছে; কোৰান অৱতীৰ্ণ হোৱাৰ উদ্দেশ্য; হজৰতে (স্ব) অইনৰ সহায়ৰে কোৰান সাজি লোৱা নাই; বিশ্বাসত দৃঢ় হৈ থকাৰ আৱশ্যকতা; এনে বিশ্বাসীসকলৰ প্ৰতি আল্লাৰ কৰুণা বৰ্ষণ।

১০২। আৰু আমি যেতিয়া এটা প্ৰত্যাদেশক আন এটা প্ৰত্যাদেশৰে সলনি কৰোঁ,[৮৪]—আৰু আল্লাই কি (আৰু কেতিয়া) অৱতীৰ্ণ কৰিব লাগে ভালকৈ জানে,—সিহঁতে কব ধৰে, তুমি এজন মিছা সাজোঁতা মাথোন; নহয়, সিহঁতৰ মাজৰ বহুতে (প্ৰকৃত কথা) নাজানে।

---

৮৪। চোৰা, ২: ১০৭; ১০: ৯৯। 'আয়ত্' শব্দৰ অৰ্থ কোৰানৰ শ্লোক, পদ, অথবা নিদৰ্শন, বিধান, প্ৰত্যাদেশ। অনেক ব্যাখ্যাকাৰে 'নাচিখ্ মনচুখ'ৰ দীঘল আৰু জটিল আলোচনা কৰিছে। তেওঁলোকৰ মতে কিছুমান আয়ত ৰহিত হৈছে, আৰু সেইবোৰৰ ঠাইত অইন আয়ত অৱতীৰ্ণ হৈছে। কিন্তু ৰহিত হোৱা আয়তৰ সংখ্যা সম্বন্ধে তেওঁলোকৰ মত বিভিন্ন। সঠিক কথা এই কোৰানৰ এটি আয়তো ৰহিত হোৱা নাই। কোৰানবিদ মৌলানা মুৰুদ্দিন আৰু খলিফা ৰ: ম, আহমদৰো এয়ে মত। প্ৰকৃত অৰ্থ সহজ। পূৰ্ব্বৰ প্ৰত্যাদেশ আছিল তোৰা; তাৰ পিছত আহিল ইন্‌জীল (বাইবেল); সৰ্ব্বশেষত আহিল কোৰানৰ বিধান। যুগ অনুসৰি এটা ধৰ্ম্মবিধানৰ ঠাইত আন এটা ধৰ্ম্মবিধান প্ৰতিষ্ঠিত হ'ল।

১০৩। তুমি কোৱাঁ, এই কোৰান তোমাৰ প্ৰভুৰ পৰা সত্যৰ সৈতে পৱিত্ৰ আত্মাই[৮৫] ক্ৰমে ক্ৰমে অৱতীৰ্ণ কৰিছে, যাতে ই আত্ম-সমৰ্পণ কৰোঁতাসকলৰ নিমিত্তে হব পাৰে পথপ্ৰদৰ্শন আৰু শুভসংবাদ।

১০৪। সিহঁতে যে কয়, এজন মানুহে তেওঁক সচাকৈয়ে (গোপনে) শিক্ষা দিয়েছি, আমি স্বৰূপতে এই বিষয়ে পৰিজ্ঞাত; যাৰ পিনে সিহঁতে অযথা ইঙ্গিত কৰিছে তাৰ ভাষা বিদেশী, কিন্তু এই (কোৰানৰ) ভাষা হৈছে সুস্পষ্ট আৰ্‌বী।[৮৬]

১০৫। বাস্তৱতে যিবিলাকে আল্লাৰ নিদৰ্শনসমূহত বিশ্বাস নকৰে সিহঁতক আল্লাই পথপ্ৰদৰ্শন নকৰে; আৰু সিহঁতে ভোগ কৰিব যন্ত্ৰণাদায়ক শাস্তি।

১০৬। প্ৰকৃত কথা এই, সেইবিলাকেহে মিছা সাজে, যিবিলাকে আল্লাৰ নিদৰ্শনসমূহত বিশ্বাস নকৰে; আৰু সেইবিলাকেই অসত্যবাদী।

১০৭। যিবিলাকে (এবাৰ) বিশ্বাস স্থাপন কৰাৰ পাছত পুনৰায় আল্লাত অবিশ্বাস কৰে,—অৱশ্যে "এনেজনৰ[৮৭] কথা পৃথক যিজনক (অবিশ্বাসী অৱস্থাত থাকিবলৈ) বাধ্য কৰা হয়, অথচ তেওঁৰ অন্তৰ বিশ্বাসত নিশ্চিন্ত,—কিন্তু নিজেই নিজৰ হিয়া অবিশ্বাসৰ নিমিত্তে মুকলি কৰি ৰাখে, সিহঁতৰ প্ৰতি পৰিব আল্লাৰ ক্ৰোধ, আৰু সিহঁতে ভোগ কৰিব ডাঙৰ শাস্তি।

১০৮। ইয়াৰ কাৰণ এই, সিহঁতে পৰলোকতকৈ ইহলোকৰ জীৱনকে অধিক ভাল পাইছে; আৰু অবিশ্বাসীবিলাকক আল্লাই যে সুপথ প্ৰদৰ্শন নকৰে তাৰো এয়ে কাৰণ।

---

৮৫। ফিৰিশ্‌তা যিব্ৰীল। এই ফিৰিশ্‌তাজনৰ কাম হৈছে আল্লাৰ বাণী অনা। চোৱাঁ ২ : ৮৮; ২৬ : ১৯৪-১৯৭।

৮৬। কিছুমান ইহুদী খৃষ্টিয়ান, আৰু কোৰেইশে এই মিছা অপবাদ দিছিল যে হজ্‌ৰতে (স্ব) এজন জ্ঞানী মানুহৰ পৰা গুপ্তভাৱে শিক্ষা লৈ কোৰানৰ আয়ত সমূহ সাজি লৈছিল। আৰু সেই জ্ঞানীমানুহজনৰ সম্বন্ধে তেওঁলোকে নানা নাম প্ৰকাশ কৰিছে যেনে, যবৰ্, 'আইশ্, বল্‌'আম, আল্লাৰ, চল্‌মান ফাৰচী, বোহাইৰা প্ৰভৃতি। খৃষ্টিয়ান পণ্ডিতসকলেই এই অপবাদ মিছা বুলি স্বীকাৰ কৰিছে।

৮৭। অম্মাৰ বিন্ ইয়াচিৰক বুজাইছে বুলি কিছুমান ব্যাখ্যাকাৰে কয়। তেওঁ অত্যাচাৰ সহিব নোৱাৰি মুখেৰে সত্য প্ৰত্যাহাৰ কৰিছিল, কিন্তু তেওঁৰ অন্তৰ বিশ্বাসেৰে পৰিপূৰ্ণ আছিল।

১০৯। সিহঁতবেই অন্তৰসমূহত আৰু সিহঁতৰ কাণত আৰু সিহঁতৰ চকুবোৰত আল্লাই মোহৰ মাৰিছে ; আৰু সিহঁতেই হৈছে অাওকণীয়া।

১১০। সিহঁতেই যে পৰলোকত ক্ষতিগ্ৰস্ত হ'ব ইয়াত কোনো সন্দেহ নাই।

১১১। কিন্তু নিশ্চয় তোমাৰ প্ৰভু,—যিবিলাকে অত্যাচাৰ সহ্য কৰাৰ পাছত দেশত্যাগ কৰিছিল আৰু ( আল্লাৰ পথত ) সংগ্ৰাম কৰিছিল আৰু ধৈৰ্য্য ধাৰণ কৰিছিল সেইবিলাকৰ প্ৰতি,—এনে কাৰ্য্যৰ কাৰণে নিশ্চয় তোমাৰ প্ৰভু শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

## ৰুকু ১৫

মক্কাবাসী অবিশ্বাসীবিলাকৰ অকৃতজ্ঞতা আৰু তাৰ পৰিণাম ;
বৈধ অবৈধৰ বিধান আল্লাৰ হাতত ; ইহুদী বিলাকৰ
প্ৰতি কেতবোৰ বস্তু অবৈধ কৰা হৈছিল শাস্তি-
ৰূপে ; যিসকলে আত্ম-সংশোধন কৰে সেই-
সকলৰ প্ৰতি আল্লা ক্ষমাশীল।

১১২। সেইদিনা[৮৮] প্ৰত্যেক আত্মাই কেৱল নিজৰ হৈ টানকৈ খাটনি ধৰিবলৈ ( আগবাঢ়ি ) আহিব, আৰু যি কাৰ্য্য প্ৰত্যেক আত্মাই কৰিছিল তাৰ প্ৰতিদান পূৰ্ণমাত্ৰায় তাক দিয়া হ'ব ; আৰু সেইবিলাকৰ প্ৰতি কোনো অন্যায় কৰা নহ'ব।

১১৩। আৰু আল্লাই উপমা দিছে এনে এখন নগৰৰ[৮৯] যি ( এক সময়ত ) নিৰাপদ, শান্তিপূৰ্ণ আছিল ; তালৈ তাৰ উপজীৱিকা সকলো ঠাইৰ পৰা প্ৰচুৰ পৰিমাণে আহিছিল ; কিন্তু সেই নগৰৰ অধিবাসীবিলাকে আল্লাই দিয়া অনুগ্ৰহ

৮৮। প্ৰতিদান আৰু শাস্তিৰ দিন—যজা আৰু চজাৰ দিন। এনে দিন পাৰ্থিৱ জীৱনতো আছে, যেনে মক্কা-বিজয়ৰ দিন।

৮৯। মক্কা নগৰ। সেই সময়ত মক্কা ব্যৱসা বাণিজ্যৰ এটা ডাঙৰ কেন্দ্ৰ আছিল, আৰু কোৰেইশ এটা ধনী সম্পত্তিশালী জাতি হৈ উঠিছিল। তেওঁলোকৰ ব্যৱসা পেলেষ্টাইন আৰু চীৰিয়ালৈকে চলিছিল।

সমূহৰ কাৰণে তেওঁৰ অশলাগী হৈছিল। গতিকে সিহঁতে যি অসৎ কৰ্ম্ম কৰিছিল তাৰ বাবে আল্লাই সিহঁতক অন্তিম অনশন[৯০] আৰু আতঙ্কৰ[৯১] সোৱাদ লবলৈ দিলে।

১১৪। আৰু স্বৰূপতে সিহঁতৰে মাজৰ পৰা সিহঁতৰ ওচৰলৈ এজন ৰচুল আহিছিল ; কিন্তু সিহঁতে তেওঁক মিছলীয়া ভাবি গ্ৰহণ নকৰিলে ; সেই কাৰণে সিহঁতে অন্যায় কৰি থাকোঁতেই সিহঁতক ( আল্লাৰ ) শাস্তিয়ে ধৰিলে।[৯২]

১১৫। এতেকে তোমালোকক আল্লাই যি বৈধ, বিশুদ্ধ জীৱিকা দান কৰিছে তাৰে পৰা আহাৰ কৰিবা ; আৰু আল্লাই দিয়া অনুগ্ৰহৰ নিমিত্তে তেওঁৰ শলাগ লবা, যদিহে তোমালোকে কেৱল তেওঁৰেই আৰাধনা কৰা।

১১৬। কেৱল এইবিলাকহে তেওঁ তোমালোকৰ কাৰণে অবৈধ কৰিছে, —যি জন্তু স্বাভাৱিকৰূপে মৰিছে, আৰু তেজ, আৰু গাহৰিৰ মঙহ, আৰু যি জন্তু বধ কৰোঁতে আল্লাত ভিন্ন অইনৰ নাম লোৱা হৈছে ; কিন্তু যি অবাধ্য নহৈ আৰু সীমা লঙ্ঘন নকৰি নিৰুপায় অৱস্থাত ( প্ৰাণ ৰক্ষা কৰিব লগাত ) পৰে, তাৰ কাৰণে আল্লা নিশ্চয় শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।[৯৩]

১১৭। আৰু তোমালোকৰ জিবাবোৰে যি অসত্য বৰ্ণনা কৰে তাকে অনুসৰি আল্লাৰ বিৰুদ্ধে মিছা সাজিবৰ অৰ্থে তোমালোকে ( নিজ ফালৰ পৰা ) এই বুলি নকবা, এই বস্তু বৈধ আৰু সেই বস্তু অবৈধ। যিবিলাকে মিছা সাজি আল্লাৰ বিৰুদ্ধে অসত্য আৰোপ কৰে সিহঁত নিশ্চয় কেতিয়াও সফলমনোৰথ নহয়।[৯৪]

---

৯০। সাত বছৰলৈকে মক্কাত ভীষণ দুৰ্ভিক্ষ পৰিছিল ; এনেকি মানুহে পশুৰ মৰা শ খাই নিজৰ প্ৰাণ ৰক্ষা কৰিব লগীয়া হৈছিল।

৯১। আৰবিলাকৰ মাজতো ঘৰুৱা যুদ্ধ আৰম্ভ হৈছিল ; আৰু বাহিৰৰ শত্ৰুৱে দেশ আক্ৰমণ কৰিবলৈ ভয় দেখুৱাইছিল।

৯২। হজ্ৰত মহম্মদক (স্ব) সিহঁতে তেওঁৰ জন্মভূমিৰ পৰা উলিয়াই দিছিল, কিন্তু কেইবা বছৰৰ পাছতেই কোৰেইশ্ পৰাজিত হ'ল আৰু মক্কা হজ্ৰতৰ ( স্ব ) হাতলৈ আহিল, যদিও তেওঁ মদিনাতে আন্‌চাৰসকলৰ লগতে অবশিষ্ট দিন নিয়াবলৈ ভাল পাইছিল।

৯৩। চোৱা, ২ : ১৬৯, ১৭৪ ; ৫ : ৪; ৬ : ১১৯-১২০, ১৫৬।

৯৪। নিজ ইচ্ছা মতে যি বৈধ তাক অবৈধ, আৰু যি অবৈধ তাক বৈধ কৰা

১১৮। (পাৰ্থিৱ জীৱনৰ) সম্বল যত্‌কিঞ্চিত; কিন্তু (পৰলোকত) সিহঁতে ভোগ কৰিব যন্ত্ৰণাদায়ক শাস্তি।

১১৯। আৰু ইহুদীবিলাকৰ প্ৰতি যি আমি অবৈধ কৰিছিলোঁ তাৰ উল্লেখ[৯৫] ইতিপূৰ্ব্বে তোমাৰ আগত কৰিছোঁ; আৰু (এনে বিধান দ্বাৰা) সিহঁতৰ প্ৰতি আমি অন্যায় কৰা নাছিলোঁ, বৰং সিহঁতে নিজৰ প্ৰতি নিজেই অন্যায় কৰিছিল।

১২০। আকৌ যিবিলাকে নাজানি দুবুদ্ধি অসৎ কৰ্ম্ম কৰে, কিন্তু তাৰ পিছত অনুতাপ কৰি নিজৰ সংস্কাৰ কৰে, সেইবিলাকৰ নিমিত্তে এনে কৰাৰ পাছত নিশ্চয় প্ৰভু শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।[৯৬]

# ৰুকু ১৬

হজ্‌ৰত ইব্ৰাহিমৰ মাহাত্ম্য; ইচ্‌লাম ইব্ৰাহিমৰ ধৰ্মৰ পূৰ্ণ বিকাশ; ধৰ্ম্মপ্ৰচাৰৰ কাৰণে জ্ঞান, সৎ উপদেশ, আৰু যুক্তিৰ আৱশ্যকতা; ধৈৰ্য্যধাৰণ মহা গুণ।

১২১। বাস্তৱতে ইব্ৰাহিম আছিল এজন আদৰ্শ ধৰ্ম্ম-নেতা[৯৭],—আল্লাৰ একান্ত বাধ্য, একনিষ্ঠ সেৱক; আৰু তেওঁ বহু-ঈশ্বৰবাদীবিলাকৰ মাজৰ কেতিয়াও নাছিল।

---

হৈছে আল্লাৰ বিৰুদ্ধে মিছা সজা। বৈধ-অবৈধৰ বিধানৰ গৰাকী কেৱল আল্লা। আল্লাই স্থিৰ কৰা বিধানতে আছে আমাৰ মঙ্গল। গতিকে তাকে মানি চলা আমাৰ কৰ্ত্তব্য।

৯৫। চোৰা ৬: ১৪৭; আৰু ৫: ১১৬।

৯৬। ইচ্‌লামত পাপৰ প্ৰায়শ্চিত্তৰ স্থান নাই। সৰল মনেৰে অনুতাপ কৰি (তৌবা কৰি) নিজৰ সংস্কাৰ কৰিলে আল্লাই ক্ষমা দিয়ে আৰু আমাৰ পাপ মোচন কৰে। তাৰ ফলত ন্যায় আৰু পুণ্যৰ ফালে আগুৱান হবলৈ আমি শক্তি লাভ কৰোঁ।

৯৭। উম্মত্ শব্দৰ সাধাৰণ অৰ্থ হৈছে কোনো ৰছুলৰ অনুগামী সম্প্ৰদায়। দ্বিতীয় অৰ্থত এনে মহাপুৰুষকো বুজায় যিজন ইমাম, ধৰ্ম নেতা, ন্যায় প্ৰেম আৰু সত্যৰ ফালে মানৱক আহ্বান কৰোঁতা।

১২২। আল্লাই দিয়া বহু অনুগ্ৰহৰ[৯৮] কাৰণে তেওঁৰ কাষত ( সততে ) তেওঁ কৃতজ্ঞ। তেওঁক আল্লাই নিজেই ( ৰচুলৰ পদৱিৰ নিমিত্তে ) বাচি লৈছিল, আৰু তেওঁক পোন বাটেদি পৰিচালিত কৰিছিল।

১২৩। আৰু তেওঁক ইহলোকত আমি মঙ্গল দান কৰিছিলোঁ; আৰু ইয়াত কোনো সন্দেহ নাই, পৰলোকতো তেওঁ অৱশ্যে থাকিব ধৰ্ম্মপৰায়ণসকলৰ মাজত।[৯৯]

১২৪। ( হে নবী ) অৱশেষত আমি তোমাৰ প্ৰতি এই প্ৰত্যাদেশ কৰিলোঁ, একনিষ্ঠ সেৱক ইব্ৰাহিমৰ ধৰ্ম্ম-পদ্ধতি[১০০] তুমি অৱলম্বন কৰা, কিয়নো তেওঁ বহু-ঈশ্বৰবাদীবিলাকৰ মাজৰ নাছিল।

১২৫। কেৱল সেইবিলাকৰ নিমিত্তে জিৰণিৰ পৱিত্ৰ দিন নিৰূপিত কৰা হৈছিল যিবিলাকে এই বিষয়ে বাদ-বিসম্বাদ কৰিছিল, আৰু বাস্তৱতে যিবোৰ কথা লৈ সিহঁতে বাদ-বিসম্বাদ[১০১] কৰিছিল সেই সম্বন্ধে পুনৰুত্থানৰ দিনা তোমাৰ প্ৰভুৱে নিশ্চয় সিহঁতৰ মাজত বিচাৰ কৰিব।

১২৬। প্ৰাজ্ঞতা আৰু উত্তম উপদেশ দ্বাৰা তোমাৰ প্ৰতিপালকৰ পথলৈ ( সকলোকে ) আহ্বান কৰা, আৰু যদি সিহঁতৰ সৈতে তৰ্ক কৰিব লগীয়া হয়

৯৮। হজ্ৰত ইব্ৰাহিমৰ প্ৰতি আল্লাৰ বহু অনুগ্ৰহ বৰ্ষণ হৈছিল। সন্মান, ক্ষমতা, সুখ-শান্তি, ধন-সম্পদ সকলো আল্লাই তেওঁক দিছিল। তেওঁৰ বংশত বহু নবীৰ আবিৰ্ভাৱ হৈছিল; আৰু সেই কাৰণে তেওঁক আবুল্ আম্বিয়া বোলা হয়, অৰ্থাৎ নবীসকলৰ পিতৃ। তেওঁৰ পুতেক ইচ্হাকৰ (আ) বংশত হজ্ৰত ঈচাৰ (আ) জন্ম হৈছিল। আন এজন পুতেক হজ্ৰত ইস্মাইলৰ (আ) বংশত মহানবী হজ্ৰত মহম্মদ (স্ব) জন্মগ্ৰহণ কৰিছিল। ইহুদী, খৃষ্টিয়ান মুচলমান সকলোৱে তেওঁক সন্মান কৰে।

৯৯। চোৰা, ২: ১৩১।

১০০। চোৰা, ২: ১৩৬।

১০১। ইহুদীবিলাকে কৈছিল, যদি তোমালোকে ইব্ৰাহিমৰ ধৰ্ম্মৰ অনুসৰণ কৰিবলৈ ওলাইছা তেন্তে জিৰনিৰ দিন ( শনিবাৰ ) পালন নকৰা কিয়? অথচ তেওঁলোকে নিজেই জিৰনিৰ দিনৰ ( Sabbath ) নিয়ম ভাঙিছিল। ২: ৬৬। খৃষ্টিয়ানবিলাকৰ জিৰনিৰ দিন দেওবাৰ। শুক্ৰবাৰক ( ইয়ওমুল্ যুমু'আ ) যুমু'আৰ বিশেষ নমাজৰ নিমিত্তে নিৰূপণ কৰা হৈছে। শুক্ৰবাৰ জিৰনিৰ দিন নহয়। নমাজ সম্পন্ন কৰি বেহা বেপাৰ কৰাত কোনো বাধা নাই। চোৰা, ৬২: ৯-১১।

এনেভাৱে তৰ্ক কৰিবা যি অতি উৎকৃষ্ট[১০২]। সি তেওঁৰ পথ এৰি বিপথে যায় তাক তোমাৰ প্ৰভুৱে ভালকৈ জানে; আৰু তেওঁ সেইসকলকো ভালকৈ জানে যিসকল সুপথ-প্ৰাপ্ত।

১২৭। আৰু যদি তোমালোকে সিহঁতৰ কঠোৰতাৰ প্ৰত্যুত্তৰ দিয়া, তেন্তে যি পৰিমাণে তোমালোকৰ সৈতে কঠোৰ ব্যৱহাৰ কৰা হৈছিল তোমালোকে সেই অনুৰূপ কঠোৰ ব্যৱহাৰ কৰিব পাৰা[১০৩]; কিন্তু যদি তোমালোকে ধৈৰ্য্য ধাৰণ কৰা ই নিশ্চয় ধৈৰ্য্যশীলসকলৰ নিমিত্তে অধিক মঙ্গলজনক।

১২৮। আৰু (হে নবী,) তুমি ধৈৰ্য্য ধাৰণ কৰি থাকিবা; আৰু তোমাৰ ধৈৰ্য্য ধাৰণ যেন কেৱল আল্লাৰ কাৰণে হয়[১০৪]; আৰু সিহঁতৰ নিমিত্তে তুমি বেজাৰ নকৰিবা; আৰু সিহঁতে যি কু-অভিসন্ধি কৰে তাৰ কাৰণে তুমি মনত একো সঙ্কোচ বোধ নকৰিবা।

১২৯। যিসকলে আল্লালৈ ভয় ৰাখে, আৰু যিসকলে পৰৰ হিত সাধন কৰি থাকে নিশ্চয় সেইসকলৰ সঙ্গী আল্লা।

---

১০২। এই আয়তত ধৰ্মপ্ৰচাৰৰ ওখ আদৰ্শ কোৰানে কেনে সুন্দৰ ভাৱে দাঙি ধৰিছে। (১) 'হিকমৎ'। নিজৰ আৰু পৰৰ ধৰ্মৰ জ্ঞান অৰ্জ্জন কৰিবলৈ চেষ্টা কৰিব লাগে আৰু সেই জ্ঞান উচিত সময়ত উচিত স্থানত উচিত ৰূপে খটাব লাগে। (২) 'মৌএজা', নিজ ধৰ্মৰ নীতি, সভ্যতা আৰু শ্ৰেষ্ঠতা সম্বন্ধে নম্ৰভাৱে উপদেশ দিব লাগে আৰু অইন ধৰ্মক বিদ্ৰূপ অথবা আক্ৰমণ কৰিব নালাগে। (৩) 'যাদিল্'। তৰ্ক বিতৰ্কৰ সময়ত যুক্তি আৰু প্ৰমানৰ পিনে লক্ষ্য ৰাখিব লাগে; জয় পৰাজয়ৰ ভাৱ থাকিব নালাগে। উদ্দেশ্য হব লাগে, কেৱল আল্লাৰ নিমিত্তে সত্য প্ৰচাৰ কৰা। ইয়াৰ পৰা সহজে বুজিব পাৰি, ধৰ্ম প্ৰচাৰ বলেৰে কৰিব নোৱাৰি; লাগে, ধৰ্মজ্ঞান অৰ্জ্জন, সৎ উপদেশ, আৰু তৰ্ক বিতৰ্কত নম্ৰতা। তৰ্ক সম্বন্ধে চোৰা ২৯ : ৪৬। এই সম্বন্ধে ইমাম আল্-গজালীয়ে লিখিছে: মানৱজাতিৰ তিনি শ্ৰেণীৰ কাৰণে ধৰ্মপ্ৰচাৰৰ তিনিটা উপায় এই আয়তে উল্লেখ কৰিছে— (১) শাস্ত্ৰজ্ঞসকলৰ সম্মুখীন হলে জ্ঞানৰ প্ৰয়োজন; (২) জন-সাধাৰণৰ কাৰণে হৃদয়গ্ৰাহী উপদেশ; আৰু (৩) বিৰুদ্ধাচৰণ কৰোঁতা বিলাকৰ সৈতে যুক্তিসঙ্গত তৰ্ক কৰা, আত্ম গৌৰৱ নকৰি, কেৱল আল্লা আৰু সত্যৰ কাৰণে। চোৰা, ফিচ্চাচুল্ মুচ্‌তকীম।

১০৩। 'আক্‌বা'ৰ, অৰ্থ হৈছে অনুসৰণ কৰা। পৰৰ ধৰ্মক আক্ৰমণ কৰা কোৰানে নিষেধ কৰিছে। অইনে আক্ৰমণ কৰিলে আত্মৰক্ষাৰ অনুমতি দিছে। প্ৰতিশোধ লবৰ কথায়ে উঠিব নোৱাৰে, কিয়নো তাতোকৈ ধৈৰ্য্যধাৰণ শ্ৰেয়ঃ।

১০৪। শক্তিহীন মানুহৰ ধৈৰ্য্য বাধ্যতামূলক; কিন্তু শক্তি থকা সত্বেও প্ৰতিশোধ নলৈ ধৈৰ্য্য ধাৰণ কৰা আল্লাৰ সন্তুষ্টি লাভ কৰাৰ প্ৰধান উপায়।

# ছুৰা ১৭

# বনি ইস্ৰাইল ঃ ইস্ৰাইল বংশ

## মক্কাত অৱতীৰ্ণ

### ১২ ৰুকু, ১১২ আয়ত্

এই চুৰাটি যে মক্কাত অৱতীৰ্ণ হৈছিল এই বিষয়ে কোনো মতভেদ নাই বুলিলে ভুল নহব। সময়লৈ মতভেদ অৱশ্যে আছে। বোখাৰীত 'আব্দুল্লা-বিন-মচ্উদৰ এটি হদীছ আছে য'ত হজ্ৰতে (স্ব) নবুৱত্ পোৱাৰ প্ৰথম কেই বছৰৰ মাজত এই চুৰা অৱতীৰ্ণ হৈছিল বুলি উল্লেখ আছে। ইব্নে-'আব্বাচ আৰু ইব্নে জুবেইৰে অৱতীৰ্ণ হোৱাৰ সময় নবুৱতৰ তৃতীয় বা চতুৰ্থ বছৰ নিৰ্ণয় কৰিছে। বহু ব্যখ্যাকাৰে প্ৰথম আয়তটো হজ্ৰতৰ মে'ৰায্ সম্বন্ধে বুলি মত প্ৰকাশ কৰিছে। আৰু মে'ৰায্ ঘটিছিল হজ্ৰতৰ মক্কাত্যাগৰ এবছৰ আগতে। গতিকে এই চুৰা নবুৱতৰ ১২ বছৰ পাছত আৰু হিয্ৰতৰ এবছৰ আগতে অৱতীৰ্ণ হোৱাটো সঠিক যেন অনুমান কৰিব পাৰি।

ইস্ৰাইলজাতিৰ কিছুমান ঘটনা বিশেষকৈ এই চুৰাত উল্লেখ কৰা হৈছে দেখি ইয়াৰ নাম হ'ল 'বনি ইস্ৰাইল'। বনি-ইস্ৰাইলে এবাৰ আল্লাৰ নবী দাউদক (আ) আৰু দ্বিতীয়বাৰ হজ্ৰত ঈচাক (আ) অমান্য কৰাৰ বাবে আল্লাই সিহঁতৰ প্ৰতি দুবাৰ ডাঙৰ শাস্তি নমালে। বেবিলনৰ সম্ৰাট নেবুকেড্নেজাৰে খৃঃ পুঃ ৫৮৬ চনত পেলেষ্টাইন আক্ৰমণ কৰে, আৰু যেৰুজেলেমত অৱস্থিত চুলেইমানৰ ডাঙৰ মন্দিৰ একেবাৰে ধ্বংস কৰে। ইস্ৰাইল জাতিৰ বহুতক বধ কৰে আৰু বহুতক বন্দী কৰি লৈ যায়। প্ৰায় একশতিকাৰ পাছত ইস্ৰাইল মুক্ত হৈ উভতি আহিল আৰু ক্ৰমান্বয়ে সিহঁতৰ অৱস্থা ভাল হৈ আহিল। চুলেইমানৰ মন্দিৰ নতুনকৈ আৰু ডাঙৰকৈ সজা হ'ল। কেইবা শতিকাৰ পাছত হজ্ৰত ঈচাৰ (আ) সময়ত আৰু এটা বিপ্লৱ ঘটিল। হজ্ৰত ঈচাক (আ) আৰু তেওঁৰ অনুগামীসকলক ইস্ৰাইলে দাৰুণ যন্ত্ৰণা দিছিল। সেই সময়ত চীৰিয়া আৰু পেলেষ্টাইনৰ অধিপতি আছিল ৰোমীয় ৰজাসকলাক। সম্ৰাট টাইটচে (Titus) ৭০ খৃষ্টাব্দত যেৰুজেলেম অৱৰোধ কৰে, আৰু জয়লাভ হোৱাৰ পাছতে সেই মন্দিৰ জুই লগাই পুৰি পেলায়। নগৰত নিষ্ঠুৰ হত্যাকাণ্ড হ'ল, আৰু যিবিলাকে ৰক্ষা পাইছিল সিহঁতৰ কষ্ট আৰু দুৰ্দশাৰ সীমা নাছিল। সেই মন্দিৰ পুনৰায় নিৰ্মাণ কৰা নহল। আঃ ৫-৮ত এই দুই ঘটনাৰ নিৰ্দ্দেশ দিয়া হৈছে।

এই চুৰাত ইহুদীবিলাকক (ইস্ৰাইল-সন্ততিক) বুজাই দিয়া হৈছে, যদি সিহঁতে আল্লাই পঠিওৱা ৰছুল হজ্ৰত মহম্মদৰ (স্ব) বিৰুদ্ধাচৰণ কৰে, যেনেকৈ সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকে

হজ্ৰত ঈচাৰ ( আ ) বিৰুদ্ধাচৰণ কৰিছিল, সিহঁতৰ ওপৰতো তেনে, বা তাতোকৈ ডাঙৰ, শাস্তি পৰিব।

আগতে যে'বাযৰ কথা কোৱা হৈছে। মুচ্লিমসকলৰ বিশ্বাস, এৰাতি হজ্ৰতক ( স্ব ) আল্লাই নিজ সন্নিধানলৈ উত্তোলন কৰিছিল, আৰু পুনৰুত্থানলৈকে যিবোৰ ডাঙৰ ঘটনা ঘটাবৰ স্থিৰ কৰি থৈছে সেইবোৰ হজ্ৰতক ( স্ব ) দেখুৱালে। যে'ৰাযৰ বৰ্ণনাত এটা মহৎ ভবিষ্যৎবাণী নিহিত আছিল,—ইস্ৰাইলজাতিয়ে যিবোৰ দেশত ৰাজত্ব কৰিছিল সেইবোৰ দেশ মুচলমানৰ হাতলৈ আহিব। এই ভবিষ্যৎবাণী যে পূৰ্ণ হ'ল তাৰ সাক্ষী ইতিহাস।

ইচ্লামৰ শত্ৰুবিলাকক, বিশেষকৈ কোৰেইশ্ অবিশ্বাসীবিলাকক, কোৱা হৈছে, সত্যৰ বিৰুদ্ধে সিহঁতৰ কোনো প্ৰচেষ্টা সফল হব নোৱাৰে; ইচ্লাম ঘোৰ বাধা-বিঘিনিৰ মাজেদি জগতত বিয়পি পৰিব, আৰু হজ্ৰত মহম্মদৰ ( স্ব ) নাম পৃথিৱীত চিৰকাল জিলিকি থাকিব।

# ৰুকু ১

হজ্ৰত ৰচুলৰ ( স্ব ) নিশা-যাত্ৰা ( ইচ্ৰা ); ইস্ৰাইলৰ বিৰুদ্ধাচৰণৰ দুবাৰ শাস্তি; ইহুদীবিলাকক ইচ্লাম গ্ৰহণ কৰিবলৈ উপদেশ।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। পৰম পৱিত্ৰ সেইজনেই যিজনে নিশা থাকোঁতে নিজ ভৃত্যক[১] লৈ গৈছিল পৱিত্ৰ মচ্যিদৰ[২] পৰা সেই দূৰবৰ্ত্তী মচ্যিদলৈ[৩] যাৰ পাৰ্শ্বস্থ ঠাইবোৰক আমি মঙ্গলেৰে পৰিপূৰ্ণ কৰিছোঁ; ( আমাৰ উদ্দেশ্য আছিল, ) আমি নিজ নিদৰ্শন-সমূহৰ কিছু ভাগ তেওঁক প্ৰদৰ্শন কৰোঁ; নিশ্চয় তেৱেঁই সকলো শুনোতা, সকলো দেখোঁতা।

---

১। হজ্ৰত মহম্মদ ( স্ব )

২। মক্কা নগৰৰ পৱিত্ৰ মচ্যিদ, অৰ্থাৎ কা'বা শ্বৰীফ।

৩। হজ্ৰত চুলেইমানে ( আ ) নিৰ্ম্মাণ কৰা উপাসনালয়, বৈতুল্-মুক্বদ্দচ্। এই উপাসনালয় হজ্ৰত ঈচাৰ ( আ ) এহেজাৰ বছৰ পূৰ্ব্বে নিৰ্ম্মাণ কৰা হৈছিল। যি সকলে এই আয়তৰ পৰা হজ্ৰতৰ ( স্ব ) মক্কাৰ পৰা মদিনালৈ হিয্ৰতৰ অৰ্থ লয়, সেই সকলে কয় 'দূৰবৰ্ত্তী মচ্যিদ্' হৈছে মদিনাৰ মচ্যিদুন্-নবী যি হজ্ৰতে হিয্ৰতৰ পাছুতে সজাইছিল।

৩। আৰু মুচাক আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ, আৰু তাকে ইস্ৰাইলৰ সন্তান-সন্ততিৰ নিমিত্তে পথ-প্ৰদৰ্শন স্বৰূপ নিৰ্দ্দিষ্ট কৰিছিলোঁ ; আৰু ( তাতে এই আদেশ দিছিলোঁ ) তোমালোকে মোক এৰি অইনক ৰক্ষক স্বৰূপ কেতিয়াও গ্ৰহণ নকৰিবা।

৪। যিবিলাকক নুহৰ লগতে আমি ( নাৱত ) তুলি লৈ ৰক্ষা কৰিছিলোঁ সেইবিলাকৰেই তোমালোক বংশধৰ ; বাস্তৱিকতে তেওঁ আছিল এজন কৃতজ্ঞ সেৱক।

৫। আৰু ইস্ৰাইলৰ সন্ততিৰ প্ৰতি পঠোৱা ধৰ্ম্ম-গ্ৰন্থত আমি এই মীমাংসা স্থিৰ কৰিছিলোঁ ঃ তোমালোকে নিশ্চয় দেশত দুবাৰ অশান্তিৰ সৃষ্টি কৰিবা, আৰু নিশ্চয় অতিপাত উদ্ধতালিৰ আচৰণ প্ৰদৰ্শন কৰিবা।

৬। পিছত যেতিয়া সেই দুয়ো প্ৰতিশ্ৰুতিৰ প্ৰথমটোৰ সময় পালেহি তেতিয়া আমি তোমালোকৰ বিৰুদ্ধে আমাৰ ভীষণ যুঁজাৰু ভৃত্যবিলাক[৪] প্ৰেৰণ কৰিলোঁ ;

---

এই আয়ত অৱতীৰ্ণ হোৱাৰ এবছৰ পাছতে - আৰু বইহকীয়ে উল্লেখ কৰা হদীছ মতে ছয় মাহৰ পাছতে—হজ্‌ৰতে নিশা থাকোঁতেই মদিনাৰ পিনে খোজ ল'লে। কিছুমান কোৰানবিদ 'উলমাই গভীৰ অৰ্থ লৈছে—হজ্‌ৰত মহম্মদৰ ( স্ব ) ধৰ্ম, ইচ্‌লাম মক্কাৰ পৰা ওলাই পৃথিবীৰ দূৰবৰ্ত্তী ঠাই পৰ্য্যন্ত বিয়পি পৰা ; তাকে আয়তত আল্লাৰ নিদৰ্শন বোলা হৈছে।

উল্লেখযোগ্য এই, কোৰানবিদসকলে মে'ৰায্‌ ( স্বৰ্গাৰোহণ ) আৰু ইচ্‌ৰা ( নিশা-যাত্ৰা ) দুটা বেলেগ ঘটনা বুলি স্থিৰ কৰিছে। তেওঁলোকে কয়, মে'ৰায্‌ নবুয়তৰ পঞ্চম বছৰত ঘটিছিল, আৰু এই ঘটনা চুৰা নয্‌মত (চুৰা ৫৩) বৰ্ণোৱা হৈছে। আৰু ইচ্‌ৰাৰ ঘটনা হিয্‌ৰতৰ এবছৰ আগতে ঘটিছিল, অৰ্থাৎ নবুয়তৰ ১২ বছৰ পাছত।

ইব্‌নে অছীৰৰ মতে যেৰুজেলেমৰ বৈতুল্-মুকদ্দচলৈ হজ্‌ৰতৰ যাত্ৰাও আধ্যাত্মিক দৰ্শনহে আছিল, যাক কোৰানৰ ভাষাত 'ৰুয়া' বুলিছে। চোৱাঁ আঃ ৬১, আৰু ইয়াত কোনো সন্দেহ নাই, এই আয়তে ইচ্‌ৰাৰেই নিৰ্দ্দেশ দিছে। ইব্‌নে কছীৰে লিখিছে, 'এই সম্বন্ধে ব্যাখ্যাকাৰসকলৰ এই মত'। ইব্‌নে আব্বাচে ইয়াকে 'ৰুয়া 'আইন' বুলিছে, 'দৃষ্টিৰ সপোন'। ইমাম গজালীৰ মতে মে'ৰায্‌ আৰু ইচ্‌ৰা দুয়ো আধ্যাত্মিক দৰ্শন। মে'ৰায্‌ সম্বন্ধে চোৱাঁ চুৰা নয্‌মৰ টীকা।

৪। বেবিলনৰ ৰজা নেবুকেড্‌নজৰ আৰু তেওঁৰ সৈন্যবাহিনী। সিহঁতে ৫৮৬, খৃঃ পূঃ যেৰুজেলেম ধ্বংস কৰিলে আৰু চুলেইমানৰ মন্দিৰ পুৰি পেলালে। চোৱাঁ Jewish Encycl, খণ্ড ৬, পৃ ৬৬৫, আৰু খণ্ড ৭, পৃ ১২২। এজ্‌ৰা আৰু নেহিমায়াৰ দিনত ( ৫১৫ খৃ, পূ ) নগৰ আৰু মন্দিৰ পুনৰ নিৰ্ম্মাণ কৰা হ'ল।

সেইবিলাকে নগৰৰ ভিতৰলৈ সোমাই আহিল ; আৰু (আমাৰ) পূৰ্ণ হ'ব লগীয়া প্ৰতিশ্ৰুতি পূৰ্ণ হ'ল।

৭। কালচক্ৰত সিহঁতৰ ওপৰত আমি তোমালোকক পুনৰায় ক্ষমতা দান কৰিলোঁ, আৰু প্ৰচুৰ ধন-সম্পদ আৰু বহু সন্তান-সন্ততি দ্বাৰা তোমালোকক সাহায্য কৰিলোঁ, আৰু তোমালোকক সংখ্যা-গৰিষ্ঠ জাতি কৰি তুলিলোঁ[৫]।

৮। (এনে অৱস্থাত) যদি তোমালোকে সজ কাম কৰিছা নিজ আত্মা-সমূহৰ কাৰণেই সজ কাম কৰিছা ; আৰু যদি অসৎ কাম কৰিছা সিও নিজ আত্মাসমূহৰ কাৰণে ; তাৰ পিছত যেতিয়া দ্বিতীয় প্ৰতিশ্ৰুতিৰ সময় পালেহি (তেতিয়া আমি আন কিছুমানক পঠালোঁ) যাতে সিহঁতে (আক্ৰমণ কৰি) তোমালোকৰ মুখ বিষাদেৰে মলিন কৰে[৬], আৰু যাতে সিহঁতে প্ৰথমবাৰ যিদৰে মচ্‌জিদৰ ভিতৰলৈ সোমাই আহিছিল সেইদৰে (আৰু এবাৰ) সোমাই আহে, আৰু যাতে সিহঁতৰ হাতত যি পৰে তাকে সমূলি বিনাশ কৰে।

৯। এনে হ'ব পাৰে তোমালোকৰ প্ৰভুৱে তোমালোকৰ প্ৰতি কৰুণা প্ৰদৰ্শন কৰে[৭] ; কিন্তু যদি তোমালোক (পূৰ্ব্বৰ বিৰুদ্ধাচৰণৰ পিনে) উভতি যোৱা, আমিও (শাস্তি দিবলৈ) উভতি আহিম ; আৰু অবিশ্বাসীবিলাকৰ নিমিত্তে আমি নৰকক বন্দীশাল কৰি থৈছোঁ।

১০। বাস্তৱতে যি বাট আটাইতকৈ পোণ সেই বাটেদি এই কোৰানে (মানুহক) পৰিচালিত কৰে, আৰু যি বিশ্বাসীসকলে সজ কাম কৰে সেইসকলক এই শুভ-সংবাদ প্ৰদান কৰে, তেওঁলোকলৈ নিশ্চয় থাকিব (আল্লাৰ) মহান প্ৰতিদান ;

১১। কিন্তু যিবিলাকে পৰলোকত বিশ্বাস নকৰে সিহঁতৰ নিমিত্তে আমি প্ৰস্তুত ৰাখিছোঁ যন্ত্ৰণাদায়ক শাস্তি।

---

৫। মিদিয়া আৰু ইৰানৰ ৰজা চাইৰচে ইস্ৰাইলজাতিক সহায় কৰিলে, আৰু পেলেষ্টাইনলৈ উভতি আহিবলৈ দিলে। চোৱা, Historians' History of the World. খণ্ড ২, পৃ ১২৬।

৬। ৭০ খৃষ্টাব্দত ৰোমীয় সম্ৰাট টাইটচে পেলেষ্টাইন আক্ৰমণ কৰি চুলেইমানৰ মন্দিৰ বিনাশ কৰিলে, আৰু তাৰ চিন পৰ্য্যন্ত নাৰাখিলে।

৭। ইহুদীবিলাকে যেন উদ্ধতালি এৰি হজ্ৰত মহম্মদক (ছ) গ্ৰহণ কৰি আল্লাৰ কৰুণা লাভ কৰে।

## ৰুকু ২

নিশাৰ আন্ধাৰ আৰু দিনৰ পোহৰ দুয়ো আল্লাৰ নিদৰ্শন ; নিজ কৰ্মৰ নিমিত্তে মানৱ নিজেই দায়ী ; ইচ্লামে প্ৰায়শ্চিত্তবাদ সমৰ্থন নকৰে ; বহুল নহালৈকে ব্যাপকৰূপে শাস্তি নাহে ; পৰলোকৰ সুখ চিৰস্থায়ী ; আল্লাৰ কৰুণা সীমাবদ্ধ নহয় ।

১২ । আৰু মানুহে মঙ্গল প্ৰাৰ্থনা কৰাৰ দৰে অমঙ্গলো[৮] প্ৰাৰ্থনা কৰে, কিয়নো মানুহ শীঘ্ৰতা প্ৰিয় ।

১৩ । আৰু নিশা আৰু দিনক আমি দুটা নিদৰ্শন স্থিৰ কৰিছোঁ ; আৰু নিশাৰ নিদৰ্শনক আমি আন্ধাৰেৰে ঢাকিছোঁ ; আৰু দিনৰ নিদৰ্শনক পোহৰ দিওঁতা কৰিছো, যাতে তোমালোকে নিজ প্ৰভুৰ পৰা কৃপা[৯] বিচাৰিব পাৰা, আৰু যাতে বছৰবোৰৰ সংখ্যা আৰু সময়ৰ গতিৰ গণনাৰ জ্ঞান লাভ কৰিব পাৰা ; আৰু ( এই কোৰানত ) সকলোখিনি ( জানিব লগীয়া ) বিষয় আমি বিশ্লেষণ কৰি বৰ্ণনা কৰিছোঁ ।

১৪ । আৰু প্ৰত্যেক মানুহৰ ( কাৰ্য্যৰ ) পৰিণাম তাৰেই গলত আমি বান্ধি ৰাখিছোঁ[১০] ; আৰু পুনৰুত্থানৰ দিনা তাৰ ( চকুৰ ) আগতে তাৰ কাৰ্য্যলিপি উলিয়াই ৰাখিম ; সেইখন সি খোলা দেখিবলৈ পাব ।

৮ । বহুত সময়ত মানুহে মঙ্গলৰ প্ৰাৰ্থনা কৰে, তাত যে তাৰ নিমিত্তে অমঙ্গল থাকিব পাৰে সি বুজি নাপায় । সেই কাৰণে সুফী সকলে কয়, প্ৰাৰ্থনা কৰা আমাৰ কাম ; কিন্তু প্ৰাৰ্থনাৰ ফল স্বৰূপ আল্লাই যিহকে দিয়ে তাতে আমাৰ মঙ্গল আছে বুলি ভাবি সন্তুষ্ট থকা আমাৰ কৰ্ত্তব্য ।

৯ । কোৰানৰ বহু ঠাইত 'কৃপা বিচৰাৰ' অৰ্থ জীৱিকা অৰ্জ্জন কৰা । চোৰা, ৬২ : ১০ ।

১০ । চোৰা, ৭ : ১৩২ আৰু টী । ত্বৈৰ, ত্বাইৰৰ অৰ্থ পক্ষী । আৰববিলাকে চৰাই উৰাৰ গতি চাই মঙ্গল-অমঙ্গলৰ ভবিষ্যৎ গণনা কৰিছিল । পিছত অৰ্থ হ'ল, 'এনে কাৰ্য্য যি ফাঁচ লগোৱা অৰিৰ দৰে ডিঙিত লাগি থাকে'—আ, ম ।

১৫। (তাক আদেশ দিয়া হব,) তুমি নিজৰ কাৰ্য্যলিপি পাঠ কৰা; আজি তোমাৰ বিৰুদ্ধে লেখ লবৰ নিমিত্তে তোমাৰ আত্মাই যথেষ্ট।[১১]

১৬। যিজনে সুপথে যাব ধৰিছে সেইজনে সুপথ লাভ কৰিছে কেৱল নিজৰ মঙ্গলৰ নিমিত্তে; আৰু যিজন বিপথে গৈছে সেইজনে বিপথে গৈ নিজৰে অনিষ্ট সাধন কৰিছে। আৰু কোনো এজন ভাৰ বহন কৰোঁতাই অইনৰ ভাৰ বহন নকৰিব[১২]; আৰু (কোনো জাতিকে সতৰ্ক কৰি দিবলৈ) ৰচুল প্ৰেৰণ নকৰালৈকে আমি শাস্তি নিদিওঁ।[১৩]

১৭। আৰু যেতিয়া কোনো এখন নগৰ ধ্বংস কৰিবলৈ আমি সঙ্কল্প কৰোঁ তেতিয়া (প্ৰথমে) সুখ-শান্তিত থকা প্ৰধান নগৰবাসীবিলাকলৈ (ৰচুলৰ দ্বাৰা) আমাৰ আদেশ পঠাওঁ; তথাপি যদি সিহঁতে তাৰ বিৰুদ্ধাচৰণ কৰে, সিহঁতৰ বিৰুদ্ধে (আমাৰ শাস্তিৰ) বাণী সিদ্ধান্ত হয়। তাৰ ফলত আমি সিহঁতৰ সমূলি ধ্বংস সাধন কৰোঁ।

১৮। আৰু নুহৰ পিছত (সেইদৰে) কত জাতিকে আমি ধ্বংস কৰি আহিছোঁ; আৰু নিজ ভৃত্যবিলাকৰ অপৰাধসমূহ সম্পূৰ্ণৰূপে জানিবলৈ (আৰু) দেখিবলৈ তোমাৰ প্ৰভুৱেই যথেষ্ট।

১৯। যেয়ে ইহজীৱনৰ[১৪] (অস্থায়ী সুখৰ) বাসনা কৰে, আমাৰ যি ইচ্ছা সেয়ে আৰু যাকে ইচ্ছা তাকে ইহজীৱনতেই শীঘ্ৰে প্ৰদান কৰিম; পিছত তাৰ নিমিত্তে আমি স্থিৰ কৰি থৈছোঁ নৰক; তাতে সি প্ৰবেশ কৰিব নিন্দিত হৈ, ঘৃণিত হৈ।

২০। কিন্তু যিসকলে পৰলোকৰ (সুখ-শান্তিৰ) কামনা কৰে, আৰু তাৰ

---

১১। পৃথিৱীত তুমি কৰা কামৰ নিমিত্তে আজি মহা বিচাৰৰ দিনা তুমি নিজেই সাক্ষী।

১২। এজনে আন এজনৰ পৰিত্ৰাণৰ কাৰণে শাস্তি গাত লোৱাত (vicarious suffering), অথবা আনৰ পাপৰ প্ৰায়শ্চিত্ত দিয়াত ইচ্‌লামে বিশ্বাস নকৰে; আৰু সেই কাৰণে ই খৃষ্টিয়ানবিলাকৰ প্ৰায়শ্চিত্ত-বাদৰ (doctrine of atonement) ঘোৰ বিৰোধী।

১৩। ৰচুল দ্বাৰা আগতে মানৱক সতৰ্ক নকৰি আল্লাই শাস্তি নিদিয়ে। এয়ে তেওঁৰ নিয়ম; কোৰানৰ প্ৰায় ঠাইতে এই নিয়মৰ উল্লেখ আছে, যেনে, ২৮ : ৬০ ; ৩৫ : ৩৮ ; ৩৯ : ৭২ ; ৬৭ : ৯, ১০। তলৰ আঃ ১৭ তো তাৰে উল্লেখ হৈছে।

১৪। 'যি শীঘ্ৰে আহে, বৰ্ত্তমানে; পাৰ্থিৱ জীৱন'—আ, ম।

কাৰণে যেনে সাধনা কৰা উচিত তেনে সাধনা কৰে, আৰু বিশ্বাসত[১৫] দৃঢ় হৈ থাকে, সেইসকলৰ সাধনা ( আল্লাৰ ওচৰত ) আদৰণীয়।

২১। আমি সকলোকে সাহায্য কৰোঁ—এই বিলাককো আৰু সেই-বিলাককো[১৬]—তোমাৰ প্ৰতিপালকৰ দানৰ ভাগ দি ; আৰু তোমাৰ প্ৰতিপালকৰ দান সীমাবদ্ধ[১৭] নহয়।

২২। তুমি লক্ষ্য কৰা, ( এই পাৰ্থিৱ জীৱনত ) আমি তেওঁলোকৰ কিছুমানক কিছুমানৰ ওপৰত কিৰূপে শ্ৰেষ্ঠতা দান কৰিছোঁ ; আৰু পৰলোকৰ জীৱন নিশ্চয় সম্ভ্ৰমত অধিক মহান আৰু শ্ৰেষ্ঠতাত উচ্চতম।

২৩। আল্লাৰ অংশী কৰি তুমি[১৮] আন উপাস্য নাপাতিবা। তেনে কৰিলে তুমি বহি পৰিবা নিন্দিত হৈ, লাঞ্ছিত হৈ।

## ৰুকু ৩

পিতৃ-মাতৃৰ সৈতে সদয়-ব্যৱহাৰ ; মুচ্‌লিমৰ ধন-সম্পত্তিত দীন-দুখীয়া আৰু অভাৱগ্ৰস্ত পথিকৰো অংশ আছে ; অপব্যয় আৰু কৃপণতা দুয়ো অনুচিত আচাৰ।

২৪। আৰু তোমাৰ প্ৰভুৱে নিশ্চিতকৈ আদেশ দিছে—তেওঁক (আল্লাক) এৰি তোমালোকে আইনৰ আৰাধনা নকৰিবা ; আৰু পিতৃ-মাতৃৰ সৈতে সদয় ব্যৱহাৰ কৰিবা ; দুয়োৰ এজনে অথবা দুয়ো তোমাৰ আগতে বুঢ়া বয়স পালে

১৫। দৃঢ় বিশ্বাস হৈছে ধৰ্মৰ ধমনী, ধৰ্ম-প্ৰেৰণাৰ উৎগতিৰ স্থান ( dynamic source )।

১৬। যিবিলাকৰ দৃষ্টি পাৰ্থিৱ জীৱনতকৈ আগলৈ নেযায় ; আৰু যিবিলাকে পৰলোকৰ চিৰকলীয়া সুখ-শান্তিৰ কামনা কৰে।

১৭। আল্লা 'ৰহীম', বিশ্বাসী ঈশ্বৰ প্ৰেমীক প্ৰতিদান দিওঁতা। আল্লা 'ৰহ্‌মান' বিশ্বাসী-অবিশ্বাসী সকলোকে সাধাৰণ অনুগ্ৰহৰ ভাগ দিওঁতা।

১৮। বহুত ঠাইত হজ্‌ৰত ৰচুলক ( স্ব ) সম্বোধন কৰা হয়, কিন্তু প্ৰকৃততে তেওঁৰ অনুগামীবিলাকক, আৰু কেতিয়াবা সমগ্ৰ মানৱজাতিক সম্বোধন কৰা হৈছে বুজিব লাগে। পিছৰ, আঃ ২৪ তো হজ্‌ৰতকে ( স্ব ) আদেশ দিয়া হৈছে সেই অৰ্থত।

দুইৰে প্ৰতি অপ্ৰীতিকৰ এটি শব্দও উচ্চাৰণ নকৰিবা ; আৰু তেওঁ দুইকে গৰিহা নকৰিবা, আৰু তেওঁলোকৰ সৈতে আদৰ সম্মানেৰে কথা পাতিবা[১৯]।

২৫। আৰু তুমি দুইকে মৰমেৰে বিনয়ৰ পাখিৰে[২০] ঢাকি লবা, আৰু এইদৰে প্ৰাৰ্থনা কৰিবা,—হে মোৰ প্ৰভু, শিশু অৱস্থাত যিদৰে দুয়ো মোৰ পোহ-পাল কৰিছিল সেইদৰে তুমিও তেওঁলোকৰ প্ৰতি কৰুণা বৰ্ষণ কৰা।

২৬। তোমালোকৰ অন্তৰসমূহত যি নিহিত সকলো তোমাৰ প্ৰভুৱে ভালকৈ জানে ; যদি তোমালোক ধৰ্ম্মপৰায়ণ হোৱা তেন্তে ( জানি থোৱা ) তেওঁ সেইসকলৰ প্ৰতি শ্ৰেষ্ঠ ক্ষমাশীল যিসকলে ( অনুতপ্ত মনেৰে ) তেওঁৰ ফালে ঘূৰি আহে।

২৭। আৰু আত্মীয় স্বজনক আৰু দীন-দুখীয়াক[২১] আৰু পথিকক সিহঁতৰ যি ( ন্যায্য ) স্বত্ব প্ৰদান কৰিবা ; আৰু অপৰিমিতৰূপে ধন ব্যয় নকৰিবা।

২৮। যিবিলাকে ধন অপৰিমিতৰূপে ব্যয় কৰে সিহঁত নিশ্চয় শয়তান-বিলাকৰ ভাই-ককাই ; আৰু শয়তান হৈছে নিজ প্ৰভুৰ অশলাগী[২২]।

২৯। আৰু তোমাৰ প্ৰভুৰ পৰা যি কৰুণাৰ আশা কৰা তাকে বিচাৰি ফুৰিব লগাত পৰি[২৩] সিহঁতৰ পৰা যদি তুমি মুখ ঘূৰাই লবলৈ বাধ্য হোৱা, তেন্তে মিঠা মাতেৰে ( এই কথা ) সিহঁতক বুজাই দিবা।

---

১৯। হজ্ৰতৰ (স্ব) হদীছ আছে, 'তোমালোকৰ নিমিত্তে তোমালোকৰ পিতৃ-মাতৃয়ে স্বৰ্গ আৰু নৰক।'—মিশ্‌কাত। ইয়াৰ অৰ্থ এই পিতৃ-মাতৃৰ সৈতে সদয় ব্যৱহাৰ কৰিলে স্বৰ্গ লাভ হয়, আৰু অসৎ ব্যৱহাৰ কৰিলে প্ৰতিফল হব নৰক। মাতৃ-সেৱা সম্বন্ধে হজ্ৰতে (স্ব) কৈছে, 'স্বৰ্গ তোমালোকৰ মাতৃসকলৰ ভৰিৰ তলত।'

২০। এই সুন্দৰ ৰূপকটি ১৫ : ৮৯ তো ব্যৱহৃত হৈছে, য'ত হজ্ৰতক কোৱা হৈছে বিশ্বাসীসকলক তোমাৰ পাখিৰে আবৰি লোৱা।

২১। ইচ্‌লামৰ বিধানমতে দীন-দুখীয়াৰো আমাৰ সা-সম্পত্তিত ভাগ আছে। চোৱা, ৫১ : ২০।

২২। ধন-সম্পত্তিও আল্লাৰ অনুগ্ৰহ। যি এই অনুগ্ৰহৰ শলাগ নলয় আৰু ধনৰ অপব্যয় কৰে যি শয়তানৰূপী মানুহ। অইন ঠাইত ( ১৪ : ৮ ) আল্লাই কৈছে, যদি তোমালোকে শলাগ লোৱা মোৰ দান তোমালোকৰ প্ৰতি মই নিশ্চয় বৃদ্ধি কৰিম।

২৩। অৰ্থাৎ তুমি যদি নিজেই অভাৱত পৰা, অইনক ধন দান কৰিবা কেনেকৈ ? তিৰস্কাৰ নকৰি মগনীয়াক বুজাই কৰা। চোৱা, ৯৩ : ১১।

৩০। আৰু তুমি নিজৰ হাত নিজৰ ডিঙিতেই বান্ধি নথবা[২৪], নাইবা হাত অতিপাত দীঘল নকৰিবা; তেনে কৰিলে তুমি নিন্দনীয়, নিঃসহায় হৈ পৰি থাকিবা।

৩১। নিশ্চয় তোমাৰ প্ৰভুৱে যাৰে ইচ্ছা তাৰে নিমিত্তে জীৱিকা প্ৰশস্ত কৰে, আৰু ( প্ৰয়োজন অনুসৰি ) সঙ্কীৰ্ণও কৰে; অৱশ্যে তেওঁ নিজ ভৃত্যবিলাকৰ অৱস্থা ভালকৈ জানে, ভালকৈ দেখে।

## ৰুকু ৪

সন্তান হত্যা, ব্যভিচাৰ, মানুহ-হত্যা ইচ্‌লামত একেবাৰে নিষিদ্ধ;
মাউৰাৰ সম্পত্তি-ৰক্ষা; মুচ্‌লিমৰ জীৱনৰ
লক্ষ্য, এক আল্লাত বিশ্বাস স্থাপন;
তেওঁৰ পুত্ৰ-কন্যা নাই।

৩২। আৰু দাৰিদ্ৰ্যৰ আশঙ্কা কৰি তোমালোকে নিজ সন্তান-সন্ততিৰ প্ৰাণ নাশ নকৰিবা[২৫]। জীৱিকা প্ৰদান কৰোঁ আমিয়ে, সিহঁতকো আৰু তোমালোককো ইয়াত কোনো সন্দেহ নাই, সিহঁতৰ প্ৰাণ নাশ কৰা গুৰুতৰ পাপ।

৩৩। আৰু ব্যভিচাৰৰ[২৬] ওচৰো নাচাপিবা; নিশ্চয় ব্যভিচাৰ অশিষ্ট কাৰ্য্য আৰু নিকৃষ্ট আচৰণ।

৩৪। আৰু যি আত্মাক বধ কৰিবলৈ আল্লাই নিষেধ কৰিছে তাক অযথা কাৰণে তোমালোকে কেতিয়াও বধ নকৰিবা! আৰু এজনক যদি অন্যায়ৰূপে বধ

২৪। ধন সাঁচি থোৱা; নিজে ভোগ কৰিবলৈ আৰু পৰৰ হিত সাধনৰ অৰ্থে ধন ব্যয় নকৰা। মুচ্‌লিমক মধ্যপন্থী হব লাগে; নিজেও ধন ভোগ কৰিব লাগে আৰু পৰকো দান দিব লাগে।

২৫। চোৰা, ৫: ১৫৩। ইচ্‌লামৰ পূৰ্ব্বে কিছুমান আৰব উপজাতিৰ মাজত কন্যাবধৰ নিষ্ঠুৰ প্ৰথা প্ৰচলিত আছিল। পোহপাল কৰাৰ খৰচ, বিয়া যৌতুকৰ খৰচ বহন কৰা দুখীয়া মানুহৰ পক্ষে কঠিন হৈ পৰিছিল। এনে প্ৰথা তুলি দি ইচ্‌লামে যে নাৰীজাতিৰ প্ৰতি মহান অনুগ্ৰহ কৰিলে ইয়াত কি সন্দেহ হব পাৰে?

২৬। কুদৃষ্টিৰ পৰা ব্যভিচাৰৰ সূচনা হয় দেখি কোৰানে চকু তল কৰাৰ ( গৃহ-বন্ধৰ ) আদেশ দিছে পুৰুষকো, তিৰোতাকো। চোৰা ২৪: ৩০,৩১।

কৰা হয়, স্বৰূপতে সেইজনৰ উত্তৰাধিকাৰীক ( প্ৰতিশোধ নাইবা হত্যা-মূল্য দাবী কৰিবৰ ) অধিকাৰ আমি দান কৰিছোঁ; কিন্তু সি হত্যা সম্বন্ধে ( নিৰ্দ্দিষ্ট ) সীমা অতিক্ৰম কৰা অনুচিত[২৭]; ইয়াৰ কাৰণ এই, ( আইনৰ ) সাহায্য লবৰ ক্ষমতা তাক দিয়া হৈছে।

৩৫। আৰু মঙ্গল সাধনৰ উদ্দেশ্য বিনে মাউৰাৰ ধন-সম্পত্তিৰ ওচৰো নাচাপিবা[২৮], যেতিয়ালৈকে সি সাবালক অৱস্থা নাপায়; আৰু তোমালোকে কৰা অঙ্গীকাৰ[২৯] পালন কৰিবা; নিশ্চয় প্ৰত্যেক অঙ্গীকাৰ সম্বন্ধে প্ৰশ্ন কৰা হব।

৩৬। আৰু ( বস্তুৰ ) মাপ-জোখ কৰোঁতে পূৰ্ণ পৰিমাণ দিবা; আৰু সঠিক তৰ্জুৰে ওজন কৰিবা; এয়ে কল্যাণকৰ, ইয়াৰ পৰিণামো মঙ্গলজনক।

৩৭। আৰু যি বিষয়ে তোমাৰ ( সঠিক ) জ্ঞান নাই তাৰ অনুধাৱন নকৰিবা[৩০]; এই সম্বন্ধে কাণ আৰু চকু আৰু অন্তঃকৰণ প্ৰভৃতিৰ প্ৰত্যেকটোকেই নিশ্চয় প্ৰশ্ন কৰা হব।

৩৮। আৰু পৃথিৱীত তুমি উদ্ধতালি কৰি ঘূৰি নুফুৰিবা, কিয়নো এইদৰে তুমি পৃথিৱীক কেতিয়াও ফালিব নোৱাৰা, আৰু কেতিয়াও পৰ্ব্বতসমূহৰো সমান ওখ হব নোৱাৰা।

৩৯। এনেবোৰ নিকৃষ্ট আচৰণ তোমাৰ প্ৰভুৰ কাষত অতিশয় ঘৃণণীয়।

৪০। তোমাৰ প্ৰভুৱে তোমাৰ প্ৰতি যি পূৰ্ণ জ্ঞানৰ অৱতাৰণা কৰিছে ই ( এই কোৰাণ ) তাৰে এক অংশ মাত্ৰ; এতেকে আল্লাৰ সঙ্গী কৰি তুমি আন উপাস্য পাতি নলবা[৩১]; তাকে যদি কৰা তোমাক নৰকত নিক্ষেপ কৰা হব, নিন্দিত, বৰ্জ্জিত অৱস্থাত।

৪১। কি ! ই সম্ভৱপৰ নে, তোমালোকৰ প্ৰভুৱে তোমালোকক পুত্ৰ-বিলাক দান কৰিবলৈ বাচি লৈছে, কিন্তু তেওঁ নিজে গ্ৰহণ কৰিছে ফিৰিশ্‌তাবিলাকৰ

---

২৭। চোৰা, ২: ১৭৯, য'ত, সীমা নিৰ্ণয় কৰি দিয়া হৈছে। যি প্ৰতিশোধ নিজে লব নোৱাৰে ৰাষ্ট্ৰবিধানে তাৰ ব্যৱস্থা কৰিব।

২৮। চোৰা ৬: ১৫৪।

২৯। অভিভাৱক স্বৰূপ মাউৰাৰ সম্পত্তি ৰক্ষা কৰিবলৈ যি অঙ্গীকাৰ কৰা।

৩০। (১) যি কথাৰ সত্যতাৰ প্ৰমাণ নাই তেনে কথা নকবা; (২) আনক অন্যায়ভাৱে দোষাৰোপ নকৰিবা।

৩১। সকলো প্ৰকাৰ পাপৰ মূল আৰু আদি হৈছে শিৰ্‌ক্, অইন মানুহক বা শক্তিক আল্লা স্থান দিয়া।

কিছুমানক কন্যাৰূপে ? ইয়াত কোনো সন্দেহ নাই, প্ৰকৃততে তোমালোকে এটা অতিশয় গুৰুতৰ কথা কব ধৰিছা ।

## ৰুকু ৫

বিশ্বজগতে আল্লাৰ মহিমা আৰু একত্ব ঘোষণা কৰে ; অবিশ্বাস এটা আবৰণ, আৰু আধ্যাত্মিক উন্নতিৰ ডাঙৰ অন্তৰায় ; পাৰ্থিৱ জীৱন থন্তেকীয়া, পৰলোকৰ সুখ অনন্ত ।

৪২ । আৰু স্বৰূপতে এই কোৰানত আমি নানাৰূপে (সত্য) বৰ্ণনা কৰিছোঁ, সিহঁতে যেন উপদেশ গ্ৰহণ কৰে ; কিন্তু ইয়াৰ দ্বাৰা সিহঁতৰ অসন্তোষহে বৃদ্ধি পাইছে ।

৪৩ । তুমি কোৱাঁ, যদি তেওঁৰ লগতে সিহঁতে কোৱাৰ দৰে অইন উপাস্য-বিলাক থকাহেতেন, সিহঁতে নিশ্চয় সিংহাসনৰ গৰাকীৰ কাষলৈ যোৱা বাট বিচাৰি পালেহেতেন[৩২] ।

৪৪ । তেওঁ পৰম পৱিত্ৰ : আৰু সিহঁতে ( তেওঁৰ প্ৰতি ) যি আৰোপ কৰে, তাৰ পৰা তেওঁ বহু ওখত, অতি উচ্চ, মহান ।

৪৫ । তেওঁৰেই পৱিত্ৰতাৰ কীৰ্ত্তন কৰে সাতোখন আকাশে আৰু পৃথিৱীয়ে, আৰু তাৰে মাজত যি বিদ্যমান সকলোৱে ; আৰু প্ৰশংসাৰে সৈতে তেওঁৰ পৱিত্ৰতাৰ কীৰ্ত্তন নকৰে এনে বস্তুৱেই নাই ; কিন্তু সেইবোৰৰ পৱিত্ৰতা-কীৰ্ত্তন তোমালোকে বুজি নোপোৱা[৩৩] ; তেওঁ নিশ্চয় অতি সহিষ্ণু, শ্ৰেষ্ঠ ক্ষমাশীল ।

---

৩২ । সিহঁতে ভাবিছিল সিহঁতৰ উপাস্যবিলাকে সিহঁতৰ হৈ আল্লাৰ ওচৰত মধ্যস্থতা কৰিব ; তাৰ ফলত সিহঁতে আল্লাৰ সহায় লাভ কৰিব । চোৱাঁ, ১০ : ১৯ ; ৩৯ : ৪ । কিন্তু বিশ্বাসীসকলৰ বিৰুদ্ধে অংশীবাদীবিলাকে আল্লাৰ সহায় লাভ কৰা নাছিল । এতেকে সিহঁতৰ এনে বিশ্বাসত সাৰ নাই । আৰু সেই উপাস্যবিলাকো শক্তিহীন ।

৩৩ । বিশ্বজগতৰ সৌন্দৰ্য্য আৰু শৃঙ্খলাৰ মাজেদি সৃষ্টিকৰ্ত্তাৰ মহিমা, শক্তি আৰু পৱিত্ৰতা প্ৰকাশ পায় । তাকে চিন্তাশীল সকলে বুজিব পাৰে ।

৪৬। আৰু যেতিয়া তুমি কোৰান পাঠ কৰা তোমাৰ আৰু যিবিলাকে পৰকালত বিশ্বাস নকৰে সেইবিলাকৰ মাজত আমি এখন অদৃশ্য আবৰণ[৩৪] নিক্ষেপ কৰোঁ।

৪৭। আৰু আমি ঢাকনি পেলাওঁ সিহঁতৰ অন্তৰসমূহত, আৰু সিহঁতৰ কাণবোৰ আমি গধুৰ কৰোঁ; তাৰ ফলত সিহঁতে সেই কোৰান শুনিয়ো নুবুজে; আৰু যেতিয়া তুমি কোৰান পাঠ কৰোঁতে তোমাৰ কেৱল একমাত্র প্রভুকে স্মৰণ কৰা সিহঁতে অসন্তোষ প্ৰকাশ কৰি পিঠিদি ঘূৰি যায়।

৪৮। সিহঁতে যেতিয়া তোমাৰ পিনে কাণ দিয়ে কি কথালৈ অন্যায়কাৰীবিলাকে কাণ দিয়ে আমি ভালকৈ জানো; আৰু আমি জানো যেতিয়া নিজৰ মাজতে গোপনে পৰামৰ্শ কৰি (সিহঁতক) কয়, কেৱল এনে মানুহ এজনৰ তোমালোকে অনুসৰণ কৰিছা যিজন কুহক-গ্ৰস্ত[৩৫]।

৪৯। চোৱাঁ, তোমালোকলৈ সিহঁতে কেনে উপমাবোৰ সাজিব ধৰিছে! গতিকে সিহঁত বিপথে গৈছে, আৰু সজ বাট ধৰিবলৈ সিহঁত শক্তিহীন।

৫০। আৰু সিহঁতে কয়, আমি (এবাৰ) অস্থি আৰু ধুলিকণাত পৰিণত হোৱাৰ পাছত সচাকৈয়ে নতুন সৃষ্টিৰূপে আমাৰ পুনৰুত্থান[৩৬] হব নে?

৫১। তুমি কোৱাঁ, (মৃত্যুৰ পাছত) তোমালোক শিলেই হোৱা নাইবা লো হোৱা,

৫২। নাইবা সৃষ্টিৰ এনে বস্তুত পৰিণত হোৱা যি তোমালোকৰ অন্তৰসমূহে (তুনাই জীৱিত হোৱা) কঠিন বুলি ভাবে (তথাপি তোমালোকৰ পুনৰুত্থান সুনিশ্চিত)। সিহঁতে প্রশ্ন কৰিব, আমাক পুনৰায় কোনে জীৱন দান কৰিব[৩৭]? তুমি উত্তৰ দিয়াঁ, তোমালোকক যিজনে প্রথমবাৰ সৃজন কৰিছে সেইজনেই। তেতিয়া তোমাৰ আগত সিহঁতে নিজৰ মূৰবোৰ লৰাই সুধিব, তেনে ঘটনা ঘটিব কেতিয়া? তুমি কৰা, হব পাৰে তাৰ সময় ওচৰতে।

---

৩৪। অবিশ্বাস হৈছে আবৰণ। অবিশ্বাসীবিলাকে নিদর্শন দেখিও নেদেখে, সত্যৰ বাণী শুনিও নুশুনে। অহা আয়তে অৰ্থ স্পষ্ট কৰিছে। চোৱাঁ ২: ২৭, ২৮; ৪৭: ২৫।

৩৫। ইহুদীবিলাকে কৈ ফুৰিছিল, হজ্ৰত (স্ব) এজন যাদুগ্ৰস্ত। আৰবী শব্দ 'মচ্হুৰ' কৰ্ম্মবাচ্য, অৰ্থ যাদুগ্ৰস্ত। ঠাইবিশেষে কৰ্ত্তাবাচ্যৰূপেও ব্যৱহাৰ হয়। অৰ্থাৎ 'চাহিৰ্' যাদুকৰ।

৩৬। মৃত্যুৰ পাছত মানুহৰ পুনৰুত্থানত মুশ্ৰিক্ আৰববিলাকে বিশ্বাস নকৰিছিল।

৩৭। মৃত্যুৰ পাছত পুনৰ্জ্জীৱন লাভ কৰি মানুহে আল্লাৰ আগত উপস্থিত হব লাগিব মুচ্লিমৰ ই এটা ঘাই বিশ্বাস।

৫৩। সেইদিনা তোমালোকক তেওঁ আহ্বান কৰিব ; তেতিয়া তোমালোকে ( সেই আহ্বানৰ ) প্ৰত্যুত্তৰ দিবা, তেওঁৰ প্ৰশংসাৰ গুণ গাই ; আৰু ( তেতিয়া ) অনুভৱ কৰিবা, ( পুনৰুত্থানৰ পূৰ্ব্বে ) তোমালোকে অৱস্থান কৰিছিলা অলপ সময় মাথোন[৩৮]।

## ৰুকু ৬

মিঠা মাত একতাৰ সহায়ক ; ইস্ৰাইলে বিৰোধিতাৰ কাৰণে শাস্তি ভোগ কৰিছিল ; ইচ্‌লামৰ শত্ৰুবিলাকৰ সেয়ে পৰিণাম হব ; আল্লাৰ নিদৰ্শন প্ৰত্যেক জাতিলৈ আহে ; ইচ্‌লামৰ জয় সম্বন্ধে হজৰতৰ ( স্ব ) সপোন।

৫৪। আৰু তুমি মোৰ ভৃত্যবিলাকক কোৱাঁ, যি কথা উৎকৃষ্ট[৩৯] তাকে যেন সিহঁতে কয়। বাস্তৱতে সিহঁতৰ মাজত অনৈক্য সৃষ্টি কৰে শয়তানে ; ইয়াত কোনো সন্দেহ নাই, শয়তান মানৱৰ নিমিত্তে প্ৰকাশ্য শত্ৰু।

৫৫। তোমালোকৰ প্ৰভুৱে তোমালোকক ভালকৈ জানে ; যদি তেওঁৰ ইচ্ছা হয় তেওঁ তোমালোকৰ প্ৰতি কৰুণা বৰ্ষণ কৰিব, নাইবা তেওঁ ইচ্ছা কৰিলে তোমালোকক শাস্তি প্ৰদান কৰিব ; আৰু তোমাক সিহঁতৰ ওপৰত ৰক্ষকৰূপে[৪০] আমি প্ৰেৰণ কৰা নাই।

৫৬। আৰু আকাশমণ্ডলী আৰু পৃথিৱীত যিবিলাক বিদ্যমান সকলোৰে সম্বন্ধে তোমাৰ প্ৰভুৰ পূৰ্ণ জ্ঞান আছে ; আৰু স্বৰূপতে নবীসকলৰ কিছুমানক আন

৩৮। (১) পৃথিৱীৰ জীৱন খন্তেকীয়া আৰু পৰলোকৰ জীৱন অনন্ত। (২) কিছুমানৰ মতে মৃত্যু আৰু কিয়ামতৰ মাজৰ কাল বুজাইছে।

৩৯। টান কথা নকৈ হৃদয়গ্ৰাহী কথা কলে মিলাপ্ৰীতিৰ বাট মুকলি হয়। শয়তানেহে মানুহৰ মাজত অমিল আৰু কন্দল হলে ভাল পায়।

৪০। তুমি নবী। তোমাৰ কাম উপদেশ দিয়া ; সিহঁতে শুনক বা নুশুনক, সিহঁতৰ দুষ্কাৰ্য্যৰ কাৰণে তুমি দায়ী নোহোৱা ; সিহঁত নিজেই দায়ী।

কিছুমানৰ ওপৰত আমি শ্ৰেষ্ঠতা দান কৰিছোঁ ; আৰু দাউদক[৪১] আমি দান কৰিছিলোঁ জবুৰ গ্ৰন্থ।

৫৭। তুমি কোৱাঁ, তোমালোকে আল্লাত ভিন্ন যিবিলাকক ( উপাস্যস্বৰূপে ) ধৰি লৈছা সেইবিলাকক ( বিপদৰ সময়ত ) আহ্বান কৰি চোৱাঁ ; তেতিয়া ( জানিব পাৰিবা ) তোমালোকৰ পৰা কষ্ট দূৰ কৰিবলৈ নাইবা (তোমালোকৰ ভাগ্য) পৰিবৰ্ত্তন কৰিবলৈ সিহঁতৰ কোনো ক্ষমতা নাই।

৫৮। যিবিলাকক সিহঁতে আহ্বান কৰে সেইবিলাকে নিজেই নিজ প্ৰভুৰ সান্নিধ্য লাভ কৰিবৰ উপায় বিচাৰে[৪২],—এনেবিলাকেও যিবিলাক তেওঁৰ অধিক ওচৰ,—আৰু তেওঁৰ করুণাৰ প্ৰত্যাশা কৰে, আৰু তেওঁৰ শাস্তিলৈ ভয় কৰি থাকে ; ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰভুৰ শাস্তি ভয় কৰিবলগীয়া।

৫৯। আৰু ( অবাধ্যবিলাকৰ ) এনে কোনো নগৰ নাই যি পুনৰুত্থানৰ দিনৰ পূৰ্ব্বে আমি ধ্বংস নকৰোঁ অথবা তাৰ ( অধিবাসীবিলাকক ) আমি কঠোৰ শাস্তি নিদিওঁ ; এই কথা ( আল্লাৰ ) পুথিত লিপিবদ্ধ আছে।

৬০। আৰু আমি নিদৰ্শনসমূহ প্ৰেৰণ কৰাত একো প্ৰতিবোধ হব নোৱাৰে[৪৩], যদিও পূৰ্ব্ববৰ্ত্তীবিলাকে তেনে নিদৰ্শন মিছা বুলি অগ্ৰাহ্য কৰিছিল। ( চোৱাঁ ), ছমুদক স্পষ্ট চিনৰূপে আমি এজনি উট দান কৰিছিলোঁ ; কিন্তু তাইকে লৈ সিহঁতে অন্যায় কৰিছিল ; আৰু আমি নিদৰ্শন-সমূহ প্ৰেৰণ কৰোঁ কেৱল ( মানুহৰ অন্তৰত ) ভীতি সঞ্চাৰ কৰিবৰ অৰ্থে।

---

৪১। চোৱাঁ, ৫ : ৭৯ আৰু টী। দাউদ নবীয়ে (আ) ইস্ৰাইলক অভিশাপ দিয়া সম্বন্ধে চোৱা বা, গীত ৫০ : ৫ ; ৫৮ : ৬, ৮ ; ৫৯ : ১৩। তাৰ ফলত ইহুদীবিলাকৰ ওপৰত শাস্তিৰ পিছত শাস্তি নামিছিল। হজ্‌ৰত মহম্মদ (স্ব) তেওঁতকৈ শ্ৰেষ্ঠ নবী ; তেওঁ অভিশাপ দিয়া নাছিল ; বিৰোধীবিলাকে যদি নিজৰ বিৰুদ্ধাচৰণ পৰিবৰ্ত্তন নকৰে তেন্তে ইস্ৰাইলৰ দৰে সিহঁতেও আল্লাৰ শাস্তি ভোগ কৰিব।

৪২। সিহঁতৰ মিছা উপাস্যবিলাকে সিহঁতক পৰিত্ৰাণ দিব নোৱাৰে, কিয়নো সিহঁত আল্লাৰ সন্তুষ্টি লাভ কৰিবৰ নিমিত্তে নিজেই উৎকণ্ঠিত।

৪৩। পূৰ্ব্ববৰ্ত্তীবিলাকে আল্লাৰ নিদৰ্শনবোৰ অমান্য কৰাৰ কাৰণে যে আল্লাই পৰৱৰ্ত্তীবিলাকৰ প্ৰতি নিদৰ্শন প্ৰেৰণ নকৰিব বুলি অনুমান কৰা ভুল হব। আৰবৰ ছমুদ উপজাতিকো নিদৰ্শন দিয়া হৈছিল। সিহঁতৰ পাছতো আল্লাৰ নিদৰ্শনৰ শ্ৰোত প্ৰবাহিত

৬১। আৰু (মনত পেলোৱা) সেই সময় যেতিয়া আমি তোমাক কৈছিলোঁ, নিশ্চয় তোমাৰ প্ৰভুৱে মানৱক (নিজ বিধি-বিধানৰ সীমাৰ মাজতে) ঘেৰি ৰাখিছে; আৰু যি সপোন[৪৪] আমি তোমাক দেখুৱাইছিলোঁ তাকে, আৰু কোৰানত উল্লিখিত অভিশপ্ত গছ-জোপা[৪৫], আমি মানৱৰ নিমিত্তে স্থিৰ কৰিছোঁ পৰীক্ষাস্বৰূপ; আৰু আমি সিহঁতৰ অন্তৰত ভীতি সঞ্চাৰ কৰিছোঁ; কিন্তু বস্তুতঃ ইয়াৰ দ্বাৰা সিহঁতৰ বিষম বিৰোধিতা হে বাঢ়ে।

## ৰুকু ৭

ইব্‌লিচৰ অবাধ্যতা; প্ৰকৃত বিশ্বাসীসকল ইব্‌লিচৰ
প্ৰলোভনৰ বাহিৰে; সমুদ্ৰ-বাণিজ্য জাতীয়
উন্নতিৰ ডাঙৰ উপায়।

৬২। আৰু যেতিয়া আমি ফিৰিশ্‌তাবিলাকক এই আদেশ দিছিলোঁ, তোমালোকে আদমৰ বাধ্যতা স্বীকাৰ কৰা, তেতিয়া ইব্‌লিচৰ বাহিৰে সকলোৱে তেওঁৰ বাধ্যতা স্বীকাৰ কৰিলে[৪৬]। সি কলে, যিজনক তুমি আলতীয়া মাটিৰে সৃজন কৰিছা এনেজনৰ বাধ্যতা মই স্বীকাৰ কৰিম নে?

৬৩। সি (আৰু) কৈছিল, এনে এজন (অধমক) মোৰ ওপৰত শ্ৰেষ্ঠতা দিবলৈ তুমি কি দেখি বিচাৰ কৰিলা? যদি পুনৰুত্থানৰ দিনলৈকে মোক অৱসৰ

---

হৈ আছিল। আল্লাৰ নিদৰ্শন বুজাবলৈ কোৰানত এইবোৰ শব্দ ব্যৱহাৰ হৈছে, আয়াত্‌, ফুৰকান, বইয়েনত্‌। চোৱা, ৬ : ৫৮; ২০ : ১৩৪।

৪৪। চোৱা এই চুৰাৰ আঃ ২। ইচ্‌লামৰ সত্যতা পৃথিৱীৰ অধিকাংশ জাতিয়ে যে কালত গ্ৰহণ কৰিব তাৰে নিৰ্দ্দেশ দিয়া হৈছে।

৪৫। এই জোপা গছৰ নাম 'জকুম্‌'। চোৱা, ৩৭ : ৬৩ ৬৭। এই বিষাক্ত গছ জোপ যাভাৰ উপাচ্‌ (upas) গছৰ নিচিনা। হজ্‌ৰতৰ সপোনে যেনেকৈ ইচ্‌লাম জগতত বিয়পি পৰাৰ নিৰ্দ্দেশ দিছে তেনেকৈ বিষাক্ত গছ জকুমে বিৰোধীবিলাকৰ পতন আৰু বিনাশৰ এটা নিহিত ভৱিষ্যৎবাণী।

৪৬। চোৱা, ২ : ৩৫।

দিয়া তেন্তে তেওঁৰ বংশধৰবিলাকৰ অলপ কিছুমানক[৪৭] এৰি সকলোকে মই নিশ্চয় নিজ ক্ষমতাৰ অধীন কৰিম।

৬৪। তেওঁ আদেশ দিলে, তুমি নিজৰ বাট ধৰাঁ; কিন্তু সিহঁতৰ মাজৰ যিবিলাকে তোমাৰ অনুসৰণ কৰিব তেন্তে (জানি থোৱাঁ) তোমালোকৰ সকলোৱে প্ৰতিফল পাব নৰক—পূৰ্ণ প্ৰতিফল।

৬৫। আৰু সিহঁতৰ মাজৰ যিবিলাকৰ ওপৰত তোমাৰ ক্ষমতা চলে সিহঁতক প্ৰলোভনত পেলোৱাঁ মুখৰ কথাৰে, আৰু সিহঁতৰ বিৰুদ্ধে অভিযান চলোৱাঁ নিজৰ অশ্বাৰোহী সেনা আৰু নিজৰ পদাতিক সেনা লৈ, আৰু সিহঁতৰ ধন-সম্পত্তিত আৰু সন্তান-সন্ততিত তোমাৰ অংশ ৰাখি থোৱাঁ, আৰু সিহঁতক বহু (মিছা) প্ৰতিশ্ৰুতি দি থাকিবা; আৰু সিহঁতক শ্বয়তানে প্ৰতাৰণাৰ প্ৰতিশ্ৰুতিৰ বাহিৰে আৰু কি প্ৰতিশ্ৰুতি দিব?

৬৬। ইয়াত একো সন্দেহ নাই, যিসকল ভৃত্য মোৰ বাধ্য সেইসকলৰ ওপৰত তোমাৰ একো ক্ষমতা নচলে; আৰু কাৰ্য্যসম্পাদকৰূপে তোমাৰ প্ৰভুৱেই যথেষ্ট[৪৮]।

৬৭। সেইজনেই তোমালোকৰ প্ৰভু যিজনে তোমালোকৰ কাৰণে সমুদ্ৰত জাহাজ সঞ্চালন কৰে, যাতে তোমালোকে (বাণিজ্য দ্বাৰা) তেওঁৰ কৃপা[৪৯] বিচাৰিব পাৰা; তোমালোকৰ প্ৰতি তেওঁ নিশ্চয় পৰম দয়ালু।

৬৮। আৰু যেতিয়া সাগৰৰ মাজত তোমালোকক বিপদে পায়, তেতিয়া যিবিলাকক তোমালোকে আল্লাক এৰি আহ্বান কৰা সিহঁত তোমালোকৰ কাষৰ পৰা আঁতৰি যায়; কিন্তু যেতিয়া তেওঁ তোমালোকক ৰক্ষা কৰি পাৰলৈ আনে তেতিয়া তোমালোক (তেওঁৰ পৰা) বিমুখ হৈ পৰা। আৰু প্ৰকৃততে মানৱ নিতান্ত অকৃতজ্ঞ।

৬৯। তেওঁ যে তোমালোকক স্থলৰ কোনো ঠাইত পোত খোৱাই মাৰিব পাৰে, নাইবা তোমালোকৰ প্ৰতি শিলৰ বৰষুণ নমাব পাৰে তাকে জানিও নিজকে

---

৪৭। আল্লাৰ বাধ্য সাধু পুৰুষ সকল। চোৱাঁ আঃ ৬৬।

৪৮। আল্লাৰ আৰু শ্বয়তানৰ মাজত এই বাক্যালাপ এটি উপমা মাত্ৰ। অৰ্থ হৈছে শ্বয়তানে নানা উপায় অৱলম্বন কৰিও প্ৰকৃত বিশ্বাসীসকলক নিজৰ বশত আনিব নোৱাৰে।

৪৯। ধন, ঐশ্বৰ্য্যকো কোৰানত আল্লাৰ 'কৃপা' বোলা হৈছে। ন্যায়ৰূপে ধন অৰ্জ্জন কৰা নিষিদ্ধ নহয়, ধনৰ অপব্যয় কৰাহে নিষিদ্ধ।

নিৰাপদ বুলি ভাবি লৈছা নে ?—অথচ তেনে অৱস্থাত তোমালোকক ৰক্ষা কৰে এনে এজনক বিচাৰিও নোলোৱা।

৭০। অথবা তেওঁ যে তোমালোকক ছুনাই তেনে দুৰ্গতিত পেলাব পাৰে, আৰু তোমালোকৰ অকৃতজ্ঞতাৰ কাৰণে তোমালোকৰ প্ৰতি ( সাগৰত ) ভীষণ ধুমুহা-বতাহ প্ৰেৰণ কৰি তোমালোকক বুৰাই মাৰিব পাৰে, এই বিষয়ে তোমালোক নিৰ্ভয় হৈছা নে ? অথচ তোমালোকৰ হৈ আমাৰ আগত এই কথাৰ গোচৰ দিবলৈ এজনকো বিচাৰি নোপোৱা।

৭১। আৰু স্বৰূপতে আদমৰ সন্তান-সন্ততিক আমি সন্মানিত কৰিছোঁ, আৰু স্থলত আৰু সাগৰত চলাচল কৰিবলৈ আমি সিহঁতক পাৰ্গতালি দিছোঁ[৫০], আৰু নানাবিধ বিশুদ্ধ বস্তু সিহঁতক দান কৰিছোঁ সিহঁতৰ জীৱিকা-নিৰ্ব্বাহৰ নিমিত্তে, আৰু আমি সৃষ্টি কৰা লোকৰ সৰহ ভাগৰ ওপৰতেই সিহঁতক পূৰ্ণ শ্ৰেষ্ঠতা দান কৰিছোঁ[৫১]।

## ৰুকু ৮

প্ৰত্যেক সম্প্ৰদায় নিজ নিজ নবীৰ লগত আমাৰ সন্মুখীন হব লাগিব ; ইহলোকৰ কাৰ্য্য সৈতে পৰলোকৰ প্ৰতিদানৰ সামঞ্জস্য ; হজৰতক দেশান্তৰ কৰিবলৈ অবিশ্বাসীবিলাকৰ ঘোৰ প্ৰচেষ্টা ; আল্লাৰ নিয়ম অটল।

৭২। সেই দিনা আমি প্ৰত্যেক জাতিকে সিহঁতৰ নেতাৰে[৫২] সৈতে আমাৰ সমুখে উপস্থিত কৰিম। পিছত প্ৰত্যেকজনকে তাৰ কাৰ্য্যলিপি দিয়া হব তাৰ

৫০। এই কেইটি আয়তত জল-যাত্ৰা আৰু সমুদ্ৰ বাণিজ্যৰ এটি অপূৰ্ব্ব দৃশ্য কোৰানে আঁকিছে। ইচ্‌লাম অহাৰ পূৰ্ব্বেও আৰববিলাক সুদক্ষ নাবিক আছিল। তেওঁলোকৰ জাহাজ আৰৱ সাগৰত চলিছিল আৰু চুমাট্ৰা, যাভা দ্বীপ সমূহৰ সৈতে তেওঁলোকে বেহা বেপাৰ কৰিছিল।

৫১। এই আয়তৰ পৰা স্পষ্টকৈ বুজিব পাৰি, কোৰানে মুচলমানবিলাকক জল যাত্ৰা দ্বাৰা দেশ বিদেশৰ লগত ব্যৱসা বাণিজ্যৰ সম্বন্ধ স্থাপন কৰিবলৈ উদ্‌গনি দিছে।

৫২। নবী আৰু ৰচুলক প্ৰশ্ন কৰা হব, তেওঁ নিজৰ দায়িত্ব কিদৰে সম্পন্ন কৰিছিল আৰু তেওঁৰ সম্প্ৰদায়ে তেওঁৰ বাধ্যতা স্বীকাৰ কৰিছিল নে তেওঁক আমান্য কৰিছিল।

সোঁহাতত[৫৩] ; সেইবিলাকে তেতিয়া নিজৰ কাৰ্য্যাবলী পাঠ কৰিব ; আৰু সেই-বিলাকৰ প্ৰতি অকণো অযথা অন্যায় কৰা নহব ।[৫৪]

৭৩। আৰু ইহলোকত যি দৃষ্টিহীন পৰলোকতো সি দৃষ্টিহীন, আৰু নিতান্ত পথভ্ৰষ্ট ।

৭৪। আৰু তোমাৰ প্ৰতি আমি যি প্ৰত্যাদেশ কৰিছোঁ তাকে লৈ সিহঁতে নিশ্চয় তোমাক পৰীক্ষাত পেলাব ধৰিছিল, যাতে তুমি আমাৰ বিৰুদ্ধে ইয়াৰ বাহিৰে আন বাণী সাজি লোৱা ; আৰু তুমি তাকে কৰা হলে সিহঁতে নিশ্চয় তোমাক নিজৰ বন্ধুৰূপে গ্ৰহণ কৰিলেহেতেন ।[৫৫]

৭৫। আৰু আমি তোমাক ( সত্যৰ ওপৰত ) দৃঢ়ৰূপে সংস্থাপিত নকৰাহলে তুমি সিহঁতৰ ফালে অলপ নহয় অলপ ঢাল লবলৈ উদ্যত হলাহেতেন ।[৫৬]

৭৬। তেনে অৱস্থাত আমি তোমাক এই জীৱনত দুগুণ শাস্তি আৰু মৃত্যুৰ পিছতো দুগুণ শাস্তিৰ সোৱাদ লবলৈ দিলোঁহেতেন ; তেতিয়া

---

৫৩। সোঁহাত মঙ্গলৰ আৰু বাওঁহাত অমঙ্গলৰ চিন। হজ্ৰতৰ্ মুখত ওলাইছিল. মোৰ প্ৰতিপালকৰ দুইখনেই সোঁহাত অৰ্থাৎ আল্লা অমিশ্ৰ মঙ্গলৰ গৰাকী।—ময্ম’উল বেহাৰ ।

৫৪। পাৰ্থিৱ জীৱনত যি আধ্যাত্মিকৰূপে অন্ধ সি স্বৰ্গৰ অপূৰ্ব্ব দৃশ্য দেখিব বা অনুভৱ কৰিব নোৱাৰিব। ইহলোক আৰু পৰলোকৰ অৱস্থাৰ মাজত সামঞ্জস্য নিশ্চয় থাকিব।

৫৫। অবিশ্বাসীবিলাকে হজ্ৰতক (স্ব) কৈছিল, কোৰানত বহুত ভাল শিক্ষা আছে আমি স্বীকাৰ কৰোঁ কিন্তু মূৰ্ত্তিপূজাৰ নিন্দা আমি সহিব নোৱাৰোঁ। যদি তুমি মূৰ্ত্তি পূজা নিষেধ নকৰা আমি তোমাক বন্ধুৰূপে গ্ৰহণ কৰিম।

৫৬। কোৰান অৱতীৰ্ণ নোহোৱা হলে যে হজ্ৰতে শিৰ্কৰ ফালে ঢাল ললে-হেতেন এনে অনুমান কৰা নিতান্ত ভুল। তেওঁক আল্লাই মহানবী কৰিবলৈ বাচি লৈছিল। তেওঁ লৰাকালৰে পৰা শিৰকৰ বিৰোধী আছিল। সক-সুৰা কথাত কোৰেইশৰ লগত আপোচ কৰা অসম্ভৱ নাছিল। কিন্তু কোৰান অৱতীৰ্ণ হোৱাৰ পাছত কোনো প্ৰকাৰ আপোচ কৰাও দুৰ্ব্বলতাৰ চিন হব, আৰ তেনে অৱস্থাত হজ্ৰতকো আল্লাই শাস্তিৰ পৰা ৰক্ষা নকৰে। চোৱাঁ আঃ ৭৬।

আমাৰ বিৰুদ্ধে তুমি নিজকে ৰক্ষা কৰিবলৈ কোনো এজন সহায় কৰোঁতাও বিচাৰি নাপালাহেঁতেন।

৭৭। আৰু সিহঁতে তোমাক এনে ভূৰবস্থাত পেলাবলৈ চেষ্টা কৰিছিল যাতে তুমি নিজৰ দেশ ত্যাগ কৰিবলৈ বাধ্য হোৱা; কিন্তু সিহঁতে তেনে কৰিব পৰা হলে, তোমাৰ পাছত (দেশত) সিহঁতে অলপদিনহে থাকিব পাৰিলেহেঁতেন।[৫৭]

৭৮। তোমাৰ পূৰ্ব্বেও যিসকল ৰচুল আমি প্ৰেৰণ কৰিছিলোঁ সেইসকলৰ সৈতেও আমাৰ একে নিয়ম প্ৰচলিত আছিল; আৰু আমাৰ নিয়মৰ পৰিবৰ্ত্তন তুমি কেতিয়াও দেখিবলৈ নোপোৱা।

## ৰুকু ৯

পাঁচোটি নমাজ বাধ্যতামূলক আৰু তহযুদৰ নমাজ স্বেচ্ছাধীন; ৰাতিপুৱাৰ কোৰান আবৃত্তি অধিক গ্ৰহনীয়; সকলো কাৰ্য্যত সত্য লক্ষ্য।

৭৯। (হে ৰচুল,) সূৰ্য্য আওঢলীয়া হোৱাৰ পাছৰ পৰা নিশাৰ আন্ধাৰ পৰ্য্যন্ত তুমি নমাজৰ প্ৰতিষ্ঠা কৰিবা[৫৮], আৰু ৰাতিপুৱা (নমাজত) কোৰান পাঠ কৰিবা, কিয়নো ৰাতিপুৱাৰ কোৰান-পাঠে আল্লাৰ অনুগ্ৰহ আকৰ্ষণ কৰে।

---

৫৭। কোৰেইশৰ একান্ত ইচ্ছা আছিল হজ্ৰতক মক্কাৰ পৰা উলিয়াই দিবলৈ। হিয্ৰতৰ (মক্কা ত্যাগৰ) আদেশ তেওঁক আল্লাইহে দিছিল। পাছৰ ঘটনাবলীয়ে প্ৰমাণ কৰিছিল যে হিয্ৰত ইচ্লাম প্ৰচাৰৰ অনুকূল হৈ শেহত সত্যৰ বিৰোধীবিলাকৰ পৰাজয়ৰ কাৰণ হৈ উঠিল। মক্কা বিজয়ৰ পাছতো হজ্ৰতে মদিনাতে অৱশিষ্ট জীৱন অতিবাহিত কৰিবলৈ ভাল পাইছিল।

৫৮। মধ্যাহ্নৰ পৰা ৰাতিলৈকে চাৰিবাৰ বাধ্যতামূলক নমাজ পঢ়া হয়, জোহৰ, আচৰ, মগৰিব আৰু আচৰৰ নমাজ। পঞ্চম নমাজ হৈছে বেলি ওলোৱাৰ আগতে পঢ়িব লগীয়া (ফজৰ) নমাজ।

৮০। আৰু (হে ৰচুল,) নিশাৰ এভাগত (পিছ বেলা) কোৰান পাঠৰ নিমিত্তে সাৰে থাকি তহযুদ্[৫৯] সম্পন্ন কৰিবা; ই তোমাৰ নিমিত্তে অতিৰিক্ত (স্বেচ্ছামূলক) প্ৰাৰ্থনা; অতি সত্তৰ ইয়াৰ কাৰণে তোমাৰ প্ৰভুৱে তোমাক মহিমান্বিত স্থানলৈ[৬০] উন্নত কৰিব।

৮১। আৰু প্ৰাৰ্থনা কৰিবা—হে মোৰ প্ৰভু, যেতিয়া তুমি মোক (কোনো ঠাইত) প্ৰবেশ কৰিবলৈ দিয়া, তাত যেন মোৰ প্ৰবেশ সত্যৰে সৈতে হয়; আৰু যি ঠাইৰ পৰা মোক ওলাই আহিবলৈ দিয়া তাৰ পৰা যেন মই সত্যৰে সৈতে ওলাব পাৰোঁ; আৰু নিজ সন্নিধানৰ পৰা এনে শক্তি মোক প্ৰদান কৰা যি (সকলো অৱস্থাতে) মোক সহায় কৰে।[৬১]

৮২। আৰু তুমি ঘোষণা কৰা—(চোৱাঁ) এতিয়া সত্যৰ আগমন হ'ল, আৰু অসত্য বিলুপ্ত হ'ল; অসত্য বিলুপ্ত হোৱা স্থিৰীকৃত আছিল।[৬২]

৮৩। আৰু বিশ্বাসীসকলৰ নিমিত্তে যি আৰোগ্য[৬৩] আৰু কৰুণা তাকে আমি কোৰানৰ দ্বাৰা অৱতীৰ্ণ কৰিছোঁ। কিন্তু ইয়াৰ দ্বাৰা অন্যায়কাৰীবিলাকৰ ক্ষতিহে[৬৪] বৃদ্ধি পায়!

৮৪। আৰু যেতিয়া মানৱক আমি অনুগ্ৰহ দান কৰোঁ, সি মুখ ঘূৰাই লয়

৫৯। 'হযুদ' শব্দৰ মানে, টোপনিৰ পৰা সাৰ পোৱা। নিশাৰ শেষ ভাগত তহযুদ্দৰ ইচ্ছাধীন নমাজ পঢ়া হয়। হজ্ৰতে (স্ব) এই নমাজ সদায় পঢ়িছিল, আৰু কোৰানৰ দীঘল চুৰাবোৰ পাঠ কৰিছিল। হজ্ৰতৰ (স্ব) উদাহৰণ বহু ধাৰ্ম্মিক মুচলমানে আজিও অনুগমন কৰি থাকে।

৬০। 'মক্কামে মহ্মুদ', অৰ্থাৎ সকলো প্ৰশংসাৰ যোগ্য গৌৰৱৰ স্থান। এই স্থানৰ গৰাকী হজ্ৰত মহম্মদক (স্ব) বোলা হৈছে। এই মহামান্বিত স্থানতকৈ বেছি ওখ ঠাই কল্পনা কৰিব নোৱাৰি। এই সম্বন্ধে চোৱাঁ, আজাদৰ তৰ্যুমতুল্ কোৰান, খণ্ড ২, পৃ, ৩৯, টী, ২০।

৬১। মক্কা বিজয়ৰ দিনা হজৰতে (স্ব) আল্লাৰ আলয় কা'বা খৰীফৰ ভিতৰত প্ৰবেশ কৰিবৰ সময়ত এই প্ৰাৰ্থনা কৰিছিল। বো আৰু মু।

৬২। কোৰানে তৌহীদৰ সত্য প্ৰতিষ্ঠিত কৰিলে, আৰু তাৰ ফলত খিৰ্ক্ দেশৰ পৰা আঁতৰ হল।

৬৩। কোৰানে সমগ্ৰ নৈতিক আৰু আধ্যাত্মিক ব্যাধি আৰোগ্য কৰে।

৬৪। কাৰণ, সিহঁতে সত্যক এৰি অসত্য অৱলম্বন কৰে।

আৰু একলীয়া হৈ থাকে; আৰু অমঙ্গলে তাক স্পৰ্শ কৰিলে সি নিৰাশ[৬৫] হৈ পৰে।

৮৫। তুমি কোৱাঁ, প্ৰত্যেকে কাৰ্য্য কৰে নিজ প্ৰকৃতি[৬৬] অনুসৰি; কিন্তু তোমাৰ প্ৰভুৱে ভালকৈ জানে কোন সুপথে বেছিকৈ আগ বাঢ়ি গৈছে।

## ৰুকু ১০

কোৰান সমগ্ৰ মানৱ জাতিৰ পথ-প্ৰদৰ্শক, কোৰানৰ শিক্ষা সকলো যুগৰ উপযোগী; অবিশ্বাসীবিলাকৰ অসম্ভৱ অনুৰোধসমূহ; হজৰত মহম্মদে (স্ব) ঐশ্বৰিকতাৰ দাবি কৰা নাই।

৮৬। আৰু (হে ৰচুল,) সিহঁতে তোমাক আত্মা[৬৭] সম্বন্ধে প্ৰশ্ন কৰে; তুমি কোৱাঁ, আত্মাৰ সৃষ্টি মোৰ প্ৰভুৰ আদেশৰ দ্বাৰা; আৰু যথাৰ্থ জ্ঞান তোমা-লোকক অলপহে দিয়া হৈছে।

---

৬৫। কাৰণ সিহঁতে তাৰ প্ৰতিকাৰ কৰিব নোৱাৰে। অসত্য হৈছে নিৰাশাৰ বেদবাক্য: untruth is the gospel of despair.

৬৬। যি আন্তৰিক অনুৰাগ, মানসিক প্ৰবৃত্তিৰ অনুযায়ী মানুহে কাম কৰে, তাকে 'শাকিলা' বোলে।

৬৭। (১) মানুহৰ আত্মা। মক্কাৰ পৌত্তলিকবিলাকে, সম্ভৱতঃ মদিনাৰ ইহুদী-বিলাকৰ উদগনিত, আত্মাৰ সৃষ্টি আৰু প্ৰকৃতি সম্বন্ধে প্ৰশ্ন কৰিছিল হজৰত ৰচুলক (স্ব)। উত্তৰত হজৰতে এই আয়ত পাঠ কৰিছিল। সৃষ্টি দুই প্ৰকাৰ। (ক) আদি সৃষ্টি; শূন্যৰ পৰা অস্তিত্বলৈ অনা। এই প্ৰকাৰ সৃষ্টি বুজাবলৈ 'আম্ৰ্' শব্দ ব্যৱহাৰ কৰা হৈছে। চোৱাঁ, ২: ১১৮ (খ) মূল-পদাৰ্থ বা পৰমাণু দ্বাৰা সৃষ্টি। এই অৰ্থ বুজাবলৈ সাধাৰণতে 'খল্‌ক্' শব্দ প্ৰয়োগ কৰা হয়।

(২) ৰুহৰ দ্বিতীয় অৰ্থ, আল্লাৰ বাণী। চোৱাঁ ২: ৮৮ আৰু টা। ৪২: ৫০ আয়তত্তো এয়ে অৰ্থ; ইয়াতো 'আম্ৰ্' শব্দ ব্যৱহৃত হৈছে। ৪০: ১৬ আয়তত্তো 'ৰুহ' শব্দৰ লগতে আম্ৰ্ শব্দও আছে। বহু ঠাইত 'ৰুহ' কোৰানক বুজাইছে। ওপৰৰ আঃ ৮২ আৰু তলৰ ৮৮-৮৯ আয়তে কোৰানৰ নির্দেশ দিছে।

৮৭। আৰু আমাৰ যদি এনে ইচ্ছা হয় যি আমি তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰিছোঁ তাকে নিশ্চয় ওভোতাই লব পাৰোঁ—এনে ভাৱে যে তুমি এনে এজন কেতিয়াও নোপোৱা যিজনে আমাৰ বিৰুদ্ধে তোমাৰ পক্ষ সমৰ্থন কৰিব পাৰে।

৮৮। কিন্তু (তেওঁ যে এইৰূপ ইচ্ছা নকৰে) ই তোমাৰ প্ৰভুৰ কৰুণা; ইয়াত একো সন্দেহ নাই তোমাৰ প্ৰতি তেওঁৰ কৃপা[৬৮] মহান।

৮৯। তুমি কোৱাঁ, এই কোৰানৰ অনুৰূপ গ্ৰন্থ এখন উলিয়াবৰ অৰ্থে যদি মানৱ আৰু যিনে পৰস্পৰ সহযোগিতা কৰে সিহঁতে এনেখন গ্ৰন্থ কেতিয়াও উলিয়াব নোৱাৰে[৬৯], যদিও ইদলে সিদলক (সাধ্যমতে) সাহায্য কৰে।

৯০। আৰু স্বৰূপতে এই কোৰানত সকলো প্ৰকাৰ উপমা আমি ঘূৰাই ঘূৰাই বৰ্ণনা কৰিছোঁ মানুহৰ মঙ্গলৰ নিমিত্তে, কিন্তু মানৱৰ সৰহ ভাগেই অবিশ্বাস এৰি সকলো সত্যকে অস্বীকাৰ কৰে।

৯১। আৰু সিহঁতে কয়, আমি তোমাত কেতিয়াও বিশ্বাস নকৰোঁ যেতিয়ালৈকে তুমি আমাৰ নিমিত্তে মাটিৰ তলৰ পৰা জৰণি ফুটাই আনিব নোৱাৰা;

৯২। অথবা যেতিয়ালৈকে তোমাৰ এনে এখন খাজুৰ আৰু আঙুৰৰে পৰিপূৰ্ণ বাগিছা[৭০] নাথাকে যাৰ মাজেদি জুৰিবোৰ প্ৰবল বেগৰে বোৱাব পাৰা;

৯৩। নাইবা যেতিয়ালৈকে তুমি নিজ দাবী অনুসৰি আকাশখন ডোখৰ ডোখৰ কৰি আমাৰ মূৰৰ ওপৰত পেলাব নোৱাৰা, নাইবা যেতিয়ালৈকে আল্লা আৰু (তেওঁৰ) ফিৰিশ্‌তাবিলাকক আমাৰ আগত উপস্থিত কৰিব নোৱাৰা;

৬৮। আল্লাৰ বাণী কোৰান সমগ্ৰ মানৱজাতিৰ নিমিত্তে পথ-প্ৰদৰ্শনৰূপে চিৰকাল বিদ্যমান থাকিব, এয়ে আল্লাৰ মহান কৃপা।

৬৯। চোৱাঁ, ২ : ২৪ ; ১০ : ৩৯ ; ১১ : ১৪ ; আৰু ৫২ : ৩৫। কোৰানৰ ভাষা আৰু বাক্যৰ অপূৰ্ব্ব সৌন্দৰ্য্য সকলোৱে স্বীকাৰ কৰিছে। তাৰ উপৰি এই গ্ৰন্থ অসীম তত্ত্ব জ্ঞান আৰু অনন্ত সত্যৰ ভাণ্ডাৰ বুলি শাস্ত্ৰজ্ঞ পণ্ডিতসকলে স্বীকাৰ কৰিছে। যিদৰে যুগে যুগে বিজ্ঞানৰ দ্বাৰা সৃষ্টিৰ ৰহস্য প্ৰকাশ হব ধৰিছে সেইদৰে কোৰানৰ মৌলিক জ্ঞানৰ সত্যতা প্ৰমাণিত হৈছে। এই উদ্দেশ্যে আল্লাই প্ৰত্যেক শতিকাত একোজন মুৰছিদ, মহাপুৰুষ প্ৰেৰণ কৰি আহিছে। এই সকলেই নতুন ব্যাধিৰ আৰোগ্যৰ উপায় কোৰানৰে পৰা উলিয়াই জগতৰ আগত দাঙি ধৰে।

৭০। চোৱাঁ, ২৫ : ১৯।

৯৪। নাইবা যেতিয়ালৈকে তুমি এটি সোণৰে সজা নিকেতনৰ গৰাকী নোহোৱা[৭১]; নাইবা তুমি উৰ্দ্ধলোকলৈ (সশৰীৰে) উঠি নোযোৱা; আৰু ই সম্ভব হলেও আমি তোমাৰ আকাশলৈ আৰোহণ কৰাত বিশ্বাস নকৰোঁ যদি তুমি আমাৰ নিমিত্তে (আকাশৰ পৰা) এনে এখন গ্ৰন্থ নমাই আনিব নোৱাৰা যি আমি পাঠ কৰিব পাৰোঁ। (হে মহম্মদ) এনেবোৰ অযথা কথাৰ এয়ে উত্তৰ দিয়াঁ, মোৰ প্ৰভু পৰম পৱিত্ৰ; মই (আল্লাৰ প্ৰেৰিত) ৰচুল হৈ অহা এজন মানুহ মাথোন[৭২]।

## ৰুকু ১১

মানৱজাতিৰ আদৰ্শ মানৱহে হব পাৰে; যুক্তি ভাল উপায়,
কিন্তু, তাতোকৈ শ্ৰেষ্ঠ উপায় আল্লাৰ প্ৰত্যাদেশ;
পুনৰ্জ্জীৱনত মুচ্‌লিমৰ বিশ্বাস; কিন্তু
ইচ্‌লাম অৱতাৰবাদৰ বিৰোধী।

৯৫। আৰু মানৱজাতিলৈ পথ-প্ৰদৰ্শন আহিলত, সিহঁতে (সত্যত) বিশ্বাস কৰাত ইয়াৰ বাহিৰে একো প্ৰতিবন্ধক নাছিল যে সিহঁতে ইয়াকে কৈ ফুৰিছিল—কি! আল্লাই (আমাৰ সদৃশ) মানুহ এজনকহে ৰচুল কৰি উত্থাপন কৰিলে![৭৩]

---

৭১। ফিৰৌনেও হজ্‌ৰত মুচাক (আ) এইদৰে কৈছিল। পাৰ্থিৱ সীমাৰ বাহিৰে এনেবোৰ মানুহৰ দৃষ্টি যাব নোৱাৰে। চোৱাঁ, ৪৩ : ৫৪।

৭২। হজ্‌ৰত ৰচুলে (স্ব) ঐশ্বৰিকতাৰ দাবি কেতিয়াও কৰা নাই। তেওঁ আল্লাৰ দাস আৰু তেওঁৰ ৰচুল—'আব্দহু ওৱা ৰচুলহু। যেতিয়া অলৌকিক নিদৰ্শনৰ প্ৰয়োজন হয়, আল্লাইহে তাৰ ক্ষমতা তেওঁক দিয়ে। চোৱাঁ, ১৯ : ১১১, আৰু চোৱাঁ ৬ : ৫১, য'ত হজ্‌ৰতে কৈছে, মই আল্লাৰ ধন ভাণ্ডাৰৰ গৰাকী নহওঁ, মোৰ অদৃশ্যৰ জ্ঞান নাই, আৰু মই ফিৰিশ্‌তাও নহওঁ, মোক আল্লাই যি প্ৰত্যাদেশ কৰে মই তাকেই অনুসৰণ কৰোঁ।

৭৩। চোৱাঁ, ১৭ : ৬০; ২৩ : ২৫; আৰু ৩৪ : ৪৪।

৯৬। তুমি কোৱাঁ, এই পৃথিৱীত ফিৰিশ্‌তাবিলাকে অবাধে শান্তিৰে চলা ফুৰা কৰা হলে নিশ্চয় আমি আকাশৰ পৰা ফিৰিশ্‌তা এজনক ৰচুল নিযুক্ত কৰি সিহঁতৰ ওচৰলৈ নমাই পঠালোঁহেতেন।[৭৪]

৯৭। তুমি কোৱাঁ, মোৰ আৰু তোমালোকৰ মাজত আল্লা সাক্ষী থকাই যথেষ্ট; ইয়াত একো সন্দেহ নাই, নিজ ভৃত্যবিলাকৰ সম্বন্ধে তেৱেঁই শ্ৰেষ্ঠ জ্ঞাতা, উত্তম দৃষ্টি ৰাখোঁতা।

৯৮। আৰু যিজনক আল্লাই পথ-প্ৰদৰ্শন কৰে সেইজন প্ৰকৃততে সুপথ-প্ৰাপ্ত[৭৫] ;- কিন্তু যিবিলাকক তেওঁ পথভ্ৰষ্ট হবলৈ দিয়ে সিহঁতৰ নিমিত্তে তেওঁত ভিন্ন আন সহায় কৰোঁতা তুমি কেতিয়াও নোপোৱা। আৰু পুনৰুত্থানৰ দিনা আমি সিহঁতক উবুৰি পেলাই অন্ধ আৰু বোবা আৰু কলা কৰি একেলগ কৰিম; নৰক হৈছে সিহঁতৰ আশ্ৰয়স্থল; যেতিয়াই অগ্নি নুমাব ধৰিব তাকে আমি বেছিকৈ প্ৰজ্বলিত কৰিম।

৯৯। সেয়ে সিহঁতৰ প্ৰতিদান; তাৰ কাৰণ হৈছে, সিহঁতে আমাৰ নিদৰ্শনসমূহত অবিশ্বাস কৰিছিল, আৰু ইয়াকে কৈ ফুৰিছিল, আমি ( এবাৰ ) অস্থিসমূহ আৰু ধূলিকণাত পৰিণত হোৱাৰ পিছত এনে সম্ভৱ হব পাৰে নে যে আমাক ন-কৈ সৃষ্টি কৰি আমাৰ উত্থান কৰা হয়?

১০০। সিহঁতে ভাবি চোৱা নাই নে, যিজন আল্লাই আকাশমণ্ডলী আৰু পৃথিৱী সৃজন কৰিছে সেইজনৰ পূৰ্ণ ক্ষমতা আছে যে যিদৰে সিহঁতক ( এবাৰ ) সৃজন কৰিছিল সেইদৰে সিহঁতক তেওঁ ( দুনাই ) সৃজন কৰে[৭৬]; আৰু সিহঁতৰ ( বিচাৰৰ ) নিমিত্তে তেৱেঁই সময়[৭৭] নিৰূপিত কৰি থৈছে; এই সম্বন্ধে একো সন্দেহ নাই; কিন্তু অন্যায়কাৰীবিলাকে কেৱল অবিশ্বাস কৰি ( সত্যৰ ) অস্বীকাৰ কৰি থাকে।

---

৭৪। চোৱাঁ, ২৫:২২; ৪৩:৬১। মানৱৰ নিমিত্তে মানৱহে আদৰ্শ হব পাৰে। সেই দেখি ফিৰিশ্‌তাক ৰচুল কৰি পঠোৱাৰ কোনো অৰ্থ নাই।

৭৫। নবী, ৰচুল, আৰু মুযদ্দিদসকলে আল্লাৰ প্ৰত্যাদেশৰ ওপৰত নিৰ্ভৰ কৰে। সেই ঐশ্বৰিক জ্যোতি লাভ কৰি তেওঁলোকে মানুহক প্ৰকৃত ধৰ্মৰ বাট দেখুৱায়। সাধাৰণ ধৰ্ম-নেতাসকলে যুক্তি আৰু নিজৰ নিজৰ বিচাৰ-শক্তিৰ সহায় লয়। কিন্তু যুক্তি প্ৰত্যাদেশৰ নিচিনা নিশ্চিত উপায় নহয়। এজন দাৰ্শনিকে কৈছে, **Reason divides; Revelation unites.**

৭৬। অৱতাৰবাদ ইচ্‌লামে সমৰ্থন নকৰে। পৰলোকৰ পুনৰ্জ্জীৱনত প্ৰত্যেক মুচল-মানৰ পূৰ্ণ বিশ্বাস।

৭৭। মৃত্যুৰ পিছত পুনৰুত্থানৰ সময় নাইবা আল্লাৰ শেষ বিচাৰৰ সময়।

১০১। তুমি কোৱাঁ, মোৰ প্ৰভুৰ করুণা-ভাণ্ডাৰৰ ওপৰত তোমালোকৰ অধিকাৰ থকা হলেও তাকে তোমালোকে নিশ্চয় সাঁচি থলা হেতেন, এই আশঙ্কা কৰি যে ব্যয় কৰিব ধৰিলে সেই ধন টুকাই যাব।

# ৰুকু ১২

হজ্ৰত মুচাই (আ) ফিৰৌনক সত্যৰ পিনে আহ্বান কৰে; তেওঁক আল্লাই দিয়া ন'টা নিদৰ্শন; ইস্ৰাইলৰ প্ৰতি আল্লাৰ শান্তি, আৰু তেওঁলোকৰ দ্বাৰাৰৈ দেশত্যাগ; মুচাৰ বিৰোধীবিলাক ধ্বংস হল; সেইদৰে হজ্ৰত মহম্মদৰ (স্ব) বিৰোধী দলো ধ্বংস হব; কোৰান ধীৰে ধীৰে প্ৰয়োজন মতে অৱতীৰ্ণ হৈছিল।

১০২। আৰু স্বৰূপতে আমি মুচাক দান কৰিছিলোঁ ন'টি প্ৰকাশ্য নিদৰ্শন[৭৮]; গতিকে (সেই সম্বন্ধে) ইস্ৰাইল-সন্ততিক প্ৰশ্ন কৰাঁ। যেতিয়া তেওঁ সিহঁতৰ ওচৰলৈ আহিল ফিৰৌনে তেওঁক কলে, মই নিশ্চয় ইয়াকে ভাবিছোঁ তুমি কোনো এবিধ প্ৰৱঞ্চনাত[৭৯] পৰিছা।

১০৩। তেওঁ কৈছিল,স্বৰূপতে তুমি জানিব পাৰিছা, আকাশমণ্ডলী আৰু পৃথিৱীৰ প্ৰতিপালকৰ বাহিৰে অইন কোনোৱে সেই কেইটি নিদৰ্শন প্ৰত্যক্ষ প্ৰমাণসমূহৰূপে অৱতীৰ্ণ কৰা নাই; আৰু হে ফিৰৌন, মই নিশ্চয় তোমাক এনে এজন বুলি অনুমান কৰিছোঁ যাৰ ধ্বংস-সাধন[৮০] (আল্লাই) স্থিৰ কৰি থৈছে।

---

৭৮। চোৱাঁ, ৭ : ১০৮,৯ ; ৭ : ১৩১-৩৪।

৭৯। কোনো যাদুকৰে যাদুৰ বলেৰে তোমাক বলিয়া কৰিছে, নাইবা তুমি নিজেই নিজকে প্ৰতাৰণা কৰিছা।

৮০। এই আয়তে ইঙ্গিত দিছে যে হজ্ৰত মহম্মদৰ (স্ব) বিৰোধী দলো ধ্বংস হব। সচাকৈয়ে সেয়ে হল।

১০৪। পিছত সি ইস্রাইল-সন্ততিক দেশৰ পৰা নিৰ্ব্বাসিত[৮১] কৰিবলৈ মন মেলিছিল। সেই কাৰণে তাক আৰু তাৰ সকলো সঙ্গীবিলাকক আমি (সাগৰত) বুৰাই মাৰিলোঁ।

১০৫। আৰু এই ঘটনাৰ পাছত আমি ইস্রাইল-সন্ততিক এই আদেশ দিলোঁ, —তোমালোকে এই দেশত[৮২] বসতি কৰা। পিছত যেতিয়া শেষ প্ৰতিশ্ৰুতিৰ[৮৩] (সময়) পাবহি, তোমালোক সকলোকে মেৰ খোৱাই আনিম।

১০৬। আৰু আমি এই কোৰানখনো নমাই পঠাইছোঁ সত্যৰ সৈতে, আৰু সত্যৰে সৈতে এইখন অৱতীৰ্ণ হৈছে; আৰু (হে মহম্মদ,) আমি তোমাক প্ৰেৰণ কৰিছোঁ কেৱল আনন্দ-বাৰ্ত্তা বাহকৰূপে আৰু সাৱধান কৰোঁতাৰূপে।

১০৭। আৰু এই কোৰান আমি প্ৰত্যাদেশ কৰিছোঁ ভাগ ভাগ কৰি, যাতে তুমি (সময় বুজি) ৰৈ ৰৈ তাক মানুহৰ আগত পাঠ কৰিব পাৰা; আৰু (সেই অৰ্থে) আমি সেই কোৰান ক্ৰমে ক্ৰমে অৱতীৰ্ণ কৰিছোঁ[৮৪]।

১০৮। তুমি কোৱা, তোমালোকে এই কোৰানত বিশ্বাস কৰা বা নকৰা (তোমালোকৰ ইচ্ছা), কিন্তু ইয়াৰ পূৰ্ব্বে যিসকলক (আল্লাৰ প্ৰত্যাদেশৰ) জ্ঞান প্ৰদান কৰা হৈছে[৮৫] সেই সকলৰ আগত যেতিয়া কোৰান পাঠ কৰা হয় সেইসকলে বিনীতভাৱে[৮৬] (আল্লাৰ আগত) সাষ্টাঙ্গে প্ৰণিপাত কৰিবলৈ উবুৰি পৰে,

৮১। মক্কাৰ কোৰেইশবিলাকেও হজৰতক জন্মভূমিৰ পৰা ওলাই যাবলৈ বাধ্য কৰিছিল। কিন্তু সিহঁতৰ পৰিণাম কি হল, বিশেষকৈ মক্কা বিজয়ৰ দিনা?

৮২। সেই প্ৰতিশ্ৰুত দেশ আছিল কিনান (Canaan)।

৮৩। ইহুদীবিলাকৰ দুবাৰ নিজৰ দেশ ত্যাগ কৰিব লগা হৈছিল। এবাৰ নেবুকেদ্-নেজাৰৰ সময়ত বেবিলন এৰিব লগা হৈছিল। আৰু দ্বিতীয় বাৰ ৰোমীয় সম্ৰাট টাইটচৰ ৰাজত্বকালত। কিছুমান ব্যাখ্যাকাৰৰ মতে শেষ প্ৰতিশ্ৰুতি হৈছে ইহুদীবিলাকক পেলেষ্টাইনত পুনৰ্ব্বসতি কৰা সম্বন্ধে। —তফ্চীৰ ফত্হুল্ বয়ান।

৮৪। ২৩ বছৰ ধৰি কোৰানৰ আয়তসমূহ অৱতীৰ্ণ হৈছিল, মক্কাত ১৩ বছৰ আৰু মদিনাত ১০ বছৰ। ঘটনা অনুসৰি প্ৰয়োজন মতে আল্লাৰ প্ৰত্যাদেশ হজৰতলৈ নামিছিল। আয়তসমূহ তেওঁ নিচেই কম সময়তে অলৌকিকৰূপে মুখস্থ কৰি লৈছিল, আৰু লিখোৱাই ৰাখিছিল।

৮৫। ধৰ্ম্মগ্ৰন্থ পোৱাবিলাক, অৰ্থাৎ ইহুদী আৰু খৃষ্টিয়ানবিলাক।

৮৬। 'আজকান' 'জকন'ৰ বহুবচন অৰ্থ থুঁতৰি। মুখ তল কৰি লুটি খাই পৰাৰ অৱস্থা বুজাইছে।

১০৯। আৰু ইয়াকে কয়, আমাৰ প্ৰভু পৰম পৱিত্ৰ! ইয়াত একো সন্দেহ নাই, আমাৰ প্ৰভুৰ প্ৰতিশ্ৰুতি[৮৭] পূৰ্ণ হব লগীয়া আছিল।

১১০। আৰু সেইসকলে বিনীত ভাৱে উবুৰি পৰে চকুৰ লো টুকি; আৰু কোৰান-পাঠ দ্বাৰা সেইসকলৰ বিনয় ভাৱ বৃদ্ধি পায়। [ চতুৰ্থ ছজ্‌দা ]

১১১। (হে ৰছুল,) তুমি সিহঁতক কোৱাঁ, তোমালোকে (মোৰ প্ৰভুক) আল্লা বুলি আহ্বান কৰা, নাইবা ৰহমান নাম লৈ মাতা, যি নামকে লৈ আহ্বান কৰা (একে কথা), কিয়নো তেওঁৰ যতবোৰ নাম আছে সকলো অতি উৎকৃষ্ট। আৰু তুমি বৰ ওখ মাতৰে নমাজ নপঢ়িবা আৰু পচোঁতে নিতান্ত নিমাতো নহবা; বৰং দুয়ো অন্তৰ মাজেদি[৮৮] পথ অনুসৰণ কৰিবা।

১১২। আৰু তুমি ইয়াকে কোৱাঁ, সকলো প্ৰশংসাৰ গৰাকী সেই আল্লা যিজনে কোনো পুত্ৰ গ্ৰহণ কৰা নাই, আৰু ৰাজ্য-শাসনত যাৰ কোনো অংশী নাই, আৰু অভাৱৰ[৮৯] কাৰণে তেওঁক সহায় কৰোঁতাৰ আৱশ্যক নাই; আৰু (হে মহম্মদ,) তেওঁৰ মহিমাৰ[৯০] ঘোষণা কৰাঁ, যি মহিমাৰ তেওঁ যোগ্য।

---

৮৭। পূৰ্ব্বৰ ধৰ্মগ্ৰন্থসমূহত যিবোৰ ভৱিষ্যৎবাণী হজৰত মহম্মদৰ (দ) আবিৰ্ভাৱ সম্বন্ধে কৰা হৈছিল সেইবোৰ পূৰ্ণ হল।

৮৮। মনে মনে শব্দবোৰ ফুটাই প্ৰাৰ্থনা কৰিবা। অৱশ্যে ইমামে প্ৰাৰ্থনাৰ কিছু অংশ ওখ মাতৰে পঢ়ে, যাতে তেওঁৰ অনুসৰণ কৰোঁতাবিলাকে (মুক্তদীবিলাকে) তালৈকে তেওঁৰ মাত শুনি পায়।

৮৯। কিয়নো আল্লা অভাৱহীন। "তেওঁ অভাৱহীন, প্ৰশংসনীয়" – ২ : ২৬৮

৯০। চোৱাঁ, ৭৪ : ৪।

# চুৰা ১৮

# আল্-কহ্ফ্ ঃ গুহা

## মক্কাত অৱতীৰ্ণ

১৮ ৰুকু ঃ ১১১ আয়ত

এই চুৰা হজ্ৰত মহম্মদৰ ( স্ব ) ৰিচালতৰ ৪ৰ্থ বা ৫ম বছৰত অৱতীৰ্ণ হৈছিল। হজ্ৰত আনচৰ ( ৰ ) মতে, গোটেই চুৰাটো এবাৰতে একে সময়তে প্ৰত্যাদেশ হৈছিল।

এই চুৰাত বিশেষকৈ খৃষ্টিয়ানবিলাকৰ কথা উল্লেখ হৈছে। প্ৰথম অৱস্থাত ৰোমীয় ৰাজ্যত ধৰ্মৰ কাৰণে তেওঁলোকে অশেষ যন্ত্ৰণা সহিব লগা হৈছিল। কিছুমানে সিহঁতৰ অত্যাচাৰৰ পৰা ৰক্ষা পাবলৈ গুহাৰ ভিতৰত অতি কষ্টেৰে দিন নিয়াইছিল। এই কাৰণে চুৰাটো "গুহা" নামে জনাজাত।

তিনি শতাব্দী এইদৰেই চলিল। পিছত কালৰ পৰিবৰ্ত্তনৰ লগে লগে খৃষ্টিয়ানসকল ধন-সম্পদ আৰু ক্ষমতাৰ অধিকাৰী হৈ উঠিল। সপ্তম শতিকাত হজ্ৰত মহম্মদৰ (স্ব ) আবিৰ্ভাৱ হল। আল্লাই দিয়া দূৰ-দৃষ্টিৰে হাজাৰ ডেৰ-হাজাৰ বছৰ পাছৰ অৱস্থা ফটফটীয়াকৈ দেখিবলৈ পাইছিল। তেওঁ সকলোকে সাৱধান কৰি দিছিল, সেই সময়ত খৃষ্টিয়ান জাতি-বিলাকে জগতত প্ৰাধান্য লাভ কৰিব, আৰু সেই যুগ হব বিজ্ঞান আৰু জড়বাদৰ যুগ। ধৰ্মৰ কাৰণে সেই দিন হব সঙ্কটৰ দিন, আৰু ইচ্লামৰ নিমিত্তে গুৰুতৰ পৰীক্ষাৰ সময়। হদীছত আছে, তেতিয়া 'দয্যাল' ওলাই পৰিব, অৰ্থাৎ ইচ্লাম ধৰ্মৰ বিৰোধী জাতিবিলাক, বিশেষকৈ পাশ্চাত্য ৰাজ্যসমূহ।

এই চুৰাৰ সাৰ :—হজ্ৰত ঈচাৰ ( আ ) প্ৰধান শিক্ষা আছিল, নম্ৰতা, অহিংসা, আৰু ক্ষমা। কালক্ৰমে তেওঁৰ অনুগামীবিলাকে এই মহৎ শিক্ষা পাহৰি নানাবিধ ভুল-বিশ্বাস গ্ৰহণ কৰিছিল, যেনে ঈচাৰ ( আ ) ঐশ্বৰিকতা, প্ৰায়শ্চিত্ত-বাদ, ত্ৰিত্ব-বাদ ইত্যাদি। তেওঁ-লোকৰ মাজত সাম্প্ৰদায়িকতাৰ বহু কুফল দেখা দিলে, এনেকি নিষ্ঠুৰ হত্যাকাণ্ড ঠায়ে ঠায়ে হব ধৰিলে। পিছত সামৰিক বলেৰে নানা দেশ জয় কৰি তেওঁলোক এটা শক্তিশালী জাতি হৈ উঠিল। ধৰ্মৰ অনুৰাগ হ্ৰাস হব ধৰিলে, আৰু তেওঁলোক পৃথিৱীৰ সুখ আৰু বিলাসিতাৰ আসক্ত হৈ পৰিল।

দুখন বাগানৰ উপমা দ্বাৰা কোৰানে ইয়াকে বুজাইছে যে বনি-ইস্ৰাইলে নবুয়তৰ সৌভাগ্য হেৰুৱাব, আৰু বনি-ইস্ৰাইলৰ মাজত হজ্ৰত মহম্মদৰ ( স্ব ) আবিৰ্ভাৱ হব ; আৰু ইচ্লামে সকলো কুসংস্কাৰ, ব্যভিচাৰ দূৰ কৰি পৃথিৱীত এটা নতুন জগত সত্য আৰু ন্যায়ৰ ভিত্তিৰ ওপৰত সৃষ্টি কৰিব।

ডেৰ হাজাৰ বছৰৰ পিছত আৰু এটা যুগ আহিব, জড়বাদ আৰু পদাৰ্থ-বিজ্ঞানৰ যুগ। ইয়াযুয্‌ আৰু মাযুয্‌—অসুৰৰ শক্তিবোৰ—ওলাই পৃথিৱীত দৌৰাত্ম্য কৰিব। সেই সময়ত আহিব হজ্‌ৰতৰ (স্ব) প্ৰতিৰূপ, মচীহ-মৌউদ। তেৱেঁই ইচ্‌লাম নতুনকৈ সংস্থাপিত কৰিব।

কোৰানৰ প্ৰত্যাদেশৰ ধাই উদ্দেশ্য; খৃষ্টিয়ানবিলাকৰ ভুল-বিশ্বাস; আল্লাৰ কোনো পুত্ৰ নাই; পৃথিৱীৰ সমৃদ্ধি আৰু ঐশ্বৰ্য্য লাভ এটা ডাঙৰ পৰীক্ষা; ৰোমীয় অত্যাচাৰ, আৰু এটা যুবক দলৰ গুহাত আশ্ৰয় গ্ৰহণ।

১। পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। সকলো প্ৰশংসাৰ গৰাকী সেই আল্লা যিজনে নিজ ভৃত্যৰ[১] প্ৰতি এই গ্ৰন্থখন (কোৰান) অৱতীৰ্ণ কৰিছে, আৰু তেওঁ তাত কোনো প্ৰকাৰ ভাঁজ[২] ৰথা নাই;—

৩। (সেই গ্ৰন্থ) সমূলি সোজা,—যাতে ই তেওঁৰ কাষৰ পৰা আহিব লগা কঠোৰ শাস্তি সম্বন্ধে (অন্যায়কাৰীবিলাকক) সাৱধান কৰি দিয়ে, আৰু যি বিশ্বাসী-সকলে সজ কাম কৰে তেওঁলোকৰ নিমিত্তে যে উৎকৃষ্ট প্ৰতিদান আছে তাৰে তেওঁ-লোকক শুভ-সংবাদ প্ৰদান কৰে;

৪। সেই (অপূৰ্ব্ব সুখৰ) মাজতে তেওঁলোক চিৰকাল বিৰাজ কৰিব;

৫। আৰু (যাতে) এই কোৰানে সেইবিলাকক[৩] সাৱধান কৰি দিয়ে যিবিলাকে কয়, আল্লাই এজন পুত্ৰ গ্ৰহণ কৰিছে।

---

১। হজৰত মহম্মদ (স্ব)।

২। ইচ্‌লামে যিবোৰ শিক্ষা দিছে সিবোৰ সহজ, সকলোৱে বুজিব পৰা। ইয়াত ধৰ্মমতৰ জটিলতা নাই। কোৰানে দেখুওৱা বাট চুটি আৰু সৰল। সেইবাবে ইচ্‌লামক কোৰানত 'দীনুল্‌-কইয়িম্‌' নামে অভিহিত কৰিছে, অৰ্থাৎ সৰল, সঠিক ধৰ্ম। চোৱাঁ, ৯ : ৩৬; ১২ : ৪১; আৰু ৩০ : ৩৯।

৩। আগৰ চুৰা বনি-ইস্ৰাইলত ইহুদীবিলাকক প্ৰধানকৈ সম্বোধন কৰা হৈছে। এই চুৰাত খৃষ্টিয়ানবিলাকৰ সম্বন্ধে ধাইকৈ উল্লেখ কৰা হৈছে।

৬। এই বিষয়ে সিহঁতৰ অকণো জ্ঞান[৪] নাই, আৰু সিহঁতৰ পিতৃপুৰুষ-বিলাকৰো ( একো জ্ঞান ) নাছিল ; সিহঁতৰ মুখবোৰৰ পৰা ওলাইছে কি গুৰুতৰ কথা ! সিহঁতে যি কয় সি একেবাৰেই অসত্য ।[৫]

৭। যিহেতু সিহঁতে আল্লাৰ বাণীত বিশ্বাস নকৰে অথচ উপদেশ দিবলৈ সিহঁতৰ পদে পদে তুমি গৈ থাকা ; অতি সম্ভৱ তুমি মনৰ বেজাৰত নিজৰ প্ৰাণ হেৰুৱাবা[৬]।

৮। পৃথিৱীৰ ওপৰত যি আছে সকলো নিশ্চয় আমি সৃজন কৰিছোঁ তাৰে শোভাৰূপে[৭], যাতে আমি সিহঁতৰ পৰীক্ষা লব পাৰোঁ, সিহঁতৰ মাজত কাৰ কাৰ্য্য সৰ্ব্বশ্ৰেষ্ঠ ।

৯। আৰু যি তাৰ ( পৃথিৱীৰ ) ওপৰত আছে তাক আমি নিশ্চয় শুকাণ ধুলিত পৰিণত কৰি পৃথিৱীক সমতল ভূমি কৰিম।

১০। গুহা আৰু লিপিৰ অধিবাসীবিলাক[৮] আমাৰ নিদৰ্শনসমূহৰ এটা আচৰিত নিদৰ্শন আছিল বুলি তুমি ( হে মহম্মদ, ) ভাবিছা নে ?

---

৪। বিজ্ঞান, শিল্প, আৰু দৰ্শনশাস্ত্ৰৰ জ্ঞান তেওঁলোকৰ যথেষ্ট থাকিব পাৰে, কিন্তু আধ্যাত্মিক, পাৰমাৰ্থিক বিষয়ৰ জ্ঞান তেওঁলোকৰো নাই আৰু তেওঁলোকৰ পিতৃপুৰুষৰো নাছিল।

৫। যি কথাৰ ভেটি অজ্ঞানতা সেই কথা অসাৰ, অসত্য।

৬। হজ্ৰতৰ জীৱনসংগ্ৰামৰ একমাত্ৰ উদ্দেশ্য আছিল মানুহক আল্লাৰ সন্নিধানলৈ লৈ যোৱা। এই পথত তেওঁ নিজৰ প্ৰাণ বিসৰ্জন কৰিবলৈ সদায় সাজু আছিল। চোৱাঁ, ২৬ : ৪।

৭। খৃষ্টিয়ান জাতিবিলাকে যে পৃথিৱীত বিৰাট আৰ্থিক উন্নতি লাভ কৰিব তাৰে এই আয়তে ইঙ্গিত দিছে।

৮। এই যুবকদল কোন আছিল সঠিককৈ নিৰ্ণয় কৰা কঠিন। তফ্‌চিৰকাৰ সকলে ভিন্ ভিন্ মত প্ৰকাশ কৰিছে। ইব্‌নে ইচ্‌হাকে লিখিছে : ৰোমীয় সম্ৰাট ডিচিয়চে ( Decius ) খৃষ্টিয়ানবিলাকৰ প্ৰতি ভীষণ অত্যাচাৰ কৰিছিল। এই সম্প্ৰদায়ৰ কিছুমান মানুহ দেশত্যাগ কৰিবলৈ বাধ্য হ'ল, আৰু কিছুমানে পৰ্ব্বতৰ গহ্বৰবোৰৰ ভিতৰত লুকাই থাকি দিন কটাইছিল। এইবিলাকৰ মাজত এদল যুবকো আছিল। সিহঁত এফিচচ (Ephesus ) চহৰৰ অধিবাসী আছিল। এই চহৰখন বৰ্ত্তমান ইজ্‌মিৰৰ ৪০।৫০ মাইল দক্ষিণত অৱস্থিত আছিল। চোৱাঁ, ম'আনী, খণ্ড ৫, পৃঃ ১৬।

গুহাবাসীবিলাকৰ মৃত্যুৰ পাছত ৰোমানবিলাকেই তেওঁলোকৰ এটা স্মৃতি-মন্দিৰ সেই ঠাইত সাজিছিল। এখন ফলিত সিহঁতৰ কিছুমান নেতাৰ নাম খোদাই কৰিছিল। এওঁ-

১১। যেতিয়া কেইবাজন যুবকে আশ্ৰয় লবলৈ গুহাৰ ভিতৰত সোমাইছিল সিহঁতে ( আগতে ) এইদৰে প্ৰাৰ্থনা কৰিছিল,[৯]—হে আমাৰ প্ৰভু, তুমি আমাক করুণা দান কৰাঁ, নিজ সন্নিধানৰ পৰা, আৰু আমি যেন নিজৰ কাৰ্য্য ভালকৈ সম্পন্ন কৰিব পাৰোঁ তাৰে সজ উপায় আমাক প্ৰদৰ্শন কৰাঁ।

১২। পিছত সিহঁতে বাহিৰৰ শব্দ শুনিব নোপোৱাকৈ[১০] সেই গুহাৰ ভিতৰতে কাবা বছৰলৈকে আমি সিহঁতক আবদ্ধ ৰাখিছিলোঁ।

১৩। কালক্ৰমে সিহঁতক আমি উত্থাপন[১১] কৰিলোঁ, যাতে ( সেই গুহাৰ ভিতৰত ) সিহঁতৰ অবস্থিতি সম্বন্ধে দুই দলৰ[১২] মাজত কোন দলৰ অনুমান ঠিক সেই বিষয়ে আমি পৰীক্ষা লওঁ।

## ৰুকু ২

পৰ্ব্বত গুহাৰ ভিতৰত আশ্ৰয় লোৱা যুবকদলৰ বিচৰণ; তেওঁলোকৰ
আল্লাত অটল বিশ্বাস; ৰোমীয় অত্যাচাৰৰ পৰা ৰক্ষা
পাবলৈ গুহাত তেওঁলোকৰ অৱস্থান;
সেই গুহাৰ দিশ নিৰ্ণয়।

১৪। সিহঁতৰ ইতিবৃত্ত আমি তোমাৰ আগত ( হে ৰচুল, ) সত্যৰে সৈতে বৰ্ণনা কৰিছোঁ। বাস্তৱতে সিহঁত আছিল কেইবাজন যুবক; সিহঁতে নিজ প্ৰতি-

---

লোকক আঃ দশত 'লিপিৰ অধিবাসীবিলাক' বুলিছে, অৰ্থাৎ যিবিলাকৰ নাম শিলত খোদিত কৰা হৈছিল।

৯। সম্ৰাটৰ অত্যাচাৰৰ পৰা ৰক্ষা পাবলৈ।

১০। গুহাৰ পৰা ওলাই আহিলে সিহঁত সম্ৰাটৰ অত্যাচাৰৰ সম্মুখীন হব লাগিব এই ভয়ত সিহঁতে তাতেই নিৰাপদে থাকিছিল, আৰু নগৰৰ অধিবাসীবিলাকৰ সৈতে কোনো সম্বন্ধ ৰখা নাছিল। সিহঁতে বহুকাল টোপনিতে পৰি আছিল বুলি ভবা কল্পনা মাথোন।

১১। কালৰ পৰিবৰ্ত্তন ঘটিল। খৃষ্টিয়ান ধৰ্ম্মৰ বিৰোধিতাৰ তীব্ৰতা কমি আহিল, আৰু গুহাবাসীবিলাক বাহিৰলৈ ওলাই আহিবৰ সুযোগ পালে। এয়ে সিহঁতৰ উত্থাপন।

১২। (১) ৰোমীয় অত্যাচাৰীবিলাক আৰু গুহাত আশ্ৰয় লোৱা খৃষ্টিয়ান যুবকদল। (২) খৃষ্টিয়ানবিলাকৰে দুই দল। উৎপীড়ন সহিব নোৱাৰি যিবিলাকে নিজৰ ধৰ্ম ত্যাগ কৰিছিল, আৰু যিবিলাকে নিজৰ ধৰ্ম ৰক্ষা কৰিবলৈ গুহাত আশ্ৰয় লৈছিল নাইবা দেশত্যাগ কৰিছিল।

পালকত বিশ্বাস স্থাপন কৰিছিল, আৰু আমি সিহঁতক সুপথ বেছিকৈ[১৩] প্ৰদৰ্শন কৰিছিলোঁ।

১৫। আৰু সিহঁতৰ অন্তৰসমূহত আমি শক্তিৰ সঞ্চাৰ কৰিছিলোঁ, যেতিয়া সিহঁত (সত্যৰ ওপৰত) থিয় দিলে সিহঁতে ইয়াকে কৈছিল, আকাশমণ্ডলী আৰু পৃথিৱীৰ প্ৰতিপালকেই আমাৰ প্ৰতিপালক; তেওঁত ভিন্ন আমি কেতিয়াও অইন উপাস্যক আহ্বান নকৰোঁ; (তেনে কৰিলে) আমাৰ পক্ষে নিশ্চয় গুৰুতৰ কথা কোৱা হব।

১৬। সেইবিলাক আমাৰ জাতিৰে মানুহ যিবিলাকে তেওঁত ভিন্ন কেতবোৰ অইন উপাস্য গ্ৰহণ কৰিছে। সিহঁতে কিয় সন্দেহহীন প্ৰমাণ আনি সেই উপাস্য-বোৰৰ সমৰ্থন নকৰে? গতিকে যি আল্লাৰ বিৰুদ্ধে মিছা সাজে তাতোকৈ অধিক অন্যায়কাৰী কোন হব পাৰে?[১৪]

১৭। আৰু যিহেতু তোমালোকে সিহঁতৰ পৰা আৰু সেইবিলাকৰ পৰা আঁতৰ হৈছা যিবিলাকক আল্লাক এৰি সিহঁতে উপাসনা কৰে, তোমালোকে গুহাৰ ভিতৰত সোমাই গৈ আশ্ৰয় গ্ৰহণ কৰা; তোমালোকৰ প্ৰতি তোমালোকৰ প্ৰভুৱে নিজ কৰুণা বিস্তৃত কৰিব, আৰু তেওঁ তোমালোকৰ নিমিত্তে এনে উপায় উলিয়াব যাৰ দ্বাৰা তোমালোকে নিজৰ কাৰ্য্য সহজে সমাধা কৰিব পাৰিবা।

১৮। আৰু (সেই ঠাইত) তুমি দেখিবলৈ পাবা, যেতিয়া বেলি ওলায় সিহঁতৰ গুহাৰ সোঁ-ফালেদি বাট ধৰে, আৰু যেতিয়া বেলি মাৰ যায়, সিহঁতৰ বাওঁফালে নামি যায়[১৫]; আৰু তাৰে ভিতৰত অৱস্থান কৰিবলৈ সিহঁতে এডোখৰ মুকলি

---

১৩। সিহঁতে অত্যাচাৰ সহিবলৈ সাজু আছিল কিন্তু ধৰ্ম্ম ত্যাগ নকৰিলে।

১৪। আল্লাক এৰি আন উপাস্য গ্ৰহণ কৰি পূজা-অৰ্চ্চনা কৰা যুক্তিৰ বিৰুদ্ধে, আৰু এনে কাৰ্য্য প্ৰকৃততে মিছা সজা আৰু এক সত্য আল্লাৰ বিৰোধিতা কৰা মাথোন। উল্লেখ কৰিব লগীয়া এই যে সেই সময়ত বাইজেন্টাইন দেশত পৌত্তলিকতা প্ৰবলৰূপে প্ৰচলিত আছিল। এফিচচ্ নগৰত ডায়েনাৰ বিৰাট প্ৰতিমূৰ্ত্তি ৰখা হৈছিল। খৃষ্টিয়ানবিলাকক কঠোৰ শাস্তি দিয়া হৈছিল। চেণ্ট পলে এই দেশত তিনি বছৰ থাকি ধৰ্ম্ম প্ৰচাৰ কৰিছিল। কিন্তু তেওঁ কষ্ট সহিব নোৱাৰি দেশ এৰি যাবলৈ বাধ্য হল। বাঃ কাৰ্য্যাবলী, ১৯ : ১-৪১।

১৫। গুহাৰ মুখ উত্তৰফালে আছিল। বেলি সোঁফালে ওলাই বাওঁফালে মাৰ গৈছিল। সুতৰাং গুহাৰ ভিতৰত পোহৰ অলপহে পৰিছিল। যি পোহৰ পৰিছিল সি দক্ষিণ ফালৰ পৰা পৰিছিল।

ঠাই বাচি লৈছিল। আল্লাৰ নিদৰ্শনসমূহৰ মাজৰ ই এটা নিদৰ্শন; যাক আল্লাই পথপ্ৰদৰ্শন কৰে সিয়ে সুপথ-প্ৰাপ্ত, আৰু যাক আল্লাই বিপথে যাবলৈ দিয়ে তাৰ নিমিত্তে তুমি এনেজন বন্ধু[১৬] কেতিয়াও নোপোৱা যি তাক সজ বাটেদি লৈ যাব পাৰে।

# ৰুকু ৩

গুহাবাসীবিলাকৰ অৱস্থা; সিহঁতৰ উত্থান আৰু নগৰৰ অধিবাসীবিলাকৰ
সৈতে সংস্পৰ্শ; কালৰ পৰিবৰ্ত্তন; সিহঁতৰ স্মৃতিৰ
নিমিত্তে উপাসনালয় নিৰ্ম্মাণ; সিহঁতৰ
সংখ্যা সম্বন্ধে অযথা তৰ্ক।

১৯। আৰু সিহঁত জাগ্ৰত আছিল বুলি তুমি অনুমান কৰিছা, অথচ সিহঁত নিদ্ৰিত অৱস্থাত আছিল[১৭]; আৰু আমি সিহঁতক সোঁফালে আৰু বাওঁফালে কাষ সলাবলৈ দিছিলোঁ। আৰু (গুহাৰ) মুখতে সিহঁতৰ কুকুৰটো তাৰ হাত দুখন মেলি বহি আছিল। সিহঁতৰ কি অৱস্থা তুমি জুপ লৈ দেখা হলে, নিশ্চয় সিহঁতৰ কাষৰ পৰা পলাই গলাহেতেন, আৰু সিহঁতক দেখি নিশ্চয় তুমি ভয়তে[১৮] বিহ্বল হলাহেতেন।

---

১৬। আল্লা পৰম বন্ধু, উত্তম ৰক্ষক। ধৰ্ম্মপৰায়ণ যুবকবৃন্দক সেই গুহাত লুকাই দিন নিয়াবলৈ তেওঁ সুবিধা দিলে; আৰু সমুচিত সময় অহাত তাৰ পৰা ওলাই আহিবলৈও সুযোগ দিলে।

১৭। নানা অৰ্থ কৰা হৈছে। (১) সিহঁত মৃতপ্ৰায় অৱস্থাত আছিল; (২) গুহাৰ পৰা এবাৰ ওলাই আহি আকৌ গুহাৰ ভিতৰত তপস্যা কৰিবলৈ গৈছিল। খৃঃ তৃতীয় শতিকাত খৃষ্টিয়ানবিলাকৰ মাজত বহু ঠাইত সন্ন্যাস ধৰ্ম্ম প্ৰচলিত আছিল, আৰু উদাসীন-বিলাকে (monks) সন্ন্যাস-আশ্ৰম বিলাকত (monasteries) নাইবা পৰ্ব্বতৰ গহ্বৰত তপস্যা কৰিছিল।—আজাদ। (৩) খৃষ্টিয়ানবিলাক কেইবা শতাব্দীৰ ঘোৰ টোপনিৰ পৰা উঠি এটা শক্তিশালী জাতি হৈ ইচ্‌লাম ধৰ্ম্মৰ বিৰুদ্ধে অভিযান চলাইছিল; আৰু ধৰ্ম্মযুদ্ধৰ (Crusades) সময়ত মুচলমান আৰু খৃষ্টিয়ানবিলাকৰ মাজতে এটা বিৰাট সংঘৰ্ষণ হয়। য, ম, আ; তফ্‌চীৰ কবীৰ।

১৮। (১) সিহঁতে যি আসন ধৰি তপস্যা কৰিছিল সেই অৱস্থাতেই সিহঁতৰ মৃত্যু ঘটিছিল। তেনে দৃশ্য ভয়ানক আছিল। (২) বৰ্ত্তমান কালৰ অৱস্থাৰ ভবিষ্যৎবাণী ইয়াত

২০। আৰু কালক্ৰমে আমি সিহঁতৰ উত্থান কৰিছিলোঁ; তাৰ ফলত সিহঁতৰ মাজতে ইজনে সিজনক সোধ-পোছ কৰিব ধৰিলে। সিহঁতৰ মাজৰ প্ৰশ্ন কৰোঁতা এজনে প্ৰশ্ন কৰিলে, (এই গুহাৰ ভিতৰত) তোমালোকে কত কাল অৱস্থান কৰিলা? সিহঁতে কলে, (আমি জনাত) আমি অৱস্থান কৰিলোঁ মাত্ৰ এদিন, নাইবা এদিনৰো এভাগ। আন কেইবাজনে কলে, কিমান দিন (গুহাত) তোমালোক থাকিলা তোমালোকৰ প্ৰতিপালকেহে ভালকৈ জানে। (এই বিষয়ে অযথা তৰ্ক নকৰি) এতিয়া তোমালোকৰ এজনক এই মুদ্ৰা দি নগৰলৈ যাবলৈ দিয়া, যাতে সেইজনে তালৈ গৈ ক'ত বিশুদ্ধ খাদ্য পোৱা যায় চাই মেলি তাৰে কিছু পৰিমাণ তোমালোকৰ কাৰণে কিনি আনে[১৯]; আৰু সাৱধান! সেইজনে যেন (নগৰৰ সকলোৰে প্ৰতি) ভাল ব্যৱহাৰ কৰে, কিন্তু এজনকো যেন তোমালোকৰ বিষয়ে একোকে জানিব নিদিয়ে।

২১। যদি সিহঁতে তোমালোকৰ সন্দেশ পায় সিহঁতে শিল দলিয়াই তোমালোকক বধ কৰিব, নাইবা সিহঁতৰ ধৰ্ম্মলৈ ওলটি যাবলৈ তোমালোকক বাধ্য কৰিব; এয়ে যদি হয় কেতিয়াও তোমালোক সফলকাম হব নোৱাৰা।

২২। আৰু কালক্ৰমে এয়ে হ'ল যে আমি সিহঁতৰ কথা প্ৰকাশ কৰিলোঁ; ইয়াৰ ফলত সিহঁতে যেন জানিব পাৰে যে আল্লাৰ প্ৰতিশ্ৰুতি সত্য আৰু নিৰ্দ্দিষ্ট সময় অহা সম্বন্ধে একো সন্দেহ নাই। গুহাবাসীবিলাকৰ বিষয়ে যেতিয়া সিহঁতে পৰস্পৰ তৰ্ক-বিতৰ্ক কৰিব ধৰিলে, জনচেৰেকে এই অভিমত প্ৰকাশ কৰিলে, সিহঁতৰ (সমাধিৰ) ওপৰত এটা স্মৃতি-স্তম্ভ সাজা। সিহঁতৰ (প্ৰকৃত অৱস্থা) সম্বন্ধে সকলো কথা সিহঁতৰ প্ৰভুৱেহে জানে। সিহঁতৰ বিষয়ে যিবিলাকৰ মত

---

নিহিত আছে। পাশ্চাত্য জগতৰ খৃষ্টিয়ান ৰাজত্ববিলাকৰ ধন, কৌশল আৰু শক্তি দেখি মানুহৰ মনত ভয়ৰ ভাব হোৱা স্বাভাৱিক।

১৯। (১) গুহাবাসীবিলাকৰ লগত যি মুদ্ৰা আছিল এতিয়া নচলা হ'ল। কালৰ পৰিবৰ্ত্তন ঘটিছিল। যি খৃষ্টিয়ানবিলাক এসময়ত ৰোমীয় উপদ্ৰব সহ্য কৰিব লগা হৈছিল সেইবিলাক এতিয়া ক্ষমতাশালী হৈ উঠিল। (২) এই আয়তত বাণিজ্য বিস্তাৰ আৰু ধন অৰ্জ্জনৰ নিৰ্দ্দেশ দিছে। আজিকালিৰ 'শান্তিময় অভ্যন্তৰ প্ৰৱেশ'ৰ চিত্ৰ ইয়াত আঁকিছে।

গ্রহণীয় হ'ল সেইবিলাকে কলে, সিহঁতৰ (সমাধিৰ) ওপৰত আমি নিশ্চয় এটি উপাসনালয়[২০] সাজিম।

২৩। (সিহঁতৰ সংখ্যা বিষয়ে নানা মানুহে নানা কথা কব); কিছুমানে কব, সিহঁত আছিল তিনিজন, সিহঁতৰ চতুৰ্থ আছিল সিহঁতৰ কুকুৰটো; আৰু আন কিছুমানে কব, সিহঁত আছিল পাঁচজন, সিহঁতৰ কুকুৰটো আছিল সিহঁতৰ মাজত ষষ্ঠ; এইবিলাক হৈছে নেদেখা বস্তু সম্বন্ধে অনুমান মাথোন। আৰু কিছুমান এনে মানুহো আছে যিবিলাকে কয়, সিহঁত আছিল সাতজনহে,[২১] আৰু সিহঁতৰ মাজৰ অষ্টম আছিল সিহঁতৰ কুকুৰটো। (হে মহম্মদ,) তুমি কোৱা, সিহঁতৰ সংখ্যা মোৰ প্ৰভুৱেহে সঠিককৈ জানে; অল্পসংখ্যক কিছুমানৰ বাহিৰে কেও সিহঁতৰ সম্বন্ধে (প্ৰকৃত কথা) নাজানে; গতিকে সিহঁতৰ বিষয়ে যি প্ৰকাশ্য তাৰ বাহিৰে তুমি তৰ্ক নকৰিবা, আৰু সিহঁতৰ বিষয়ে সিহঁতৰ দলৰ এজনকো প্ৰশ্ন নকৰিবা।

## ৰুকু ৪

ভবিষ্যতৰ জ্ঞান আল্লাৰ; পাৰ্থিব জীৱনৰ শোভা ধংসেকীয়া; আত্ম-
সংযম কৰা আৰু আল্লাক স্মৰণ কৰা মুচ্লিমৰ কৰ্তব্য;
কোৰানত আছে পৰম সত্য; তাত বিশ্বাস
কৰিলে চিৰন্তন সুখ লাভ হয়।

২৪। আৰু কোনো কামৰ বিষয়ে এইদৰে (ডাঠিকৈ) নকবা, কাইলৈ মই নিশ্চয়ই কামটো সমাপন কৰিম;

২০। সমাধিৰ ওপৰত মুচলমানবিলাকে আৰু বহু ইহুদীয়ে মচ্‌যিদ্ আৰু উপাসনাৰ মন্দিৰ (Synagogue) নাসাজে। কিন্তু খৃষ্টিয়ানবিলাকৰ কিছুমান সম্প্ৰদায়ে গিৰ্জ্জা নিৰ্মাণ কৰে। এতিয়াও মাজে মাজে পুৰণি গুহাবিলাকৰ ভিতৰত গিৰ্জ্জাবিলাকৰ ধ্বংসাবশেষ পোৱা যায়।

২১। গুহাবাসীবিলাকৰ সংখ্যা কিমান, সিহঁত গুহাৰ ভিতৰত কেই বছৰ আছিল

২৫। কিন্তু (ক'বা,) আল্লাই যদি ইচ্ছা কৰে।[২২] আৰু যদি তাকে কৰিবলৈ পাহৰি যোৱা আল্লাক স্মৰণ কৰি এই দৰে ক'বা, হব পাৰে আল্লাই মোক এনে সুপথেদি লৈ যাব যি ইয়াতোকৈ বেছি ওচৰ।

২৬। আৰু (কিছুমানে ভাবে) সিহঁত নিজ গুহাৰ ভিতৰত বাস কৰিছিল তিনি শ বছৰ, আৰু আন কিছুমানে তাতে আৰু ন'বছৰ বৃদ্ধি কৰে।[২৩]

২৭। তুমি কোৱাঁ, সিহঁত কিমান দিন (তাত) অৱস্থান কৰিছিল আল্লাইহে সঠিককৈ জানে; আকাশমণ্ডলী আৰু পৃথিৱীত যি অদৃশ্য তেওঁৰ অগোচৰ নহয়, তেওঁৰ দৃষ্টিশক্তি আৰু শ্ৰৱণশক্তি কি অপৰূপ! তেওঁত ভিন্ন তেওঁলোকৰ কেও সহায় কৰোঁতা নাই; আৰু তেওঁ নিজ নিয়ন্ত্ৰণ কাৰ্য্যত কাকো অংশীৰূপে গ্ৰহণ নকৰে।

২৮। আৰু (হে ৰচুল,) তোমাৰ প্ৰতি যি প্ৰত্যাদেশ কৰা হৈছে তোমাৰ প্ৰভুৱে (অৱতীৰ্ণ কৰা) গ্ৰন্থৰ পৰা পাঠ কৰাঁ; তেওঁৰ বাণীসমূহ[২৪] পৰিবৰ্ত্তন কৰিব পাৰে এনে কেও নাই; আৰু নিশ্চয় তেওঁত ভিন্ন কোনো নাই যাৰ ওচৰত তুমি আশ্ৰয় লব পাৰা।

২৯। আৰু যিসকলে নিজ প্ৰভুৰ সন্তুষ্টি লভিবৰ আগ্ৰহ কৰি পুৱা আৰু সন্ধীয়া তেওঁক আহবান কৰি থাকে তুমি সেইসকলৰ সংসৰ্গ ৰাখি আত্ম-সংযম কৰিবা, আৰু পাৰ্থিৱ জীৱনৰ শোভাৰ আকাঙ্ক্ষা কৰি সেইসকলৰ পৰা নিজৰ

---

আৰু কি অৱস্থাত আছিল এনেবোৰ কথা লৈ তৰ্ক কৰাত একো লাভ নাই। আছল কথা হৈছে, জাতিবিলাকৰ উত্থান-পতনৰ কাৰণ কি? এই বিষয়েহে চিন্তা কৰা উচিত।

ইব্‌নে 'আব্বাচৰ মতে সঠিক সংখ্যা সাত। অৰ্থ হৈছে খৃষ্টিয়ানবিলাৰ মাজত প্ৰধান সম্প্ৰদায় সাতোটা।

২২। ইয়ুচুফৰ (আ) ভাই-ককাইহঁতে আল্লাৰ ওপৰত ভৰসা নকৰি নিজেই তেওঁৰ ৰক্ষাৰ ভাৰ লৈছিল। ফল কি হ'ল? তেওঁলোক অসমৰ্থ হৈ লাঞ্ছিত হ'ল।

২৩। কনষ্টেনটাইনে ৩০৯ চনত খৃষ্টিয়ান ধৰ্ম্ম গ্ৰহণ কৰিছিল। এই ধৰ্ম্ম সেই কালতে ৰাষ্ট্ৰ-ধৰ্ম্ম হৈ উঠিল। সুতৰাং খৃষ্টিয়ানবিলাকে তিনি শ বছৰ ৰোমীয় উপদ্ৰৱ সহ্য কৰিব লাগিছিল।

২৪। আল্লাৰ ভৱিষ্যৎবাণীসমূহ। গুহাবাসীবিলাকৰ গুহাত অৱস্থান আৰু তাৰ পৰা ওলাই অহাৰ আছল অৰ্থ হৈছে, খৃষ্টিয়ানবিলাকে অৱনতিৰ পাছত উন্নতি লাভ কৰিব আৰু এটা ডাঙৰ শক্তিশালী জাতি হৈ উঠিব।

দুই চকু ঘুৰাই নলবা ;[২৫] আৰু এনেজনৰ কথা শুশুনিবা যিজনৰ অন্তৰ আমাক স্মৰণ কৰিবলৈ আমি অমনোযোগী কৰিছোঁ, আৰু যি নিজৰ নিকৃষ্ট বাঞ্ছাৰ অনুসৰণ কৰে, যাৰ কাৰ্য্যই হৈছে সীমা লঙ্ঘন কৰা।

৩০। আৰু তুমি কোৱাঁ, এই পূৰ্ণ সত্য (কোৰান-বাণী) আহিছে তোমালোকৰ প্ৰভুৰ পৰা ; সুতৰাং বিশ্বাস কৰিবৰ ইচ্ছা যাৰ সি ইয়াত বিশ্বাস কৰক, আৰু যি অবিশ্বাস কৰিবলৈ ইচ্ছা কৰে সি অবিশ্বাস কৰক। বাস্তৱিকতে অন্যায়কাৰীবিলাকৰ কাৰণে আমি এনে অগ্নি প্ৰস্তুত কৰি ৰাখিছোঁ যাৰ (জ্বলন্ত) আবৰণে সিহঁতক আগুৰি ধৰিব ; আৰু যেতিয়া সিহঁতে পানীৰ কাৰণে আৰ্ত্তনাদ কৰিব সিহঁতক এনে পানী পিবলৈ দিয়া হব যি তপত গলোৱা পিতলৰ সদৃশ, যি (সিহঁতৰ) মুখবোৰ দাহ কৰিব ; সেই পানী পিবলৈ কি নিকৃষ্ট ! আৰু (নৰক) বিশ্ৰামৰ কেনে জঘন্য ঠাই !

৩১। যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰি আছে, ইয়াত একো সন্দেহ নাই সেইসকলে কৰা উৎকৃষ্ট কাৰ্য্যৰ প্ৰতিদান আমি কেতিয়াও ব্যৰ্থ নকৰোঁ।[২৬]

৩২। সেইসকলৰ নিমিত্তে থাকিব এনে চিৰন্তন উদ্যানসমূহ যাৰ তলেদি জুৰিবিলাক বৈ যায়, আৰু তাত তেওঁলোকক সোণৰ বালাৰ অলঙ্কাৰ পিন্ধোৱা হব, আৰু তেওঁলোকে পিন্ধিবলৈ পাব সূক্ষ্ম ৰেচমৰ আৰু বন কৰা কিংখাপৰ সেউজীয়া পৰিধান ;[২৭] তাতে তেওঁলোকে ওখ আসনসমূহত কাতি হব ; (তেওঁলোকৰ) কি উত্তম প্ৰতিদান ! আৰু জিৰণিৰ কি উৎকৃষ্ট স্থান !

---

২৫। গুহাবাসীবিলাকৰ ইতিবৃত্তৰ সাৰ শিক্ষা ইয়াত উল্লেখ কৰা হৈছে। পৃথিৱীৰ ঐশ্বৰ্য্য, সুখ-শান্তিৰ অভিলাষে মানৱক আল্লাৰ পৰা আঁতৰাই লৈ যায়। প্ৰকৃত উন্নতি হৈছে আধ্যাত্মিক উন্নতি।

উল্লেখযোগ্য এই যে এই আয়ত আৰু পাছৰ আয়তসমূহৰ দ্বাৰা হজ্ৰত মহম্মদক (স্ব) হিয্ৰতৰ কাৰণে প্ৰস্তুত কৰা হৈছে। আৰু হদীছৰ পৰা জানিব পাৰি, শেষ কালত, বিশেষকৈ হজ্ৰত মচীহে মৌউদৰ সময়ত, আধ্যাত্মিক উন্নতিৰ সহায়েৰে ইচ্লাম পৃথিৱীত বিয়পি পৰিব।

২৬। সেই পৰীক্ষাৰ কালত যি সকলে সত্য আৰু ধৰ্মৰ কাৰণে ত্যাগ স্বীকাৰ কৰিব সেই সকলক আল্লাই উচিত প্ৰতিদান দিব।

২৭। এই প্ৰতিদান সেইসকলে পৰলোকত লাভ কৰিবই। ইহলোকতো পাৰস্য, বাইজেণ্টাইন প্ৰভৃতি ৰাজ্য জয় কৰি মুচলমান সকলে সুখ-শান্তি লাভ কৰিছিল। যি চিত্ৰ এই আয়তত আঁকা হৈছে সি স্বৰ্গ-সুখৰ চানেকি মাত্ৰ।

## ৰুকু ৫

ডুখন উদ্যানৰ উপমা; নবুয়ত বনি-ইস্রাইলৰ পৰা লৈ বনি-ইস্মাইলক অর্পণ কৰা হ'ল; ইচ্‌লামৰ জগতময় প্রভাৱ সুনিশ্চিত; আধ্যাত্মিক শক্তিহে প্রকৃত শক্তি।

৩৩। আৰু সিহঁতৰ আগত দুজন[২৮] মানুহৰ উপমা তুমি বৰ্ণনা কৰা; সেই দুজনৰ এজনক আমি আঙুৰৰ দুখন উদ্যান সাজি দিছিলোঁ; আৰু সেই উদ্যান দুখনক কেওফালে খাজুৰ গছ লগাই বেৰি থৈছিলোঁ; আৰু দুইখন উদ্যানৰ মাজত থকা ঠাই ডোখৰত শস্য উৎপন্ন কৰিছিলোঁ।

৩৪। ( সময়ত ) সেই উদ্যান দুখন ফলেৰে পৰিপূৰ্ণ হ'ল, আৰু তাৰ উৎপাদন অলপো কম হোৱা[২৯] নাছিল; আৰু আমি জুৰি এখন বোৱাই নিছিলোঁ দুই উদ্যানৰ মাজেদি।

৩৫। ( উদ্যানৰ ) গৰাকীৰ নিমিত্তে প্রচুৰ ফল উৎপন্ন হ'ল। পিছত সি ( এদিন ) কথা প্রসঙ্গত নিজ সঙ্গীক কলে, তোমাৰ তুলনাত মোৰ ধন-সম্পত্তি বেছি, আৰু দল হিচাপেও মই তোমাতকৈ অধিক শক্তিমান।

৩৬। আৰু সি নিজৰ উদ্যানৰ ভিতৰত প্রবেশ কৰিলে, আৰু নিজ আত্মাৰ প্রতি অন্যায় কৰি[৩০] কলে, এনেখন ( সুন্দৰ ) উদ্যান যে কেতিয়াবা বিনষ্ট হব মই ভাবিবকে নোৱাৰোঁ।

৩৭। আৰু নির্দ্দিষ্ট সময় যে আহিব লাগিছে তাৰো ধাৰণা মই নকৰোঁ; কিয়নো যদি এয়ে ঘটে যে মোক নিজ প্রভুৰ ফালে ওভতাই নিয়া হয়, অহা জীৱনত মই নিশ্চয় প্রত্যাবৰ্ত্তনৰ ইয়াতোকৈ উত্তম স্থান লাভ কৰিম।

---

২৮। (১) এজন পৃথিৱীৰ ঐশ্বৰ্য্যৰ গৰাকী; দ্বিতীয়জন সম্পত্তিহীন, নম্র আৰু বিনীত। (২) বনি ইস্রাইল আৰু বনি-ইস্মাইল। হজ্‌ৰত মুচা (আ) আৰু হজ্‌ৰত ঈচা (আ) ইস্রাইল বংশৰ নবী; আৰু হজ্‌ৰত মহম্মদ (ছ) বনি-ইস্মাইলৰ বংশধৰ। চোৱা বা, মথি ২৬ : ৩৩—৪৫।

২৯। কামুচ আৰু ছ্‌বাহত এই অর্থ লিখিছে—লম্ তন্‌কু্‌ছ্‌।

৩০। অর্থাৎ গৰ্ব্ব কৰি কৈছিল। বাইবেলৰ ভবিষ্যৎবাণী মতে হজ্‌ৰতৰ আবির্ভাৱ বনি-ইস্মাইলৰ মাজত হল। চোৱা দ্বি, বি, ১৮ : ১৮, ১৯। যেই কাৰণে বনি-ইস্রাইলে বনি-ইস্মাইলক ঘৃণা কৰিছিল।

৩৮। তাৰ সৈতে কথা পাতোঁতে তাৰ সঙ্গীজনে তাক কলে, কি! তুমি সেইজনত অবিশ্বাস কৰিছা নে যিজনে তোমাক সৃষ্টি কৰিলে মাটিৰ পৰা, পিছত শুক্ৰৰ পৰা, তাৰ পিছত তোমাক মানৱৰ পূৰ্ণ ৰূপ দান কৰিলে?

৩৯। কিন্তু মোৰ বিশ্বাস কি; তেওঁৱেই মোৰ প্ৰভু আল্লা, আৰু মই অইন কাকো মোৰ প্ৰভুৰ সমান কৰি উপাস্য নাপাতোঁ।

৪০। আৰু নিজৰ উদ্যানৰ ভিতৰত সোমাওঁতে তুমি এই আবাৰ কথা কোৱা নাছিলা—আল্লাৰ ইচ্ছাহে পূৰ্ণ হয়, সকলো শক্তি আল্লাৰেই। সম্পত্তিত আৰু সন্তান সন্ততিত যদিও তুমি মোক নিজতকৈ তাকৰীয়া দেখিছা।

৪১। কিন্তু হব পাৰে মোক মোৰ প্ৰভুৱে যি দান কৰিব সি তোমাৰ উদ্যানতকৈ (অনেকগুণে) শ্ৰেষ্ঠতৰ;[৩১] আৰু সেই উদ্যানৰ ওপৰত আকাশৰ পৰা তেওঁ বজ্ৰ[৩২] নিক্ষেপ কৰিব, যাৰ ফলত ই বাতিপুৱা শস্যহীন সমতল ভূমিত পৰিণত হব।

৪২। নাইবা তাৰ পানী (মটিৰ তললৈ গৈ) একেবাৰে শুকাই যাব,[৩৩] আৰু সেই পানী কোনো উপায়ে আকৌ লভিব নোৱাৰা, যিমানেই তুমি তাৰ চেষ্টা কৰা।

৪৩। পিছত তাৰ সমগ্ৰ ফলমূল কেওফালৰ পৰা আগুৰি নষ্ট কৰি দিয়া হল; আৰু পুৱা হলত সেই উদ্যানৰ ওপৰত যি ধন সি ব্যয় কৰিছিল তাৰ কাৰণে দুখ কৰি সি নিজৰ হাত দুখন মোহাৰিব লাগিলে; আৰু সেই উদ্যান তাৰ চিলিঙিবোৰৰ সৈতে হেৰেপা খাই পৰিছিল; আৰু সি ইয়াকে কৈ দুখ কৰিছিল, হায়, মোৰ প্ৰভুৰ সমান কৰি মই অইনক উপাস্য নপতাহেতেন!

৪৪। আৰু আল্লাত ভিন্ন তাক সহায় কৰিবলৈ এটা দলো নুঠিল, আৰু নিজকে ৰক্ষা কৰিবলৈ সি সমৰ্থ নহল।

৪৫। ইয়াৰ পৰা প্ৰতিপন্ন হ'ল, ৰক্ষা কৰিবৰ শক্তি এক সত্য আল্লাৰ;

---

৩১। নবুৱতৰ দান। বনি-ইস্ৰাইলৰ নবুৱত বনি-ইস্মাইলৰ হাতলৈ আহিল, আৰু তাৰ ফলত ইচ্‌লামৰ জন্ম হল। 'এনে আন খেতিয়কবোৰৰ হাতত সেই বাৰী গতাই দিব।' বা, মথি, ২১: ৪১, ৪২।

৩২। 'হুচ্‌বান' শব্দৰ অৰ্থ ডাঙৰ বিপদ, ভীষণ শাস্তি, বজ্ৰ। আ, ম।

৩৩। প্ৰাচীন ধৰ্মবিলাক দুৰ্ব্বল আৰু মৃতপ্ৰায় হব, আৰু ইচ্‌লাম ধৰ্ম প্ৰতিষ্ঠিত হব।

( সৎকাৰ্য্যৰ ) প্ৰতিদান দিয়াত তেৱেঁই সৰ্ব্বশ্ৰেষ্ঠ আৰু তেওঁৰ হাতত আছে উত্তম সামৰণি ।[৩৪]

## ৰুকু ৬

পাৰ্থিব জীৱনৰ সুখ-সম্পদ খন্তেকীয়া ; সৎকাৰ্য্যৰ ফল স্থায়ী ;
মানৱ নিজ কুকৰ্ম্মৰ নিমিত্তে নিজেই দায়ী ;
আল্লাৰ বিধান ন্যায়সঙ্গত ।

৪৬ । আৰু ( হে ৰচুল, ) তুমি সিহঁতৰ আগত পাৰ্থিব জীৱনৰ উপমা ব্যক্ত কৰা,—ই সেই পানীৰ সদৃশ যি আমি মেঘৰ পৰা নমাই আনো, পিছত তাৰে সৈতে মিহলি হৈ মাটিৰ পৰা নানা প্ৰকাৰ উদ্ভিদ উৎপাদন হয় ; সময়ত সেই উদ্ভিদ জৰজৰীয়া ঠাল-ঠেঙ্গুলিত পৰিণত হয় ; তেতিয়া তাক বতাহে উৰাই নিয়ে ।[৩৫] আৰু ( মনত ৰাখিবা ) আল্লা সকলো বস্তুৰ ওপৰত ক্ষমতাবান ।

৪৭ । ধন-সম্পত্তি আৰু সন্তান-সন্ততি পাৰ্থিব জীৱনৰ আভৰণ মাথোন ; কিন্তু, যিবোৰ সৎকৰ্ম্ম স্থায়ী তোমাৰ প্ৰভুৰ ওচৰত সেইবোৰৰ প্ৰতিদান উৎকৃষ্ট, আৰু সেইবোৰেই উত্তম আশা স্বৰূপ ।[৩৬]

৪৮ । আৰু এনে এদিন[৩৭] আহিব যিদিনা আমি পৰ্ব্বতবিলাকক গতিশীল কৰিম, আৰু পৃথিৱীক তুমি দেখিবলৈ পাবা সমতল ভূমিৰূপে ; ( সেই দিনা ) সিহঁতৰ আটাইবিলাককে একেলগ কৰিম, আৰু সিহঁতৰ মাজৰ এজনকো এৰি নথওঁ ।

৪৯ । আৰু সিহঁতক শাৰি শাৰিকৈ তোমাৰ প্ৰভুৰ সমুখলৈ নিয়া হব । ( তেতিয়া আমি এইদৰে কম, ) আমি তোমালোকক প্ৰথম বাৰ যিৰূপে সৃজন

৩৪ । নবুয়ত দান কৰা আল্লাৰ কাৰ্য্য, মানুহে নিজ ইচ্ছাৰে নবী হব নোৱাৰে । সত্য কাৰ দ্বাৰা, ক'ত, আৰু কেনেকৈ প্ৰতিষ্ঠিত হব কেৱল আল্লাই জানে ।—চোৰ্ৱা, ৬ : ১২৬ ।

৩৫ । পাৰ্থিব জীৱনৰ ধন-সম্পদ, সুখশান্তি খন্তেকীয়া । জীৱনৰ মূল উদ্দেশ্য হৈছে, আল্লাৰ সন্তুষ্টি লাভ । তাকে বেছি-ভাগ মানুহে পাহৰি থাকে ।

৩৬ । সেই সৎকৰ্ম্মীসকলে নিজেও আল্লাৰ সন্তুষ্টি লাভৰ আশা কৰে, আৰু সেইসকলৰ পৰবৰ্ত্তী বংশধৰো আল্লাৰ প্ৰতিদানৰ ভাগী হয় ।

৩৭ । (১) কিয়ামত্ অৰ্থাৎ শেষবিচাৰৰ দিন । (২) মচীহে মৌ-উদৰ আবিৰ্ভাৱৰ কাল । বাইবেলেও এই কালৰ নিৰ্দ্দেশ দিছে । চোৰ্ৱা, মথি, ২৪ : ৭ ।

কৰিছিলোঁ, স্বৰূপতে সেই অনুৰূপ ( আজি ) তোমালোক মোৰ আগত উপস্থিত হৈছা,[৩৮] অথচ তোমালোকে ভাবিছিলা, আমি নিজে দিয়া প্ৰতিশ্ৰুতি তোমালোকৰ কাৰণে পূৰ্ণ কৰিবলৈ সময় নিৰ্ণয় কৰা নাছিলোঁ ।

৫০ । আৰু ( সেই দিনা ) সিহঁতৰ আগত ( সিহঁতৰ ) কাৰ্য্যলিপি দাঙি ধৰা হব । তেতিয়া তাৰ ভিতৰৰ লিখনি দেখি অপৰাধীবিলাক কেনেকৈ আতঙ্কিত হব তুমি লক্ষ্য কৰিবা। আৰু সিহঁতে ইয়াকে কব, ধিক আমাৰ প্ৰতি ! ই কি অপৰূপ লিপি ! সৰু-সুৰা নাইবা ডাঙৰ[৩৯] ই কোনো দোষকে এৰা নাই, বৰং সমগ্ৰ দোষকে সন্নিবিষ্ট কৰিছে। আৰু সিহঁতে যি কাৰ্য্য কৰিছিল তাৰে প্ৰতিৰূপ ( নিজৰ আগতে ) উপস্থিত পাব । আৰু ( মনত ৰাখিবা ) তোমাৰ প্ৰভুৱে কাৰো প্ৰতি কেতিয়াও অন্যায় নকৰে।[৪০]

## ৰুকু ৭

মানৱৰ বন্ধু হৈছে আল্লা, ইব্লিচ্ নহয়; ঐশ্বৰিক শক্তি আৰু দানৱিক শক্তিৰ মাজত প্ৰভেদ, আৰু চিৰকলীয়া যুঁজ; নতুন জগতৰ সৃষ্টিও ঐশ্বৰিক শক্তি দ্বাৰা হব।

৫১ । আৰু যেতিয়া আমি ফিৰিশ্‌তাবিলাকক আদেশ দিছিলোঁ, তোমালোক আদমৰ বাধ্য হোৱাঁ, তেতিয়া সকলোৱে বাধ্যতা স্বীকাৰ কৰিলে, ইব্লিচৰ বাহিৰে ; সি আছিল যিন্‌বিলাকৰ এজন ; আৰু সি বিৰোধী হৈ নিজ প্ৰভুৰ আদেশ অমান্য কৰিছিল । তেন্তে কি তোমালোকে মোক এৰি তাক আৰু তাৰ বংশধৰবিলাকক বন্ধুৰূপে গ্ৰহণ কৰিবানে, অথচ ( দেখাতেই ) সিহঁত তোমালোকৰ শত্ৰু ; এনে ধৰণৰ পৰিবৰ্ত্তন[৪১] অন্যায়কাৰীবিলাকৰ পক্ষে কি অপকৃষ্ট !

---

৩৮। জন্মৰ সময়ত মানুহে ধন-সম্পত্তি লগত লৈ অহা নাই, আৰু মৃত্যুৰ পাছত শুদা হাতেৰে আল্লাৰ সন্মুখত উপস্থিত হব লাগিব।

৩৯। ছুফী সকলে কয়, ডাঙৰ পাপবিলাকো আৰম্ভতে সামান্য দোষ বুলি গণ্য কৰা হয়। তাকে প্ৰথম অৱস্থাতেই দমন কৰিব লাগে। তাকে নকৰিলে প্ৰত্যেক 'ছগীৰা' পাছত 'কবীৰা' হৈ পৰে।

৪০। যদি মানুহে শাস্তি ভোগ কৰিব লগা হয় সি নিজৰ দোষত, নিজৰ কুকৰ্ম্মৰ ফলত। আল্লাৰ বিধি ন্যায়সঙ্গত।

৪১। চোৱাঁ, ২ : ৩৫ ; ১৫ : ৩০, ৩১ ; ৫৪ : ৭৩—৭৫। আল্লাৰ সলনি শয়তানৰ অনুগত হোৱা। ইব্লিচ্ যে ফিৰিশ্‌তা নাছিল, যিন্ আছিল এই আয়তত স্পষ্ট কৰি কোৱা

৫২। আকাশমণ্ডলী আৰু পৃথিৱী সৃষ্টি কৰিবৰ সময়ত আৰু নিজ সিহঁতকো সৃজন কৰোঁতে মই সিহঁতক সাক্ষী[৪২] ৰখা নাই; আৰু ই অসম্ভৱ যে অইনক পথভ্ৰষ্ট কৰোঁতাবিলাকক মোৰ সমৰ্থনকাৰীৰূপে মই গ্ৰহণ কৰোঁ।

৫৩। আৰু সেই (বিচাৰৰ) দিনা আল্লাই সিহঁতক সম্বোধন কৰি কব এই দৰে,—যিবিলাকক তোমালোকে মোৰ অংশী বুলি জ্ঞান কৰিছিলা (আজি) সিহঁতক আহ্বান কৰি চোৱাঁ। তেতিয়া সিহঁতে সিহঁতক আহ্বান কৰিব; কিন্তু সিহঁতে কোনো প্ৰত্যুত্তৰ নিদিব। আৰু আমি ইদল আৰু সিদলৰ মাজত বৃহৎ অন্তৰায়[৪৩] স্থাপন কৰিম।

৫৪। আৰু যিবিলাক আল্লাৰ অপৰাধী সেইবিলাকে নৰক-অগ্নি দেখিবলৈ পাব, আৰু নিশ্চিতকৈ জানিব যে সিহঁতেহে সেই অগ্নিৰ মাজত পৰিব লাগিব, আৰু তাৰ পৰা সাৰি ওলটি আহিবলৈ কোনো ঠাই এডোখৰো নাপাব।

## ৰুকু ৮

অবিশ্বাসীবিলাকৰ সত্য-অসত্য সম্বন্ধে অযথা তৰ্ক; আল্লাৰ নিদৰ্শনসমূহ অবজ্ঞা কৰিলে মানুহে সত্য বুজিবৰ শক্তি হেৰুৱায়।

৫৫। আৰু স্বৰূপতে আমি এই কোৰাণত সকলো প্ৰকাৰ উপমা ঘূৰাই ঘূৰাই বৰ্ণনা কৰিছোঁ মানৱৰ (মঙ্গলৰ) নিমিত্তে; কিন্তু মানৱে বেছি ভাগ বিষয়ে বাক-বিতণ্ডাহে[৪৪] কৰে।

---

হৈছে। অসুৰৰ শক্তি আৰু ফিৰিশ্‌তাৰ শক্তিৰ মাজত ঘোৰ পাৰ্থক্য সদায় আছিল আৰু সদায় থাকিব। ফিৰিশ্‌তাৰ শক্তি ঐশ্বৰিক শক্তি।

৪২। শ্বয়তান আৰু শ্বয়তানৰ বংশধৰৰ জগতৰ সৃষ্টিত কোনো হাত নাই। ভৱিষ্যতেও নতুন জগতৰ সৃষ্টি আল্লাৰ আদেশত ফিৰিশ্‌তাসকলেহে কৰিব; দানৱৰ শক্তিৰ আৱশ্যকতা নাই।

৪৩। যাতে ইহঁত আৰু সিহঁতৰ লগত কোনো সম্বন্ধ থাকিব নোৱাৰে।

৪৪। বিশেষকৈ নবীসকলৰ লগত।

৫৬। আৰু যেতিয়া মানৱৰ ওচৰলৈ পথ-প্ৰদৰ্শন আহিল তাত সিহঁতে বিশ্বাস স্থাপন কৰিবলৈ আৰু নিজ প্ৰভুৰ ক্ষমা প্ৰাৰ্থনা কৰিবলৈ ইয়াত ভিন্ন আন কি প্ৰতিবন্ধক হব পাৰে যে ( সিহঁতে নিজেই বিচাৰে যেন ) পূৰ্ব্ববৰ্ত্তীবিলাকৰ দৰে সিহঁতৰ সৈতে সেই ব্যৱহাৰ কৰা হয়, নাইবা ( আমাৰ ) শাস্তি সিহঁতৰ সম্মুখত[৪৫] আহি উপস্থিত হয়।

৫৭। আৰু আমি ৰছুলসকলক মাথোন এই কাৰণে প্ৰেৰণ কৰোঁ যাতে তেওঁলোকে ( বিশ্বাসীসকলক ) শুভ-সংবাদ দিয়ে আৰু ( অবিশ্বাসীবিলাকক ) সতৰ্ক কৰে; আৰু অবিশ্বাসীবিলাকে অসত্যৰ[৪৬] কাৰণে বাক-বিতণ্ডা কৰে, যাতে তাৰ দ্বাৰা সিহঁতে সত্যক নিস্ফল কৰিব পাৰে, আৰু মোৰ নিদৰ্শন-সমূহ লৈ, আৰু যি ( শাস্তিৰ আগমন ) সম্বন্ধে সিহঁতক সতৰ্ক কৰা হয় তাকে লৈ সিহঁতে উপহাস কৰে।

৫৮। আৰু সেইজনতকৈ অধিক অন্যায়কাৰী কোন হব পাৰে যাক তাৰ প্ৰভুৰ নিদৰ্শনমূহ সোঁৱৰাই দিয়া সত্ত্বেও সেইবোৰৰ পৰা সি আঁতৰি যায়; আৰু সি নিজৰ হাত দুখনৰে যি দুষ্কৰ্ম্ম অৰ্জ্জন কৰিছিল তাকো বিস্মৰণ কৰে। ইয়াত একো সন্দেহ নাই সিহঁতৰ অন্তৰসমূহৰ ওপৰত আমি আবৰণ পেলাইছোঁ; তাৰ ফলত সিহঁতে সত্য হৃদয়ঙ্গম কৰিব নোৱাৰে; আৰু সিহঁতৰ কাণবোৰো আমি গধুৰ কৰিছোঁ ( যাতে সিহঁতে সত্যৰ বাণী নুশুনে ); আৰু সুপথৰ পিনে যিমানে তুমি সিহঁতক আহ্বান কৰা সিহঁতে কেতিয়াও সুপথ অৱলম্বন নকৰে।[৪৭]

৫৯। আৰু তোমাৰ প্ৰভু ক্ষমাশীল, কৰুণাৰ আধাৰ; সিহঁতে যি অৰ্জ্জন কৰিছিল সেই দোষত সিহঁতক তেওঁ ধৰা হলে, নিশ্চয় সিহঁতৰ প্ৰতি তেওঁ সত্বৰে শাস্তি নমালেহেতেন; কিন্তু সিহঁতৰ ( শাস্তিৰ ) উচিত সময় নিৰ্দ্দিষ্ট কৰি থোৱা

৪৫। 'ক্ববুলা' শব্দৰ তিনটা অৰ্থ হব পাৰে: ১। সম্মুখত উপস্থিত হব; ২। সেই শাস্তি প্ৰকাশ্য ভাবে আহিব; ৩। সেই শাস্তি আকস্মিক ভাবে আহিব।—হজ্ৰত খলীফা মুৰুদ্দিন।

৪৬। সত্য-অসত্য সম্বন্ধে অযথা তৰ্ক কৰে, যাতে সত্য সম্বন্ধে মানুহৰ মনত নানা তৰহৰ সন্দেহ উদয় হয়।

৪৭। আল্লাৰ বিধি এই, যিবিলাকে আল্লাৰ নিদৰ্শনসমূহ দেখিও নেদেখে, আৰু আত্ম-সংশোধন নকৰি অবিশ্বাসৰ ওপৰত থিয় দিয়ে সেইবিলাকে সত্য উপলব্ধি কৰিবৰ অনুভূতি সমূলি হেৰুৱায়।

হৈছে ; তাৰ পৰা সাৰিবলৈ সিহঁতে আল্লাৰ বাহিৰে অইন কাৰো আশ্ৰয় লব নোৱাৰে।

৬০। আৰু যেতিয়া সিহঁতে অন্যায় কৰি আছিল আমি ধ্বংস কৰিছিলোঁ সিহঁতৰ নগৰবিলাক ; আৰু সিহঁতৰো ধ্বংসসাধনৰ সময় আমি আগৰে পৰা নিৰ্ণয় কৰি থৈছিলোঁ।

## ৰুকু ৯

হজৰত মুচা (আ) আৰু তেওঁৰ সঙ্গীৰ ভ্ৰমণ ; মহাজ্ঞানী হজৰত খিজৰৰ (আ) শিক্ষা দান ; যথাৰ্থ জ্ঞান আল্লাৰ সন্নিধানৰ পৰাহে আহে।

৬১। আৰু (সেই ঘটনাত চিন্তা কৰা) যেতিয়া মুচাই নিজৰ তৰুণ সঙ্গীজনক[৪৮] কলে, দুই সাগৰৰ সঙ্গম-স্থল নোপোৱালৈকে মই (ভ্ৰমণৰ পৰা) ক্ষান্ত নহওঁ, যদিও বহু বছৰলৈ মোক ভ্ৰমণ কৰিব লগা হয়।

৬২। পিছত যেতিয়া উভয়ে সাগৰ দুখনৰ সঙ্গম-স্থান[৪৯] পালেগৈ, দুয়ো নিজৰ মাছটো (লৈ আহিবলৈ) পাহৰিলে। বাস্তৱতে সেই মাছটোৱে সাগৰত পৰি পানীৰ তলেদি নিজৰ বাট ধৰিলে।

---

৪৮। ইয়ুশ্-বিন্-নুন (Joshua)। এই উপাখ্যানটি বুখাৰী শৰীফত এইদৰে বৰ্ণোৱা হৈছে। হজৰত মুচাক (আ) কোনো এজনে প্ৰশ্ন কৰিছিল, জ্ঞানত তোমাতকৈ কোনো এজন শ্ৰেষ্ঠ আছেনে? তেওঁ কলে, থাকিব পাৰে, মই নাজানো। আল্লাই মুচাক (আ) জানিবলৈ দিলে, এনে এজন জ্ঞানী পুৰুষ আছে যাৰ পৰা তেওঁ জ্ঞানৰ বহু কথা শিকিব পাৰে। মুচাই সুধিলে, হে আল্লা, তেওঁক মই কোন ঠাইত দেখা পাম? আল্লাই উত্তৰ দিলে, ডেকা ইয়ুশ্-বিন্-নুনক লগতে লৈ যোৱা, আৰু এটা মাছ চিন স্বৰূপ লগত নিয়া। যি ঠাইত সেই মাছটো হেৰাব সেই ঠাইৰ ওচৰতে সেই জ্ঞানীজনক লগ ধৰিবা। পিছত ভ্ৰমণ কৰি থাকোঁতে দুখন নৈৰ সঙ্গমৰ স্থল পালেহি। তেওঁলোক শিলৰ ওপৰত বিশ্ৰাম লওঁতে সেই মাছটো পানীত পৰি নাইকিয়া হ'ল। মাছটোৰ কথা পাহৰি দুয়ো আগ বাঢ়িল। পিছত মনত পৰিলত সেই ঠাইলৈ উভতি আহিল। মুচাই (আ) বুজিব পাৰিলে আল্লাই নিৰ্দ্দেশ দিয়া ঠাই সেয়ে, আৰু ওচৰতেই জ্ঞানী পুৰুষজনক লগ পাব।

৪৯। (১) আকৃবা আৰু চুৱেজ উপসাগৰৰ মিলনৰ ঠাই, অৰ্থাৎ চিনাই উপদ্বীপ। আ, ইয়ুচফ্ আলি। (২) নীল নদী আৰু নীলত পৰা এখন উপনদীৰ সঙ্গম হৈছে,

৬৩। ছুৰ্ঙো ( কিছুদুৰ ) আগ বাঢ়ি যোৱাৰ পাছত তেওঁ নিজৰ তৰুণ সঙ্গীজনক কলে, আমাৰ পুৱাৰ জলপান ( এতিয়াই ) আনা, কিয়নো আজিৰ ভ্ৰমণে আমাক বৰকৈ শ্ৰান্ত কৰিছে।

৬৪। সঙ্গীজনে কলে, যেতিয়া আমি পৰ্ব্বতৰ শিলৰ ওপৰত বহি জিৰণি লৈছিলোঁ তুমি দেখা পোৱা নাছিলা নে? সেই মাছটোৰ কথা মই ( একেবাৰে ) পাহৰি গলোঁ; আৰু সেই কথা ( তোমাৰ আগত ) উল্লেখ কৰিবলৈ শয়তানৰ বাহিৰে আৰু কেও মোক বিস্মৃত কৰা নাই; আৰু সেই মাছটোৱে সাগৰত পৰি পানীৰ তলেদি আচৰিতৰূপে নিজৰ পথ ললে।

৬৫। মুচাই কলে, আমি যি ঠাই বিচাৰি আহিছিলোঁ সেই ঠাই এয়ে।[৫০] তাৰ পিছত উভয়ে নিজ পদৰ চিন ধৰি উভতি যাব লাগিলে।

৬৬। ( অকস্মাৎ ) উভয়ে আমাৰ ( বিশেষ ) ভৃত্যবিলাকৰ এজন ভৃত্যক লগ পালে; তেওঁক আমি নিজ সন্নিধানৰ পৰা করুণা দান কৰিছিলোঁ, আৰু আমাৰ কাষৰ পৰা তেওঁক দিছিলোঁ তত্ত্ব-জ্ঞানৰ শিক্ষা।[৫১]

৬৭। মুচাই তেওঁক সুধিলে, মোক তোমাৰ অনুগামী হবলৈ দিবা নে, যাতে ধৰ্ম্মৰ যি বিশেষ জ্ঞান তোমাক দান কৰা হৈছে তাৰে কিছু ভাগ মোকো শিকাই দি ( তোমাৰ শৰণাপন্ন ) কৰি লোৱা।

৬৮। তেওঁ উত্তৰ দিলে, মোৰ সঙ্গত ধৈৰ্য্য ধাৰণ কৰিবলৈ সচাকৈয়ে তোমাৰ ক্ষমতা নাই।[৫২]

---

খাৰ্তুম নগৰৰ ওচৰত। -হজ্ৰত খলীফা মুৰুদ্দিন। হজ্ৰত মুচা ( আ ) মিছৰ দেশত ৪০ বছৰ বাস কৰিছিল আৰু তেওঁ যে ইথিয়োপিয়া দেশ পৰ্য্যন্ত ভ্ৰমণ কৰিছিল তাৰ প্ৰমাণ ইহুদীবিলাকৰ ইতিহাসত পোৱা যায়।

৫০। যি ঠাইত জ্ঞানী পুৰুষজনক তেওঁলোকে লগ পাবলৈ আশা কৰিছিল সেই ঠাই এয়ে।

৫১। সাধাৰণতে সেই মহাপুৰুষৰ নাম খিজ্ৰ ( আ ) বুলি ধৰা হৈছে। তেওঁ নবী আছিল নে নাছিল এই সম্বন্ধে বিভিন্ন মত আছে; চোৱা, এম্বাবা কি খৰ্হে মহাবা। আল্লাৰ কাষৰ পৰা অহা জ্ঞান হৈছে পাৰমাৰ্থিক, আধ্যাত্মিক জ্ঞান। ইবুচুক আলিয়ে কয়, তেওঁ আছিল মেল্চিদেক, চালেমৰ ৰজা; বা, আদি, ১৮—২০; হিব্ৰুজ, ৫ : ৬—১০; ৭ : ১—১০।

৫২। মিছৰৰ ৰজা ফিৰৌনৰ প্ৰাসাদত ভোগ বিলাসৰ মাজত তোমাৰ লালন-পালন হৈছে, সেই দেখি তোমাৰ পক্ষে ধৈৰ্য্য ধাৰণ কৰা কঠিন।

৬৯। আৰু সেই বিষয়ে তুমি ধৈৰ্য্য ধৰিবা কেনেকৈ যাৰ গুড়-তত্ত্ব তোমাৰ ( সীমাবদ্ধ ) জ্ঞানে আগুৰিব নোৱাৰে ?

৭০। মুচাই কলে, আল্লাই ইচ্ছা কৰিলে মোক তুমি ধৈৰ্য্যশীল পাবা, আৰু তোমাৰ কোনো আদেশৰ মই কেতিয়াও বিৰোধ নকৰোঁ।

৭১। তেওঁ কলে, যদি ( সচাকৈয়ে ) তুমি মোৰ অনুগমন কৰিবলৈ সাজু হৈছা, তেন্তে ( মনত ৰাখিবা ) কোনো বিষয়লৈ মোক প্ৰশ্ন নকৰিবা, যেতিয়ালৈকে সেই বিষয় মই নিজেই প্ৰথমতে তোমাৰ আগত উল্লেখ নকৰোঁ।[৫৩]

## ৰুকু ১০

হজ্ৰত্ খিজৰে মুচাক তিনোটা ঘটনাৰ গূঢ়-তত্ত্ব বুজাই দিয়ে; এই ভ্ৰমণৰ প্ৰকৃত অৰ্থ।

৭২। তাৰ পাছত তেওঁলোক দুয়ো বাটেদি গৈ আছিল; ( সাগৰৰ পাৰত ) নাও এখন পাই নাওত উঠিলে। তেওঁ তেতিয়া নাওখনৰ তলিত বিন্ধা কৰিলে। মুচাই ( বিচুৰ্ত্তি হৈ ) সুধিলে, তুমি নাওৰ মানুহবিলাকক বুৰাই মাৰিবলৈ তলিত বিন্ধা কৰিলা নে ? স্বৰূপতে এইটো কি ভীষণ কাৰ্য্য কৰিলা !

৭৩। তেওঁ কলে, কি ! মই কোৱা নাছিলোঁ নে, তুমি মোৰ সঙ্গত ধৈৰ্য্য ধাৰণ কৰিবলৈ নোৱাৰা ?[৫৪]

৫৩। এই স্থলত হজ্ৰতৰ, মাহমুদ আহ্মদৰ মত উল্লেখযোগ্য। হজ্ৰত মুচাৰ ( আ ) ভ্ৰমণ এটা আধ্যাত্মিক জগতৰ দৃশ্য মাত্ৰ। খিজৰ্ ( আ ) হজ্ৰত মহম্মদৰ ( স্ব ) প্ৰতিৰূপ। মুচাৰ ( আ ) তৰুণ সঙ্গীজন হৈছে ঈচা (আ )। ইহুদী আৰু খৃষ্টিয়ান ধৰ্ম্মৰ পূৰ্ণতা ইচ্লাম ধৰ্ম্মত। দুইখন নৈৰ সঙ্গম হৈছে, তৌৰাত আৰু ইন্যীলৰ সামৰণি আৰু কোৰাণৰ আৰম্ভণিৰ সময়। মুচাই ( আ ) যে ৬১ আয়তত কৈছে, 'বহু বছৰ পৰ্য্যন্ত মই ভ্ৰমণ কৰিয়ে থাকিম' তাৰ অৰ্থ হৈছে মুচাৰ ধৰ্ম্ম-বিধান ২০০০ বছৰ পৰ্য্যন্ত চলি থাকিব, ইচ্লামৰ আগমন পৰ্য্যন্ত। ঈচাই ( আ ) নিজেই কৈছে, মুচাৰ ( আ ) ধৰ্ম্ম-বিধান পূৰ্ণ কৰিবৰ কাৰণেহে মই আহিছোঁ। হজ্ৰত মহম্মদে ( স্ব ) সেই ধৰ্ম্ম ইচ্লামত পূৰ্ণ কৰিলে। ৫ : ৪।

৫৪। মুচাৰ ( আ ) অনুগামী ইহুদীবিলাকে ধৈৰ্য্য ধৰা হলে তেওঁলোকে হজ্ৰত ঈচা ( আ ) আৰু হজ্ৰত মহম্মদৰ ( স্ব ) বিৰোধী নহল হেতেন। এয়ে হৈছে গূঢ়াৰ্থ।

৭৪। মুচাই কলে, মই ( সেই কথা ) সমূলি পাহৰিলোঁ ; তাৰ বাবে মোৰ দোষ নধৰিবা ; আৰু যি কাৰ্য্য কৰা মোৰ নিমিত্তে অতি কষ্টকৰ তাকে কৰিবলৈ মোক বাধ্য নকৰিবা।[৫৫]

৭৫। তাৰ পিছত দুজনেই আগবাঢ়ি গৈ আছিল ; ( এখন গাওঁ পালে-গৈ, আৰু তাত ) এটা লৰাক দেখা পাই হঠাতে তেওঁ তাক বধ কৰিলে। মুচাই ( তত-হেৰা হৈ ) মাত লগালে, এনে নিৰ্দ্দোষ এজনক বধ কৰিলা কিয়, অথচ সি অইনক বধ কৰা নাছিল ? স্বৰূপতে এইটো কি নিন্দনীয় কাণ্ড কৰিলা !

৫৫। মুচাই ( আ ) বাহিক দৃষ্টিৰে ঘটনাৰ তত্ত্ব বুজিব পৰা নাছিল। সেই তত্ত্ব খিজ্‌ৰে ( আ ) শেহত নিজেই বুজাই দিছিল। চোৱাঁ, এই ছুৰাৰ ৮১ আয়ত।

৭৬। তেওঁ কলে, মই তোমাক কোৱা নাছিলোঁ নে, মোৰ সঙ্গত তুমি কেতিয়াও ধৈৰ্য্য ধাৰণ কৰিব নোৱাৰা ?

৭৭। মুচাই কলে, ইয়াৰ পাছত কোনো বিষয়ে যদি মই তোমাক পুনৰায় প্ৰশ্ন কৰোঁ, তুমি মোক নিজৰ সঙ্গীৰূপে নাৰাখিবা ; স্বৰূপতে তেতিয়া ( মোক পৃথক কৰাত ) মোৰ তোমাৰ ওচৰত যি ওজৰ[৫৬] আছিল ব্যক্ত কৰা হ'ল।

৭৮। তেতিয়া দুয়ো অগ্ৰসৰ হ'ল, আৰু এখন গাওঁৰ মানুহবিলাকৰ লগ পালে। গাওঁৰ মানুহবিলাকৰ পৰা আহাৰ আদি খুজিলত, সিহঁত দুয়োৰে অতিথিসেৱা কৰিবলৈ মান্তি নহল। তাৰ পিছত গৈ থাকোঁতে তেওঁলোকে সেই ঠাইত এনে ( পুৰণি ) দেৱাল এখন পালে যি প্ৰায় পৰিব লাগিছিল ; কিন্তু ততালিকে তেওঁ সেই দেৱালখন তুলি (ন'কৈ) স্থাপিত কৰিলে। মুচাই মাত লগালে, তুমি ইচ্ছা কৰা হলে এই কামৰ নিমিত্তে ( যথেষ্ট ) মজুৰি খুজি লব পাৰিলা হেতেন।

৭৯। তেওঁ কলে, ভাল, এইখিনিতেই মোৰ আৰু তোমাৰ মাজত বিচ্ছেদ ঘটিল ; যি যি বিষয়লৈ তুমি ধৈৰ্য্য ধৰিব নোৱাৰিলা তাৰ গূঢ়াৰ্থ এতিয়া মই তোমাক ভাঙি কওঁ।[৫৭]

৮০। সেই নাওখনৰ কথা ( শুনা ) ; তাৰ গৰাকী আছিল কেইবাজন দুখীয়া মানুহ ; সিহঁতে নৈতে কাম-কাজ কৰিছিল ; সেই নাওখন ( বিন্ধা কৰি ) মই ঘুনীয়া কৰিব খুজিলোঁ, কাৰণ সিহঁত যিফালে গৈ আছিল সেইফালৰ পৰা এজন ৰজা আহিব ধৰিছিল যাৰ কামেই আছিল, (ভাল) নাও পালে তাক বলেৰে কাঢ়ি লোৱা।

---

৫৬। অৰ্থাৎ মোৰ তেতিয়া একো আপত্তি নাথাকিব।

৫৭। হজ্‌ৰত মুচাৰ ( আ ) খিজৰৰ লগত ভ্ৰমণ কৰাৰ এটা ডাঙৰ আধ্যাত্মিক তাৎপৰ্য্য আছে। এই ভ্ৰমণ, খলীফা হজ্‌ৰত মুৰুদ্দিনৰ মতে, হজ্‌ৰত মুচাৰ ( আ ) মে'ৰায্‌। তাকে তেওঁ হজ্‌ৰত মহম্মদৰ ( স্ব ) মে'ৰাযৰ সৈতে তুলনা কৰিছে। মুচাৰ ( আ ) পথ-প্ৰদৰ্শক আছিল খিজৰ ( আ ) : হজ্‌ৰতৰ মে'ৰাযৰ সঙ্গী আছিল যিব্ৰাইল ফিৰিশ্‌তা। যেনেকৈ হজ্‌ৰতক মে'ৰাযৰ ৰাতি ভবিষ্যতৰ নানা ঘটনাৰ দৃশ্য দেখুওৱা হৈছিল, তেনেকৈ মুচাৰ ( আ) তিনিটা ঘটনাত তেওঁৰ বিষয়ে ভবিষ্যৎবাণী নিহিত আছে। (১) এজন অত্যাচাৰী ৰজাৰ (ফিৰৌনৰ) লগত তেওঁৰ সংঘৰ্ষণ হব। (২) সাগৰ পাৰ হওঁতে তেওঁক তেওঁৰ অনুগামী-বিলাকৰ সৈতে আল্লাই ৰক্ষা কৰিব। (৩) ইব্ৰাহিমৰ ( আ ) সত্য ধৰ্ম্ম দুৰ্ব্বল হৈ পৰাত সেই তৌহীদৰ ধৰ্ম্ম প্ৰথমে মুচাৰ ( আ ) দ্বাৰা, আৰু শেষত হজ্‌ৰত মহম্মদৰ ( স্ব ) দ্বাৰা নতুনকৈ সংস্থাপিত হব। পতি থোৱা ধনৰ আকৌ মানন্ন অধিকাৰী হ'ল। দুইজন মাউৰা ল'ৰা হৈছে বনি-ইস্ৰাইল আৰু বনি-ইস্মাইল।

৮১। এতিয়া সেই লৰাটিৰ কথা ( কওঁ ); তাৰ মাক-বাপেক আছিল, বিশ্বাসী; আৰু আমাৰ সংশয় হ'ল, সি নিজৰ বিৰুদ্ধ আচৰণ আৰু অবিশ্বাসৰ দ্বাৰা তেওঁলোকক দাৰুণ কষ্ট দিব;

৮২। গতিকে আমি ইয়াকে ইচ্ছা কৰিলোঁ, তেওঁলোকৰ প্ৰভুৱে যেন তাৰ সলনি তেওঁলোকক এনে এজন লৰা দান কৰে যিজন পৱিত্ৰতাত তাতোকৈ উত্তম হব, আৰু যাৰ থাকিব তেওঁলোকলৈ গাত-লগা মৰম।

৮৩। এতিয়া ( থাকিল ) সেই দেৱালৰ কথা; তাৰ অধিকাৰী আছিল নগৰৰ দুইজন মাউৰা লৰা; আৰু দেৱালৰ তলতে সিহঁতে পাব লগীয়া ধন[৫৮] পুতি থোৱা আছিল; আৰু সিহঁতৰ পিতা আছিল এজন ধাৰ্ম্মিক পুৰুষ; সেই হেতু তোমাৰ প্ৰভুৰ এয়ে ইচ্ছা, যৌবন-প্ৰাপ্ত হোৱাৰ পাছত সিহঁতে যেন নিজৰ ধন নিজেই ( খান্দি ) উলিয়াই লয়—এই কাৰ্য্য তোমাৰ প্ৰভুৰ কৰুণা-স্বৰূপ; আৰু মই এই কাম নিজ ইচ্ছাৰে[৫৯] কৰা নাই। যি কেইটা বিষয়ে ধৈৰ্য্য ধৰিবলৈ অক্ষম হৈছিলা সেইবোৰৰ গূঢ়াৰ্থ এয়ে।

## ৰুকু ১১

জুল্-কৰ্‌নাইনৰ অভিযান; ইয়াযুয্ আৰু মাযুযৰ দৌৰাত্ম্যৰ পৰা
কেইবাটা জাতিক ৰক্ষা কৰিবৰ অৰ্থে প্ৰাচীৰ
নিৰ্ম্মাণ; এটা মহান ভবিষ্যৎবাণী।

৮৪। আৰু ( হে মহম্মদ, ) সিহঁতে জুল্-কৰ্‌নাইনৰ[৬০] সম্বন্ধে তোমাক প্ৰশ্ন কৰে; কোৱাঁ, তেওঁৰ বিষয়ে কিছু কথা তোমালোকৰ আগত এতিয়া পাঠ কৰিম।

---

৫৮। (১) সোণ-ৰূপ– আবুদ্ দৰদা, তিৰ্‌মিজী। (২) প্ৰকৃত ধৰ্ম্ম, তৌহীদ; পূৰ্ণ জ্ঞান,—ইব্‌নে আব্বাচ্। মুচা ( আ ) আৰু ঈচাই ( আ ) অনা ধৰ্ম্ম কালক্ৰমে দুৰ্ব্বল আৰু বিকৃত হোৱাত, হজ্‌ৰত মহম্মদক ( স্ব ) আল্লাই প্ৰেৰণ কৰিলে। সেই পোত খোৱা ধন তেওঁ উলিয়াই তাকে তেওঁ বৃদ্ধিও কৰিলে, আৰু সংস্কাৰ কৰি পূৰ্ণ কৰিলে। কোৰানে পূৰ্ব্বৰ ধৰ্ম্ম-সত্যৰ যিখিনি ৰক্ষা কৰিব লগীয়া তাকো সংৰক্ষণ কৰিছে। চোৱাঁ, ৯৮ : ৪।

৫৯। আল্লাৰ আদেশতহে এই কাম কৰিছোঁ; ইয়াৰ মজুৰিৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। ছুফীসকলে লিখিছে, মুচাই ( আ ) আপত্তি নকৰি ধৈৰ্য্য ধাৰণ কৰা হলে তেওঁ খিজৰৰ পৰা বহু তত্ত্ব-জ্ঞান অৰ্জ্জন কৰিব পাৰিলেহেতেন।

৬০। 'কৰন্' শব্দৰ অৰ্থ শিং; কৰ্‌নাইন্ হৈছে দ্বিবচন। 'জুল্-কৰ্‌নাইন'ৰ অৰ্থ হ'ল দুটা শিং থকা জন্তু। চোৱাঁ বা, দানিয়েলৰ সপোন ( ৮ : ২০ ) 'মই মেৰটোক পশ্চিম-

৮৫। বাস্তৱতে তেওঁক আমি পৃথিৱীত ক্ষমতাবান কৰিছিলোঁ আৰু তেওঁক দান কৰিছিলোঁ কাৰ্য্য সম্পন্ন কৰিবৰ বহু উপায়।

৮৬। পিছত তেওঁ ( এটা সামৰিক অভিযানৰ ) যো-জা কৰিলে।

৮৭। তেওঁ ( পশ্চিম ফালে ) আগ বাঢ়ি গৈ এনে ঠাই পালে[৬১] য'ৰ পৰা সূৰ্য্য অস্ত হোৱা দেখি। তেওঁ দেখিলে, সূৰ্য্য যেন কলা জলাহত মাৰ যাব ধৰিছে; তাৰ ওচৰতে ( বসতি কৰিছে ) এনে এটা জাতিক লগ পালে। আমি ( তেওঁক ) কলোঁ, হে জুল্ কৰ্-নাইন, তুমি এই লোকবিলাকক কষ্ট দিয়া নাইবা সিইঁতৰ সৈতে সৎ ব্যৱহাৰ কৰা ( তোমাৰ ইচ্ছা )।

৮৮। তেওঁ কলে, যি অন্যায়কাৰী তাকেহে আমি নিশ্চয় শাস্তি দিম;[৬২] পিছত তাক যেতিয়া তাৰ প্ৰতিপালকৰ ওচৰলৈ ওভতাই নিয়া হব তেতিয়া তেওঁ তাক ভীষণ শাস্তি প্ৰদান কৰিব।

৮৯। কিন্তু যিজনে ( সত্যত ) বিশ্বাস কৰিব আৰু সজ কাম কৰিব সেইজনৰ নিমিত্তে থাকিব উৎকৃষ্ট প্ৰতিদান, আৰু সেইজনক আমি এনে আদেশ দিম যি তাৰ পক্ষে পালন কৰা সহজ।

ফালে, আৰু উত্তৰ ফালে, আৰু দক্ষিণ ফালে আগ বাঢ়ি যাবলৈ দেখি পালোঁ......আৰু সেই মেৰ ডাঙৰ হ'ল।' শিং হৈছে শক্তি আৰু ক্ষমতাৰ চিন। পাৰস্য আৰু মিদিয়াৰ ৰজাক বুজাইছে আৰু সেইজন হৈছে চাইৰচ্ ( Cyrus )। চাইৰচ্ প্ৰথমে পাৰস্য আৰু আন্‌খানৰ ৰজা আছিল। খৃ, পূ ৫৫০ চনত তেওঁ মিদিয়া জয় কৰে। দানিয়েলৰ সপোনত মেৰৰ এটা শিং ওখ আৰু সেইটো শিং শেহৰ বুলি উল্লেখ কৰা হৈছে। ইয়াৰ অৰ্থ, আগৰ শিং পাৰস্য আৰু পাছৰ ওখ শিং হৈছে মিদিয়া, কাৰণ চাইৰচে মিদিয়া পাছে জয় কৰে আৰু পাৰস্যতকৈ মিদিয়া ডাঙৰ ৰাজ্য।—চোৱাঁ, খলিফা ব, ম, আহ্মদৰ ইং তফ্চীৰ, পৃ ১৫৩২, আৰু মৌলানা আজাদৰ তৰ্যুমানুল্ কোৰান, খণ্ড ২, পৃ ৪০০।

৬১। দানিয়েলৰ সপোনত মেৰাটোৰ তিনিফালে আগবাঢ়ি যোৱাৰ কথা উল্লেখ আছে। কোৰানেও চাইৰচৰ তিনিটা অভিযানৰ নিৰ্দেশ দিছে, আঃ ৮৭, ৯১ আৰু ৯৪। পশ্চিমৰ অভিযানত ক্ৰইচচক যুদ্ধত পৰাজিত কৰি চাৰ্ডিচ্ ৰাজধানী দখল কৰে। তাৰ পাছত বেবিলন, নিনেৱে প্ৰভৃতি নগৰ কেইখন দখল কৰি কৃষ্ণসাগৰৰ দাতি পালেগৈ। সমগ্ৰ এচিয়া মাইনৰ হাতলৈ আনি সমুদ্ৰ পাৰলৈকে ৰাজ্য বিস্তাৰ কৰিলে।

৬২। চাইৰচ্ কোৰানৰ মতে এজন ন্যায়পৰায়ণ ৰজা আছিল, আৰু পৰাজিত লোক-বিলাকৰ প্ৰতি সদয় ব্যৱহাৰ কৰিছিল।—চোৱাঁ, এন্চাইক্লোপিডিয়া ব্ৰিটেনিকা। তেওঁক সেই দেখি লোকসকলৰ পিতৃ বোলা হৈছিল।

৯০। তাৰ পিছত তেওঁ ( পূৰ্ব্ব পিনে ) যাত্ৰা কৰিবলৈ প্ৰস্তুত হ'ল।

৯১। তেওঁ গৈ গৈ এনে ঠাই পালে য'ৰ পৰা সূৰ্য্য উদয় হোৱা দেখি ;[৬৩] তেওঁ দেখিলে, সূৰ্য্য উদয় হোৱা ঠাইত এনে এটা জাতি বসতি কৰিছে যি জাতিক সূৰ্য্যৰ ( তাপৰ ) পৰা ৰক্ষা পাবলৈ আমি কোনো আঁৰ দিয়া নাছিলোঁ।

৯২। সিহঁত এইৰূপ অৱস্থাতেই থাকিছিল ; আৰু তেওঁ কি অস্ত্ৰ-শস্ত্ৰ লগত নিছিল স্বৰূপতে সকলো আমাৰ জনা আছিল।

৯৩। পিছত আৰু এটা ( সামৰিক অভিযানৰ[৬৪] ) তেওঁ যো-জা কৰিলে।

৯৪। ক্ৰমান্বয়ে তেওঁ দুইখন পৰ্ব্বতৰ মাজত থকা ঠাই পালেগৈ ; সেই ঠাইৰ সিফালে এনেৰিলাক লোকক লগ পালে যিবিলাকে তেওঁৰ ভাষা একেবাৰে বুজি পোৱা নাছিল।

৯৫। সিহঁতে ( নিজ ভাষাত ) তেওঁক বুজাই কলে,[৬৫] হে জুল্-কৰ্নাইন, বাস্তৱিকতে ইয়াযুয্ আৰু মাযুযে আমাৰ এই দেশৰ ভিতৰত ( সোমাই আহি ) নানা-বিধ দৌৰাত্ম্য কৰি থাকে ; আমি তোমাক (যথেষ্ট) কৰ দিম ; তাৰ বিনিময়ত আমাৰ আৰু সিহঁতৰ মাজত গড় এটা সাজি দিবা নে ?

---

৬৩। এই পূৰফালৰ অভিযানৰ ফলত বেক্ট্ৰিয়া ( Balkh ) আৰু গিড্ৰোচিয়া ( Baluchistan ) দুয়োখন দেশৰ চাইৰচ্ অধিকাৰী হ'ল। এই অঞ্চলত কেইবাটা উপজাতি বাস কৰিছিল, আকাশৰ তলত, গছ-গছনিৰ ছাঁত। সিহঁতে সভ্যতাৰ আলো পোৱা নাছিল।

৬৪। কাস্পিয়ান আৰু কৃষ্ণসাগৰৰ মাজতে ককেচচ্ পৰ্ব্বতমালা। তাৰ দক্ষিণ ফালে চিদিয়ান বিলাকৰ থকা ঠাই। প্ৰকৃততে ইহঁত আছিল এটা লুটমাৰ কৰি ফুৰা জাতি। পৰ্ব্বতৰ মাজেদি এটা সুৰুকীয়া বাট আছিল, দাৰবন্দ্ নামেৰে। সেই বাটেদি চিদিয়ানবিলাক সোমাই আহি লুট-মাৰ কৰিছিল। Historians' History of the World, খণ্ড ২, পৃ ৫৮২।

৬৫। চোৰ্ৱা, বা, যি হি, ৩৯ : ২। ইয়াত মেশেক্ আৰু তুবলৰ ( Moscow আৰু Tobolosk ) কথাৰ উল্লেখ আছে। ইৰানৰ উত্তৰ সীমালৈ আহি যিবিলাকে লুট-পাট কৰিছিল সেইবিলাকক ইয়াযুয্ আৰু মাযুয্ বোলা হৈছিল। ইংৰাজিত ইহঁতক Gog আৰু Magog বোলে। পাছত এচিয়াৰ উত্তৰ-পশ্চিম আৰু ইয়ুৰোপৰ উত্তৰপূৰত যি বলিষ্ঠ জাতি-বিলাক বাস কৰিছিল বা ঘুৰি ফুৰিছিল সাধাৰণতে সকলোকে গগ আৰু মেগগ নাম দিয়া হৈছিল।—হেইডনৰ বাইবেল অভিধান। কোৰানত আৰু হদীছত ইয়াযুয্ আৰু মাযুযৰ উল্লেখ আছে। চোৰ্ৱা, ২১ : ৯৭ আৰু টী।

৯৬। তেওঁ উত্তৰ দিলে, মোৰ প্ৰভুৱে মোক এই বিষয়ে যি সঙ্গতি দান কৰিছে সেয়ে উত্তম ; গতিকে তোমালোকে মোক ( কৰ নিদি ) কেৱল শাৰীৰিক শ্ৰমেৰে সাহায্য কৰিবা ; মই তোমালোকৰ আৰু সিহঁতৰ মাজত এটা সুদৃঢ় প্ৰাচীৰ নিৰ্ম্মাণ কৰিম।[৬৬]

৯৭। তোমালোকে লোহৰ বহু গধূৰ চটাবিলাক মোক আনি দিয়া। অৱশেষত তেওঁ দুখন পৰ্ব্বতৰ মাজৰ গিৰিপথ পূৰ কৰি ওখকৈ ( লোহৰ ) দেৱাল তুলিলে ; তেওঁ ( সিহঁতক ) আদেশ দিলে, এতিয়া তোমালোকে জুই লগাই বতাহ দি থাকা। যেতিয়া সেই দেৱাল জ্বলি উঠিল তেওঁ কলে, এতিয়া তোমালোকে ( যথেষ্ট ) তাম গলাই আনি মোক দিয়া ; তাকে মই সেই লোহৰ ওপৰত ঢালিম।

৯৮। ( প্ৰাচীৰ সজা শেষ হলত ) ইয়াযুয্ আৰু মাযুয্ দেৱালৰ ওপৰেদি উঠি আহিবলৈ অক্ষম হল, আৰু তাৰ ভিতৰেও সুৰুঙ্গা কাটি সোমাই অহা অসম্ভৱ হ'ল।

৯৯। ( কাম সমাধা হোৱাৰ পাছত ) তেওঁ কলে ( মোৰ দ্বাৰা যে এই কাম সম্পন্ন হ'ল ) ই মোৰ প্ৰভুৰ ফালৰ পৰা করুণা ;[৬৭] কিন্তু যেতিয়া মোৰ প্ৰভুৰ প্ৰতিশ্ৰুতি ( পূৰ্ণ হবৰ সময় ) আহিব তেতিয়াহে এই প্ৰাচীৰ তেওঁ ধূলিকণাত পৰিণত কৰিব ; আৰু মোৰ প্ৰভুৰ প্ৰতিশ্ৰুতি অটল সত্য[৬৮]।

---

৬৬। গড়ৰ মাজত লোহৰ দুৱাৰ লগাইছিল ব্যৱসা-বাণিজ্যৰ কাৰণে লোক অহা যোৱা কৰিবৰ নিমিত্তে। গলোৱা তাম জ্বলন্ত লোহৰ ওপৰত ঢালিলে মামৰে নধৰে। এই ককেচচৰ দেৱাল আছিল ২৯ ফুট ওখ, ১০ ফুট ডাঠ, আৰু দীঘলে ৫০ মাইল। চোৱাঁ, Encycl, Brit, "Derbent"। কিছুমানৰ মতে আলেগ্জাণ্ডৰেহে এই দেৱাল নিৰ্ম্মাণ কৰিছিল। কিন্তু এই কথা ভুল। "সত্য কথা এই, আলেগ্জাণ্ডাৰৰ দুই শতিকা পূৰ্ব্বে চাইৰচেহে এই প্ৰাচীৰ নিৰ্ম্মাণ কৰিছিল।"—মৌলানা আজাদৰ তৰ্যুমানুল্ কোৰ্আন, পৃ, ৪২৯। আৰু চোৱাঁ খলিফা ব, মা, আহ্মদৰ তফ্চীৰ কবীৰ।

৬৭। চাইৰচ্ পাৰস্যৰ ধৰ্ম্মনেতা জোৰো-আষ্টৰৰ অনুগামী আছিল। তেওঁ এজন ধৰ্ম্ম-পৰায়ণ মানুহ আছিল। এই বিষয়ে কোৰানৰ উক্তি আৰু বাইবেলৰ বিৱৰণৰ মাজত সমন্বয় আছে। চাইৰেচে ঘোষণা কৰিছিল, তেওঁক আল্লাই যেৰুজেলেমৰ মন্দিৰ সাজিবলৈ আদেশ দিছে। এজ্ৰা ১ : ১-৩। আৰু চোৱাঁ, আইজেয়া ৪৪ : ২৮, ৪৫ : ১, ১৩। Encycl Britত উল্লেখ আছে—'একো সন্দেহ নাই, চাইৰচ্ পাৰস্য জাতিৰ মানুহ আছিল, আৰু তেওঁৰ জোৰোআষ্টৰৰ ধৰ্ম্মত নিখুঁত বিশ্বাস আছিল।'

৬৮। ইয়াৰ পৰা স্পষ্টকৈ বুজিব পাৰি চাইৰচৰ ধৰ্ম্মবিশ্বাস গভীৰ আছিল, আৰু তেওঁ চুলেইমানৰ ( আ ) নিচিনা নবী নহলেও আল্লাৰ এজন মনোনীত পুৰুষ আছিল আৰু

১০০। আৰু (সেই দিনা) আমি সিহঁতক এৰি দিম যাতে ইদলে সিদলক আক্ৰমণ কৰে, তৰঙ্গৰ পাছত তৰঙ্গ উঠাৰ দৰে; আৰু (সেই সময়ত) শিঙাত ফু দিয়া হব আৰু আমি সিহঁতৰ সকলোকে একেলগ কৰিম।

১০১। আৰু সেই দিনা অবিশ্বাসীবিলাকৰ কাৰণে আমি নৰক সিহঁতৰ সন্মুখলৈ লৈ আহিম;

১০২। এনে অবিশ্বাসীবিলাকৰ চকুবোৰত পৰিছিল ঢাকনি; ফলত সিহঁত মোক স্মৰণ কৰা নাছিল, আৰু সিহঁতে (সৎ উপদেশৰ কথাতো) কাণ দিব নোৱাৰিছিল।[৬৯]

## ৰুকু ১১

আল্লাৰ নিদৰ্শনত বিশ্বাস আৰু সন্দৰ্শনৰ আশা; আল্লাৰ বাণীসমূহৰ অন্ত নাই; হজ্ৰত মহম্মদ (স্ব) এজন মানুহ, কিন্তু আল্লাৰ প্ৰত্যাদেশ প্ৰাপ্ত।

১০৩। কি! অবিশ্বাসীবিলাকে ইয়াকে ভাবিছে নে যে সিহঁতে মোক এৰি

---

আল্লাৰ পৰা ইল্হাম্ (আল্লাৰ বাণী) পাইছিল। আইজে-য়াই তেওঁক আল্লাৰ অভিষিক্ত (Anointed) বুলি কৈছে। তেওঁৰ এই ভবিষ্যৎবাণী মহৎ। এই ভবিষ্যৎবাণীৰ নিৰ্দ্দেশ কোৰানে অইন এঠাইতো দিছে (২১ : ৯৭)। বহুকালৰ পাছত এনে এটা যুগ আহিব যেতিয়া কেইবাটা প্ৰবল জাতিয়ে পশ্চিম আৰু উত্তৰৰ পৰা আক্ৰমণ চলাব, আৰু চাইৰচৰ গড় ভাঙি ধূলিকণাত পৰিণত কৰি দক্ষিণ আৰু পূবৰ দেশবোৰত নিজৰ প্ৰচণ্ড প্ৰভাৱ বিস্তাৰ কৰিব। বাইবেলতো (প্ৰ, বা, ২০ : ৭-৮) এই ধৰণৰ ভবিষ্যৎবাণীৰ উল্লেখ আছে।

৬৯। এই ৰুকুৰ টীকা শেষ কৰাৰ আগতে 'জুল্-কৰ্নাইনৰ দ্বিতীয় অৰ্থ উলুকিয়াই দিয়াটো প্ৰয়োজনীয়। কৰ্নৰ অৰ্থ শতিকাও হয়। কৰ্নাইন হৈছে দুই শতি। আহ্মদীয়া সমাজৰ প্ৰৱৰ্ত্তক হজ্ৰত মিৰ্জা গোলাম আহ্মদে লিখিছে, চাইৰচৰ অভিযানবোৰ আৰু ইয়াযুয্ আৰু মাযুযৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ প্ৰাচীৰ নিৰ্ম্মাণ নিজৰ ঠাইত ঠিক। কিন্তু এই বৰ্ণনাত শেষ কালত মচীহে মৌউদৰ আগমন আৰু তাৰ তাৎপৰ্য্য নিহিত আছে। তেওঁ কয়, তেওঁ দ্বিতীয় অৰ্থত জুল-কৰ্নাইন, কাৰণ তেওঁৰ জীৱন দুইটা শতাব্দীতে পৰিছে —প্ৰায়বোৰ প্ৰধান শকৰ দুই শতাব্দী। পশ্চিমত, পূবত আৰু দক্ষিণত তেওঁৰ দ্বাৰা সত্য

মোৰ ভৃত্যবিলাকক ( নিজৰ ) ৰক্ষকৰূপে গ্ৰহণ কৰিব ?[70] বাস্তৱতে অবিশ্বাসী-বিলাকৰ অতিথিসৎকাৰৰ নিমিত্তে আমি প্ৰস্তুত কৰি থৈছোঁ নৰক।

১০৪। তুমি কোৱাঁ, নিজে কৰা কাৰ্য্যসমূহত কোন সবাতকৈ অধিক ক্ষতিগ্ৰস্ত আমি তোমালোকক জানিবলৈ দিম নে ?

১০৫। সেইবিলাকৰ কাৰ্য্য-প্ৰচেষ্টা ব্যৰ্থ হ'ল এই পাৰ্থিৱ জীৱনত, অথচ সিহঁতে ধাৰণা কৰে যে সিহঁতে উৎকৃষ্ট কাৰ্য্য[71]হে কৰিছে।

১০৬। যিবিলাকে অবিশ্বাস কৰিছে নিজ প্ৰভুৰ নিদৰ্শনসমূহত আৰু তেওঁৰ সন্দৰ্শনত সেইবিলাক ইহঁতেই ; সেই কাৰণে সিহঁতৰ সকলো কাৰ্য্য নিষ্ফল হল। গতিকে পুনৰুত্থানৰ দিনা সিহঁতে কৰা কাৰ্য্যৰ প্ৰতি আমি একো গুৰুত্ব[72] অৰ্পণ নকৰোঁ।

১০৭। যিহেতু সিহঁতে অবিশ্বাস কৰিছিল, আৰু মোৰ নিদৰ্শনসমূহ আৰু মোৰ ৰচুলসকলক লৈ উপহাস কৰিছিল, ( আজি ) নৰকেই হৈছে সিহঁতৰ প্ৰতিফল।

১০৮। যিসকলে বিশ্বাস স্থাপন কৰে আৰু সৎকাৰ্য্য কৰে সেইসকলৰ অতিথি-সৎকাৰৰ নিমিত্তে থাকিব স্বৰ্গৰ উদ্যানসমূহ ;

১০৯। তাতে সেইসকলে চিৰকাল বাস কৰিব, তেওঁলোকে সেই ঠাইৰ সলনি অইন ঠাইৰ হেঁপাহ নকৰিব।

১১০। তুমি কোৱাঁ, মোৰ প্ৰভুৰ বাণীসমূহ ( লিপিবদ্ধ কৰিবলৈ ) এখন সাগৰৰ পানী যদি কালি হয়, তেন্তে মোৰ প্ৰভুৰ বাণীসমূহ লিখা শেষ হোৱাৰ আগতে

---

প্ৰচাৰ আৰু বিস্তাৰ হোৱা আল্লাৰ সিদ্ধান্ত। ইয়াযুয্ আৰু মাযুযৰ প্ৰতিৰূপ জাতিবোৰ তেওঁৰ সময়তে ওলাব, ইচ্লামৰ বিৰুদ্ধে অভিযান চলাব, আৰু মচীহে মৌউদৰ দ্বাৰা ইচ্লামৰ সংৰক্ষণ হব।

৭০। হজ্ৰতৰ ( স্ব ) হদীছ আছে, শেষ কালত দয্যালৰ প্ৰলোভন আৰু প্ৰভাৱৰ পৰা ৰক্ষা পাবলৈ এই চুৰাৰ প্ৰথম কেইটি আয়ত আৰু শেহৰ কেইটি আয়ত পাঠ কৰি প্ৰাৰ্থনা কৰিব লাগে। চোৱাঁ মুচ্নদ্, খণ্ড ৬, পৃ, ৪৪৬। সেই কালত জড়বাদৰ আৰু পাৰমাৰ্থি-কতাৰ মাজত তুমুল যুদ্ধ চলিব। সেই কালেই যে বৰ্ত্তমান কাল বহুতৰে এই মত।

৭১। আৰ্বী শব্দ 'খুদ্'আ'ৰ অৰ্থ কৌশলৰ কাৰ্য্য। বৰ্ত্তমান কাল হৈছে বিজ্ঞান আৰু যন্ত্ৰৰ কাল।

৭২। সিহঁতৰ দৃষ্টি পাৰ্থিৱ জীৱনৰ সুখ-উপভোগৰ ওপৰত। গতিকে পৰকালৰ সুখ-শান্তিৰ সিহঁতৰ অভিলাষো নাই, আশাও নাই।

সেই সাগৰৰ পানী শুকাই যাব, যদিও আমি তাৰে সদৃশ আৰু এখন সাগৰ সংযোগ কৰোঁ।[৭৩]

১১১। তুমি কোৱাঁ, মই তোমালোকৰেই নিচিনা এজন মানৱ[৭৪] মাত্ৰ ; অৱশ্যে মোৰ প্ৰতি ( আল্লাৰ পৰা ) প্ৰত্যাদেশ হৈছে ; তোমালোকৰ উপাস্য এজন একমাত্ৰ উপাস্য। গতিকে যেয়ে নিজ প্ৰভুৰ সন্দৰ্শনৰ কামনা কৰে, তেওঁৰ এয়ে উচিত, তেওঁ যেন সৎকাৰ্য্য কৰে আৰু নিজ প্ৰভুৰ উপাসনাত অইনক অংশী নাপাতে।

৭৩। সৃষ্টিৰ সম্ভেদৰ অন্ত নাই ; বিশ্বজগতৰ প্ৰত্যেক অংশতে অসীম ৰহস্য নিহিত আছে ; মানুহে ঢুকি পাব নোৱাৰে।'—মচীহে মৌউদ।

৭৪। হজ্ৰত মহম্মদ (স্ব) শ্ৰেষ্ঠতম নবী, কিন্তু তেওঁ আমাৰ নিচিনা এজন মানুহ। ঈচাৰ ( আ ) নবীত্ব মুচলমানে স্বীকাৰ কৰে। কিন্তু কোৰান ঈচাৰ ( আ ) বা আন কোনো নবীৰ ঐশ্বৰিকতাৰ ঘোৰ বিৰোধী।

# চুৰা ১৯

## মৰ্‌য়ম্‌

### মক্কাত অৱতীৰ্ণ

৭ ৰুকু : ৫৩ আয়ত

এই চুৰা মক্কাত হজ্‌ৰতৰ (স্ব) নবুয়তৰ পঞ্চম নাইবা ষষ্ঠ বছৰত অৱতীৰ্ণ হৈছিল। হিয্‌ৰতৰ ৭ বছৰ আগতে প্ৰথম মুচ্‌লিম দল এবিচিনিয়ালৈ হিয্‌ৰত কৰি যায়। ৰজা নিগচৰ আগত উপস্থিত হৈ ইমাম যা'ফৰ স্বাদেকে সেই দলৰ নেতৃত্ব কৰি এই চুৰাৰ প্ৰথম ভাগ আবৃত্তি কৰিছিল। ৰজা আছিল খৃষ্টিয়ান; কোৰেইশে তেওঁৰ মন ইচ্‌লামৰ বিৰুদ্ধে বিষাক্ত কৰিবলৈ খবৰ পঠাইছিল যে এই নতুন ধৰ্ম্মাৱলম্বীবিলাকে হজ্‌ৰত ঈচাক (আ) অমান্য কৰে। তেওঁ সেই অভিযোগ ভিত্তিহীন পালে, আৰু কোৰেইশৰ কথা শুনি তেওঁ-লোকক দেশৰ পৰা উলিয়াই দিয়া নাছিল।

এই চুৰাত কেইবাজন নবীৰ কথা উল্লেখ হৈছে,—জকৰীয়া, ইয়হ্‌য়া, ইব্ৰাহিম, মুচা, হাৰুন, ইস্মাইল, ঈচা আৰু ইদ্ৰীচ (আ)।

ইয়হ্‌য়া আৰু ঈচাৰ (আ) অলৌকিক জন্মগ্ৰহণৰ বিৱৰণ দিয়াৰ পাছত এই চুৰাই পৰিষ্কাৰভাৱে ঘোষণা কৰিছে, হজ্‌ৰত ঈচা (আ) আল্লাৰ পুত্ৰ নাছিল; তেওঁ আছিল আল্লাৰ প্ৰেৰিত নবী আৰু সম্মানিত ৰচুল।

হজ্‌ৰত ইব্ৰাহিম প্ৰকৃত অৰ্থত তৌহীদৰ প্ৰবৰ্ত্তক। অন্যান্য নবী-ৰচুল সকলে তৌহীদৰ ধৰ্ম্মকে প্ৰচাৰ কৰিছিল। হজ্‌ৰত মুচা আৰু তেওঁৰ ভাতা হাৰুনৰ আগমনৰ উদ্দেশ্য ভালকৈ বুজাই দিয়া হৈছে। ইযহ্‌য়া (আ) হজ্‌ৰত ঈচাৰ (আ) অগ্ৰগামী দূত আছিল। হজ্‌ৰত ঈচা (আ) ইস্ৰাইলী বংশৰ শেষ নবী আছিল। পুৰণি গ্ৰন্থসমূহৰ ভবিষ্যতবাণী মতে নবুয়ত ইস্ৰাইলৰ পৰা হস্তান্তৰ হৈ ইস্মাইল বংশলৈ গ'ল; আৰু হজ্‌ৰত মহম্মদৰ (স্ব) আবিৰ্ভাৱ হ'ল।

নবী আৰু ৰচুলসকলক যিসকলে মানি লৈছিল আৰু তেওঁলোকৰ শিক্ষা মতে নিজৰ জীৱন পৰিবৰ্ত্তন কৰিছিল সেইসকলে আল্লাৰ কৰুণা লাভ কৰিছিল, আৰু সৰ্ব্বতোভাৱে সফলমনোৰথ হৈছিল। আৰু যিবিলাকে পুনৰুত্থানত বিশ্বাস নকৰি পাৰ্থিৱ জীৱনৰ শোভা আৰু লালসাত মত্ত হৈ থাকিল সিহঁত আল্লাৰ ক্ৰোধৰ ভাজন হ'ল। অবিশ্বাসী বিৰোধীবিলাক শয়তানৰ বন্ধু। ন্যায়বানসকলৰ নিমিত্তে হজ্‌ৰতে (স্ব) আল্লাৰ ওচৰত শফা'অত্‌ কৰিব, আৰু তেওঁলোকৰ হৈ ক্ষমা ভিক্ষা কৰিব।

# ৰুকু ৬

জকৰীয়াৰ (আ) প্ৰাৰ্থনা; বুঢ়াকালত তেওঁৰ পুতেক ইয়হ্‌যাৰ জন্ম; তেওঁৰ নবুৱত লাভ আৰু গুণাবলী; তেওঁ আছিল হজ্‌ৰত ঈচাৰ (আ) অগ্ৰগামী।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। কাফ্‌, হা, ইয়া, 'আইন, স্বাদ।[১]

৩। তোমাৰ প্ৰভুৱে নিজ ভৃত্য জকৰীয়াৰ প্ৰতি যি কৰুণা প্ৰদৰ্শন কৰিছিল ই তাৰেই বিৱৰণ।

৪। যেতিয়া তেওঁ নিজ প্ৰভুৰ ওচৰত নীৰবে প্ৰাৰ্থনা কৰিছিল,

৫। (আৰু এইদৰে) কৈছিল, হে মোৰ প্ৰভু, বাস্তৱতে মোৰ অস্থি এতিয়া জীৰ্ণ হ'ল[২] আৰু বাৰ্দ্ধক্যৰ হেতু মূৰৰ চুলি পকি ধক্‌ধকীয়া হল; আৰু হে মোৰ প্ৰভু, তোমাৰ ওচৰত প্ৰাৰ্থনা কৰি মই কেতিয়াও বিফলকাম[৩] হোৱা নাই।

৬। আৰু মোৰ (মৃত্যুৰ) পাছত মোৰ জ্ঞাতিৰ (ব্যৱহাৰ কেনে হব) সেই সম্বন্ধে আশঙ্কা কৰোঁ,[৪] কাৰণ, মোৰ স্ত্ৰী বন্ধ্যা; গতিকে তুমি নিজ সন্নিধানৰ[৫] পৰা মোক এনে এজন (পুত্ৰ) দান কৰা,

৭। যিজন মোৰ উত্তৰাধিকাৰী হব আৰু ইয়াকুবৰ জ্ঞাতিৰ (মঙ্গলৰ) কিছুভাগ লাভ কৰিব;[৬] আৰু হে প্ৰভু, সেইজনক (তোমাৰ) সন্তুষ্টি লাভ কৰিবৰ উপযোগী কৰিবা।

---

১। আল্লাৰ পাঁচোটা গুণবাচক নামৰ চমুকৰণ। কাফ্‌-কৰীম, মানে কৃপালু; হা-হাদী, অৰ্থ পথপ্ৰদৰ্শক; ইয়া-আ'লা, মানে মহৎ; 'আইন'-আলীম, অৰ্থ শ্ৰেষ্ঠ জ্ঞানী; স্বাদ-স্বাদিক্‌, মানে সত্যবাদী। কিছুমানে কয়, এই চুৰাত উল্লেখ হোৱা পাঁচজন নবীক বুজাইছে—জকৰীয়া, ইব্ৰাহিম, ইয়হ্‌য়া, ঈচা, আৰু স্বিদ্দীক্‌ অৰ্থাৎ ইদ্‌ৰীচ।

২। সেই সময়ত জকৰীয়াৰ (আ) বয়স ৭০ বছৰতকৈ অধিক।

৩। নবীৰ প্ৰাৰ্থনা সাধাৰণতে আল্লাই গ্ৰহণ কৰে।

৪। মোৰ বংশত নিষ্ঠাৱন্ত মানুহ থকা সম্বন্ধে আশঙ্কা।

৫। 'আল্লাৰ সন্নিধানৰ পৰা' হৈছে কোৰানৰ বিশেষ ভাষা, অৰ্থ, আল্লাৰ অনুগ্ৰহ আৰু কৃপা দ্বাৰা। চোৱা তলৰ আ: ১৪।

৬। জকৰীয়াই এনে এটা লৰা আল্লাৰ পৰা মাগিছিল যাক আল্লাই নবুৱত্‌ দান কৰে যাতে তেওঁ মানুহক ন্যায় আৰু ধৰ্মৰ ফালে বাট দেখুওৱায়।—চোৱা, ৩ : ৩৯।

৮। ( এই প্ৰাৰ্থনাৰ আল্লাই উত্তৰ দিলে, ) হে জকৰীয়া, এজন পুত্ৰৰ ( জন্মৰ ) শুভ-সংবাদ আমি তোমাক দান কৰিলোঁ ; তাৰ নাম দিয়া হব ইয়্‌হ্য়া[৭] ; ইতিপূৰ্ব্বে এই নাম[৮] আমি কাৰো নিমিত্তে স্থিৰ কৰা নাই।

৯। তেওঁ কলে, হে মোৰ প্ৰভু, মোৰ লৰা হব কেনেকৈ ? যিস্থলত মোৰ পত্নী হৈছে বন্ধ্যা, আৰু স্বৰূপতে মই নিজেও বাৰ্দ্ধক্যৰ অন্তিম অৱস্থা পাইছোঁহি।[৯]

১০। আল্লাই কলে, এইদৰেই ঘটিব ; তোমাৰ প্ৰভুৱে কৈছে, এনে কাৰ্য্য মোৰ পক্ষে সহজ ; স্বৰূপতে আদিতে তোমাক ময়ে সৃজন কৰিছিলোঁ, অথচ তেতিয়া তোমাৰ অস্তিত্বয়ে নাছিল।

১১। জকৰীয়াই কলে, হে মোৰ প্ৰভু, মোৰ কাৰণে তুমি এটা নিদৰ্শন[১০] নিৰ্ণয় কৰি দিয়াঁ। আল্লাই উত্তৰ দিলে, ভাল, তুমি কাৰো সৈতে একেৰাহে তিনি ৰাতিলৈকে কথা নাপাতিবা ; তোমাৰ কাৰণে থাকিল এয়ে নিদৰ্শন।

১২। পিছত তেওঁ উপাসনাৰ খোটালীৰ পৰা ওলাই নিজ জ্ঞাতিৰ আগত উপস্থিত হল, আৰু তেওঁলোকক ইঙ্গিতেৰে[১১] বুজালে, তোমালোকেও ( মোৰ দৰে ) পুৱা আৰু গধুলি ( আল্লাৰ ) পৱিত্ৰতাৰ কীৰ্ত্তন কৰিবা।

১৩। ( কালক্ৰমে আল্লাৰ বাণী পূৰ্ণ হোৱাৰ পাছত ) আদেশ হল, হে ইয়হ্য়া তুমি এই পুথিখন দৃঢ়মনা হৈ ধৰি থাকাঁ। আৰু ডেকা বয়সতেই আমি তেওঁক দান কৰিছিলোঁ পূৰ্ণ জ্ঞান,

১৪। আৰু হৃদয়ৰ কোমলতা ; আৰু আত্মাৰ পৱিত্ৰতা নিজ সন্নিধানৰ পৰা তেওঁক দান কৰিলোঁ ; আৰু তেওঁ এজন ধৰ্ম্মপৰায়ণ পুৰুষ হৈ পৰিল,

---

৭। 'হে জকৰীয়া, ভয় নকৰিবা, তোমাৰ প্ৰাৰ্থনা গ্ৰহণ কৰা হল, আৰু তোমাৰ ভাৰ্য্যা এলিশ্বৰাই পুত্ৰ প্ৰসৱ কৰিব, আৰু তুমি তেওঁৰ নাম যোহন থবা।'—বাঃ লুক ; ১ : ১৩। আৰু চোৱা, কোৰান, ৩ : ৪০।

৮। (১) জকৰীয়াৰ গোষ্ঠিত এই নামৰ কোনো মানুহ নাছিল। (২) আৰ্‌বী শব্দ 'চমীয়া'ৰ আৰু এটা অৰ্থ 'সমান', অৰ্থাৎ গুণে-মানে যোহনৰ তুল্য কেও নাছিল। ৬৬ আয়তত এই শব্দ ব্যৱহৃত হৈছে আল্লাৰ তুল্য অৰ্থত।

৯। চোৱা, ৩ :৪১।

১০। এই নিদৰ্শন সম্বন্ধে চোৱা, ৩ : ৪২ আৰু টী। আল্লাৰ আদেশত জকৰীয়াই তিনি দিন মৌন-ব্ৰত পালন কৰিছিল। এই আয়তত 'তিনি ৰাতি' লিখিছে। কথা একেই, প্ৰকৃততে কোনো বিৰোধ নাই।

১১। ৩ : ৪২ আয়তত 'ইল্লা ৰমজা' আছে ; 'ৰমজ'ৰ অৰ্থ ইঙ্গিত।

১৫। আৰু নিজ পিতৃ-মাতৃৰ অনুগত ; আৰু তেওঁ কেতিয়াও নাছিল নির্দ্দয়, অবাধ্য।[১২]

১৬। আৰু তেওঁ আছিল শান্তিৰ ভাগী---যিদিনা তেওঁ জন্মগ্ৰহণ কৰিছিল, আৰু যিদিনা তেওঁৰ তিৰোধান হ'ব,[১৩] আৰু যিদিনা তেওঁৰ পুনৰুত্থান হ'ব।

## ৰুকু ২

হজ্ৰত ঈচাৰ (আ) অলৌকিক জন্ম ; মাতৃ মৰ্য়মৰ (আ) লগত
মিছৰলৈ যাত্রা ; বহুবছৰৰ পাছত তেওঁলোকৰ প্রত্যাবর্ত্তন ;
তেওঁৰ নবুয়ত লাভ আৰু ধর্ম্মৰ উপদেশ।

১৭। আৰু (হে মহম্মদ,) তুমি মৰ্য়ম্ সম্বন্ধে এই গ্রন্থৰ বিৱৰণ মনত পেলোৱাঁ, যেতিয়া তেওঁ নিজ পৰিয়ালৰ পৰা আঁতৰ হৈ পুৱফালৰ[১৪] ঠাইলৈ গ'ল।

১৮। তেতিয়া সিহঁতে নেদেখাকৈ তেওঁ আঁৰ দি নিলগ হ'ল ; পিছত আমি তেওঁৰ ওচৰলৈ আমাৰ (বাণী বহন কৰা) ফিৰিশ্ত্তা[১৫] প্রেৰণ কৰিলোঁ ; আৰু মৰ্য়মৰ আগত তেওঁ মানুহৰ অবিকল ৰূপ ধৰি উপস্থিত হ'ল।

---

১২। ইয়হ্যাৰ প্রশংসা ৩ : ৪০ তো কৰা হৈছে। ডেকা বয়সৰ বেছি ভাগ তেওঁ মৰুভূমিত কটাইছিল, আৰু যর্দ্দন নদীৰ পাৰত উপাসনা কৰি থাকোঁতে তেওঁ আল্লাৰ বাণী শুনিবলৈ পালে, আৰু আল্লাই তেওঁক পুথি এখন দিলে। তেওঁ ঈচাৰ (আ) অগ্রগামী হৈ তেওঁৰ আগমনৰ বাট মুকলি কৰিছিল। বাইবেলত তেওঁৰ নাম যোহন দি বেপ্‌টিষ্ট—John the Baptist,

১৩। ৰোমীয় শাসনকর্ত্তা হেৰোডে প্রথমে তেওঁক বন্দী কৰে, আৰু পিছত তেওঁক বধ কৰে।

১৪। (১) এনে অহল-বহল খোঁটালী য'ত বেলিৰ পোহৰ পৰে ; (২) গালীলীৰ নচ্ৰত্ নগৰ (Nazareth)। এই নগৰখন আছিল যেৰুজেলেমৰ উত্তৰ-পূব ফালে ৬৫ মাইল দূৰত।

১৫। যিজন ফিৰিশ্ত্তাই আল্লাৰ বাণী আনে, যিব্রীল (বাইবেলৰ গাব্রিয়েল) চোৱাঁ লুক, ১ : ২৭। হজ্ৰত মহম্মদৰ (স্ব) আগতো কেতিয়াবা যিব্রীল মানুহৰ ৰূপ ধৰি অহাৰ কথাও হদীছত উল্লিখিত আছে। বাণী বহন কৰা কাম আল্লাৰ আদেশত আন আন ফিৰিশ্ত্তা-

১৯। মৰ্য়মে কলে, যদি তুমি আল্লাক ভয় কৰা, মই তোমাৰ পৰা পৰম করুণাময় আল্লাৰ ওচৰত আশ্রয় ভিক্ষা কৰিছোঁ।

২০। তেওঁ কলে, মই তোমাৰ প্রভুৰ এজন সংবাদবাহক মাথোন ; ( মোক পঠোৱা হৈছে ) যাতে তোমাক এটি পৱিত্র সন্তানৰ[১৬] ( শুভ সংবাদ ) দিওঁ।

২১। মৰ্য়মে কলে, মোৰ সন্তান কেনেকৈ হ্ব, যিস্থলত পুৰুষে মোক স্পর্শ কৰা নাই, আৰু মই কেতিয়াও অসতী নাছিলোঁ।[১৭]

২২। তেওঁ কলে, ( আল্লাৰ ইচ্ছা ) এই দৰেই ; তোমাৰ প্রভুৱে কৈছে, এনে কার্য্য মোৰ পক্ষে সহজ ; আৰু ইয়াৰ অর্থ এই, আমি তেওঁক মানৱৰ নিমিত্তে নিদর্শন, আৰু আমাৰ করুণা স্বৰূপ কৰি পঠাম ;[১৮] আৰু এই সিদ্ধান্ত অটল, নিবন্ধ।

২৩। আৰু তেওঁ তাক গর্ভত ধাৰণ কৰিলে ; পিছত তাকে লৈ ( মানুহৰ পৰা ) আঁতৰি দূৰৰ ঠাইলৈ[১৯] গ'ল।

২৪। তাৰ পাছত প্রসৱ বেদনা আৰম্ভ হোৱাত তেওঁ খাজুৰ গছ এজোপাৰ গুৰিলৈ যাবলৈ বাধ্য হ'ল। তেওঁ কলে, হায় ( কি দাৰুণ বেদনা ! ) ইয়াৰ পূর্ব্বেই মোৰ মৰণ হোৱা হেতেন আৰু মই সমূলি বিস্মৃত হোৱা হেতেন !

২৫। সেই সময়তে তেওঁৰ তলৰ ঠাইৰ পৰা এজন মাত দিওঁতাই (ফিৰিশ্‌তাই) মাত দিলে, তুমি শোক নকৰিবা ; ( চোৱাঁ, ) স্বৰূপতে তোমাৰ প্রভুৱে তোমাৰ ( পদৰ ) তলেদি জুৰি[২০] এখন বোৱাইছে ;

---

সকলেও কৰিছিল। চোৱাঁ, ৩ : ৪৩,৪৫ য'ত দুই ঠাইতে 'মলাএকা' ( বহুবচন ) ফিৰিশ্‌তা-সকল উল্লেখ কৰিছে, যি ফিৰিশ্‌তাসকলে মৰ্য়মলৈ ( আ ) আল্লাৰ বাণী আনিছিল।

১৬। চোৱাঁ, ৩ : ৪৬।

১৭। চোৱাঁ, ৩ : ৪৮।

১৮। হজ্‌ৰত ঈচাৰ ( আ ) অলৌকিক জন্ম হৈছে 'নিদর্শন' আৰু তেওঁৰ অহিংসা আৰু ক্ষমাদানৰ শিক্ষা হৈছে 'করুণা'। তেওঁৰ গুণাবলীৰ বর্ণনা চুৰা ৩ কৰু ৫ চোৱাঁ।

১৯। কিছুমান কোৰানবিদৰ মতে সেই দেশ মিছৰ।—ইব্নে যৰীৰ। বাইবেলত বেতেলহেমক ঈচাৰ ( আ ) জন্ম-স্থান বোলা হৈছে। এইখন নগৰ যেৰুজেলেমৰ ৬ মাইল দক্ষিণে, অর্থাৎ নচ্‌ৰতৰ পৰা ৭১ মাইল দূৰত।

২০। তোমাৰ পিয়াহ নিবাৰণ কৰিবৰ অর্থে। আৰ্বী শব্দ 'চৰীয়া'ৰ আৰু এটা অর্থ হৈছে মহৎ মানুহ। মৌলানা আজাদে এই অর্থ গ্রহণ কৰি লিখিছে ; মৰ্য়ম্ ( আ ) তৃষ্ণাৰ নিমিত্তে শোকাতৰ হোৱা নাছিল। ফিৰিশ্‌তাই তেওঁক সান্ত্বনা দিছিল এই বুলি, তুমি শোক নকৰিবা, তোমাক আল্লাই এনে এজন পুত্র দিছে যিজন খ্যাতিমন্ত নবী হ্ব।

২৬। আৰু তুমি খাজুৰ গছজোপাৰ গা ধৰি নিজৰ ফালে টানি জোকাৰ মাৰা ; তোমাৰ ওচৰতে ডালৰ পৰা পৰিব বহু তাজা পূৰঠ খাজুৰ।

২৭। তেতিয়া তাকে খাই আৰু পাণী পান কৰি নিজৰ নয়ন শীতল কৰিবা। কিন্তু যদি কোনো এজন মানুহকো অহা দেখিবলৈ পোৱা তাকে ( ইঙ্গিতৰ যোগেদি ) ইয়াকে বুজাবা, মই কৰুণাময় আল্লাৰ আগত ব্ৰত ধৰিছোঁ ৰোজা পালন কৰিবলৈ ;[২১] সেই কাৰণে আজি মই কোনো মানুহৰে সৈতে কথা পাতিবলৈ অক্ষম।

২৮। অৱশেষত তেওঁ নিজৰ লোকবিলাকৰ ওচৰলৈ লৰাটিক বাহনত[২২] লৈ আহিল ; সিহঁত (তেওঁক দেখামাত্ৰ) কলে, হে মৰ্‌য়ম্, স্বৰূপতে তুমি এটি অপৰূপ বস্তু লগত[২৩] আনিছা।

২৯। হে হাৰুনৰ ভগিনী,[২৪] তোমাৰ পিতৃ অসৎ মানুহ নাছিল, আৰু তোমাৰ মাতৃও অসতী নাছিল।

৩০। কিন্তু তেওঁ লৰাটিৰ ফালে আঙুলিয়ালে। সিহঁতে কলে, আমি তাৰ সৈতে কি কথা পাতিম ? সি ( সৰু লৰা ) দোলনৰ কেচুৰাৰ[২৫] দৰে।

---

২১। বুজিব পাৰি ইহুদীবিলাকৰ মাজত ৰোজাৰ ( উপবাস ) লগতে মৌনব্ৰত পালন কৰা প্ৰচলিত আছিল। চোৰা ওপৰৰ আ: ১১। জকৰীয়াইও এনে ব্ৰত ধৰিছিল।

২২। এই শব্দ যান-বাহনৰ অৰ্থত অইন ঠাইতো ( ৯ : ৯২ ) ব্যৱহাৰ কৰা হৈছে। বহুলোকে অলৌকিক ঘটনাৰ ৰূপ দিয়ে,—মৰ্‌য়মে ( আ ) ওপজা কেচুৱা লৰাটি কোলাত লৈ আহিছিল, আৰু ৩১—৩৪ আয়তৰ বাক্যখিনি এই কেচুৱাটিৰ মুখৰ পৰা ওলাইছিল বুলি কয়। কিন্তু কোৰানবিদ্ সকলৰ অভিমত এই, মৰ্‌য়ম্ ৰোমীয় ৰজাৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ মিছৰ দেশলৈ গুচি গ'ল আৰু তাতে বহু বছৰ কটাইছিল। কিনান দেশলৈ উভতি আহিল, মাক পুতেক দুয়ো উটৰ ওপৰত উঠি। সেই সময়ত ঈচা ( আ ) ডেকা, আৰু নবুৱত প্ৰাপ্ত আছিল ; এই ঘটনা সেই সময়ৰ।

২৩। (১) তোমাৰ পুত্ৰ কেনে সুন্দৰ হৃষ্ট-পুষ্ট ডেকা ! ( ভাল অৰ্থত ) (২) তোমাৰ পুত্ৰই যিবোৰ কথা কৈছে আমি শুনা নাই ; আমাৰ শাস্ত্ৰজ্ঞ পুৰোহিত সকলোতকৈ তেওঁ শ্ৰেষ্ঠ হ'ল নে ? ( বেয়া অৰ্থত )

২৪। মৰ্‌য়ম্ ( আ ) হাৰুনৰ আপোন ভনী নাছিল। ইয়াত 'উখ্‌ত্' শব্দৰ প্ৰশস্ত মানে কৰিব লাগিব। হাৰুন (আ) ইহুদীবিলাকৰ আদি পুৰোহিত আছিল ; আৰু মৰ্‌য়ম্ (আ) আৰু ইয়হ্‌য়াৰ মাক ইলিখেৰা দুয়ো একে পুৰোহিত সম্প্ৰদায়ৰ আছিল। সেই হিচাবে তেওঁক হাৰুনৰ ভনী বুলি সম্বোধন কৰা হৈছে।

২৫। সি সেই দিনৰ কেচা লৰা ; তাৰে সৈতে আমি ধৰ্মৰ কথা পাতিম নে ? বৰমুৰীয়া সকলে তেওঁক তাচ্ছিল্য কৰি এনে কথা কৈছিল। আৰবী শব্দ 'স্বৰীয়'ৰ অৰ্থ কম বয়সৰ

৩১। লৰাটিয়ে নিজেই মাত লগালে, মই আল্লাৰ এজন সেৱক, তেওঁ মোক পুথি দান কৰিছে আৰু মোক নবী নিয়োজিত কৰিছে।

৩২। আৰু য'তে[২৬] মই থাকোঁ ত'তে তেওঁ মোক মঙ্গলৰত্ত কৰিছে; আৰু জীয়াই থকা পৰ্য্যন্ত মোক তেৱেঁ নমাজ অনুষ্ঠান কৰিবলৈ আৰু জকাত দিবলৈ আদেশ দিছে।

৩৩। আৰু ( তেওঁ আদেশ দিছে ) নিজ মাতৃৰ সেৱা কৰিবলৈ; তেওঁ মোক অহঙ্কাৰী, দুৰ্ভগীয়া পুৰুষ কৰা নাই।

৩৪। আৰু ( তেওঁৰ ) শান্তি মোৰ প্ৰতি, যিদিনা মোৰ জন্ম হৈছিল, আৰু যিদিনা মোৰ মৃত্যু ঘটিব, আৰু যিদিনা জীৱিত হৈ মোৰ পুনঃ উত্থান হব।[২৭]

৩৫। এয়ে মৰ্‌য়মৰ পুত্ৰ ঈচাৰ কথা—সত্য কথা, যি বিষয়ে সিহঁত সংশয়ত পৰি আছে।

৩৬। কোনো এজনক তেওঁ পুত্ৰৰূপে গ্ৰহণ কৰে ই আল্লাৰ যোগ্য নহয়; তেওঁ পৰম পৱিত্ৰ;[২৮] যেতিয়া তেওঁ কোনো কাৰ্য্য সম্পন্ন কৰিবলৈ সঙ্কল্প কৰে, তেওঁ সেই সম্বন্ধে আদেশ দিয়ে মাথোন, সম্পন্ন হোৱাঁ, আৰু সেই কাৰ্য্য সম্পন্ন হয়।

৩৭। আৰু একো সন্দেহ নাই, আল্লা মোৰ প্ৰতিপালক আৰু তোমালোকৰো প্ৰতিপালক; গতিকে তেওঁৰেই আৰাধনা কৰাঁ; এয়ে পোন বাট।

৩৮। কিন্তু সিহঁতৰ মাজৰ সম্প্ৰদায়সমূহে পৰস্পৰ বিৰোধ কৰিবলৈ ধৰিলে; গতিকে, সেই মহাদিনৰ আগমন সম্বন্ধে যিবিলাকে অবিশ্বাস কৰিছে সেইবিলাকৰ-প্ৰতি ধিক!

৩৯। যিদিনা সিহঁত আমাৰ সম্মুখত উপস্থিত হবহি সিহঁতৰ কাণে সকলো

---

ডেকা। ওপৰৰ আঃ ১৩ চোৱাঁ। ইয়াত একে শব্দ 'স্বৰীয়া' ব্যৱহাৰ কৰা হৈছে ইয়হ্‌য়াৰ ( আ ) সম্বন্ধে। পুথি আৰু পূৰ্ণ জ্ঞান পোৱাৰ সময়ত ইয়হ্‌য়া কেচুৱা আছিল নে? আঃ ৩১ৰ সৈতে তুলনা কৰা—একেই ভাষা, একেই অৰ্থ।

২৬। ঈচা (আ) নচ্‌ৰত্, মিছৰ, কিনান, আৰু কতবোৰ দেশলৈ গৈছিল তাৰে সঙ্কেত ইয়াত পোৱা যায়।

২৭। চোৱাঁ, ওপৰৰ আঃ ১৬। পূৰ্ব্ববৰ্ত্তী নবী ইয়হ্‌য়া ( আ ) আৰু ঈচা ( আ ) আধ্যাত্মিকভাৱে সম্বন্ধীয়া। পূৰ্ব্ববৰ্ত্তী জনে পৰবৰ্ত্তীজনৰ আগমনৰ বাট মুকলি কৰিছিল।

২৮। ঈচা ( আ ) আল্লাৰ পুত্ৰ হোৱাৰ বিশ্বাস (Sonship of Christ) এই আয়তে একেবাৰে খণ্ডন কৰিছে।

শুনি পাব আৰু চকুৱে সকলো দেখিবলৈ পাব ; কিন্তু আজিৰ দিনা অন্যায়কাৰী বিলাক প্ৰকাশ্য ভ্ৰান্তিত পৰি আছে।

৪০। আৰু ( হে মহম্মদ, ) সেই সন্তাপৰ দিন[২৯] সম্বন্ধে সিহঁতক তুমি সতৰ্ক কৰি দিয়ঁা, যিদিনা সকলো বিষয়ৰ মীমাংসা কৰি দিয়া হব। কিন্তু ( আজি ) সিহঁত আওকণীয়া হৈ পৰি আছে আৰু সিহঁতে বিশ্বাস স্থাপন নকৰে।

৪১। এই পৃথিৱীৰ আৰু তাত থকা সকলোৰে আমিয়ে উত্তৰাধিকাৰী, আৰু আমাৰে ওচৰলৈকে সিহঁতৰ সকলোকে ওভতাই নিয়া হব।

## ৰুকু ৩

হজ্ৰত ইব্ৰাহিমৰ উপদেশ দদায়েক আজৰৰ প্ৰতি ; তেওঁৰ কঠোৰ ব্যৱহাৰ আৰু ইব্ৰাহিমৰ ( আ ) গৃহত্যাগ আৰু দেশত্যাগ, ইব্ৰাহিমৰ বংশত অসংখ্য নবীৰ উত্থাপন।

৪২। আৰু ( হে মহম্মদ, ) ইব্ৰাহিমৰ কথা যি এইখন গ্ৰন্থত ( উল্লেখ ) আছে তুমি বৰ্ণনা কৰঁা ; একো সন্দেহ নাই তেওঁ আছিল এজন সত্যপৰায়ণ, নবী ;

৪৩। (সেই সময়ৰ কথা) যেতিয়া তেওঁ নিজৰ পিতাক[৩০] কৈছিল, হে মোৰ পিতা, যি শুনি নাপায়, আৰু যি দেখি নাপায় আৰু যাৰ পৰা তোমাৰ একো উপকাৰ সাধন নহয় তাৰ পূজা তুমি কিয় কৰা ?[৩১]

৪৪। হে মোৰ পিতা, সচাকৈয়ে যি জ্ঞান[৩২] মোৰ ওচৰলৈ আহিছে সেই জ্ঞান তোমাৰ ওচৰলৈ অহা নাই : এতেকে তুমি মোৰ অনুসৰণ কৰঁা ; মই তোমাক পোন বাটেদি লৈ যাম।

---

২৯। ( ১ ) শেষ বিচাৰৰ দিন, কিয়ামতৰ দিন। (২) যিদিনা খৃষ্টিয়ানবিলাকৰ কেন্দ্ৰ ঠাই, যেৰুজেলেম, মুচলমানবিলাকৰ হাতলৈ আহিল, এই চুৰা অৱতীৰ্ণ হোৱাৰ ২৫ বছৰ পাছতে। 'সেইদিন কেৱল বৈতুল্-মক্কদচ্ জয় হ'ল এনে নহয়। সেইদিনা এচিয়া আৰু আফ্ৰিকাৰ খৃষ্টিয়ান ৰাজ্যসমূহৰ পতন হৈছিল'।—আজাদৰ তৰ্জুমানুল্ কোৰ্-আন, পৃঃ ৪৩৬।

৩০। আজৰ্ ইব্ৰাহিমৰ দদায়েক আছিল। আৰবীত দদায়েককো 'আব্' ( পিতা ) বুলিব পাৰি। চোৱঁা, ৬ : ৭৬ আৰু টী।

৩১। কেৱল আল্লা আমাৰ উপাসনাৰ যোগ্য, কাৰণ তেওঁ শ্ৰেষ্ঠ শ্ৰোতা, শ্ৰেষ্ঠ দেখোঁতা, আৰু তেৱেঁই আমাৰ যথাৰ্থ মঙ্গল সাধন কৰে।

৩২। পাৰমাৰ্থিক জ্ঞান, ঐশ্বৰিক জ্ঞান।

৪৫। হে মোৰ পিতা, শ্বয়তানৰ পূজা নকৰিবা ; নিশ্চয় শ্বয়তান হৈছে পৰম কৰুণাময় আল্লাৰ বিৰোধী।

৪৬। হে মোৰ পিতা, মোৰ এয়ে ভয়, জানোচা পৰম কৰুণাময় আল্লাৰ শাস্তিয়ে তোমাক স্পৰ্শ কৰে আৰু তুমি শ্বয়তানৰ বন্ধু[৩৩] হৈ পৰা।

৪৭। তেওঁৰ পিতাকে কলে, হে ইব্ৰাহিম, তুমি কি মোৰ উপাস্যবিলাকক বেয়া পাই বৰ্জ্জন কৰিছা ? যদি তুমি ( এনে আচৰণৰ পৰা ) বিৰত নোহোৱা মই নিশ্চয় তোমাক শিল দলিয়াই মাৰি পেলাম ;[৩৪] নতুবা কিছুকালৰ নিমিত্তে মোক এৰি ওলাই যোৱাঁ।

৪৮। তেওঁ কলে, ( বাৰু মই ওলাই যাওঁ, ) তোমাৰ প্ৰতি আল্লাৰ শান্তি ! এতিয়া তোমাৰ কাৰণে মই নিজ প্ৰভুৰ ওচৰত ক্ষমা ভিক্ষা কৰিম ;[৩৫] ইয়াত সন্দেহ নাই, মোৰ প্ৰতি তেওঁ অতিশয় দয়ালু।

৪৯। আৰু মই এতিয়া নিলগ হৈছোঁ[৩৬] তোমালোকৰ পৰা, আৰু সেই-বিলাকৰ পৰা যিবিলাকক তোমালোকে অৰ্চ্চনা কৰা আল্লাক এৰি ; আৰু মই উপাসনা কৰিম মোৰ প্ৰতিপালকৰ ; মই আশা কৰোঁ মোৰ প্ৰভুৰ ওচৰত প্ৰাৰ্থনা কৰি মই কেতিয়াও বিফলমনোৰথ নহওঁ।

৫০। পিছত যেতিয়া তেওঁ সেইবিলাকক, আৰু যি উপাস্যবিলাকক সিহঁতে আল্লাক এৰি অৰ্চ্চনা কৰিছিল সিহঁতক পৰিত্যাগ কৰিলে, আমি তেওঁক ইচ্‌হাক আৰু (ইচ্‌হাকৰ পুতেক) ইয়াকুব দান কৰিলোঁ[৩৭] আৰু প্ৰত্যেকজনকে নবী পাতিলোঁ।

৫১। আৰু তেওঁলোকক আমি নিজ কৰুণাৰ ( প্ৰচুৰ ) অংশ দান কৰিলোঁ, আৰু তেওঁলোকৰ নিমিত্তে স্থিৰ কৰিলোঁ সত্যৰ মহান ( জগৎব্যাপী ) খ্যাতি।[৩৮]

---

৩৩। যি মঙ্গলৰ শত্ৰু সি অমঙ্গলৰ বন্ধু।

৩৪। কোৰানবিদ খলিফা ছুৰুদ্দিনৰ মতে, 'শিল দলিয়াই মৰা' ঠিক অনুবাদ নহয়। তেওঁ কয়, স্বহাবা, তাবে'ঈন সকলে মানে লয় 'মই তোমাক তিৰস্কাৰ কৰিম'।

৩৫। একপিনে পিতাকৰ খং আৰু কঠোৰ ব্যৱহাৰ, আনপিনে ইব্ৰাহিমৰ বিনয়, নম্ৰতা, আল্লাৰ প্ৰতি দৃঢ়বিশ্বাস ! কি অপূৰ্ব্ব আদৰ্শ !

৩৬। তেওঁ শ্বাম দেশলৈ ( চীৰিয়া ) গুচি গ'ল।

৩৭। চোৱাঁ, ১১ : ৭২ ; আৰু ২১ : ৭৩।

৩৮। ইচ্‌হাকৰ বংশত বহু নবী আৰু ৰচুলৰ আবিৰ্ভাৱ হৈছিল। হজ্‌ৰত মুচা (আ) আৰু হজ্‌ৰত ঈচা ( আ ) ইস্ৰাইলৰ সন্ততি, অৰ্থাৎ ইচ্‌হাকৰ বংশধৰ। হজ্‌ৰত ইব্ৰাহিমৰ ( আ ) পুতেক ইস্মাইলৰ ( আ ) বংশত হজ্‌ৰত মহম্মদৰ জন্ম হয় ; আৰু নবুৱত বনি ইস্ৰাইলৰ পৰা বনি ইস্মাইললৈ হস্তান্তৰ হ'ল।

## ৰুকু ৪

মুচা (আ), ইস্মাইল (আ), আৰু ইদ্রীচৰ (আ) আখ্যান ; পৰবর্ত্তীবিলাকৰ যিবিলাকে ধৰ্ম্ম এৰি কুপ্রবৃত্তিৰ অনুসৰণ কৰিব সিহঁতৰ ওপৰত পৰিব আল্লাৰ শাস্তি ; আৰু যিসকলে তেওঁ-লোকৰ আদর্শ ধৰি কাম কৰিব সেই সকলৰ প্ৰতি আল্লাৰ প্রতি-শ্রুতি ; আল্লাৰ জ্ঞান আৰু ক্ষমতা অপৰিসীম।

৫২। আৰু ( হে মহম্মদ, ) এই গ্রন্থত উল্লেখ হোৱা মুচাৰ[৩৯] আখ্যান তুমি বর্ণনা কৰা ; অৱশ্যে তেওঁ ( আল্লাৰ ) এজন সংবাদবাহক, এজন নবী।

৫৩। আৰু তুৰ[৪০] পর্ব্বতৰ সোঁফালৰ পৰা আমি তেওঁক আহ্বান কৰিছিলোঁ, আৰু তেওঁক নিজ সন্নিধানলৈ আনিছিলোঁ মিলন-আলাপৰ অৰ্থে।

৫৪। আৰু আমি নিজ কৰুণা দ্বাৰা তেওঁৰ লগতে তেওঁৰ ভ্রাতৃ হাৰুনক নবী পাতিছিলোঁ ( যাতে তেওঁ মুচাক সহায় কৰিব পাৰে। )[৪১]

৫৫। আৰু ( হে মহম্মদ ) এই গ্রন্থত উল্লেখ হোৱা ইস্মাইলৰ[৪২] আখ্যান

---

৩৯। কোৰানত অনেক ঠাইত হজৰত মহম্মদক ( স্ব ) মুচাৰ ( আ ) লগত তুলনা কৰা হৈছে, যেনে, ৩ : ৭৫ ; ৪৬ : ১৯ ; ৭৩ : ১৬ ইত্যাদি। খৃষ্টিয়ানবিলাকৰ চকুতো মুচা ( আ ) এজন সম্ভ্রান্ত নবী। মুচাৰ ( আ ) নবুৱতে হজৰত মহম্মদৰ ( স্ব ) ৰিচালতত পূর্ণতা লাভ কৰিছিল।

৪০। চিনাই পৰ্ব্বত। চোৱা ২০ : ১০-৩৭, য'ত গোটেই ঘটনাটো বিস্তৃতভাবে লিখা হৈছে। চিনাইৰ সোঁফালে মদয়ন্ নগৰ অৱস্থিত ; তাতে মুচা ( আ ) মিছৰৰ পৰা আহি বাস কৰিছিল।

৪১। মুচাই ( আ ) নিজেই আল্লাক প্রার্থনা জনাইছিল, যাতে ফিৰৌনৰ ওচৰলৈ হাৰুনকো ( আ ) লগতে লৈ যায়। চোৱা ২০ : ২৬-৩৭।

৪২। খৃষ্টিয়ানবিলাকে কয়, নবুৱত কেৱল ইচহাকৰ ( আ ) বংশত সীমাবদ্ধ আছিল। কিন্তু ই সঠিক কথা নহয়। চোৱা, বা, আদি, ১৭ : ১৮-২০। ইয়াৰ পৰা বুজিব পাৰি ইস্মাইল ( আ ) নবী আছিল, আৰু তেওঁৰ বংশতে হজৰত মহম্মদৰ (স্ব ) জন্ম। চোৱা ওপৰৰ টী ৩৮।

তুমি বৰ্ণনা কৰা; অৱশ্যে তেওঁ নিজ অঙ্গীকাৰত সত্যপৰায়ণ আছিল; আৰু তেওঁ আছিল (আল্লাৰ) এজন সংবাদবাহক, এজন নবী।

৫৬। আৰু তেওঁ নিজৰ পৰিয়ালক[৪৩] আদেশ দিছিল নমাজ অনুষ্ঠান কৰিবলৈ আৰু জকাত দিবলৈ; আৰু তেওঁ নিজ প্ৰভুৰ চৰণত আছিল তেওঁৰ প্ৰিয়জন হৈ।

৫৭। আৰু (হে মহম্মদ,) এই গ্ৰন্থত উল্লেখ হোৱা ইদ্ৰীচৰ[৪৪] আখ্যান তুমি বৰ্ণনা কৰা; নিশ্চয় তেওঁ আছিল এজন সত্যপৰায়ণ পুৰুষ, এজন নবী;

৫৮। আৰু তেওঁক আমি সমুন্নত স্থানলৈ[৪৫] তুলি নিছিলোঁ।

৫৯। আদম-জাতিৰ নবীসকলৰ মাজত এইসকলৰ প্ৰতি আল্লাই (বিশেষকৈ) অনুগ্ৰহ বৰ্ষণ কৰিছিল; আৰু যিবিলাকক নূহৰ লগতে (নাৱত) তুলিছিলোঁ সেইবিলাকৰ বংশধৰ এইসকল; আৰু ইব্ৰাহিম আৰু ইস্ৰাইলৰ বংশধৰ; আৰু যিসকলক আমি সুপথ প্ৰদৰ্শন কৰিছিলোঁ আৰু (নিজ অনুগ্ৰহৰ কাৰণে) বাচি লৈছিলোঁ সেই সকলৰো: যেতিয়া তেওঁলোকৰ সম্মুখত পৰম কৰুণাময় আল্লাৰ আয়তসমূহ পাঠ কৰা হৈছিল, তেওঁলোকে সাষ্টাঙ্গে প্ৰণিপাত কৰি আৰু কান্দি কান্দি মাটিত পৰিছিল। [পঞ্চম চজদা]

৬০। কিন্তু পিছত এনেবোৰ বংশধৰ তেওঁলোকৰ উত্তৰাধিকাৰী হৈছিল যিবিলাকে নমাজৰ অভ্যাস ত্যাগ কৰিছিল[৪৬] আৰু কাম-প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ বিচাৰিছিল; ইয়াৰ ফলত আগলৈ সিহঁতে নিজ বিপথগামিতাৰ (শাস্তিৰ) সম্মুখীন হ'ব লাগিব;

৬১। সেইসকলৰ বাহিৰে যিসকলে অনুতাপ কৰিছিল আৰু বিশ্বাস স্থাপন কৰিছিল আৰু সৎ কাম কৰিছিল; তাৰ প্ৰতিদানস্বৰূপ সেইসকলে স্বৰ্গৰ উদ্যানৰ ভিতৰত প্ৰৱেশ কৰিব, আৰু সেইসকলৰ প্ৰতি অকণো অন্যায় কৰা নহ'ব;

---

৪৩। ধৰ্মপ্ৰচাৰৰ সূচনা নিজ পৰিয়ালৰ পৰা হজৰত ৰচুলেও (স্ব) কৰিছিল।

৪৪। বাইবেলত তেওঁৰ নাম ইনক্ (Enoch)।

৪৫। অৰ্থাৎ তেওঁক আমি সম্মানিত কৰিছিলোঁ। আৰবী শব্দ 'ৰফ' এই অৰ্থত কোৰানত ব্যৱহৃত হৈছে। চোৱা ৪ : ১৫; ৩৫ : ১০; ৯৪ : ৫ ইত্যাদি। আকাশলৈ ইদ্ৰীচৰ (আ) বা ঈচাৰ (আ) দৈহিক উত্তোলন মানে কৰাত কোনো যুক্তি নাই। বা, হিব্ৰু ১১ : ৫ৰ আক্ষৰিক অৰ্থ লোৱা নিষ্প্ৰয়োজন।

৪৬। আন্তৰিক প্ৰাৰ্থনাই আধ্যাত্মিক জীৱন দিয়ে; প্ৰাৰ্থনা দ্বাৰা আল্লাৰ লগতে মানুহৰ যোগাযোগ হয়; আৰু ফলত কামপ্ৰবৃত্তিয়ে আমাক দমন কৰিব নোৱাৰে। চোৱা, ২৯ : ৪৫।

৬২। সেই উদ্যানসমূহ চিৰকলীয়া ; সেইবিলাকৰ প্ৰতিশ্ৰুতি পৰম কৰুণাময় আল্লাই আপোন ভৃত্যসকলক অদৃশ্যভাৱে দান কৰিছে ; বাস্তৱতে তেওঁৰ প্ৰতিশ্ৰুতিৰ আগমন সুনিশ্চিত[৪৭]।

৬৩। তাত সেইসকলে শান্তি-সম্ভাষণ ভিন্ন আন অযথা কথা শুনি নাপাব, আৰু পুৱা আৰু সন্ধিয়া নিজৰ আহাৰ[৪৮] পাই থাকিব।

৬৪। এইখনেই সেই উদ্যান যাৰ উত্তৰাধিকাৰী আপোন ভৃত্যবিলাকৰ মাজৰ সেইসকলকে কৰিছোঁ যিসকলে নিজকে পাপৰ পৰা ৰক্ষা কৰি থাকে।

৬৫। আৰু (ফিৰিশ্‌তাসকলে কব,) তোমাৰ প্ৰভুৰ আদেশ ভিন্ন আমি কেতিয়াও অৱতৰণ নকৰোঁ ; আমাৰ সম্মুখত আগলৈ (ভবিষ্যতে) যি ঘটিব, আৰু আমাৰ পিছত (অতীতত) যি ঘটিছিল, আৰু ইয়াৰ মাজতে (বৰ্ত্তমান কালত) যি ঘটি আছে সকলো তেওঁৰ ক্ষমতা আৰু জ্ঞানৰ অধীন[৪৯]।

৬৬। আকাশমণ্ডলী আৰু পৃথিৱীৰ আৰু উভয়ৰ মাজত যি অৱস্থিত সকলোৰে প্ৰতিপালক তেৱেঁই ; গতিকে তুমি তেওঁৰেই আৰাধনা কৰা, আৰু তেওঁৰ আৰাধনাৰ সেৱা-নেপেৰাকৈ যত্ন লবা ;[৫০] তুমি অইন কোনোজনক জানা নে যি তেওঁৰ সমানে পূজনীয় হব পাৰে ?

---

৪৭। মুচ্‌লিমবিলাকে পৃথিৱীৰ সুখ, সম্বল, ঐশ্বৰ্য্য সকলো লাভ কৰিছিল, পাৰস্য আৰু চিৰীয়া আদি দেশ জয় কৰি। ইহলোকত আল্লাৰ অঙ্গীকাৰ পূৰ্ণ হৈছিল ; গতিকে পৰলোকতো যে তেওঁৰ অঙ্গীকাৰ পূৰ্ণ নহব ইয়াৰ কোনো অৰ্থ নাই। স্বৰ্ত্ত এই, কোৰানে দেখুওৱা সত্য আৰু ন্যায় পথত তেওঁলোকে যেন দৃঢ় হৈ থাকে।

৪৮। স্বৰ্গীয় জীৱনৰ উপযোগী আহাৰ ; আত্মাৰ আহাৰ। ইচ্‌লামৰ মতে আধ্যাত্মিক উন্নতি অনন্ত। এই উন্নতিৰ কত স্তৰ স্বৰ্গীয় জীৱনৰ পাছতো আছে কোনে কব পাৰে ?

৪৯। ফিৰিশ্‌তাবিলাকে নবী-ৰচুলসকললৈ আল্লাৰ বাণী আনে, মানুহক সত্য আৰু ন্যায়ৰ বাট দেখুওৱাবলৈ। অতীজতো আল্লাৰ বাণী আহিছিল, এতিয়াও আহিছে, আৰু ভবিষ্যততো আহিব। এয়ে হৈছে আল্লাৰ নীতি।

৫০। হজ্‌ৰত মহম্মদৰ (স্ব) প্ৰতি, আৰু তেওঁৰ জৰীয়াতে তেওঁৰ সঙ্গীসকলৰ (ছহাবা-সকলৰ) প্ৰতি আল্লাৰ এই আদেশ—(১) তোমালোকে একমাত্ৰ আল্লাৰ উপাসনা কৰিবা, আৰু (২) বাধা-বিঘিনিৰ সন্মুখীন হলে কষ্ট সহ্য কৰিবা কিন্তু সত্যক কেতিয়াও নেৰিবা।

## ৰুকু ৫

পুনৰুত্থান আৰু মহাবিচাৰৰ দিন অস্বীকাৰ কৰোঁতাবিলাকে নৰকৰ শাস্তি
ভোগ কৰিব; সিহঁতৰ দৃষ্টি কেৱল পাৰ্থিব জীৱনৰ সুখ-
শান্তিৰ প্ৰতি; অথচ তাৰ কোনো মূল্য নাই;
পৃথিৱীৰ সমগ্ৰ বস্তুৰ অধিকাৰী আল্লা।

৬৭। আৰু মানুহে[৫১] কয়, ই কি সচাকৈয়ে সম্ভৱ, মোৰ মৃত্যু হোৱাৰ পাছত মোক পুনঃ জীৱিত কৰি তোলা হব?

৬৮। কি! মানুহে স্মৰণ নকৰে নে, আদিতে তাক আমিয়ে সৃজন কৰিছিলোঁ, অথচ (তেতিয়া) তাৰ অস্তিত্বয়ে নাছিল?

৬৯। চোৱাঁ (হে মহম্মদ,) তোমাৰ প্ৰভুৰ শপত, নিশ্চয় সিহঁতক আৰু শয়তানবিলাকক[৫২] একেলগ কৰিম; পিছত নিশ্চয় আমি সিহঁতক নৰকৰ কেওফালে আঁঠুমূৰীয়া কৰি উপস্থিত কৰিম;

৭০। তাৰ পিছত প্ৰত্যেক দলৰ পৰা আমি নিশ্চয় এনেবিলাক মানুহক উলিয়াই বেলেগ কৰিম যিবিলাক পৰম কৰুণাময় আল্লাৰ কঠোৰ বিৰুদ্ধাচাৰী আছিল।

৭১। আৰু আমি নিশ্চয় ভালকৈ জানো, সেই নৰকৰ ভিতৰত প্ৰৱেশ কৰিবৰ বেছিকৈ উপযোগী কোন।

৭২। আৰু তোমালোকৰ[৫৩] মাজত এনে এজনো নাই যি নৰকত নমাৰ পৰা নিস্তাৰ পাব, ই তোমাৰ প্ৰভুয়ে স্থিৰ কৰা অলৰ সিদ্ধান্ত।

---

৫১। এনে মানুহ যি মৃত্যুৰ পাছত পুনৰুত্থান আৰু মহাবিচাৰৰ দিনত বিশ্বাস নকৰে।

৫২। ফিৰিশ্‌তাই মানুহক ভাল কাম কৰিবলৈ উদ্‌গনি দিয়ে, আৰু শয়তানে বা শয়তানৰূপী মানুহে মানুহক প্ৰলোভন দি বেয়া বাটে নিয়ে। সেই দেখি কিয়ামতৰ দিনা ইদল সিদলৰ সঙ্গী হব।

৫৩। যিবিলাক আল্লাৰ অবাধ্য, সত্যৰ বিৰোধী, সেইবিলাককহে ইয়াত সম্বোধন কৰা হৈছে। নৰকত সিহঁতেহে শাস্তি ভোগ কৰিব। পুণ্যবান লোকে নৰকত কেতিয়াও প্ৰৱেশ নকৰে; নৰকৰ শোক পৰ্য্যন্ত নাপায়, শব্দ পৰ্য্যন্ত শুনি নাপায়। চোৱাঁ, ১৯: ৮৬; ২১: ১০২—৩।

৭৩। আৰু যিসকল ধৰ্ম্মপৰায়ণ সেইসকলক আমি পৰিত্ৰাণ দান কৰিম;[৫৪] আৰু অন্যায়কাৰীবিলাকক নৰকত থাকিবলৈ এৰিম, আঁঠুমৰীয়া অৱস্থাত।

৭৪। আৰু যেতিয়া আমাৰ সুস্পষ্ট নিদৰ্শনসমূহ সিহঁতৰ সম্মুখত বৰ্ণোৱা হয়, যিবিলাক অবিশ্বাসী সিহঁতে যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলক (গৰ্ব্ব কৰি) কয়, চোৱাঁ এই দুয়োদলৰ মাজত কোন দলৰ অৱস্থান উত্তম আৰু সঙ্গীবিলাক শ্ৰেষ্ঠ[৫৫]!

৭৫। অথচ সিহঁতৰ পূৰ্ব্বে এনে কত জাতিক আমি ধ্বংস কৰিছোঁ যি-বিলাক সিহঁতত্কৈয়ো শ্ৰেষ্ঠ আছিল, সাজ সম্পদত আৰু বাহিৰা আড়ম্বৰত।

৭৬। (হে মহম্মদ,) তুমি কোৱাঁ, যি ভ্ৰান্তিত পৰি আছে তাক পৰম কৰুণাময় আল্লাই বহুকাললৈ অৱকাশ দিয়ে; অৱশেষত যিবিষয়ে সিহঁতক সতৰ্ক কৰি দিয়া হৈছিল তাকে সিহঁতে দৃষ্টি কৰিব, (প্ৰতিশ্ৰুত) শাস্তি নাইবা নিৰূপিত সময়[৫৬]; তেতিয়াহে সিহঁতে জানিব পাৰিব কাৰ অৱস্থান অধিক নিকৃষ্ট আৰু কাৰ সঙ্ঘ বেছি দুৰ্ব্বলী।

৭৭। আৰু যিসকলে সজ বাটেদি চলে সেইসকলক আল্লাই আৰু বেছিকৈ সুপথ প্ৰদৰ্শন[৫৭] কৰে; আৰু যি সৎকাৰ্য্যবিলাক যুগমীয়া সেইবিলাক তোমাৰ প্ৰভুৰ ওচৰত প্ৰতিদানস্বৰূপে উত্তম আৰু পৰিণামৰূপেও শ্ৰেষ্ঠ।

৭৮। (হে মহম্মদ,) তুমি ভাবি চাইছা নে, সেইজনৰ কি অৱস্থা হব

---

৫৪। চোৱাঁ, ৩৯: ৬১, ২। ধৰ্ম্মপৰায়ণসকলৰ সকলো আশা পূৰ্ণ হব। হজ্‌ৰত মচীহে মৌউদে লিখিছে: 'ধৰ্ম্মপৰায়ণসকলক আল্লাই পৰিত্ৰাণ (নযাত্‌) দান কৰিব; তেওঁলোক সফলমনোৰথ হব; তেওঁলোকক সেইদিনা কোনো প্ৰকাৰ অমঙ্গলে স্পৰ্শ নকৰিব; তেওঁলোকে অলপো কষ্ট ভোগ নকৰিব; আৰু শোক-সন্তাপ তেওঁলোকৰ ওচৰ নাচাপিব।'—আইনা কমালাতে ইচ্‌লাম, পৃঃ ১৪৩।

৫৫। সিহঁত বিলাসিতা-প্ৰিয়; সিহঁতৰ মূল উদ্দেশ্য হৈছে পাৰ্থিব জীৱনৰ সুখ-শান্তি লাভ কৰা।

৫৬। কিয়ামতৰ দিন, অথবা পৃথিৱীৰ কোনো ডাঙৰ বিপ্লৱ।

৫৭। চোৱাঁ ১৮: ৪৭। সৎকাৰ্য্যৰ সুফল সকলো মানুহে ভোগ কৰিব পাৰে। এজনে এনে হিত্‌কৰ মহৎ কাম কৰি যায় যাৰ ফল গোটেই সমাজে, সমগ্ৰ দেশে, শতিকাৰ পাছত শতিকা পৰ্য্যন্ত ভোগ কৰে। এনেবিলাক কাৰ্য্যকে কোৰানৰ ভাষাত 'বাকিয়াতুছ্‌-ছালেহাত্‌' অৰ্থাৎ যুগমীয়া সৎকাৰ্য্য বোলে।

যিজনে আমাৰ নিদৰ্শনসমূহ অস্বীকাৰ কৰে, আৰু ইযাকে কয়, ইয়াত একো সন্দেহ নাই মোকো দিয়া হব ধন-সম্পত্তি[৫৮] আৰু সন্তান-সন্ততি।

৭৯। যি অদৃশ্য[৫৯] তাৰ সম্ভেদ সি পাইছে নে, নাইবা সেই সম্বন্ধে পৰম করুণাময় আল্লাৰ পৰা অঙ্গীকাৰ লৈ পৈছে নে?

৮০। ই অসম্ভৱ কথা; সি যি আৰোপ কৰিছে আমি নিশ্চয় লিপিবদ্ধ কৰিম, আৰু শাস্তিৰ যি অংশ তাৰ নিমিত্তে নিৰ্দ্দিষ্ট আছে তাক আৰু বৰ্দ্ধিত কৰিম।

৮১। আৰু যি বস্তুৰ ওপৰত (তাৰ অধিকাৰ আছে বুলি) সি কয় তাৰো অধিকাৰী আমিয়ে হম, আৰু সি আহিব লগা হব আমাৰ ওচৰলৈ অকলশৰীয়া[৬০] হৈ।

৮২। আৰু আল্লাক এৰি আন উপাস্য সিহঁতে গ্ৰহণ কৰিছে, সিহঁতে যেন সিহঁতক ক্ষমতা দান কৰিব।

৮৩। ই অসম্ভৱ কথা! অবিশ্বাসীবিলাকে যে সিহঁতৰ উপাসনা কৰিছিল এই কথা উপাস্যবিলাকে (মহাবিচাৰৰ দিনা) অস্বীকাৰ কৰিব; তদুপৰি সিহঁত সিহঁতৰ ঘোৰ বিৰোধী হৈ পৰিব।

## ৰুকু ৬

চয়তানৰ প্ৰভাৱ অবিশ্বাসীৰ ওপৰত; ৰফা'অত আল্লাৰ অনুমতিৰ ওপৰত নিৰ্ভৰ কৰে; খৃষ্টিয়ানবিলাকৰ প্ৰায়শ্চিত্তবাদ আৰু ঈচাৰ (আ) পুত্ৰত্ববাদৰ ইচ্লাম ঘোৰ বিৰোধী; আল্লা পৰম করুণাময়, আৰু ৱলী, নবী, ৰচুলসকলে তেওঁৰ দাসত্ব স্বীকাৰ কৰে।

---

৫৮। সিহঁতে আল্লাৰ ওপৰত নিৰ্ভৰ নকৰি ধন-সম্পত্তি, ঐশ্বৰ্য্য আৰু দলবলৰ ওপৰত নিৰ্ভৰ কৰে।

৫৯। ভৱিষ্যতৰ গৰ্ভত যি নিহিত তাক আল্লাৰ বাহিৰে আৰু কোনে জানিব পাৰে?

৬০। ধন-সম্পদ, সন্তান-সন্ততি, দল-বল সকলো এৰি আল্লাৰ সন্মুখত উপস্থিত হব লাগিব। যি উপাস্যবিলাকক আজীৱন পূজা কৰিছিল সেইবিলাকেও সিহঁতক তেতিয়া অস্বীকাৰ কৰিব। চোৱা অধ্যা দুই আয়ত।

৮৪। (হে মহম্মদ,) তুমি লক্ষ্য কৰা নাই নে, অবিশ্বাসীহঁতৰ প্ৰতি আমি শয়তানবিলাকক[৬১] (প্ৰভাৰশালী কৰি) পঠাইছোঁ ? সিহঁতে সিহঁতক অনবৰত উদ্দীপ্ত কৰি থাকে।

৮৫। গতিকে সিহঁতৰ সম্বন্ধে তুমি লৰালৰি নকৰিবা ; আমি নিজেই সিহঁতৰ গণনা[৬২] সম্পূৰ্ণৰূপে লৈ আছোঁ।

৮৬। (কিয়ামতৰ) দিনা আমি ধৰ্ম্মপৰায়ণসকলক পৰম করুণাময় আল্লাৰ (নিজৰ) সম্মুখত অতিথি স্বৰূপে সমবেত কৰিম ;

৮৭। আৰু আমাৰ অপৰাধ কৰোঁতাবিলাকক তৃষ্ণাতুৰ অৱস্থাত নৰকৰ পিনে পৰিচালিত কৰিম।

৮৮। (আল্লাৰ ওচৰত) মধ্যস্থতা কৰিবলৈ সিহঁতৰ একো অধিকাৰ নাই,—অধিকাৰ থাকিব কেৱল সেইজনৰ[৬৩] যিজনে পৰম করুণাময় আল্লাৰ কাষৰ পৰা (এই বিষয়ে) প্ৰতিশ্ৰুতি লৈছে।

৮৯। আৰু সিহঁতে কয়, পৰম করুণাময় আল্লাই পুত্ৰ এজন গ্ৰহণ কৰিছে ![৬৪]

৯০। (তুমি কোৱাঁ,) তোমালোকে যি কথা সাজি আনিছা সি কি গুৰুতৰ কথা !

---

৬১। শয়তানৰ সম্পৰ্ক অবিশ্বাসীৰ লগতহে। যিসকলে বিশ্বাস স্থাপন কৰিছে সেই-সকলক শয়তানে উত্তেজিত কৰিব নোৱাৰে।

৬২। বিৰোধিতাৰ এটা সীমা আছে ; তাৰ প্ৰতিফলৰ সময় আছে। সিহঁতক যে আল্লাই ধৰিব ই নিশ্চিত কথা, এই জীৱনত আৰু পৰলোকৰ জীৱনতো।

৬৩। হজ্ৰত মহম্মদক (স্ব) বুজাইছে। এই আয়তক 'আয়তে শফা'অত্' বোলা হয়, অৰ্থাৎ 'মধ্যস্থতাৰ আয়ত'। চোৱাঁ, ২ : ২৫৬ আৰু ৪৩ : ৮৬। শফা'অত্ সেইবিলাকৰ নিমিত্তে যিবিলাক মধ্যস্থতা কৰোঁতাজনৰ প্ৰকৃততে অনুগত।

৬৪। এই চুৰাৰ অধিক অংশত খৃষ্টিয়ানবিলাকৰ ভুল বিশ্বাসৰ সংশোধন কৰা হৈছে। কোৰানৰ মতে ঈচা (আ) আল্লাৰ পুত্ৰ নহয় : তেওঁ আল্লাৰ এজন সম্মানিত নবী। খৃষ্টিয়ান মত এই যে মানৱৰ পৰিত্ৰাণৰ নিমিত্তে আল্লাৰ একমাত্ৰ পুতেকে ক্ৰুচত নিজৰ প্ৰাণ বিসৰ্জ্জন কৰি মানৱৰ পাপৰ প্ৰায়শ্চিত্ত দিলে। ইচ্লামে কয়, আল্লা পৰম করুণাময় (ৰহ্মান) ; তেওঁ প্ৰায়শ্চিত্ত নোলোৱাকৈ পাপীক ক্ষমা কৰিব পাৰে। কেৱল সৰল মনেৰে আল্লাৰ আগত সন্তাপ (তৌবা) কৰিলে আৰু পাপ পৰিত্যাগ কৰিলে আল্লাই ক্ষমা দান কৰে। যিহেতু খৃষ্টিয়ানবিলাকৰ এনে বিশ্বাসবোৰ আল্লাৰ ৰহ্মানিয়ত'ৰ (বিনা বিনিময় করুণা প্ৰকাশৰ) বিৰোধী, এই চুৰাত বাৰে বাৰে আয়তে আয়তে, ৰহমান (অৰ্থাৎ পৰম করুণাময় আল্লা) শব্দ আল্লাৰ সম্বন্ধে ব্যৱহাৰ কৰা হৈছে, যাতে এই গুণ স্পষ্টকৈ প্ৰকাশ পায়।

৯১। আকাশমণ্ডলী বিদীৰ্ণ হয়ছে লাগে, আৰু পৃথিৱী ফাটি যাব লাগিছে প্ৰায়, আৰু কঁপনিৰ হেতু পৰ্ব্বতসমূহ ভাগি পৰাৰ উপক্ৰম,—

৯২। সিহঁতে যে পৰম করুণাময় আল্লাৰ নিমিত্তে পুত্ৰ এজন স্থিৰ কৰি লৈছে সেই কাৰণে!

৯৩। অথচ প্ৰকৃততে পৰম করুণাময় আল্লাই পুত্ৰ গ্ৰহণ কৰিব, ই কেতিয়াও যোগ্য নহয় তেওঁৰ নিমিত্তে।

৯৪। আকাশমণ্ডলী আৰু পৃথিৱীত থকা প্ৰত্যেকে পৰম করুণাময় আল্লাৰ সম্মুখত উপস্থিত হব, তেওঁৰ দাসত্ব[৬৫] স্বীকাৰ কৰি।

৯৫। স্বৰূপতে তেওঁ সিহঁতক আগুৰি আছে[৬৬], আৰু সিহঁতৰ সঠিক লেখ লৈ থৈছে।

৯৬। আৰু পুনৰুত্থানৰ দিনা সিহঁতৰ প্ৰত্যেকজনেই তেওঁৰ সম্মুখত উপস্থিত হবহি অকলশৰীয়া[৬৭] হৈ।

৯৭। যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে সেইসকলৰ কাৰণে পৰম করুণাময় আল্লাই প্ৰীতি[৬৮] নিৰ্দ্দিষ্ট কৰিব।

৯৮। (হে মহম্মদ,) এই কোৰান প্ৰকৃততে তোমাৰ নিজ ভাষাত সহজ কৰি নমাইছোঁ[৬৯], যাতে তুমি ইয়াৰ যোগেদি ধৰ্ম্মপৰায়ণসকলক ভালকৈ আনন্দ-বাৰ্ত্তা দিব পাৰা, আৰু বিৰোধীবিলাকক ইয়াৰ দ্বাৰা সাৱধান কৰিব পাৰা।

৯৯। আৰু সিহঁতৰ পূৰ্ব্বে কতবোৰ জাতিক আমি ধ্বংস কৰিছোঁ! (আজি) তুমি সিহঁতৰ এটি জাতিৰো অস্তিত্ব অনুভৱ কৰিব পাৰিছা নে? নাইবা সিহঁতৰ সাৰ-শব্দ[৭০] শুনিবলৈ পাইছা নে?

---

৬৫। সকলো মহাপুৰুষ, অলী, নবী, ৰচুল আল্লাৰ দাস। প্ৰত্যেক মুচলমানে দ্বিতীয় কলিমা জানে। তাত হজৰতক (স্ব) 'আবদুহু-ব-ৰচুলহু' অৰ্থাৎ 'আল্লাৰ দাস আৰু ৰচুল' বোলা হৈছে। ধৰ্ম্ম-পৰায়ণসকলৰ গুণ বৰ্ণনা কৰি কোৰানে তেওঁলোকক 'পৰম করুণাময় আল্লাৰ দাসসকল' বুলিছে,—২৫ : ৬৩।

৬৬। নিজৰ সম্পূৰ্ণ জ্ঞানেৰে।

৬৭। ওপৰৰ আঃ ৮১ আৰু টী চোৱা।

৬৮। তেওঁলোকে আল্লাৰ প্ৰেম লাভ কৰিব, আৰু জগতত সৰ্ব্বজনৰ প্ৰিয় হব। বহুতো মহাপুৰুষৰ সৈতে সমসাময়িকবিলাকে নিৰ্দ্দয় ব্যৱহাৰ কৰিছে সচা, কিন্তু তেওঁ-লোকৰ তিৰোধানৰ পিছত জগতে তেওঁলোকক মূৰত তুলি লৈছে আৰু তেওঁলোকৰ প্ৰতি উচিত সন্মান দেখুৱাইছে।

৬৯। চোৱা, ৫৪ : ১৮ আৰু ৪২। আল্লাই ৰচুল প্ৰেৰণ কৰে কোনো জাতিলৈ সেই জাতিৰ ভাষাতেই। চোৱা, ১৪ : ৫ আৰু টী।

৭০। 'ৰিকৰ্য'ৰ আক্ষৰিক অৰ্থ হৈছে ভৰিৰ খোজৰ আওয়াজ।

# চুৰা ২০

## ত্বা-হা

### মক্কাত অৱতীৰ্ণ

৮ ৰুকু ঃ ১৩৬ আয়ত

এই চুৰা হজৰত মহম্মদৰ ( স্ব ) নবুৱতৰ ষষ্ঠ বছৰত অৱতীৰ্ণ হৈছিল। ইয়াৰ প্ৰমাণ এই, বুৰঞ্জীলেখক ইব্‌নে হিশামে হজৰত উমৰৰ ( ৰ ) ইচ্‌লাম গ্ৰহণৰ কাৰণ লিখিছে যে এই বছৰতে এদিন তেওঁ নিজৰ ভনীয়েকৰ ঘৰত এই চুৰাৰ প্ৰথম ৰুকু আবৃত্তি কৰা শুনি পালে। তেওঁ মুগ্ধ হৈ ইচ্‌লামৰ বিৰোধিতা এৰি দি ততালিকে হজৰত ৰচুলৰ ( স্ব ) ওচৰলৈ গৈ আত্মসমৰ্পণ কৰি ইচ্‌লামৰ কলিমা পঢ়িলে।

আগৰ চুৰাত হজৰত ঈচাৰ ( আ ) কথা প্ৰধানকৈ বৰ্ণোৱা হৈছে। এই চুৰাৰ প্ৰথম পাঁচ ৰুকুত হজৰত মুচাৰ ( আ ) আখ্যান বহলাই উল্লিখিত হৈছে,—নীল নদীৰ পৰা কেঁচুৱা মুচাৰ উদ্ধাৰ, সম্ৰাট ফিৰৌনৰ প্ৰাসাদত তেওঁৰ লালন-পালন, মিদ্‌য়নলৈ তেওঁৰ প্ৰস্থান, সেই নগৰত পাৰিবাৰিক জীৱন-যাপন, তুৰ পৰ্ব্বতত নবুৱত্‌ লাভ, আল্লাৰ আদেশত হাৰুনক লগত লৈ মিছৰ যাত্ৰা, ফিৰৌনৰ সৈতে কথা-বাৰ্ত্তা, যাদুকৰবিলাকক পৰাভূত কৰা, ইস্ৰাইলক উদ্ধাৰ কৰা আৰু মিদ্‌য়নত বসতি কৰা, ফিৰৌন আৰু তেওঁৰ সৈন্যদল লোহিত সাগৰত বুৰি মৰা, ইত্যাদি। পাছৰ তিনি ৰুকুত হজৰত মহম্মদৰ ধৰ্মপ্ৰচাৰ সম্বন্ধে উল্লেখ কৰা হৈছে, আৰু সকলো বাধা-বিঘিনি তেওঁ যে অতিক্ৰম কৰিব পাৰিব তাৰ ভবিষ্যৎবাণী কৰা হৈছে।

'ত্বা-হা' এই চুৰাৰ নাম। বেছিভাগ তফ্‌চীৰকাৰসকলৰ মত, এই চমুকৰণ নামৰে হজৰত মহম্মদক ( স্ব ) সম্বোধন কৰা হৈছে।

হজৰত্‌ মহম্মদ ( স্ব ) হজৰত মুচাৰ ( আ ) প্ৰতিৰূপ ; তুৰ পৰ্ব্বতত
মুচাৰ ( আ ) আল্লাৰ সৈতে বাক্যালাপ ; তেওঁক আল্লাই
দুইটি নিদৰ্শন সহ নবুৱত দান কৰিলে ;
ফিৰৌনৰ দৰ্‌বাৰলৈ তেওঁৰ প্ৰেৰণ।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। ত্বা, হা[১]।

---

১। 'ত্বাহা' বুলি মানুহক সম্বোধন কৰা হয়—ইব্‌নে যবীৰ। এই স্থলত হজৰত ৰচুলক ( স্ব ) আল্লাই সম্বোধন কৰিছে। 'ত্বাহা'ৰ অৰ্থ, হে মানৱ, বা হে মহম্মদ।

৩। এই কোৰান আমি তোমাৰ প্ৰতি এই উদ্দেশ্যে অৱতীৰ্ণ কৰা নাই যে তুমি ক্লেশ-কষ্টত[২] পৰা ;

৪। বৰং যেয়ে আল্লাক ভয় কৰে তাৰ নিমিত্তে ই সৌৱৰণি স্বৰূপ।

৫। যিজনে পৃথিৱী আৰু উচ্চ আকাশমণ্ডলী সৃজন কৰিছে এই কোৰান তেওঁৰ কাষৰ পৰা অৱতীৰ্ণ হোৱা প্ৰত্যাদেশ ;

৬। তেৱেঁই পৰম করুণাময় আল্লা ; তেওঁ (শাসন-) সিংহাসনত[৩] বিৰাজমান ;

৭। আকাশমণ্ডলীত যি আছে, আৰু পৃথিৱীত যি আছে, আৰু এই দুয়োৰে মাজত যি আছে, আৰু ভূমিৰ তলতো যি আছে, সকলোৰে ওপৰত তেওঁৰেই আধিপত্য।

৮। যদি তুমি উচ্চৈস্বৰে কথা কোৱা (তাকো তেওঁ শুনে), আৰু যি গুপ্ত[৪], আৰু যি তাতোকৈ নিগূঢ়, তাকো তেওঁ জানে।

৯। তেৱেঁই আল্লা, তেওঁত বিনে আন উপাস্য নাই ; উৎকৃষ্ট নামসমূহ[৫] তেওঁৰেই যোগ্য।

১০। আৰু (হে মহম্মদ,) মূচাৰ ইতিবৃত্ত তোমাৰ আগত বৰ্ণোৱা হৈছে নে ?

১১। তেওঁ অগ্নি[৬] দেখা পাই নিজ পৰিয়ালক কলে, এইখিনিতে তোমা-

২। দ্বিতীয় অৰ্থ, তুমি নিৰাশ বা অকৃতকাৰ্য্য হোৱা। এই অৰ্থও উত্তম। কোৰানে আশা আৰু সফলতাৰ পিনে মানুহক বাট দেখুওৱায়।

৩। 'আল্লাৰ সিংহাসন হৈছে সেই ঠাই যাৰ প্ৰলয় নাই। পবিত্ৰতা আৰু দোষ-হীনতাৰ স্থান'—ম, মৌ।

৪। প্ৰকাশ নকৰি মনতে লুকাই ৰখা ভাব আল্লাই জানে ; 'তাতোকৈ নিগূঢ়' হৈছে যি ভাব এতিয়া আমাৰ মনত নাই কিন্তু আগলৈ উদয় হব পাৰে তাকো আল্লাই জানে। অথবা, বৰ্ত্তমানৰ ৰহস্য আৰু ভবিষ্যতৰ ৰহস্য সকলো আল্লাৰ চকুৰ আগত।

৫। গুণবাচক নামবিলাক, বা গুণবিলাক, অৰ্থাৎ আল্লাৰ সমস্ত গুণ উৎকৃষ্ট।

৬। চোৰ্বা ২৭ : ৮। ফিৰৌনৰ প্ৰাসাদত মূচাৰ (আ) লালন-পালন হৈছিল। ডেকা বয়সত তেওঁ মিছৰ এৰি মিদ্‌য়নলৈ গ'ল, আৰু তাতে বিয়া কৰিছিল। মিদ্‌য়ন্ চিনাই উপদ্বিপৰ এখন নগৰ। মূচাই (আ) নিজ পৰিয়ালক লগত লৈ ভ্ৰমণ কৰোঁতে এই অপূৰ্ব্ব ঘটনা ঘটে। তেওঁ জুই দেখি এঙাৰ আনিবলৈ গৈছিল। এনেকুৱাতে আল্লাই তেওঁক নবী নিযুক্ত কৰি বজা ফিৰৌনৰ অত্যাচাৰৰ পৰা ইস্ৰাইলক ৰক্ষা কৰিবৰ ভাৰ অৰ্পণ কৰিলে। চোৰ্বা, বা, যা, ৩ : ১০।

কিছুমান কোৰানবিদৰ মতে গোটেই ঘটনাটো আধ্যাত্মিক ক্ষেত্ৰতহে হৈছিল।

লোকে অপেক্ষা কৰা ; মই নিশ্চয় অগ্নি দেখিবলৈ পাইছোঁ, অতি সত্বৰ তাৰে পৰা এঙাৰ এটুকুৰা লৈ আহিব পাৰিম, নাইবা (অন্ততঃ) সেই অগ্নিৰ পৰা[৭] নিজৰ সঠিক পথ উলিয়াব পাৰিম।

১২। পিছত যেতিয়া তেওঁ সেই অগ্নিৰ ওচৰ চাপিল তেওঁক আহ্বান কৰা হ'ল, হে মুচা!

১৩। একো সন্দেহ নাই, মই তোমাৰ পালনকৰ্ত্তা ; গতিকে তোমাৰ পাদুকাজোৰ খুলি থোৱা[৮], কিয়নো তুমি তোৱা পৰ্ব্বতৰ[৯] পবিত্ৰ উপত্যকা পাইছাহি ;

১৪। আৰু তোমাক (ৰচুল নিযুক্ত কৰিবলৈ) মই বাচি লৈছোঁ ; এতেকে (এই মুহূৰ্ত্তত তোমাৰ প্ৰতি) যিহকে প্ৰত্যাদেশ কৰা হয় তাকে কাণ পাতি শুনিবা ;

১৫। নিশ্চয় ময়ে আল্লা ; মোক এৰি আন উপাস্য নাই ; গতিকে মোৰেই উপাসনা কৰিবা, আৰু তুমি নমাজ অনুষ্ঠিত কৰিবা মোকে স্মৰণ[১০] কৰিবৰ অৰ্থে।

১৬। সেই নিৰূপিত সময়[১১] অহা সম্বন্ধে একো সন্দেহ নাই ; যি গুপ্ত তাকে (সেই সময়ত) প্ৰকাশ[১২] কৰিবলৈ মই উদ্যত,—প্ৰত্যেক আত্মাকে যেন তাৰ চেষ্টাৰ অনুপাতে প্ৰতিদান দিয়া হয়।

---

৭। সেই অগ্নিৰ ওচৰতে নিশ্চয় মানুহ আছে ; সিহঁতক লগ ধৰি সুধিম, গন্তব্যস্থানলৈ যোৱা চমু বাট কোনটো।

৮। (১) বেবিলন আৰু মিছৰ দেশত ৰজাৰ দৰ্‌বাৰলৈ খালি ভৰিৰে যোৱাৰ নিয়ম আছিল। এইদৰে সম্মান প্ৰদৰ্শন কৰা হৈছিল। (২) আধ্যাত্মিক অৰ্থত, জোতা সোলোকাই অহা হৈছে জ্ঞাতি কুটুম, সন্তান-সন্ততিক এৰি আল্লাৰ পিনে গমন কৰা।

৯। পৰ্ব্বতৰ নামনিত আছিল সেই উপত্যকা। বাইবেলত সেই পৰ্ব্বতৰ নাম হোৰেব্‌ লিখিছে। যা, ৩ : ১। চোৱা ১৯ : ৫৩, আৰু ২৮ : ৩১ য'ত কোৰানে সেই পবিত্ৰ ঠাইৰ নিৰ্দ্দেশ দিছে।

১০। আল্লাক স্মৰণ কৰিবলৈ নমাজতকৈ অধিক যুগুত উপায় আৰু নাই।

১১। সাধাৰণতে তফ্‌চীৰকাৰ সকলে ক্বিয়ামত্‌ অৰ্থ লয়। কিন্তু এই স্থলত ফিৰৌনৰ পৰাজয় আৰু ইস্ৰাইলৰ উদ্ধাৰৰ নিৰ্দ্দিষ্ট সময়হে বুজাইছে। চোৱা, আজাদৰ ত, কো, পৃঃ ৪৪৭।

১২। 'ইখ্‌ফা' হৈছে ইফ্‌'-আল বাবৰ ক্ৰিয়াপদ ; স্বীকাৰসূচক আৰু অস্বীকাৰসূচক দুই অৰ্থতে ব্যৱহৃত হয় স্থান বিশেষে।

১৭। (সতৰ্ক থাকিবা,) সেই দিনৰ আগমনত যেয়ে বিশ্বাস নকৰে, আৰু নিজ অপকৃষ্ট আকাঙ্ক্ষাৰ অনুসৰণ কৰে, সি যেন তোমাক তেনে বিশ্বাসৰ পৰা বিচলিত নকৰে যাৰ ফলত তোমাৰ ধ্বংস সাধন হয়।

১৮। আৰু (তেওঁ আল্লাৰ বাণী শুনিব পালে,) হে মুচা, তোমাৰ সোঁ হাতত সেই ডাল কি?

১৯। তেওঁ উত্তৰ দিলে, এইডাল মোৰ লাখুটি; তাৰ ওপৰত মই ভৰ দিওঁ; আৰু মোৰ ভেৰা-ছাগলিৰ নিমিত্তে গছৰ পাত তাৰে ছাটি মাৰি তললৈ পেলাওঁ; আৰু ই মোৰ আন বহুতো কামতে লাগে।[১৩]

২০। আল্লাই আদেশ দিলে, লাখুটিডাল (মাটিত) দলিয়াই পেলোৱা[১৪]।

২১। (আদেশ শুনামাত্ৰ) তেওঁ লাখুটিডাল দলিয়াই পেলালে; তেতিয়া দেখিলে কি? সেইডাল সাপ হৈ[১৫] লৰ দিব ধৰিছে।

২২। আল্লাই কলে, তাক (নিজ হাতেৰে) ধৰি লোৱাঁ, আৰু একো ভয় নকৰিবা; ধৰাৰ লগে লগে আমি তাক পূৰ্ব্বৰ আকাৰলৈ ওভোতাই নিম।

২৩। আৰু (হে মুচা,) তুমি তোমাৰ এখন হাত নিজ কাষত খুঁহি চোৱাঁ; হাতখন ধলা, উজ্জ্বল হৈ ওলাব, কিন্তু কোনো প্ৰকাৰ ব্যাধিৰ চিন নোহোৱাকৈ[১৬]। এইটো আৰু এটা নিদৰ্শন।

২৪। (এই দুইটা নিদৰ্শন এতিয়া দিয়া হ'ল;) যাতে পিছলৈ আৰু কেতবোৰ মহান নিদৰ্শন তোমাক প্ৰদৰ্শন কৰিম।

২৫। ভাল, (এতিয়া) তুমি ফিৰৌনৰ ওচৰলৈ যোৱাঁ; সচাকৈয়ে সি অতিপাত বিৰুদ্ধাচাৰী হব ধৰিছে।

---

১৩। মুচাৰ (আ) উদ্দেশ্য প্ৰেমালাপ চুটি নকৰি দীঘলীয়া কৰা। ফাৰ্চী আৰু উৰ্দ্দু কাব্যত ইয়াকে ভিত্তি কৰি বহুতো কবিতা লিখা হৈছে।

১৪। বা, যা, ৪ : ২-৫।

১৫। ৭ : ১০৮ আয়তৰ টী চোৱাঁ।

১৬। চোৱাঁ, ৭ : ১০৯ আৰু টী। উজ্জ্বল হাতৰ আধ্যাত্মিক অৰ্থ, সুস্পষ্ট যুক্তি, জাজ্বল্যমান প্ৰমাণ। হজৰত মহম্মদকো (স্ব) উজ্জ্বল হাত দিয়া হৈছিল। এয়ে হৈছে কোৰান, যুক্তি আৰু প্ৰমাণৰে পৰিপূৰ্ণ। কোৰানৰ বহু ঠাইত হজৰতক (স্ব) মুচাৰ প্ৰতিৰূপ বোলা হৈছে।

## ৰুকু ২

ফিৰৌনৰ ওচৰলৈ যোৱাৰ আগতে মুচাৰ ( আ ) প্ৰাৰ্থনা ; তেওঁৰ জন্ম,
শিশু অৱস্থাত তেওঁৰ লালন-পালন, আৰু ফিৰৌনৰ প্ৰাসাদত
তেওঁৰ অৱস্থান, সকলো অলৌকিক ; তেওঁৰ প্ৰস্থান
আৰু বহুবছৰৰ পাছত নবুৱত লাভ
আৰু ফিৰৌনৰ ওচৰলৈ গমন ;
ইস্ৰাইলক উদ্ধাৰ কৰিবৰ
প্ৰচেষ্টা ।

২৬। মুচাই প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, মোৰ নিমিত্তে মোৰ হিয়া প্ৰশস্ত[১৭] কৰা ;

২৭। আৰু মোৰ কাৰ্য্য-সম্পাদন মোৰ পক্ষে সহজ কৰা ;

২৮। আৰু মোৰ মাতৰ বান্ধ[১৮] খুলি দিয়া,

২৯। যাতে মোৰ কথা সিহঁতে উপলব্ধি কৰিব পাৰে ;

৩০। আৰু মোৰ কিছু ভাৰ বহন কৰিবলৈ মোৰ অংশী এজন নিযুক্ত কৰা, মোৰেই পৰিয়ালৰ পৰা—

৩১। মোৰ আপোন ককাই হাৰুনক ;

৩২। আৰু তেওঁৰ দ্বাৰা মোৰ শক্তি বৃদ্ধি কৰা ;

৩৩। আৰু কাৰ্য্য-সম্পাদনত তেওঁক মোৰ সহযোগী কৰা,

৩৪। যাতে আমি দুয়ো মিলি তোমাৰ পৱিত্ৰতাৰ কীৰ্ত্তন বেছিকৈ কৰিব পাৰো,

৩৫। আৰু তোমাক স্মৰণ কৰিব পাৰো অধিকতকৈ অধিক ;

৩৬। আমাৰ প্ৰতি নিশ্চয় তুমিয়ে দৃষ্টি ৰাখোঁতা।

---

১৭। চোৰা, ৬ : ১২৭ ; ৯৪ : ২। কোৰানৰ ভাষাত হিয়া বিস্তৃত হোৱাৰ অৰ্থ বিশ্বাস সন্দেহহীন আৰু দৃঢ় হোৱা, আধ্যাত্মিক দৃষ্টি তীক্ষ্ণ হোৱা, আৰু বিপদ-আপদৰ সময়ত ধৈৰ্য্য ধৰিবৰ শক্তি বৃদ্ধি হোৱা।

১৮। কথিত আছে, মুচা ( আ ) বাকপটু নাছিল, কথা কওঁতে তেওঁৰ খকজা লাগিছিল। কিন্তু তেওঁৰ ককায়েক হাৰুনে সৰগৰীয়াকৈ কথা কব পাৰিছিল। মুচাই ( আ )

৩৭। আল্লাই কলে, হে মুচা, স্বৰূপতে তোমাৰ প্ৰাৰ্থনা গৃহীত হ'ল ;

৩৮। আৰু স্বৰূপতে পূৰ্ব্বেও এবাৰ তোমাৰ প্ৰতি আমি অনুগ্ৰহ কৰিছিলোঁ ;

৩৯। যেতিয়া আমি তোমাৰ মাতৃক প্ৰত্যাদেশ[১৯] দ্বাৰা অনুভূতি দান কৰিছিলোঁ,

৪০। এইৰূপে ; শিশুটিক পেৰা এটাৰ ভিতৰত সোমোৱাই নৈত পেলাই দিয়াঁ ; পিছত নৈয়ে পেৰাটো পাৰত লগাব ; তেতিয়া এনে এজনে তাক তুলি লব যিজন মোৰ শত্ৰু আৰু তাৰো শত্ৰু ; আৰু মই নিজ ফালৰ পৰা তোমাৰ প্ৰতি ( লোকৰ- মনত ) মৰম জন্মাইছিলোঁ, যাতে মোৰ দৃষ্টিৰ আগতে তোমাৰ লালন-পালনৰ উচিত ব্যৱস্থা কৰা হয় ।[২০]

৪১। যেতিয়া তোমাৰ ভগ্নী ( সেই ঠাই ) পালেগৈ, তেওঁ ( ফিৰৌনৰ স্ত্ৰীয়েকক লগ ধৰি ) কলে, এনে এজনী তিৰোতাৰ নিৰ্দ্দেশ মই তোমালোকক দিম নে যি হয়তো এই কেচুৱাটিক তুলিব পাৰিব ? তাৰ পাছত আমি তোমাক তোমাৰ মাতৃৰ কাষলৈ ওভোতাই নিলোঁ, তেওঁৰ নয়ন যেন ( তোমাক দেখি ) শীতল হয়, আৰু তেওঁ যেন ( তোমাৰ বাবে ) শোক নকৰে ।[২১] আৰু ( এদিনা ) তুমি এজন মানুহক হত্যা কৰিছিলা, কিন্তু আমি তোমাক সেই দুখৰ পৰা ৰক্ষা কৰিছিলোঁ ;[২২]

---

হাৰুনক সঙ্গী কৰি নিবলৈ ইচ্ছা কৰাৰ ইও এটা কাৰণ। চোৰা, ২৮ : ৩৫, ৩৬। কোনো ভুল নাই হাৰুনৰ সঙ্গত মুচাই ( আ ) যথেষ্ট বল পাইছিল।

১৯। এই প্ৰত্যাদেশ বিশদভাৱে ২৮ : ৮ আয়তত উল্লেখ কৰা হৈছে।

২০। বনি-ইস্ৰাইলৰ প্ৰতি ফিৰৌনে দাৰুণ অত্যাচাৰ কৰিছিল। ওপজা মতা শিশুবিলাকক বধ কৰা হৈছিল। মুচাৰ ( আ ) মাকে শিশুটিক তিনি মাহ ধৰি লুকাই ৰাখিছিল। আৰু লুকাব নোৱাৰি আল্লাৰ প্ৰত্যাদেশ মতে পেৰা এটাত সোমোৱাই শিশুটিক নীল নদীত পেলাই দিলে। নৈৰ পাৰত ফিৰৌনৰ প্ৰাসাদ আৰু বাগিছা আছিল। ফিৰৌনৰ স্ত্ৰীয়েকে দেখা পাই পেৰাটো তুলি আনে। কি আচৰিত কথা! পিছত শিশুটিৰ মাকেই তাৰ আলপৈচান ধৰিব লগা হৈছিল। চোৰা, ২৮ : ৫-১৪ ; আৰু বা, যা, ২ : ১-১০।

উল্লেখযোগ্য এই যে মুচাৰ ( আ ) লালন-পালন অসাধাৰণ উপায়েৰে হৈছিল। নিজৰ মাকেই তুলিব লগীয়া হৈছিল। ৰাজ-প্ৰাসাদত ডাঙৰ-দীঘল হৈ ইস্ৰাইলৰ উৎপীড়ন কি ভাৱে হৈছিল আৰু কিয় হৈছিল সকলো ভিতৰৰ পৰাই তেওঁ জানিব পাৰিছিল। এই-বিলাক অলৌকিক ঘটনাত নিশ্চয় আল্লাৰ হাত আছিল।

২১। বা, যা, ২ : ৭-৯।

২২। চোৰা, ২৮ : ৩৪। মিছৰীয়া এজনে ইস্ৰাইল বংশৰ নিঃসহায় এজনক বধ কৰিবলৈ যাওঁতে মুচাই ( আ ) মিছৰীয়াজনক ভুকুৱালে, ইস্ৰাইলীজনক ৰক্ষা কৰিবলৈ।

আৰু তোমাক ( শিক্ষা দিবৰ অৰ্থে ) নানা ধৰণৰ পৰীক্ষাত পেলাইছিলোঁ। পিছত তুমি মদ্‌য়ন্‌বাসীবিলাকৰ মাজত কেইবা বছৰ অৱস্থান কৰিলা। কালক্ৰমে তুমি, হে মুচা, যোগ্যতাৰ নিৰ্দ্ধাৰিত[২৩] চৰম অৱস্থালৈ উঠিলা।

৪২। আৰু মই নিজ কামৰ[২৪] নিমিত্তে তোমাক তৈয়াৰ কৰিছিলোঁ।

৪৩। তুমি আৰু তোমাৰ ভ্ৰাতা দুয়ো মোৰ নিদৰ্শনসমূহ লৈ ওলাই যোৱাঁ আৰু মোক স্মৰণ কৰিবলৈ তোমালোকে আওহেলা নকৰিবা।

৪৪। ( কালক্ৰমে মুচা আৰু হাৰুন মিছৰ দেশৰ প্ৰান্তত মিলিত হোৱাত আল্লাই আদেশ দিলে, ) তোমালোক দুয়ো ফিৰৌনৰ[২৫] ওচৰলৈ যোৱাঁ ; সি নিশ্চয় অতিপাত বিৰুদ্ধাচৰণ কৰিব ধৰিছে ;

৪৫। কিন্তু তাৰে সৈতে ( নম্ৰ ভাৱে ) কোমল মাতেৰে কথা কবা ; হব পাৰে সি উপদেশ গ্ৰহণ কৰে, নাইবা ( মোলৈ ) ভয় কৰে।

৪৬। উভয়ে কলে, হে আমাৰ প্ৰভু, আমি আশঙ্কা কৰোঁ, জানোচা ফিৰৌনে আমাৰ সৈতে উদ্ধতালি কৰে নাইবা আৰু অধিক বিৰুদ্ধাচৰণ কৰে।

৪৭। আল্লাই ( আশ্বাস দি ) কলে, তোমালোকে ভয় নকৰিবা, মই নিশ্চয় তোমালোকৰ লগতে আছোঁ ; মই সকলো শুনো আৰু সকলো দেখোঁ।

৪৮। সুতৰাং তোমালোক দুয়ো তেওঁৰ ওচৰলৈ যোৱাঁ আৰু ইয়াকে কোৱাঁ নিশ্চয় আমি দুয়ো তোমাৰ প্ৰভুৰে প্ৰেৰণ কৰা ৰছুল ; ( আমাৰ কবলগীয়া কথা

---

ভুকুৰ আঘাতৰ ফলত দৈৱক্ৰমে তাৰ মৃত্যু হৈছিল। ধৰা পৰিবৰ ভয়তে মুচা ৰাজপ্ৰাসাদৰ পৰা চিনাই উপদ্বীপলৈ প্ৰস্থান কৰিলে। মিদ্‌য়ন্ নগৰত তেওঁৰ বিয়া হ'ল, আৰু তাতে বহু বছৰ বাস কৰিছিল। —বা, যা, ১১-১৫।

২৩। আল্লাই আগৰে পৰা নিৰ্দ্দিষ্ট কৰা পদৱী, নবুৱত। প্ৰথমে ৰাজ প্ৰাসাদত, পিছত চিনাইৰ বননিত জীৱনৰ বিচিত্ৰতাৰ মাজেদি মুচাই ( আ ) অভিজ্ঞতা লাভ কৰি আল্লাৰ অনুগ্ৰহত নবীত্বৰ যোগ্য হ'ল।

২৪। জগতত সত্য প্ৰতিষ্ঠিত কৰা, ধৰ্ম প্ৰচাৰ কৰা প্ৰকৃততে আল্লাৰেই কাম। এই ভাৰ নবী আৰু ৰচুলৰ ওপৰত ন্যস্ত কৰা হয়।

২৫। এইজন সেই ফিৰৌন নহয় যিজনৰ প্ৰাসাদত মুচা ( আ ) ডেকা কাললৈকে আছিল। সেইজনৰ মৃত্যু হ'লত আৰু এজন ফিৰৌন সিংহাসনত বহিল। তেওঁৰ নাম দ্বিতীয় ৰেমেচিচ্। তেওঁৰেই ওচৰলৈ মুচা ( আ ) আৰু হাৰুন ( আ ) গৈছিল। চোৱাঁ, ৭ : ১০৫, আৰু টী।

এই ) বনি-ইস্রাইলক[২৬] (মুক্তি দি) আমাৰ লগতে যাবলৈ দিয়া, সিহঁতক আৰু যন্ত্ৰণা নিদিবা ; স্বৰূপতে আমি তোমাৰ ওচৰলৈ আহিছোঁ তোমাৰ প্ৰভুৰ নিদৰ্শন[২৭] সৈতে ; আৰু যি সুপথৰ অনুসৰণ কৰে তাৰ নিমিত্তে হওক শান্তি !

৪৯। স্বৰূপতে আমাৰ প্ৰতি প্ৰত্যাদেশ হৈছে, যি ( সত্যক ) মিছা বুলি অমান্য কৰিব আৰু ( তাৰ পৰা ) পৰাঙ্মুখ হব তাৰ ওপৰত পৰিব ( আল্লাৰ ) শাস্তি।

৫০। ফিৰৌনে সুধিলে, তেন্তে, হে মুচা, তোমালোকৰ প্ৰভুনো কোন ?

৫১। তেওঁ উত্তৰ দিলে, যিজনে প্ৰত্যেক বস্তুকে তাৰ সৃষ্টিৰ উপযোগী আকাৰ দিছে, আৰু তাৰ (কাৰ্য্য সম্পাদনৰ) বাট মুকলি কৰিছে[২৮] সেইজনাই আমাৰ প্ৰভু।

৫২। ফিৰৌনে প্ৰশ্ন কৰিলে, তেন্তে পূৰ্ব্বগামী জাতিবিলাকৰ[২৯] অৱস্থা সম্বন্ধে তুমি কি জানা ?

৫৩। মুচাই উত্তৰ দিলে, সেইবিলাকৰ সম্বন্ধে প্ৰকৃত জ্ঞান মোৰ প্ৰভুৰ ওচৰত লিপিবদ্ধ ; মোৰ প্ৰভুৱে ভ্ৰান্তি নকৰে আৰু তেওঁ বিস্মৃত নহয় ;

৫৪। তেৱেঁই পৃথিৱীক তোমালোকৰ নিমিত্তে শয্যাস্বৰূপ ( বিস্তৃত ) কৰিছে, আৰু তাৰে মাজত বহু পথ উলিয়াইছে তোমালোকৰ যাতায়াতৰ কাৰণে, আৰু তেৱেঁই আকাশৰ পৰা বৰষুণ নমায়। ( তেওঁ কৈছে, ) তাৰ দ্বাৰা আমিয়ে নানাবিধৰ[৩০] বেলেগ বেলেগ উদ্ভিদ উৎপন্ন কৰিছোঁ।

৫৫। তাৰে কিছু তোমালোকে খোৱা আৰু কিছু ঘৰচীয়াজন্তুবিলাককো চৰি খাবলৈ দিয়া ; বাস্তৱিকতে চিন্তাশীলসকলৰ নিমিত্তে ইয়াত আছে বহু নিদৰ্শন।

---

২৬। চোৰা ৭ : ১০৬। হজ্ৰত মুচাক ( আ ) ঘাইকৈ বনি-ইস্ৰাইলক উদ্ধাৰ কৰিবলৈ প্ৰেৰণ কৰা হৈছিল। হজ্ৰত মহম্মদ্ ( স ) কিন্তু বিশ্ব-নবী আছিল ; চোৰা, ৩৪ : ২৮। তেওঁক বিশেষ জাতি বা দেশলৈ পঠোৱা হোৱা নাই।

২৭। অইন ঠাইত 'বইয়েনা' শব্দ ব্যৱহাৰ হৈছে, মানে 'প্ৰত্যক্ষ প্ৰমাণ'। কথা একেটা।

২৮। ইচ্লামৰ শিক্ষা এই, আল্লাই মানৱক সৃষ্টি কৰাৰ লগে লগে মানসিক, নৈতিক আৰু আধ্যাত্মিক শক্তি তাৰ প্ৰকৃতিত অঙ্কুৰিত কৰিছিল। নবীসকলক আল্লাই প্ৰেৰণ কৰে সেই শক্তি কেনেকৈ প্ৰস্ফুটিত আৰু বৃদ্ধি কৰিব পাৰে তাকে শিকাবৰ নিমিত্তে। চোৰা, ৮০ : ২০-২২ ; ৮৭ : ৩, ৪।

২৯। অৰ্থাৎ সিহঁতে তোমাৰ আল্লাৰ পৰিচয় পাইছিল নে কি ? আৰু যদি পোৱা নাছিল সিহঁতৰ পৰিণাম কি হল ?

৩০। আৰ্বী শব্দ 'আজ্ৱাযন'ৰ অৰ্থ নানা শ্ৰেণীৰ, বিভিন্ন জাতৰ। ১৫ : ৮৯।

## ৰুকু ৩

হজ্ৰত মুচা ( আ ) ফিৰৌনৰ সম্মুখত ; তেওঁৰ নিদৰ্শন প্ৰদৰ্শন ; তাৰ ফলত ফিৰৌনৰ পৰাজয় আৰু বহুলোকৰ মুচাৰ ( আ ) ধৰ্ম গ্ৰহণ ; বিশ্বাসীসকলৰ প্ৰতিদান।

৫৬। আমি তোমালোকক ইয়াৰ পৰা ( মাটিৰ পৰা ) সৃজন কৰিছোঁ ; তাতেই তোমালোকক ওভোতাই নিম[৩১] ; আৰু পুনৰায় তাৰে পৰা তোমালোকক উত্থাপন কৰিম।

৫৭। আৰু স্বৰূপতে আমি ফিৰৌনক আমাৰ নিদৰ্শনাৱলী সকলোখিনি দেখুওৱাইছিলোঁ, কিন্তু সি ( সেইবোৰক ) মিছা মানিলে আৰু প্ৰত্যাখ্যান কৰিলে।

৫৮। আৰু সি সুধিলে, হে মুচা, আমাৰ ওচৰলৈ তুমি এই কাৰণে আহিছা নে যে তুমি তোমাৰ যাদুক্ৰিয়া দেখুওৱাই আমাক নিজৰ মাতৃভূমিৰ পৰা উলিয়াই দিয়া ?[৩২]

৫৯। সেয়ে যদি হয়, সেই অনুৰূপ যাদুক্ৰিয়া আমিও নিশ্চয় তোমাৰ আগত উপস্থিত কৰিম ; গতিকে তোমাৰ আৰু আমাৰ মাজত মিলিত হোৱাৰ এনে স্থান স্থিৰ কৰি লোৱা হওক যি উভয় পক্ষৰ নিমিত্তে সমানে[৩৩] সুবিধাজনক ; আমি তাৰ বিৰোধ নকৰোঁ আৰু তুমিও নকৰিবা।

---

৩১। মৃত্যুৰ পাছত মানৱৰ পুনৰুত্থান হব এই কথা কোৰানে বাৰ বাৰ উল্লেখ কৰিছে। এই জীৱনৰ কাৰ্য্যাবলীৰ ওপৰত পৰলোকত আমাৰ অৱস্থা নিৰ্ভৰ কৰে। 'এই জীৱনত যি অন্ধ পৰকালৰ জীৱনতো সি অন্ধ'—১৭ : ৭৩। 'কব্ৰ্' শব্দৰ অভিধানিক অৰ্থ সমাধি, কিন্তু আছল অৰ্থ, মৃত্যুৰ পাছৰ অৱস্থা। যি বুলি মৰে, যাৰ শদাহ কৰা হয়, যাৰ শ শুগুনে খাই পেলায় তাৰো পুনৰুত্থান হব। চোৰা, ৮০ : ২২।

৩২। নিজ প্ৰজাবৰ্গক সন্তুষ্ট ৰাখিবৰ আৰু মুচাৰ ( আ ) বিৰুদ্ধে সিহঁতক উত্তেজিত কৰিবৰ অৰ্থে ফিৰৌনে তেওঁক ৰাজবিদ্ৰোহী বুলি ঘোষণা কৰিছে।

৩৩। যাতে সেই ঠাইত জনসাধাৰণো গোট খাব পাৰে আৰু ডাঙৰ বিষয়াসকলো উপস্থিত হব পাৰে ; ডাঙৰ সৰুৰ কোনো প্ৰভেদ যেন নাথাকে।

৬০। মুচাই কলে, উৎসৱৰ দিনেই[৩৪] ( যাদু প্ৰতিযোগিতাৰ নিমিত্তে ) ধাৰ্য্য হওক, আৰু পূৰ্ব্বাহ্নৰ সময়তে যেন মানুহক নিৰ্দ্ধাৰিত ঠাইত গোট খোৱাৰ ব্যৱস্থা কৰা হয়।

৬১। তাতে ( সম্মতি দি ) ফিৰৌন উভতি গ'ল, আৰু তাৰ সকলো কৌশলৰ যোগাৰ কৰিলে ; তাৰ পাছত ( যাদু প্ৰতিযোগিতাৰ দিনা ) উপস্থিত হ'লহি।

৬২। ( পোন প্ৰথমে ) মুচাই সমবেত লোকবিলাকক এইদৰে সম্বোধন কৰিলে : তোমালোকৰ প্ৰতি ধিক! (সাৱধান!) আল্লাৰ প্ৰতি অসত্য আৰোপ নকৰিবা ; তেনে কৰিলে তেওঁ শাস্তি নমাই তোমালোকক সমূলি বিনাশ কৰিব ; আৰু ( আল্লাৰ বিৰুদ্ধে ) যি মিছা সাজে সি স্বৰূপতে অকৃতাৰ্থ হয়।

৬৩। তেতিয়া সিহঁতৰ কাৰ্য্যপদ্ধতিৰ বিষয়ে সিহঁতে পৰস্পৰ তৰ্ক-বিতৰ্ক কৰিব ধৰিলে, আৰু ( তাৰ উপৰি ) কাণে কাণেও ইজনে সিজনৰ সৈতে পৰামৰ্শ কৰিলে।

৬৪। ( পিছত ) সিহঁতে কলে, এই দুজন যে যাদুকৰ তাত একো সন্দেহ নাই ; সিহঁতে যাদুৰ বলেৰে তোমালোকক নিজ দেশৰ পৰা উলিয়াই দিবলৈ, আৰু তোমালোকৰ শ্ৰেষ্ঠ দেশাচাৰ সমূহ বিলুপ্ত কৰিবলৈ সঙ্কল্প কৰিছে।[৩৫]

৬৫। গতিকে তোমালোকে সকলো প্ৰকাৰ কৌশল সংগ্ৰহ কৰি লোৱাঁ ; তাৰ পিছত শাৰী পাতি আগ বাঢ়ি আহাঁ ; আৰু স্বৰূপতে যি পক্ষই আজি প্ৰাধান্য লাভ কৰিব সেই পক্ষ হব সফল-মনোৰথ[৩৬]।

---

৩৪। মন্দিৰৰ বিশাল চোতালত উৎসৱ পালন কৰা হৈছিল, আৰু হাজাৰে হাজাৰ মানুহ আহি যোগদান কৰিছিল। ধৰ্ম্মপ্ৰচাৰৰ সুবিধাৰ নিমিত্তে মুচাই ( আ ) এনেদিন ধাৰ্য্য কৰিলে। তেওঁৰ একান্ত লক্ষ্য আছিল, সত্য আৰু ধৰ্ম্মৰ জয়।

৩৫। মুচাৰ ( আ ) বিৰুদ্ধে ফিৰৌন আৰু তেওঁৰ বিষয়াসকলে দুইটা ডাঙৰ অভিযোগ আনিছে, প্ৰজাবৰ্গৰ খং তোলাবলৈ। প্ৰথম, তেওঁ মিছৰীয়াবিলাকক দেশৰ পৰা উলিয়াই বনি-ইস্ৰাইলৰ ৰাজত্ব স্থাপিত কৰিব ; দ্বিতীয়, তেওঁ মিছৰীয়াবিলাকৰ পূৰ্ব্বপুৰুষৰ ধৰ্ম্ম আৰু ৰীতি-নীতি বিলুপ্ত কৰিব।

৩৬। ফিৰৌনে সিহঁতক পুৰস্কাৰ আৰু পদৱীৰ উন্নতিৰো প্ৰলোভন দিছিল। ইয়াত তাৰ উল্লেখ নাই, কিন্তু চোৱাঁ ৭ : ১১৪, ১১৫।

৬৬। সিহঁতে কলে, হে মুচা, তুমি ( লাখুটিডাল ) পেলাবা নে প্ৰথমে আমি পেলাম ?[৩৭]

৬৭। তেওঁ কলে, বৰং তোমালোকে ( প্ৰথমে ) পেলোৱাঁ। চোৱাঁ সিহঁতৰ জৰীবোৰ আৰু সিহঁতৰ লাখুটিবোৰ ( পেলোৱা মাত্ৰ ) সিহঁতৰ যাদুৰ গুণত ল'ৰিব ধৰিছে যেন তেওঁৰ চকুত লাগিল।

৬৮। সেই দেখি নিজৰ মনত তেওঁ ভয়[৩৮] অনুভৱ কৰিলে, ( জ্ঞানোচা লোকৰ মন বিচলিত হয় )।

৬৯। আমি ( মুচাক ) কলোঁ, একো ভয় নকৰিবা, তুমিয়ে নিশ্চয় সৰ্ব্বোচ্চ হবা।

৭০। আৰু ( এতিয়া ) তোমাৰ সোঁহাতৰ লাখুটিডাল পেলোৱাঁ ; সিহঁতে ( যাদুৰে) যি সাজিছে সকলো এই ডালে গ্ৰাস কৰিব ; সিহঁতে যি সাজিছে সেইবোৰ যাদুকৰৰ মিছা কৌশল মাথোন ; কিয়নো যাদুকৰ কদাপি সফল-মনোৰথ হব নোৱাৰে[৩৯], লাগে সি যি উপায়কে অৱলম্বন কৰক।

৭১। সেই দৃশ্য দেখি যাদুকৰবিলাক ( মাটিত পৰি ) সাষ্টাঙ্গে ( আল্লাক ) প্ৰণিপাত কৰিবলৈ বাধ্য হ'ল ; সিহঁতে কব ধৰিলে, ( এতিয়া ) আমি বিশ্বাস স্থাপন কৰিলোঁ হাৰুন আৰু মুচাৰ প্ৰতিপালকত।

৭২। ফিৰৌনে কলে, মই তোমালোকক অনুমতি দিয়াৰ পূৰ্ব্বেই তোমালোকে তেওঁত বিশ্বাস স্থাপন কৰিলা ! অৱশ্যে যিজনে তোমালোকক যাদুবিদ্যা শিকাব পাৰিলে সেইজন তোমালোকৰ ডাঙৰ নেতা নহৈ আৰু কোন হব ?[৪০] ইয়াৰ ফলত

৩৭। এই গোটেই আখ্যানটো বিশদভাৱে চুৰা ৭, ৰুকু ১৪ ত বৰ্ণোৱা হৈছে। আয়ত-সমূহৰ টীকা তাতেই চাবলগীয়া।

৩৮। মুচা ( আ ) আল্লাৰ নবী ; আল্লাৰ প্ৰতি তেওঁৰ বিশ্বাস দৃঢ় আছিল। তেওঁ ইয়াকে ভয় কৰিছিল যে দুৰ্ব্বল-চিতীয়া মানুহবিলাকে যাদুক্ৰিয়াৰ এই দৃশ্য দেখি সত্য গ্ৰহণৰ পৰা যেন বঞ্চিত নহয়। চোৱাঁ, ৩৩ : ৩৭।

৩৯। সত্য আৰু অসত্যৰ যুঁজত সত্য জয়ী হয় আৰু অসত্য পৰাজিত হয়, এয়ে আল্লাৰ চিৰকলীয়া বিধান।

৪০। এটা অৰ্থ এই, তোমালোকে তলে তলে মুচাৰ সৈতে অভিসন্ধি কৰি তেওঁক জয়ী হবলৈ সহায় কৰিলা। দ্বিতীয় অৰ্থ হৈছে, ফিৰৌনে উপহাস কৰি কৈছে, মুচা যাদুবিদ্যাৰ শিক্ষক স্বৰূপ ; তোমালোকে তেওঁৰ অধীন নহৈ আৰু কাৰ অধীন হবা ? এই কাপুৰুষতাৰ উচিত শাস্তি তোমালোকক মই দিম।

মই নিশ্চয় তোমালোকৰ হাতবোৰ আৰু তোমালোকৰ ভৰিবোৰ বিপৰীত ফালৰ পৰা কাটি পেলাম, আৰু নিশ্চয় খাজুৰ গছৰ ডালবোৰত তোমালোকক শূলবিদ্ধ কৰিম। আৰু তেতিয়া তোমালোকে নিশ্চিতকৈ জানিব পাৰিবা, আমাৰ মাজত কাৰ শাস্তি কঠোৰতৰ আৰু অধিক স্থায়ী।

৭৩। তেওঁলোকে কলে, আমাৰ ওচৰলৈ যি সুস্পষ্ট নিদৰ্শনসমূহ আহিছে সেইবোৰতকৈ, আৰু যিজন আল্লাই আমাক সৃষ্টি কৰিছে তেওঁতকৈ তোমাক আমি শ্ৰেষ্ঠতৰ বুলি জ্ঞান নকৰোঁ; গতিকে যি বিচাৰ কৰিবলৈ তুমি মন কৰিছা তেনে বিচাৰ কৰা; তুমি বিচাৰ কৰিবা কেৱলমাত্ৰ এই পাৰ্থিব জীৱনৰ বিষয় লৈ হে।[৪১]

৭৪। ইয়াত একো সন্দেহ নাই, আমি বিশ্বাস স্থাপন কৰিলোঁ আমাৰ (প্ৰকৃত) প্ৰতিপালকৰ প্ৰতি; তেওঁ যেন আমাৰ কাৰণে আমাৰ সকলো অপৰাধ, আৰু (বিশেষকৈ) যাদুপন্থালৈ তুমি যে আমাক বাধ্য কৰিছিলা সেই অপৰাধ মাৰ্জ্জনা কৰে; আৰু আল্লাই শ্ৰেষ্ঠতম, চিৰঞ্জীৱ।[৪২]

৭৫। ইয়াত একো সন্দেহ নাই, যি নিজ প্ৰভুৰ ওচৰলৈ অপৰাধী হৈ আহিব নিশ্চয় তাৰ কাৰণে থাকিব নৰক, যাৰ ভিতৰত তাৰ মৰণো নাই আৰু জীৱনো নাই।[৪৩]

৭৬। কিন্তু সৎকাৰ্য্য কৰি আৰু বিশ্বাসী হৈ যিসকলে তেওঁৰ ওচৰলৈ আহিব সেইসকলৰ নিমিত্তে থাকিব সম্মানৰ পদৱীসমূহ:

৭৭। এনে চিৰকলীয়া উদ্যানসমূহ যাৰ তলেদি জুৰিবিলাক বৈ যায়; তাতে তেওঁলোকে নিত্য অৱস্থান কৰিব; আৰু সেয়ে হৈছে সেইজনৰ প্ৰতিদান যিজনে নিজৰ আত্মাক নিৰ্ম্মল, পৱিত্ৰ কৰিছে।

৪১। বিশ্বাসী হোৱাৰ পাছত কি ভীষণ পৰিবৰ্ত্তন হ'ল! কি অসীম সাহসৰ পৰিচয় তেওঁলোকে এনে ভয়ঙ্কৰ অৱস্থাত দিব পাৰিছে! চোৱা, ৭: ১২৭ আৰু টী ১০৯।

৪২। যাদুকৰবিলাকৰ কথা এইখিনিতে শেষ হ'ল।

৪৩। জীৱিত অথচ মৃত; প্ৰকৃততে মৃত অথচ জীৱিত। এজন ইংৰাজ কবিয়ে এই অৱস্থাকেই কৈছে death-in-life, অৰ্থাৎ জীৱনতেই মৃত্যু।

# ৰুকু ৪

ফিৰৌনৰ হাতৰ পৰা মুচাৰ (আ) দ্বাৰা বনি-ইস্রাইলৰ মুক্তিলাভ;
মিদ্য়নত মুচাৰ (আ) অনুপস্থিতিত চামেৰীয়ে সোণৰ দামুৰি
সাজে, আৰু ইস্রাইলৰ বহু লোকক পৰীক্ষাত পেলায়।

৭৮। আৰু স্বৰূপতে, আমি মুচাৰ প্ৰতি প্ৰত্যাদেশ কৰিছিলোঁ এইদৰে: তুমি মোৰ-ভৃত্যবিলাকক নিশা থাকোঁতেই (মিছৰৰ পৰা) উলিয়াই লৈ যোৱাঁ; তাৰ পাছত সেইবিলাক যেন পাৰ হব পাৰে এনে এটা শুকান বাট সাগৰৰ মাজত আঘাত কৰি বিচাৰি লোৱাঁ;[৪৪] ফিৰৌনৰ দলে (তোমালোকৰ) লগ পাবহি বুলি ভয় নকৰিবা, আৰু অইন কোনো আশঙ্কাও নকৰিবা।

৭৯। আৰু ফিৰৌনে নিজৰ সৈন্যদল লৈ তেওঁলোকৰ অনুসৰণ কৰিছিল; পিছত সাগৰৰ পানীয়ে সেইবিলাকক যেনেকৈ আবৰিব লাগে তেনেকৈ আবৰি ধৰিলে সম্পূৰ্ণৰূপে।

৮০। আৰু ফিৰৌনে নিজৰ দলক পোন বাটেদি নিনি ভ্ৰান্তিৰ বাটেদি লৈ গৈছিল।

৮১। হে ইস্রাইলৰ সন্ততি, স্বৰূপতে আমিয়ে তোমালোকক তোমালোকৰ শত্ৰুৰ পৰা উদ্ধাৰ কৰিছিলোঁ; আৰু তুৰ পৰ্ব্বতৰ সোঁফালে[৪৫] তোমালোকৰ প্ৰতি অঙ্গীকাৰ কৰিছিলোঁ, আৰু তোমালোকৰ কাৰণে 'মন্না' আৰু 'চল্ৱা'[৪৬] নমাইছিলোঁ।

৪৪। চোৱাঁ, ২ : ৫১ আৰু টী। মুচা নিজৰ দলক লগত লৈ মিছৰ এৰি লোহিত সাগৰৰ চুৱেজ অঞ্চল পাৰ হৈ চিনাই উপদ্বিপ পালেগৈ। চোৱাঁ, বা, যা, ১৪ : ২১ আৰু ২০ : ৭৮। চুৱেজৰ সেই অঞ্চলত কিছুমান জলাহ আছিল। জোৱাৰ হলে জলাহৰ পানী আৰু সাগৰৰ পানী মিলি গোটেই ঠাই সাগৰ যেন দেখি। ভাটাৰ সময়ত সাগৰ আৰু জলাহ বেলেগ হৈ যায়, আৰু ঠায়ে ঠায়ে শুকান বাট ওলাই পৰে। এনে শুকান বাটেদি আগতে মুচা (আ) দুবাৰ যোৱা-অহা কৰিছিল; এবাৰ মিছৰীয়াজনৰ মৃত্যুৰ পাছত ধৰা পৰিবৰ ভয়তে মিছৰ এৰি মুচা মিদ্য়নলৈ পলাই গৈছিল; দ্বিতীয়বাৰ আল্লাৰ পৰা নবুৱত পাই আৰু আল্লাৰ আদেশ মতে ফিৰৌনৰ ওচৰলৈ ইস্রাইলক মুক্ত কৰিবলৈ গৈছিল।

৪৫। চোৱাঁ, ১৯ : ৫৩ আৰু টী। আৰু চোৱাঁ, ২৮ : ৩০।

৪৬। 'মন্না', এবিধ গছৰ ৰস; 'চল্ৱা', কাকতী ফৰিঙৰ নিচিনা এবিধ সৰু চৰাই। চোৱাঁ, ২ : ৫৮ আৰু টী। আৰু চোৱাঁ ৭ : ১৬১।

৮২। (আমি আদেশ কৰিছিলোঁ) জীৱিকা নিৰ্ব্বাহৰ নিমিত্তে যি পৱিত্ৰ বস্তু আমি তোমালোকক দান কৰিছোঁ তাৰে পৰা তোমালোকে আহাৰ কৰিবা, কিন্তু সেই বিষয়ে কেতিয়াও অতিৰিক্ততা নকৰিবা; যদি তাকে কৰা তোমালোকৰ প্ৰতি অৱতীৰ্ণ হ'ব মোৰ ক্ৰোধ; আৰু যাৰে প্ৰতি মোৰ ক্ৰোধ অৱতীৰ্ণ হয় সি যে অধঃপাতে যাব ই সুনিশ্চিত।

৮৩। আৰু যিজনে সন্তাপ কৰে, আৰু বিশ্বাস স্থাপন কৰে, আৰু সজ কাম কৰে, তাৰ পাছত সুপথে গতিশীল হয়, সেইজনৰ নিমিত্তে মই নিশ্চয় ক্ষমাশীল।

৮৪। আৰু হে মুচা, তুমি যে নিজৰ লোকবিলাকক পিছ পেলাই আগুৱাই আহিলা ইয়াৰ কাৰণ কি?

৮৫। তেওঁ উত্তৰত কলে, সিহঁত[৪৭] মোৰ খোজে খোজে আহি আছে; আৰু হে মোৰ প্ৰভু, তুমি যেন (মোৰ প্ৰতি) সন্তুষ্ট হোৱা সেই কাৰণে মই তোমাৰ ওচৰলৈ আগুৱাই আহিলোঁ।

৮৬। আল্লাই কলে, কিন্তু স্বৰূপতে তোমাৰ অনুপস্থিতিত[৪৮] আমি তোমাৰ লোকবিলাকৰ (দৃঢ়তাৰ) পৰীক্ষা লৈছিলোঁ; আৰু চামেৰীয়ে[৪৯] সিহঁতক বিপথে লৈ যাবলৈ ধৰিছে।

৮৭। এই কথা শুনি মুচা ক্ৰুদ্ধ হৈ বেজাৰ মনেৰে নিজ লোকবিলাকৰ ওচৰলৈ উভতি গ'ল। তেওঁ সেইবিলাকক প্ৰশ্ন কৰিলে, হে মোৰ লোকসকল, তোমালোকক তোমালোকৰ প্ৰতিপালকে মঙ্গলৰ প্ৰতিশ্ৰুতি দিয়া নাছিল নে? সেই প্ৰতিশ্ৰুতি

৪৭। কথিত আছে তুৰ পৰ্ব্বতলৈ যাওঁতে মুচাৰ লগতে ৭০ জন মানুহ আহিছিল।

৪৮। চোৱাঁ, ২: ৫২; ৭: ১৪৩, আৰু টী। মুচা (আ) চিনাই পৰ্ব্বতলৈ গৈ ৪০ দিন আৰু ৪০ ৰাতি আল্লাৰ উপাসনা কৰিছিল। তেওঁৰ অনুপস্থিতিত তেওঁৰ ভ্ৰাতা হাৰুনক (আ) নিজৰ প্ৰতিনিধিৰূপে ৰাখি গৈছিল। কিন্তু চামেৰীয়ে ইস্ৰাইলক বিপথে নিলে, আৰু দামুৰি-পূজা কৰিবলৈ উদগণি দিলে। চোৱাঁ, ৭: ১৪৯ আৰু টী।

৪৯। চামেৰী, অৰ্থাৎ চুমেৰিয়ন্ জাতিৰ কোনো এজন ব্যক্তি। বাইবেলত তাক চেমেৰিটন্ **Samaritan** বুলি কোৱা হৈছে। সেইজন ইস্ৰাইল বংশৰ নাছিল, মিছৰীয়া আছিল। ইস্ৰাইলবিলাক যেতিয়া মুচাৰ লগত ওলাই আহে কিছুমান মিছৰীয়াও তেওঁলোকৰ লগতে যোগ দি আহে। ইহঁতে যদিও মুচাৰ (আ) ধৰ্ম্মাৱলম্বী হৈছিল, পূৰ্ব্বৰ ধৰ্ম্মৰ প্ৰভাৱ বেগতে এৰিবলৈ নোৱাৰিছিল।

( পূৰ্ণ হোৱাৰ ) সময় দীঘলীয়া হ'ল বুলি ভাবিলা নে কি ? নাইবা তোমালোকে ইয়াকে ইচ্ছা কৰিছিলা নে যে তোমালোকৰ প্ৰতিপালকৰ ফালৰ পৰা তোমালোকৰ প্ৰতি ক্ৰোধ অৱতীৰ্ণ হয় আৰু তাৰে কাৰণে মোৰ সৈতে কৰা অঙ্গীকাৰ তোমালোকে ভঙ্গ কৰিলা ?

৮৮। সিহঁতে কলে, আমি নিজ ইচ্ছাৰে তোমাৰ সৈতে কৰা অঙ্গীকাৰ ভঙ্গ কৰা নাই, কিন্তু লোকবিলাকৰ অলঙ্কাৰৰ বোজা বহন কৰিবলৈ আমি বাধ্য হৈছিলোঁ[৫০] ; সেইবোৰকে আমি ( অগ্নিত ) নিক্ষেপ কৰিছিলোঁ, কিয়নো তেনে কৰিবলৈ চামেৰীয়ে ( আমাক ) নিৰ্দ্দেশ দিছিল।

৮৯। পিছত সিহঁতৰ নিমিত্তে সি ( সোণৰ ) দামুৰি এটা সাজি উলিয়ালে, এটা ( প্ৰাণহীন ) প্ৰতিমূৰ্ত্তি মাত্ৰ, যাৰ পৰা গাভীৰ হেম্বলনিৰ শব্দ হে ওলাইছিল। তাকে দেখি সিহঁতে কৈছিল, এই ( সোণৰ দামুৰি ) তোমালোকৰ উপাস্য আৰু মুচাৰো উপাস্য, কিন্তু মুচাই এই কথা পাহৰিলে।

৯০। কি ! সিহঁতে লক্ষ্য কৰা নাছিল নে, সিহঁতৰ কোনো কথাৰ উত্তৰ দিবলৈ[৫১] দামুৰিটো অক্ষম আছিল, আৰু সিহঁতৰ একো অপকাৰ আৰু উপকাৰ কৰিবৰ শক্তিও তাৰ নাছিল ?

## ৰুকু ৫

দুৰ্ব্বলচিতীয়া কেতবোৰ ইস্ৰাইলে হাৰুণৰ ( আ ) অবাধ্য হৈ চামেৰীৰ
কথাত চলি দামুৰি-পূজা আৰম্ভ কৰিলে ; মুচাৰ ( আ )
প্ৰত্যাবৰ্ত্তন আৰু হাৰুনৰ সৈতে পৰিস্থিতি সম্পৰ্কে
আলোচনা ; চামেৰাৰ উক্তি আৰু তাৰ
শাস্তি ; পৰজীৱনৰ তুলনাত
পাৰ্থিৱ জীৱন
খন্তেকীয়া।

৯১। আৰু স্বৰূপতে হাৰুনে সিহঁতক পূৰ্ব্বেই কৈছিল, হে মোৰ লোক-

৫০। চোৱা, ৭ : ১৪৯ আৰু টী। আৰু চোৱা, বা, যা, ১২ : ৩৫, ৩৬।

৫১। চোৱা টী, ১৩৪, চুৰা ৭।

সকল, এই ঘটনা দ্বাৰা কেৱল পৰীক্ষা হে[৫২] লোৱা হৈছে ; আৰু ইয়াত একো সন্দেহ নাই, পৰম কৰুণাময় আল্লা তোমালোকৰ প্ৰভু ; গতিকে তোমালোকে মোৰ অনুসৰণ কৰা, আৰু মোৰ আদেশ পালন কৰা।

৯২। সিহঁতে কলে, যেতিয়ালৈকে আমাৰ ওচৰলৈ মুচা উভতি নাহে, এই দামুৰি-পূজাত আমি নেৰানেপেৰকৈ লাগি থাকিম।

৯৩। মুচাই ( উভতি আহি ) কলে, হে হাৰুন, যেতিয়া তুমি দেখিলা সিহঁত বিপথে যাব ধৰিছে, তোমাক কিহে প্ৰতিৰোধ কৰিলে—

৯৪। যে তুমি মোৰ অনুসৰণ নকৰিলা ? তেন্তে তুমি কি মোৰ আদেশ অমান্য কৰিলা ?[৫৩]

৯৫। তেওঁ উত্তৰ দিলে, হে মোৰ মাতৃ নন্দন, মোৰ ডাড়ি আৰু মোৰ মূৰ টানি নধৰিবা ; প্ৰকৃততে মই ইয়াকে আশংকা কৰিছিলোঁ যে তুমি ( মোকে দোষ দি ) কবা, ইস্ৰাইল সন্ততিৰ মাজত তুমি বিচ্ছেদ সৃষ্টি কৰিলা আৰু মোৰ আদেশ গ্ৰাহ্য নকৰিলা।

৯৬। মুচাই ( চামেৰীক ) কলে, হে চামেৰী, তোমাক কিহে পাইছিল যে এনে কাম কৰিলা ?[৫৪]

৯৭। সি কলে, যি মই দেখা পাইছিলোঁ ইস্ৰাইলবিলাকে দেখা পোৱা নাছিল ;[৫৫] ৰচুলজনৰ ( মুচাৰ ) ধৰ্ম্মৰ কিছুভাগ মই গ্ৰহণ কৰিছিলোঁ ;[৫৬] পিছত

---

৫২। তোমালোকে মুচাৰ ( আ ) ধৰ্ম্ম তৌহীদত দৃঢ় হৈ থাকা নে মিছৰীয়াবিলাকে যি মূৰ্ত্তিবোৰ পূজা কৰিছিল সেইবোৰকে পূজা কৰা, এয়ে হৈছে তোমালোকৰ কাৰণে ডাঙৰ পৰীক্ষা।

৫৩। চোৰা ৭ ১৫১ আৰু টী।

৫৪। মিছৰীয়াবিলাকে সোণৰ গধুৰ গধুৰ অলঙ্কাৰ পিন্ধিছিল। মিছৰত থকা ইস্ৰাইলবিলাকেও সিহঁতৰ অনুকৰণ কৰিছিল। মিদয়নলৈ আহোঁতে এনেবোৰ বহুত অলঙ্কাৰ লৈ আহিছিল। চামেৰীজনে বহুতখিনি অলঙ্কাৰ গলাই সোণৰ দামুৰি এটি সাজি ইস্ৰাইলক পূজা কৰিবলৈ কুমন্ত্ৰণা দিলে। হজ্ৰত হাৰুনে সিহঁতক প্ৰশ্ৰয় দিয়া নাছিল ; বৰং বাধা হে দিছিল। সেই দেখি সিহঁতে তেওঁক নিহত কৰিবলৈ চেষ্টা কৰিছিল। এই কথা তেওঁ মুচাকো ( আ ) কৈছিল ; চোৰা, ৭ : ১৫১।

৫৫। চামেৰীজন মিছৰীয়া আছিল ; আৰু যদিও তেওঁ মুচাৰ ( আ ) ধৰ্ম্ম গ্ৰহণ কৰিছিল, কিন্তু তাত তেওঁৰ বিশ্বাস দৃঢ় নাছিল। তেওঁ আগৰ ধৰ্ম্ম শ্ৰেয়ঃ বুলি ভাবি ইস্ৰাইলবিলাককো দামুৰি পূজালৈ আকৃষ্ট কৰিছিল।

৫৬। তফ্চীৰকাৰসকলে যিব্ৰীল ফিৰিশ্তাৰ ঘোৰাৰ পদচিহ্নৰ কথা লিখিছে।

তাকে মই পৰিত্যাগ কৰিলোঁ ; আৰু এনে কাম কৰিবলৈ মোৰ আত্মাই মোক প্ৰেৰণা দিছিল।

৯৮। মুচাই কলে, বাৰু তুমি ইয়াৰ পৰা গুচি যোৱাঁ, ইহ জীৱনত নিশ্চয় তোমাৰ ( শাস্তি ) এয়ে, তুমি ( বাটে ঘাটে ) কৈ ফুৰিবা, মোক যেন কোনেও স্পৰ্শ নকৰে ;[৫৭] তদুপৰি তোমাৰ কাৰণে থাকিব ( পৰজন্মৰো ) শাস্তিৰ অঙ্গীকাৰ যি কেতিয়াও ভঙ্গ কৰা নহব। আৰু যি উপাস্যৰ[৫৮] পূজা অৰ্চ্চনাত তুমি নোৱানেপেৰা-কৈ লাগিছা তাৰো এতিয়া ( কি দশা হব ) চাই থাকাঁ। নিশ্চয় আমি তাক জুইত পুৰি ভস্মীভূত কৰিম, তাৰ পাছত তাৰ ছাইবোৰ সাগৰত ছটিয়াই পেলাম।[৫৯]

৯৯। এয়ে সুনিশ্চিত কথা, তোমালোকৰ উপাস্য হৈছে আল্লা, তেওঁত ভিন্ন আন উপাস্য নাই ; নিজ জ্ঞানেৰে তেওঁ সকলো বস্তুকেই জুৰি আছে।[৬০]

১০০। ( হে মহম্মদ, ) অতীজৰ কিছুমান আখ্যান আমি এইদৰে তোমাৰ আগত বৰ্ণনা কৰিছোঁ; আৰু স্বৰূপতে আমি এই সোঁৱৰণী গ্ৰন্থ ( কোৰান ) তোমাক প্ৰদান কৰিছোঁ নিজ সন্নিধানৰ পৰা।

১০১। তাৰ ( শিক্ষাৰ ) পৰা যি বিমুখ হয় সি পুনৰুত্থানৰ দিনা নিশ্চয় ( বহু অপৰাধৰ ) ভাৰ বহন কৰিব ;

১০২। তেনেবিলাক মানুহ দীৰ্ঘকাল সেই অৱস্থাতেই থাকিব, আৰু কি নিকৃষ্ট ভাৰ সিহঁতে বহন কৰিব লাগিব পুনৰুত্থানৰ দিনা—

১০৩। যিদিনা ফু মাৰি শিঙা বজোৱা হব, আৰু যিদিনা অপৰাধীবিলাকক এনেদৰে আমি গোট খোৱাম যে ( ভয়তে ) সিহঁতৰ চকু নীলবৰণীয়া[৬১] হব।

এইবোৰ কল্পনা মাত্ৰ ; চোৱাঁ, মৌলানা মহম্মদ আলীৰ টী। আৰু চোৱাঁ, মৌলানা আজাদৰ ত, কো, পৃঃ ৪৬৫। 'আছৰ'ৰ অৰ্থ মুচাৰ ( আ ) শিক্ষা আৰু তেওঁৰ আদৰ্শ।

৫৭। ঘৃণীত অস্পৃশ্য মানুহৰ দৰে নিজৰ হীনতা নিজেই ঘোষণা কৰি ফুৰিবা।

৫৮। সোণৰ দামুৰিটো।

৫৯। যাতে তাৰ নামগুণকে নাথাকে, চিন্ পৰ্য্যন্ত নাইকিয়া হয়। যাক মানুহে পবিত্ৰ বুলি জ্ঞান কৰে তাৰ অকণমান চিন্ পালেও তাৰে পূজা কৰিবলৈ আৰম্ভ কৰে।

৬০। ইয়াতে মুচাৰ ( আ ) বাক্য শেষ হ'ল। তাৰ পিছৰ আয়তকেইটিত মুচাৰ কাহিনীৰ মূল উদ্দেশ্য হজ্‌ৰত মহম্মদক ( স্ব ) বুজাই দিছে। বহু মুচ্‌লিম্ দলৰ পৰীক্ষা অতীত কালত এইভাগে লোৱা হৈছিল, আৰু ইচ্‌লাম থাকে মানে এনে পৰীক্ষা ভৱিষ্যতেও লোৱা হব। চামেৰীৰ নিচিনা কত প্ৰলোভন দিওঁতা ওলাব তাৰ অনুমান কোনে কৰিব পাৰে। যিসকলৰ বিশ্বাস দৃঢ়, অলৰ, অটল সেইসকলে চিৰকলীয়া সুখ-সম্পদ লাভ কৰিব।

৬১। সিহঁত দৃষ্টিহীন হব ; চকুৰ বৰণৰ পৰিবৰ্ত্তন হব দাৰুণ ভীতিৰ ফলত।

১০৪। সিহঁতৰ ইজনে সিজনক কণাকণি কৰি কব, তোমালোকে সেই অৱস্থাত দহদিনমান[৬২] হে আছিলা।

১০৫। সিহঁতে যিদৰে নিজৰ ভাব ব্যক্ত কৰিব আমি ভালকৈ জানো ; তেতিয়া সিহঁতৰ মাজত যিজনৰ কথা সবাতকৈ যুক্তিসঙ্গত সেইজনে কব, তাত তোমালোকৰ অৱস্থান এদিনতকৈ বেছি হোৱা নাই।

## ৰুকু ৬

আল্লাৰ অপৰিসীম ক্ষমতা ; মানৱক হজ্‌ৰত মহম্মদৰ (স্ব) আল্লাৰ পিনে আহ্বান ; ধৰ্ম প্ৰচাৰ কঠিন কাম ; বহু বছৰ জুৰি কোৰানৰ শিক্ষা বিস্তাৰ।

১০৬। আৰু পৰ্ব্বতবিলাকৰ[৬৩] কি হব সিহঁতে তোমাক প্ৰশ্ন কৰে ; তাৰ তুমি এই উত্তৰ দিয়াঁ, সেইবোৰক মোৰ প্ৰভুৱে ডোখৰ ডোখৰ কৰি[৬৪] সমূলি ভাঙি পেলাব ;

১০৭। পিছত তেওঁ সেইবোৰক ভৈয়ামৰ দৰে সমতল ভূমি কৰি পেলাব ;

১০৮। তাত তুমি বেকাবেকি বাট বা তল-ওখ ঠাই একোকে দেখিবলৈ নোপোৱা।

১০৯। সেইদিনা সকলোৱে সেই আহ্বান কৰোঁতাজনৰ[৬৫] অনুসৰণ কৰিব

৬২। সম্মুখৰ জীৱন চিৰকলীয়া, পাৰ্থিৱ জীৱন খন্তেকীয়া, তাকে তেতিয়া সিহঁতে অনুভৱ কৰিব। দহ দিনৰ অৰ্থ দহ শতিকাও হব পাৰে, কিয়নো বহু জাতিৰ উত্থান পতন এহেজাৰ বছৰতে হৈছে। অহা আয়তত 'এদিন' কৈছে, অৰ্থাৎ এটা যুগ। আল্লাৰ ওচৰত এহেজাৰ বছৰ হৈছে এদিন। চোৰাঁ, ২২ : ৪৮।

৬৩। অৰ্থাৎ অবিশ্বাসীবিলাকৰ নেতাবিলাক। কিছুমান কোৰানবিদসকলে 'যবল্' শব্দক ৰূপক বুলি ধৰিছে।

৬৪। সেই নেতাবিলাকৰ প্ৰভাৱ সমূলি নাইকিয়া হব।

৬৫। (১) কিয়ামতৰ দিনা, কথিত আছে, যিব্ৰাইল্ ফিৰিশ্‌তাই আহ্বান কৰিব। (২) তলৰ আয়তসমূহৰ ভাব দ'কৈ গমি চালে এই কথা প্ৰকাশ হৈ পৰে যে আল্লাই নিৰ্দ্দিষ্ট কৰা কালত হজ্‌ৰত মহম্মদৰ (স্ব) আবিৰ্ভাব হব আৰু তেওঁৰ ওপৰত কোৰান প্ৰত্যাদেশ কৰা হব। সেই আহ্বানত, সেই কোৰানত কোনো কুটিলতা বা বক্ৰতা নাই। চোৰাঁ, ১৮ : ২।

যাৰ ( আহ্বানত ) একো কুটিলতা নাই, আৰু পৰম করুণাময় আল্লাৰ ভয়তে মাতবোৰ এনেদৰে ক্ষীণ হৈ পৰিব[৬৬] যে মৃদু গুণগুণনিৰ বাহিৰে তুমি একোকে শুনি নাপাবা।

১১০। যিজনক পৰম করুণাময় আল্লাই অনুমতি প্ৰদান কৰিছে আৰু যিজনৰ অনুৰোধ তেওঁ ভাল পায় সেইজনত ভিন্ন অইনৰ মধ্যস্থতা সেইদিনা সাৰ্থক নহব।[৬৭]

১১১। সিহঁতৰ সম্মুখত ( ভবিষ্যতে ) যি ঘটিব, আৰু সিহঁতৰ পিছত ( অতীতত ) যি ঘটিছে সকলো আল্লাই জানে, কিন্তু সিহঁতে নিজ (সীমাবদ্ধ ) জ্ঞানেৰে তাকে আগুৰিব নোৱাৰে।

১১২। আৰু সেই আল্লাৰ সম্মুখত যিজন চিৰজীৱন্ত, সকলোকে ধাৰণ কৰোঁতা, সিহঁতৰ শিৰবোৰ[৬৮] অবনত হব ; আৰু যি অন্যায় কাৰ্য্যৰ ভাৰ বহন কৰিছিল, স্বৰূপতে সি নিৰাশ হব লাগিব।

১১৩। আৰু যিজনে সজ কাম কৰে আৰু বিশ্বাসী সেইজনৰ একো ভয় নাথাকিব, কোনো অন্যায়ৰ নাইবা তেওঁৰ প্ৰাপ্যৰ অস্বিকৃতিৰ ।

১১৪। আৰু এইদৰে আমি এই কোৰান অৱতীৰ্ণ কৰিছোঁ আৰবী ভাষাত, আৰু তাৰ মাজত শাস্তিৰ নানা প্ৰতিশ্ৰুতি এই অৰ্থে ঘূৰাই ঘূৰাই উল্লেখ কৰিছোঁ যাতে সিহঁতে পাপৰ পৰা বিৰত থাকিব অথবা এই কোৰান সিহঁতৰ কাৰণে সোঁৱৰণী স্বৰূপ হব পাৰে।

১১৫। গতিকে সকলো মাহাত্ম্য সেই আল্লাৰ যোগ্য যিজন বিশ্ব-ৰাজত্বৰ গৰাকী, পৰম সত্য ; আৰু কোৰানৰ প্ৰত্যাদেশ সামৰণ নোহোৱা পৰ্য্যন্ত তাৰ শিক্ষা সম্বন্ধে কোনো প্ৰকাৰ উদ্বেগ[৬৯] প্ৰদৰ্শন নকৰিবা ; বৰং এইৰূপে প্ৰাৰ্থনা কৰিবা— হে মোৰ প্ৰভু, মোৰ জ্ঞান তুমি বৃদ্ধি[৭০] কৰা।

৬৬। সত্যৰ বিৰোধিতাৰ চিঞৰ্ নিস্তব্ধ হৈ পৰিব।

৬৭। চোৱা, ১৯ : ৮৮ আৰু টী।

৬৮। আৰবী শব্দ 'ৱয্‌হন'ৰ অৰ্থ চেহাৰা, মুখ। মুৰ দোৱালে মুখো তল হয়।

৬৯। ২৩ বছৰ জুৰি কোৰান ক্ৰমে ক্ৰমে অৱতীৰ্ণ হৈছিল। আল্লাই হজ্‌ৰতক ( স্ব ) এই বুজনি দিছে যে কোনো ব্যক্তিৰ বা জাতিৰ অৱস্থা পৰিবৰ্ত্তন কৰা সহজ কাম নহয়। সময়ৰ প্ৰয়োজন। কেইবা ঠাইত হজ্‌ৰতৰ প্ৰচাৰ কাৰ্য্যৰ পদ্ধতি আল্লাই বিশ্লেষণ কৰিছে, যেনে, ২ : ১৩০ ; ৩ : ১৬৫ ; আৰু ৬২ : ৩। (ক) কোৰানৰ আয়তসমূহ আবৃত্তি কৰা, (খ) কোৰান তত্ত্বৰ শিক্ষা দিয়া, (গ) ধৰ্ম্ম আৰু সত্যৰ বাট দেখুওৱা আৰু (ঘ) মানৱ আৰু সমাজৰ জীৱন পৱিত্ৰ কৰা। এনেবোৰ গুৰুতৰ কাম ধীৰে ধীৰেহে কৰিব পাৰি।

৭০। এই জ্ঞান হৈছে আল্লাৰ পৰিচয় পোৱা জ্ঞান 'মা'ৰেফতে এলাহিয়া।' চোৱা,

১১৬। আৰু স্বৰূপতে পূৰ্ব্বেই আমি আদমক অঙ্গীকাৰ-আবদ্ধ কৰিছিলোঁ৷ পিছত তেওঁ বিস্মৰণ কৰিলে, কিন্তু তেওঁৰ ( অবাধ্যতাৰ ) কোনো সঙ্কল্প আমি পোৱা নাই।[৭১]

## ৰুকু ৭

আদম্ আৰু হাওয়াক শয়তানৰ প্ৰলোভন; আদমে আল্লাৰ উপদেশ পাহৰিছিল, কিন্তু অবাধ্যতা কৰা নাছিল; তেওঁৰ অনুতাপ আৰু আল্লাৰ ক্ষমা-দান; আল্লাৰ নিদৰ্শন অগ্ৰাহ্য কৰাৰ পৰিণাম।

১১৭। আৰু যেতিয়া আমি ফিৰিশ্তাসকলক আদেশ দিছিলোঁ, তোমালোক আদমৰ বাধ্য হোৱাঁ,[৭২] তেতিয়া ইব্লিচৰ বাহিৰে সকলোৱে বাধ্যতা স্বীকাৰ কৰিলে; ( কিন্তু ) সি অমান্তি হৈছিল।

১১৮। যেতিয়া আমি কলোঁ, হে আদম্, সি প্ৰকৃততে তোমাৰ আৰু তোমাৰ সহচৰীৰ শত্ৰু; গতিকে ( সাৱধান! ) এই উদ্যানৰ পৰা সি যেন তোমালোক দুয়োকে উলিয়াই দিবৰ উপায় নকৰে। যদি সি তেনে কৰিব পাৰে, তোমাক ( অনেক ) ক্লেষ-কষ্ট ভুগিব লাগিব।[৭৩]

১১৯। ইয়াত একো সন্দেহ নাই, এই উদ্যানত তোমাক অনাহাৰে থাকিব নালাগিব আৰু আভৰণহীনো হব নালাগিব;

---

৪ : ১১৪। "আল্লাই তোমাক, হে মহম্মদ ( স্ব ), এনে জ্ঞানসমূহ দান কৰিছে যি তুমি অকল নিজ সাধনাৰে অৰ্জ্জন কৰিব নোৱাৰিলাহেঁতেন; আল্লাই নিজ কৃপাৰে তোমাৰ প্ৰতি মহান অনুগ্ৰহ কৰিছে সবাতকৈ অধিক। তুমি ঐশ্বৰিক জ্ঞান, গূঢ়তত্ত্বসমূহৰ বহুখিনি অংশ পাই সকলো নবী আৰু ৰচুলক চেৰ পেলালা" —মচীহ মৌউদ, আইনা কমালাতে ইচ্লাম, পৃঃ ১৮৬।

৭১। ইব্লিচে আদমক কু-পৰামৰ্শ দিব এই সম্বন্ধে আগতে আল্লাই তেওঁক সতৰ্ক কৰি দিছিল। এই কথা তেওঁ পাহৰিছিল, কিন্তু তেওঁ প্ৰকৃততে আল্লাৰ অবাধ্য হোৱা নাছিল। আল্লাৰ অবাধ্য হোৱা হলে তেওঁ কেতিয়াও তেওঁক বাচি লৈ তেওঁৰ প্ৰতি কৃপাদৃষ্টি নকৰিলেহেঁতেন, ( অহা আঃ ১২৩ )।

৭২। চোৱাঁ ২ : ৩৫ ; ৭ : ১২।

৭৩। চুৰা ৭ ৰ দ্বিতীয় ৰুকু গোটেইটো, আৰু টীকা বিলাকো চোৱাঁ।

১২০। আৰু ইয়াত পিয়াহত আতুৰ হব নালাগিব, আৰু ৰ'দৰ ( প্ৰচণ্ড ) তাপো সহিব নালাগিব।

১২১। কিন্তু শ্বয়তানে তেওঁক কু-মন্ত্ৰণা দি কলে, হে আদম্, মই তোমাক এনে এজোপা গছৰ[৭৪] সন্ধেদ দিম নে যাৰ পৰা অমৰত্ব লভিব পাৰি, আৰু এনে এখন ৰাজ্যৰো যি অক্ষয় ?

১২২। প্ৰলোভনত পৰি উভয়ে সেই জোপা গছৰ ফল খালে। তেতিয়া তেওঁলোকৰ লাজৰ গোপনীয় অঙ্গ পৰস্পৰৰ সন্মুখত প্ৰকাশিত হল আৰু উভয়ে উদ্যানৰ পাত-লতাৰে নিজৰ লজ্জা আবৃত কৰিবলৈ ধৰিলে। আৰু আদমে নিজ প্ৰভুৰ আদেশ পালন নকৰিলে ;[৭৫] তাৰ ফলত তেওঁ পথহাৰা[৭৬] হৈছিল।

১২৩। তেওঁৰ অনুশোচনৰ[৭৭] পাছত তেওঁৰ প্ৰভুৱে তেওঁক ( অনুগ্ৰহ কৰিবলৈ )বাচি ললে, আৰু তেওঁৰ প্ৰতি কৃপাদৃষ্টি কৰিলে, আৰু পুনৰায় সজ বাটলৈ আনিলে ।

১২৪। তেওঁ আদেশ দিলে, তোমালোক দুয়ো একেলগে এই উদ্যানৰ পৰা ( অইন ঠাইলৈ ) নামি যোৱাঁ,[৭৮] তোমালোক ইজন সিজনৰ শত্ৰু ; পিছত যেতিয়া

---

৭৪। চোৱাঁ ২ : ৩৬ আৰু টী। চুৰা ৭, আ: ২১, ২২ত শ্বয়তানৰ প্ৰলোভনৰ কথা বহলাই লিখিছে।

৭৫। আল্লাই আদম্ আৰু হাওয়াক যি প্ৰশ্ন কৰিছিল ( ৭ : ২৩ ) তাৰে পৰা বুজিব পাৰি যে আদমে আল্লাই তেওঁক শ্বয়তান সম্বন্ধে সতৰ্ক কৰি দিয়া কথা বাৰ পাহৰি গৈছিল। ইচ্ছা কৰি তেওঁ আল্লাৰ অবাধ্য হোৱা নাছিল। চোৱাঁ, ২ : ৩৭ আৰু টী।

৭৬। 'গ্বৱা'ৰ অৰ্থ লিচান্থল্ আৰৱ প্ৰসিদ্ধ অভিধানত লিখিছে, আদমে পাৰ্থিব জীৱনত দুখ কষ্ট ভুঞ্জিব লাগিব।

৭৭। চোৱাঁ ২ : ৩৮। আল্লাই আদমক নিজেই ক্ষমা ভিক্ষা কৰিবলৈ শিকালে। আৰু সেই প্ৰাৰ্থনা ( অনুশোচনা ) ৭ : ২৪ ত দিয়া আছে। সেই প্ৰাৰ্থনা আল্লাই গ্ৰহণ কৰি আদমক প্ৰিয়পাত্ৰ স্বৰূপ বাচি ললে।

৭৮। আল্লাই আদমক শাস্তি দি উদ্যানৰ পৰা বাহিৰ কৰিলে, এনে অৰ্থ কৰা দেখাতেই ভুল। আগৰ আয়তৰ লগত মিল নাথাকে। আগৰ আয়তত আল্লাই কৈছে—মই আদমক অনুগ্ৰহ দান কৰি বাচি লওঁ। এই আয়তৰ আল্লাই ক্ৰোধ প্ৰকাশ কৰি আদমক নিৰ্ব্বাসিত কৰিলে বুলি অৰ্থ কৰা যুক্তিসঙ্গত হব নোৱাৰে। অৰ্থ এই, তোমালোক দুয়োৰে নিমিত্তে ইয়াকে স্থিৰ কৰা হৈছে, তোমালোকে পৃথিৱীত বাস কৰি জীৱন কটাবা। আদম্ আৰু হাওৱাই ক'ত প্ৰথমে বাস কৰিছিল সেই সম্বন্ধে চোৱাঁ, ৭ : ২০ ; টী ১৪।

মোৰ ফালৰ পৰা তোমালোকলৈ পথৰ নিৰ্দ্দেশ আহিব, তেতিয়া যি মোৰ নিৰ্দ্দেশ মানি চলিব সি কেতিয়াও বিভ্ৰান্ত নহব আৰু দুখ কষ্টতো নপৰিব।

১২৫। কিন্তু যেয়ে মোক স্মৰণ নকৰি আঁতৰি যায় তাৰ জীৱন যাপনৰ পথ হব সঙ্কীৰ্ণ, আৰু পুনৰুত্থানৰ দিনা আমি তাক দৃষ্টিহীন[৭৯] কৰি তুলিম।

১২৬। সি কব, হে মোৰ প্ৰভু, মোক (আজি) কিয় দৃষ্টিহীন কৰি তুলিলা, অথচ মই (পাৰ্থিৱ জীৱনত) দৃষ্টিশালী আছিলোঁ ?

১২৭। তেওঁ কব, এয়ে (আগৰে পৰা) স্থিৰ কৰা আছিল, আমাৰ নিদৰ্শনসমূহ তোমালৈ আহিছিল কিন্তু তুমি সেইবোৰক অগ্ৰাহ্য কৰিছিলা, আৰু আজি সেই অনুৰূপ তোমাকো অগ্ৰাহ্য কৰা হব।

১২৮। আৰু যেয়ে সীমালঙ্ঘন কৰে আৰু নিজ প্ৰভুৰ নিদৰ্শনসমূহত বিশ্বাস নকৰে তাক আমি (ইহলোকত) এইদৰেই প্ৰতিফল দিম, আৰু পৰলোকৰ শাস্তি নিশ্চয় তাতোকৈ উগ্ৰতৰ আৰু অধিক স্থায়ী।

১২৯। সিহঁতে এই কথাৰ পৰা একো শিক্ষা গ্ৰহণ নকৰিলে নে, যে সিহঁতৰ পূৰ্ব্ববৰ্ত্তী কতবোৰ জাতিকে আমি সংহাৰ কৰিলোঁ, অথচ সেইবিলাকৰ বাসস্থানবোৰৰ কাষেদি সিহঁত (আজিও) অহা যোৱা কৰিব লাগিছে ? নিশ্চয় যিসকল জ্ঞানী সেই সকলৰ নিমিত্তে ইয়াত আছে বহু নিদৰ্শন।

## ৰুকু ৮

ধৈৰ্য্য ধাৰণ আৰু নমাজ সম্পন্ন কৰা সম্বন্ধে হজ্‌ৰতক (স্ব)
আদেশ ; পৰশ্ৰী কাতৰতা মহা পাপ ; ৰচুল নবী আৰু
মুহম্মিদ্ সকলে আল্লাৰ নিদৰ্শন আনে।

১৩০। আৰু (শাস্তিৰ সম্পৰ্কে) পূৰ্ব্বেই তোমাৰ প্ৰভুৰ ৰীতি-নীতি[৮০] স্থিৰ

---

৭৯। আধ্যাত্মিক দৃষ্টি নাছিল পাৰ্থিৱ জীৱনত ; সেই দেখি কিয়ামতৰ দিনাও সিহঁত অন্ধ হৈ উঠিব।

৮০। শাস্তিৰ উদ্দেশ্য, মানৱক শোধন কৰা। আল্লা শাস্তি দিয়াত ধীৰ ; তেওঁ মানৱক যথেষ্ট সুযোগ দিয়ে আত্মসংশোধনৰ নিমিত্তে ; ৰচুল, নবী পঠিয়াই মানুহক সতৰ্ক কৰে আৰু সুপথে চলিবলৈ সকলো সুবিধা দিয়ে। এয়ে আল্লাৰ ৰীতি, আল্লাৰ চুন্নত। কোৰেইশকো বহুত সময় দিয়া হৈছিল, আৰু যেতিয়ালৈকে মক্কাত হজ্‌ৰত মহম্মদ (স্ব) আছিল, কোৰেইশৰ ওপৰত শাস্তি নমা নাছিল। চোৰা, ৮ : ৩৪।

নোহোৱা হলে আৰু তেওঁ তাৰ সময় নিৰূপিত নকৰা হলে, সেই শাস্তি (এতিয়া-লৈকে) নিশ্চয় পালেহিহেতেন।

১৩১। গতিকে সিহঁতে যিহকে কয় তাকে শুনি তুমি সহ্য কৰি থাকিবা[৮১]; আৰু সূৰ্য্য উদয় হোৱাৰ আগতে আৰু সি অস্ত হোৱাৰ পূৰ্ব্বে তোমাৰ প্ৰভুৰ পৰিত্ৰতাৰ কীৰ্ত্তন কৰিবা প্ৰশংসাৰে সৈতে; আৰু নিশাৰ এভাগত আৰু দিনৰ প্ৰান্ততো (তেওঁৰ) পৰিত্ৰতাৰ স্তৱ কৰিবা; সম্ভৱতঃ (ইয়াৰ ফলত) তুমি তৃপ্তি লাভ কৰিব পাৰা।

১৩২। আৰু এই পাৰ্থিৱ জীৱনৰ যি জাকজমক সিহঁতৰ বিভিন্ন শ্ৰেণীৰ মানুহক আমি এই অৰ্থে উপভোগ কৰিবলৈ দিছোঁ যাতে সেই বিষয়ে সিহঁতৰ পৰীক্ষা লব পাৰোঁ, তুমি তাৰ পিনে নিজৰ দুই চকু মেলি (তথা লাগি) চাই নাথাকিবা;[৮২] আৰু তোমাৰ প্ৰভুৱে দিয়া জীৱিকাহে অতি উত্তম আৰু অধিক স্থায়ী।

১৩৩। আৰু তুমি নিজ পৰিয়ালক নমাজ সম্পান্ন কৰিবলৈ আদেশ দিয়া, আৰু তুমিও ধৈৰ্য্য ধৰি তাকে কৰা; জীৱিকা আমি তোমাৰ পৰা নামাগোঁ; আমিহে তোমাক জীৱিকা দান কৰোঁ; আৰু ধৰ্ম্মপৰায়ণতাৰ শেষ ফল উত্তম।

১৩৪। আৰু সিহঁতে কয়, কোনো নিদৰ্শন তেওঁ নিজ প্ৰভুৰ পৰা আমাৰ ওচৰলৈ লৈ অহা নাই কিয়? (কোৰাণ) আগৰ ধৰ্ম্মপুথিসমূহত (লিপিবদ্ধ) থকা প্ৰত্যক্ষ প্ৰমাণ সিহঁতলৈ অহা নাছিল নে?

১৩৫। আৰু ইতিপূৰ্ব্বে আমি শাস্তি নমাই সিহঁতক সংহাৰ কৰা হলে সিহঁতে নিশ্চয় কলেহেতেন, হে আমাৰ প্ৰভু, আমি এইদৰে লাঞ্ছিত আৰু অপমানিত

৮১। 'স্বব্‌ৰ'ৰ অৰ্থ সহ্য কৰা, ধৈৰ্য্য ধাৰণ কৰা। 'স্বব্‌ৰ' আৰু 'স্বলাত'ৰ (নমাজ) লগত ঘনিষ্ঠ সম্বন্ধ। স্বব্‌ৰৰ কাৰণে মনৰ বল লাগে আৰু সেই বল প্ৰাৰ্থনা কৰি লাভ কৰা যায়। চোৰা ২ : ১৫৪। এই আয়তত ৫টি বাধ্যতামূলক আৰু ২টি ইচ্ছাধীন নমাজৰ উল্লেখ হৈছে। সূৰ্য্য উদয় হোৱাৰ আগতে ফযৰৰ নমাজ; অস্ত হোৱাৰ পূৰ্ব্বে আস্বৰৰ নমাজ; নিশাৰ নমাজ, মগ্‌ৰিব আৰু 'ইশা; মধ্যাহ্নৰ নমাজ, জোহৰ। ইচ্ছাধীন নমাজ দুইটি হৈছে, দুহা, দিনৰ প্ৰথম ভাগৰ নমাজ আৰু তহয্‌যুদ, ৰাতিৰ শেষভাগৰ নমাজ, ফযৰৰ নমাজৰ পূৰ্ব্বে।

৮২। এই আয়তৰ পৰা এটা মহৎ শিক্ষা লব পাৰি,—পৰৰ ভাল অৱস্থা দেখি হিংসা কৰিব নালাগে আৰু নিজৰ বেছি বা কম যি সম্বল থাকে তাতে তুষ্ট থাকিব লাগে। জাতীয় আৰু আন্তৰ্জাতীয় ক্ষেত্ৰতো এই নীতি সুচাৰুৰূপে খাটে।

হোৱাৰ পূৰ্ব্বেই তুমি আমাৰ ওচৰলৈ ৰচুল[৮৩] এজন কিয় প্ৰেৰণ নকৰিলা ? তেতিয়াহে আমি তোমাৰ নিদৰ্শনসমূহৰ অনুসৰণ কৰিলোঁহেতেন।

১৩৬। তুমি উত্তৰ দিয়াঁ, আমাৰ প্ৰত্যেক জনেই ( ভবিষ্যতে কি ঘটে তাৰ ) অপেক্ষা কৰি আছে ; গতিকে তোমালোকেও অপেক্ষা কৰি থাকাঁ ;[৮৪] অদূৰ ভবিষ্যতে তোমালোকে জানিব পাৰিবা, সজ বাটেদি[৮৫] চলিব লাগিছে সেইসকল কোন, আৰু ( সফল জীৱনৰ ) পথ লাভ কৰিছে সেইসকল নো কোন।

৮৩। শাস্ত্ৰজ্ঞ মুচলমানসকলৰ এই বিশ্বাস, হজ্‌ৰত মহম্মদৰ ( স্ব ) পাছত প্ৰত্যেক শতিকাতে একোজন মুযদ্দিদ্ আল্লাই পঠাই থাকে। ৰচুল আৰু নবীয়ে মানৱক যেনেকৈ সতৰ্ক কৰে, মুযদ্দিদ্‌সকলেও তেনে কাৰ্য্য কৰে, আৰু আল্লাৰ নিদৰ্শন মানুহৰ ওচৰলৈ আনে।

৮৪। চোৰা, ৯ : ৫৩।

৮৫। ইব্ৰাহিমে ( আ ) আজৰক উপদেশ দিওঁতে এই ভাষাকে ব্যৱহাৰ কৰিছিল চোৰা, ১৯ : ৪৪।

# চুৰা ২১

# আল্‌-আম্‌বিয়া ঃ নবীসকল

## মক্কাত অৱতীৰ্ণ

৭ ৰুকু ঃ ১১৩ আয়ত

মক্কাযুগৰ মাজ ভাগতে এই চুৰা অৱতীৰ্ণ হৈছিল। প্ৰায়বিলাক তফ্‌চীৰকাৰৰ মতে চুৰা ইব্ৰাহিমৰ পাছত আৰু চুৰা মুমেনুনৰ আগতে আল্‌-আম্‌বিয়া চুৰা অৱতীৰ্ণ হৈছিল।

এই চুৰাৰ সাৰ-মৰ্ম এই; আল্লাই পৃথিৱীত সত্য প্ৰতিষ্ঠিত কৰে নবীসকলৰ দ্বাৰা। অবিশ্বাসীবিলাকৰ স্বভাবেই হৈছে সত্যৰ বিৰোধ কৰা, ৰচুলসকলৰ বিৰুদ্ধে থিয় দিয়া, আৰু সেইসকলৰ প্ৰচাৰ কাৰ্য্যত বাধা-বিঘিনিৰ সৃষ্টি কৰা। তদুপৰি কিছুমানে নবীসকলক দাৰুণ কষ্ট দিয়ে, আৰু সেইসকলৰ মৃত্যুৰ কামনা আৰু চেষ্টা কৰে। কিন্তু আল্লাই নবীসকলক অত্যাচাৰীবিলাকৰ হাতৰ পৰা ৰক্ষা কৰে; এয়ে তেওঁৰ অটল নিয়ম। কেইবাজন নবীসকলৰ এই চুৰাত বিশেষভাৱে উল্লেখ কৰা হৈছে, আৰু সামৰণিত হজ্‌ৰত মহম্মদক (স্ব) 'ৰহ্‌মতুল্‌-লিল্‌-আলমীন' বুলি ঘোষণা কৰিছে, অৰ্থাৎ সমগ্ৰ জগতৰ কাৰণে তেওঁ কৰুণা।

কেইবাটা গুৰুত্বপূৰ্ণ সত্য এই চুৰাত প্ৰকাশ পাইছে; তাৰে নিৰ্দ্দেশ তলত দিয়া হল।

(১) সত্যৰ বিৰুদ্ধে, ধৰ্মৰ বিৰুদ্ধে বিৰোধীবিলাকৰ সকলো প্ৰচেষ্টা নিষ্ফল হোৱা সুনিশ্চিত কথা। সত্যৰ জয়, অসত্যৰ পৰাজয়, এয়ে আল্লাৰ চিৰকলীয়া নিয়ম।

(২) জাতিসমূহৰ উত্থান-পতন আল্লাৰ হাতত।

(৩) বিৰোধীবিলাকে নবীৰ মৃত্যু কামনা কৰে, কিন্তু সিহঁতে ভাবি নাচায় কিয়, সিহঁত নিজে অমৰ নহয়?

(৪) মহানবী হজ্‌ৰত ইব্ৰাহিমৰ (আ) জগতত তৌহীদ (একেশ্বৰবাদ) স্থাপিত কৰিবৰ প্ৰচেষ্টা বহু নবীৰ কাৰণে আদৰ্শ।

(৫) কোৰান মঙ্গলেৰে পৰিপূৰ্ণ; হজ্‌ৰত মহম্মদ (স্ব) বিশ্বজগতৰ নিমিত্তে কৰুণা স্বৰূপ; তেওঁৰ সংবাদ বিশ্ব-ব্যাপী।

(৬) শেষকালত ইচ্‌লামৰ বিৰুদ্ধে ইয়াযুয্‌-মাযুযৰ প্ৰতিৰূপ জাতিসমূহে এটা শেষ অভিযান চলাব; তাৰ ফলত ইচ্‌লামৰ প্ৰভাৱ আৰু বেছিকৈহে বিস্তৃত হব।

# ৰুকু ১

প্ৰত্যেক যুগতে একোজন নবী আল্লাই প্ৰেৰণ কৰে সত্য প্ৰতিষ্ঠিত
কৰিবলৈ ; সত্য প্ৰত্যাখ্যান কৰিবৰ উদ্দেশ্যে অবিশ্বাসী-
বিলাকে নানা-তৰহৰ চেলু উলিয়ায়; অসত্যৰ
পৰাজয়, সত্যৰ জয় হৈছে
আল্লাৰ বিধান।

১। পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। মানুহবিলাকৰ কাৰণে সিহঁতৰ হিচাব-নিকাচৰ ( সময় ) ওচৰ চাপিছেহি[১] অথচ সিহঁত ( এতিয়াও ) আওকণীয়া অৱস্থাতেই পৰি আছে।

৩। সিহঁতৰ প্ৰভুৰ পৰা সিহঁতলৈ নতুনকৈ[২] এনে কোনো উপদেশ অহা নাই যি সিহঁতে উপহাস নকৰাকৈ শুনিছে।

৪। সিহঁতৰ অন্তৰসমূহ কেৱল ৰং ধেমালিতে মজি আছে ; আৰু যিবিলাক অন্যায়কাৰী সিহঁতে গোপনে কুমন্ত্ৰণা[৩] কৰে, ( আৰু কয়, ) এওঁ তোমালোকৰে নিচিনা এজন মানুহ নহে আৰু কি হব পাৰে ? তোমালোকে দেখিও ( নেদেখা হৈ ) য'ত যাদু আছে তালৈ আহিব ধৰিছা নে ?

৫। তেওঁ (ৰছুলে) কলে, আকাশ আৰু পৃথিৱীৰ মাজত যি কথা-বতৰা[৪] হয় সকলো প্ৰভুৱে জানে ; আৰু তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৬। নহয়, সিহঁতে কয়, ( এই কোৰান ) সপোনৰ আউলীয়া কথা মাত্ৰ ; নহয়, তেওঁ তাকে নিজে সাজি লৈ ( আল্লাৰ বুলি ) প্ৰচাৰ কৰিছে ; সিও যদি নহয়

১। এই চুৰা অৱতীৰ্ণ হোৱাৰ অলপ দিনৰ পাছতে হজ্ৰতে ( স্ব ) হিয্ৰত্ কৰিলে মদিনালৈ। তেতিয়াৰে পৰা সত্য আৰু অসত্যৰ মাজত, ন্যায় আৰু অন্যায়ৰ মাজত তুমুল সংগ্ৰাম আৰম্ভ হ'ল। তাৰ ফল কি হ'ল ইতিহাস সাক্ষী।

২। সত্য চিৰস্থায়ী ; আদিৰ পৰা আছে আৰু অন্তলৈ থাকিব। কালক্ৰমে সত্যত ঘুণ লাগে, ধৰ্ম্ম বিকৃত হয়। মানৱৰ সংস্কাৰৰ নিমিত্তে আৰু ধৰ্ম্মক পুনৰ্জীৱিত কৰিবলৈ যুগে যুগে, শতিকায় শতিকায়, একোজন মহাপুৰুষৰ আবিৰ্ভাৱ হয়। তেওঁক নবী, ৰছুল, বা মুযদ্দিদ্ কোৱা হয়, সময় বিশেষে।

৩। কোৰেইশৰ নেতাসকল দাৰুন্-নদৱাত সমবেত হৈছিল আৰু ইচ্লাম প্ৰচাৰৰ বিৰুদ্ধে কাৰ্য্যপদ্ধতি বিষয়ে আলোচনা কৰিছিলে। —ইব্নে হিশাম।

৪। সিহঁতৰ মন্ত্ৰণা, গোপনে হক বা প্ৰকাশ্যে হক আল্লাৰ অবিদিত নহয়।

তেওঁ এজন কবি ;[৫] (যদি তেওঁ সচাকৈয়ে আল্লাৰ ৰচুল) তেন্তে পূৰ্ব্ববৰ্ত্তী ৰচুলসকলক ( যি ধৰণৰ নিদৰ্শনৰে সৈতে) প্ৰেৰণ কৰা হৈছিল, তেনে নিদৰ্শন তেওঁ আমাৰ ওচৰলৈ লৈ আহক।

৭। সিহঁতৰ পূৰ্ব্বে আমি যি নগৰকে ধ্বংস কৰিছিলোঁ, তাৰ অধিবাসী-বিলাকে ( নিদৰ্শন দেখিও ) বিশ্বাস স্থাপন কৰা নাছিল, তেন্তে সিহঁতে যে বিশ্বাস স্থাপন কৰিব তাৰ সম্ভাবনা আছে নে[৬] ?

৮। আৰু তোমাৰ পূৰ্ব্বে যিসকল ৰচুলক আমি প্ৰেৰণ কৰিছিলোঁ সেইসকল মানৱহে আছিল ; সেইসকলৰ প্ৰতি আমি প্ৰত্যাদেশ নমাইছিলোঁ ; গতিকে ( সিহঁতক কোৱাঁ, ) যদি তোমালোকে এই কথা নাজানা পুথি পোৱাসকলক[৭] সুধি চোৱাঁ।

৯। আৰু তেওঁলোকক আমি এনে শৰীৰ দিয়া নাছিলোঁ যে তেওঁলোকে আহাৰ খাবলৈ একো প্ৰয়োজন নাছিল ,[৮] আৰু তেওঁলোক অমৰ, চিৰজীৱন্ত[৯] নাছিল।

১০। পিছত যি প্ৰতিশ্ৰুতি আমি তেওঁলোকক দিছিলোঁ তাকে সত্যত পৰিণত কৰিলোঁ ; আৰু আমি তেওঁলোকক ৰক্ষা কৰিলোঁ ; আৰু ( তেওঁলোকৰ লগতে ) আনবিলাককো, নিজ ইচ্ছামতে।

১১। স্বৰূপতে আমি তোমালোকৰ প্ৰতি এনে গ্ৰন্থ অৱতীৰ্ণ কৰিছোঁ যাৰ

---

৫। সত্য প্ৰত্যাখ্যান কৰিবলৈ সিহঁতে নানা তৰহৰ চেলু বিচাৰে, আৰু এনেবিলাক কথা ইজনে সিজনক কৈ ফুৰে—ৰচুল আমাৰ নিচিনায়ে এজন সাধাৰণ মানুহ ; তেওঁ যাদু জানে, আৰু তাৰে দ্বাৰা মানুহক মোহিত কৰি লৈছে ; কোৰান আল্লাৰ বাণী নহয়, তেওঁ নিজে সাজি লৈছে ; কোৰান আউল-বাউল কল্পনা মাত্ৰ ; তেওঁ কবী, ধুনীয়া ভাষাৰে মানুহক মুগ্ধ কৰে, ইত্যাদি।

৬। যি সত্যৰ বিৰোধী আৰু সত্য প্ৰত্যাখ্যান কৰিবলৈ চেলু বিচাৰি ফুৰে সি নিদৰ্শন দেখিও অবিশ্বাসী হৈ থাকে। নবীৰ নিদৰ্শনে কোনো ফল নিদিয়ে।

৭। কিছুমানৰ মতে 'আহ্লুজ্জিক্ৰ' অৰ্থ 'আহ্লে কিতাব', অৰ্থাৎ যিসকলে আল্লাৰ ধৰ্মগ্ৰন্থ পাইছিল, অৰ্থাৎ ইহুদী আৰু খৃষ্টিয়ান শাস্ত্ৰজ্ঞসকল। অইন কোৰানবিদসকলে কয়, যিসকলে উপদেশ গ্ৰহণ কৰিছে সেইসকলক বুজাইছে। এই চুৰা মক্কাত অৱতীৰ্ণ হৈছিল, আৰু সেই সময়ত ইহুদী আৰু খৃষ্টিয়ান বহুত কমেই মক্কাত বাস কৰিছিল।

৮। চোৱাঁ, ২৫ : ৮, ২১।

৯। তেনেহলে হজ্ৰত ঈচাৰ ( আ ) অমৰত্ব মানুহৰ কল্পনা মাত্ৰ।

মাজত আছে তোমালোকৰ নিমিত্তে সৌৰৱণী,[১০] এতিয়াও তোমালোকে বুজা নে ?

## ৰুকু ২

জাতিৰ উত্থান-পতন আল্লাৰ ইচ্ছা আৰু ক্ষমতাৰ অধীন ; বিশ্বজগতৰ সৃষ্টিৰ উদ্দেশ্য ; সত্য-অসত্যৰ সংগ্ৰাম ; সত্যৰ জয় ; আল্লাৰ আৰাধনা সাধু পুৰুষৰ নিশ্বাস-প্ৰশ্বাস ; তৌহীদৰ পূৰ্ণ বিকাশ ইচ্‌লামত।

১২। আৰু যি অন্যায়কাৰী আছিল এনে অনেক নগৰকে আমি বিধ্বংস কৰিলোঁ, আৰু সেইবোৰৰ ( অধিবাসীবিলাকৰ ) ঠাইত ভিন্ন জাতিক উত্থাপন কৰিলোঁ।

১৩। কিন্তু আমাৰ শাস্তি অহাৰ গম পোৱাৰ লগে লগে সিহঁত সেই নগৰবোৰৰ পৰা পলাব ধৰিল।

১৪। (আমি সিহঁতক কৈছিলোঁ,) তোমালোক পলাই নাযাবা ; বৰং যি সুখ-স্বচ্ছন্দতাৰ অৱস্থাত আছিলা সেই অৱস্থালৈ আৰু নিজৰ বাসস্থান সমূহলৈ উভতি যোৱাঁ ; সম্ভৱতঃ তোমালোকক সোধ পোছ[১১] কৰা হব।

১৫। সিহঁতে কৈছিল, হায় ! আমাৰ কি দুৰ্ভাগ্য ! সচাকৈয়ে আমি অন্যায়কাৰী আছিলোঁ।

১৬। আৰু আমি সিহঁতক ( সংহাৰ কৰি ) কাটি পেলোৱা শস্য[১২] অথবা ছাই ভস্মত পৰিণত নকৰা পৰ্য্যন্ত সিহঁতে সেইদৰেই অবিৰাম বিলাপ কৰি আছিল।

১০। অইন অৰ্থ হৈছে, প্ৰাধান্য, মাহাত্ম্য। অৰ্থাৎ যদি তোমালোকে কোৰানৰ নীতি অনুসৰি নিজৰ জীৱন গঠন কৰা তোমালোকে প্ৰাধান্য সুনাম আৰু খ্যাতি লাভ কৰিবা, তোমালোক ক্ষমতাবান, সমৃদ্ধিশালী জাতি হৈ উঠিবা।

১১। সুখ-সন্তোষৰ অৱস্থাও গল, আৰু বাসস্থানবিলাকৰ চিন পৰ্য্যন্ত নাথাকিল। যিহকে লৈ তোমালোকে গৰ্ব্ব কৰিছিলা—ধনসম্পত্তিৰ প্ৰচুৰতা, ওখ ভৱনবিলাক—সেইবোৰে তোমালোকক আল্লাৰ শাস্তিৰ পৰা ৰক্ষা কৰিবলৈ নোৱাৰিলে।

১২। আৰবী শব্দ হৈছে 'হস্বীদ'। চোৰা ১০ : ২৫ ; ১১ : ১০৯ আৰু টা ; ৫০ : ১১। এই আয়তে জাতীয় উত্থান-পতনৰ চিত্ৰ আঁকিছে। প্ৰাচীন ভাৰতত বহুসংখ্যক

১৭। আৰু আকাশ আৰু পৃথিৱীক, আৰু উভয়ৰ মাজত থকা সমস্তকে আমি ৰং ধেমালি কৰি সৃজন কৰা নাই।[১৩]

১৮। ধেমালিৰ ইচ্ছা থকা হলে আমি নিজ ফালৰ পৰাই তাৰ ব্যৱস্থা কৰিলোঁহেতেন ; কিন্তু এনে কাৰ্য্য কৰা আমাৰ ( মহিমাৰ ) যোগ্য নাছিল।

১৯। নহয়, বৰং অসত্যৰ বিৰুদ্ধে ( সংগ্ৰাম চলাবলৈ ) সত্যক প্ৰবৃত্ত কৰোঁ, সি যেন তাৰ মূৰত প্ৰচণ্ড আঘাত কৰে ; তাৰ ফলত হঠাতে অসত্য বিলুপ্ত হয় ; আৰু যি অসাৰ্থক কথাবোৰ তোমালোকে কব ধৰিছা তাৰ বাবে তোমালোকৰ প্ৰতি ধিক !

২০। আৰু আকাশমণ্ডলী আৰু পৃথিৱীত থকা সকলো প্ৰাণীৰ ওপৰত তেওঁৰেই অধিকাৰ ; আৰু যিসকল ফিৰিশ্‌তা তেওঁৰ সন্নিধানত বিৰাজমান সেই-সকলে অহঙ্কাৰ কৰি তেওঁৰ আৰাধনা ত্যাগ নকৰে, আৰু ( সতত অৰ্চ্চনা কৰি ) তেওঁলোক ক্লান্ত নহয়।

২১। ৰাতিয়ে আৰু দিনে তেওঁলোকে আল্লাৰ পৱিত্ৰতাৰ কীৰ্ত্তন (আনন্দৰে ) কৰি থাকে, আৰু কেতিয়াও তেওঁলোক সৰপা নহয়।[১৪]

২২। কি ! সিহঁতে পৃথিৱীৰ ( সৃষ্ট বস্তুৰ ) পৰা এনে কিছুমান উপাস্য গ্ৰহণ কৰিছে নে যিবিলাকে মৃতকক জীৱিত কৰিব পাৰে ?[১৫]

২৩। ( আকাশ আৰু পৃথিৱী ) উভয়ৰ মাজতে আল্লাত ভিন্ন আৰু কেতবোৰ

ৰাজ্যৰ উন্নতি আৰু অবনতি বুৰঞ্জীয়ে লিপিবদ্ধ কৰিছে। তাৰ পাছত গ্ৰীক, তুৰস্ক, মোগল, পাঠান আদি কত জাতি বাহিৰৰ পৰা আহিল, আৰু এটা ক্ষীণ স্মৃতি ৰাখি থৈ গ'ল। কোৰানে, বহু ঠাইত জাতীয় উত্থান-পতনৰ পৰা শিকনি লবলৈ উপদেশ দিছে।

১৩। চোৰা, ৩ : ১৯১, ২। জগতৰ সৃষ্টিৰ ঘাই উদ্দেশ্য হৈছে ধৰ্ম্ম আৰু সত্যৰ স্থাপনা, অধৰ্ম্ম আৰু অসত্যৰ বিনাশ। অহা আঃ ১৯ত এই তত্বৰ বিশ্লেষণ কৰিছে।

১৪। সুফী এজনাক প্ৰশ্ন কৰা হৈছিল, তুমি যে দিনে ৰাতিয়ে আল্লাক স্মৰণ কৰি থাকা, আৰু সময় অসময়ে প্ৰাৰ্থনা কৰা, তোমাৰ ভাগৰ নালাগে নে ? তেওঁ ততালিকে উত্তৰ দিলে, তুমি যে প্ৰত্যেক মুহূৰ্ত্ততে উশাহ লোৱা তোমাৰ ভাগৰ লাগে নে ? এজনে ইংৰাজীত কৈছে, Remembrance of Allah is the sustaining breath of my life.

১৫। জীৱন-মৰণৰ গৰাকী কেৱল আল্লা। ঈচাৰ ( আ ) সম্বন্ধে কথিত আছে, তেওঁ মৰাক জীয়াইছিল। সচা, কিন্তু আধ্যাত্মিকৰূপে ; আৰু সকলো ৰছুল আৰু নবীয়ে তাকে কৰে। ই ঈচাৰ ( আ ) বৈশিষ্ট্য নহয়।

উপাস্য থকা হলে নিশ্চয় তাৰ নিয়ন্ত্ৰণত বিশৃঙ্খলা ঘটিলহেতেন ;[১৬] আল্লা ( এক অদ্বিতীয় ), মহা-সিংহাসনৰ অধিপতি ; ( তেওঁৰ সম্বন্ধে ) সিহঁতে যি আৰোপ কৰে সেই বিষয়ে তেওঁ অতি পৱিত্ৰ।

২৪। তেওঁ যিহকে কৰে সেই বিষয়ে কোনো প্ৰশ্ন হব নোৱাৰে, কিন্তু ( সিহঁতে কৰা কাৰ্য্য বিষয়ে ) সিহঁতক অৱশ্যে প্ৰশ্ন কৰা হব[১৭]।

২৫। কি! সিহঁতে তেওঁত ভিন্ন আন কিছুমান উপাস্য গ্ৰহণ কৰিছে নে? তুমি কোৱাঁ, তোমালোকে প্ৰমাণ উপস্থিত কৰা। যিসকল মোৰ সঙ্গী সেইসকলৰ নিমিত্তে এই কোৰান সোঁৱৰণী, আৰু মোৰ পূৰ্ব্ববৰ্ত্তী বিলাকৰো[১৮] নিমিত্তে এই কোৰান সোঁৱৰণী ; কিন্তু সিহঁতৰ সৰহ ভাগেই সত্য কি নাজানে ; সেই হেতু সিহঁতে ( সত্যৰ পৰা ) মুখ ঘূৰাই লয়।

২৬। আৰু ( হে মহম্মদ, ) তোমাৰ পূৰ্ব্বে আমি এনে কোনো ৰচুল প্ৰেৰণ কৰা নাই যিজনৰ প্ৰতি এই সত্য প্ৰকাশ কৰা নাছিলোঁ, মোৰ বাহিৰে আন কোনো উপাস্য নাই গতিকে মোৰেই উপাসনা কৰা।[১৯]

২৭। আৰু সিহঁতে কয়, পৰম কৰুণাময় আল্লাই এজন পুত্ৰ[২০] গ্ৰহণ কৰিছে; ( ই অসম্ভৱ কথা! ) তেওঁ পৰম পৱিত্ৰ ; যথাৰ্থতে, নবীসকল (আল্লাৰ ) সম্মানিত ভৃত্য ;

২৮। তেওঁলোকে তেওঁৰ সম্মুখত আগবাঢ়ি মাত নামাতে,[২১] বৰং তেওঁৰ যি আদেশ সেই অনুযায়ী কাৰ্য্য কৰি থাকে।

---

১৬। আল্লা এক, আৰু তেওঁৰ বিধানো এক। বিধানৰ বিচিত্ৰতাত ঐক্য আছে। একাধিক আল্লা থকা হলে, বিধানৰবোৰ পৰস্পৰ বিৰোধী হ'লহেতেন ; আৰু জগতত খে'লি-মে'লি দেখা দিলেহেতেন।

১৭। মানৱ আল্লাৰ অধীন আৰু তেওঁৰ আগত নিজৰ কাৰ্য্যৰ নিমিত্তে দায়ী। আল্লা 'মালিক্' কাৰো অধীন নহয়, আৰু কাৰো আগত দায়ী নহয়।

১৮। পূৰ্ব্ববৰ্ত্তীবিলাকৰ কাৰণে সময়ৰ নবীসকলে যি মূল-শিক্ষা আল্লাৰ পৰা পাইছিল সেই শিক্ষা কোৰানত সন্নিবিষ্ট আছে। চোৱাঁ, ৯৮ : ৩, ৪।

১৯। পূৰ্ব্বে অহা নবীসকলেও তৌহীদ ( আল্লাৰ একত্ব ) প্ৰতিষ্ঠিত কৰিবলৈ অসীম যত্ন ধৰিছিল। ইচ্‌লাম হৈছে সেই তৌহীদৰ পূৰ্ণ বিকাশ।

২০। যিশু-খৃষ্টৰ পুত্ৰত্ববাদ—Sonship of Jesus Christ—কোৰানে কেইবা-ঠাইত খণ্ডন কৰিছে। নবীসকল আল্লাৰ সম্মান-প্ৰাপ্ত ভৃত্য, সন্তান নহয়।

২১। তেওঁলোকৰ আন্তৰিক প্ৰাৰ্থনা এই, হে আল্লা, তোমাৰেই ইচ্ছা পূৰ্ণ হক।

২৯। তেওঁলোকৰ সম্মুখত ( ভৱিষ্যতে ) যি ঘটিব, আৰু তেওঁলোকৰ ( অতীজত ) যি ঘটি গৈছে সকলো তেওঁৰ জনা আছে ; আৰু তেওঁলোকে ( আল্লাৰ আগত ) কেৱল এনে জনৰ হৈ খাটিব পাৰে যিজনক ( ক্ষমা কৰিবলৈ ) তেওঁ সম্মতি দিছে[২২], আৰু তেওঁলোক নিজেই তেওঁৰ ভয়ত বিহ্বল।

৩০। আৰু সিহঁতৰ মাজৰ কোনো এজনে যদি কয়, আল্লাত ভিন্ন মই হে উপাস্য, ইয়াৰ প্ৰতিফলৰূপে আমি তাক লৈ যাম নৰকলৈ, অন্যায়কাৰীবিলাকক আমি এইদৰেই প্ৰতিফল দিওঁ।

## ৰুকু ৩

পৃথিৱী, আকাশ, গ্ৰহ-নক্ষত্ৰ, সূৰ্য্য, চন্দ্ৰ সকলোৰে সৃষ্টি-কৰ্ত্তা আল্লা, অবিশ্বাসী-
বিলাকে হজৰত ৰচুলৰ ( স্ব ) মৃত্যু কামনা কৰে, কিন্তু মানুহ
চিৰজীৱী নহয় ; পাৰ্থিৱ জীৱন এটা পৰীক্ষা মাত্ৰ ;
নবীক লৈ বিদ্রূপ কৰা অবিশ্বাসীবিলাকৰ
স্বভাৱ ; আল্লাৰ প্ৰতিশ্ৰুতি সঠিক
সময়ত পূৰ্ণ হ'বই।

৩১। অবিশ্বাসীবিলাকে ভাবি চোৱা নাই নে, আকাশমণ্ডলী আৰু পৃথিৱী ( আদিতে ) পৰস্পৰ সংলগ্ন আছিল, পিছত আমি দুইকে পৃথক কৰিলোঁ[২৩] আৰু সকলো প্ৰাণীকে আমি পানীৰ দ্বাৰা জীৱিত কৰিলোঁ ?[২৪] এতিয়াও সিহঁতে বিশ্বাস স্থাপন নকৰে নে ?

---

২২। 'শ্বফা'অত্' ( মধ্যস্থতা ) সম্বন্ধে চোৱাঁ ২ : ২৫৬।

২৩। বিজ্ঞানে কয়, আদিতে আকাশত বাষ্পহে আছিল। পিছত মাধ্যাকৰ্ষণৰ বলত আৰু চক্ৰগতিৰ ফলত নতুন নতুন গ্ৰহৰ সৃষ্টি হ'ল। চোৱাঁ, ৪১ : ১২। জীৱনৰ মূল যে পানী বিজ্ঞানে প্ৰমাণ কৰিছে। আল্লাই যে বিশ্ব-জগতক ছয়টা যুগত সৃষ্টি কৰিলে সেই সম্বন্ধে চোৱাঁ, ৭ : ৫৫ আৰু টী ৪৯।

২৪। প্ৰাকৃতিক অৰ্থৰ বাহিৰে পৰমাৰ্থিক অৰ্থও লব পাৰি। বৰষুণৰ পানীয়ে যেনেকৈ পৃথিৱীক সঞ্জীৱিত কৰে, তেনেকৈ আল্লাৰ প্ৰত্যাদেশে, ঐশ্বৰিক বাণীয়ে, যাৰ আধ্যাত্মিক মৰণ হৈছে তাক জীৱিত কৰে।

৩২। আৰু পৃথিৱীত আমি পৰ্ব্বতসমূহ সংস্থাপন কৰিছোঁ যাতে পৃথিৱী সেইবোৰৰ সৈতে ঘূৰে ;[২৫] আৰু সেই পৰ্ব্বতসমূহৰ মাজেদি আমি যাতায়াতৰ বহু গিৰিপথ উলিয়াইছোঁ, যাতে সিহঁত গন্তব্য স্থানলৈ যাব পাৰে।

৩৩। আৰু আমি আকাশক সৃষ্টি কৰিছোঁ অভেদ্য[২৬] চাল ৰূপে, তথাপি সিহঁতে ইয়াত যিবোৰ নিদৰ্শন আছে তাৰ পৰা পৰাঙ্মুখ হৈছে।

৩৪। আৰু নিশা আৰু দিন সৃজন কৰিছে আল্লাই, আৰু সূৰ্য্য আৰু চন্দ্ৰ ; প্ৰত্যেকে নিজৰ নিৰ্দ্দিষ্ট মণ্ডলত পৰিভ্ৰমণ কৰে।

৩৫। আৰু তোমাৰ পূৰ্ব্বেও আমি কোনো মানুহকে চিৰকলীয়া জীৱন দিয়া নাই ;[২৭] কি ! তোমাৰ যদি মৃত্যুয়ে হয় (যি সিহঁতে কামনা কৰে) সিহঁতে চিৰকাল জীৱিত থাকিব নে ?

৩৬। প্ৰত্যেক আত্মা মৃত্যুৰ সোৱাদ লবলৈ বিধিবদ্ধ ; আৰু আমি তোমালোকক অমঙ্গল আৰু মঙ্গল দুয়ো ভোগ কৰিবলৈ দি তোমালোকৰ পৰীক্ষাহে[২৮] লওঁ ; আৰু (শেষত) তোমালোকক আমাৰ কাষলৈ ওভতাই নিয়া হব !

৩৭। আৰু অবিশ্বাসীবিলাকে তোমাক দেখা পালেই তোমাক লৈ বিদ্ৰূপহে কৰে, (আৰু আপোন সঙ্গীবিলাকক কয়,) তোমালোকৰ দেৱতাসকলৰ সম্বন্ধে যি ব্যক্তিয়ে নানা কথা কয়?[২৯] তেওঁ এইজনেই নে ? অথচ সিহঁতেই অস্বীকাৰ কৰে পৰম কৰুণাময় আল্লাক স্মৰণ কৰিবলৈ।

---

২৫। চোৰা, ১৬ : ১৬ আৰু টী ; আৰু চোৰা, ২১ : ৩২। ইব্‌নে আব্বাচে অৰ্থ কৰিছে, সিহঁতৰ লগতে পৰ্ব্বতমালাও ঘূৰি থাকে।

২৬। আধ্যাত্মিক অৰ্থত, প্ৰত্যাদেশৰ সংৰক্ষণ আল্লাই নিজেই কৰে। পূৰ্ব্বে অহা প্ৰত্যাদেশবোৰকো কোৰানে ৰক্ষা কৰিছে। সেই দেখি কোৰানক 'মুহাইমিন্' বোলা হৈছে ; ৫ : ৪৯, টী ৭৪।

২৭। হজ্‌ৰত ঈচা (আ) অমৰ হৈ আকাশত বৰ্ত্তমান এনে বিশ্বাস কোৰানে সমৰ্থন নকৰে।

২৮। আল্লাই পৰীক্ষা লোৱাৰ মানে হৈছে, সিহঁতক চিন্তা কৰিবলৈ, আৰু আত্ম-সংশোধন কৰিবলৈ, আৰু পৰীক্ষাত উত্তীৰ্ণ হৈ আল্লাৰ কৃপা লভিবলৈ আল্লাই যথেষ্ট সময় আৰু সুযোগ দিয়ে।

২৯। আমাৰ দেৱতাবিলাকৰ দুৰ্নাম কৰে, আৰু নিজৰ উপাস্য আল্লাৰ প্ৰশংসা কৰি থাকে।

৩৮। মানৱক সৃষ্টি কৰা হৈছে শীঘ্ৰতা-প্ৰিয় কৰি ; অনতিবিলম্বে তোমালোকক আমি নিজৰ নিদৰ্শনসমূহ অৱলোকন কৰিবলৈ দিম ; গতিকে তোমালোক অধীৰ নহবা।

৩৯। আৰু সিহঁতে সোধে, যদি তোমালোক সত্যবাদী, ( তেন্তে কোৱাঁ ) সেই প্ৰতিশ্ৰুতি[30] পূৰ্ণ হবৰ সময় আহিব কেতিয়া ?

৪০। যি সময়ত অবিশ্বাসীবিলাকে নিজ সম্মুখৰ পৰা নাইবা নিজ পিঠিফালৰ পৰা অগ্নি নিবাৰণ কৰিব নোৱাৰিব, আৰু যি সময়ত সিহঁতক একো সহায়ো কৰা নহব সেই সময় অহাৰ জ্ঞান সিহঁতৰ থকা হলে, ( সিহঁত ইমানকৈ অস্থিৰ নহল-হেতেন )।

৪১। সেই ( শাস্তিৰ ) সময় সিহঁতৰ ওচৰলৈ অকস্মাৎ[31] পাবহি, সিহঁতক বিবুদ্ধি কৰি তুলিব ; গতিকে সেই শাস্তি দূৰীকৃত কৰিবলৈ সিহঁত অপাৰগ হব ; তদুপৰি সিহঁতক অলপো অৱকাশ দিয়া নহব।

৪২। আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰচুলসকলক লৈ পৰিহাস কৰা হৈছিল ; কিন্তু তাৰ ফলত যি শাস্তি সম্পৰ্কে সিহঁতৰ মাজৰ বিদ্ৰূপ কৰোঁতাবিলাকে পৰিহাস কৰিছিল সেই শাস্তিয়ে সিহঁতকেই আগুৰি ধৰিলে।[32]

## ৰুকু ৪

মানৱৰ সংৰক্ষণৰ ভাৰ আল্লাৰ ওপৰত ; অবিশ্বাসী বিৰোধীবিলাকৰ নিমিত্তে
পৃথিৱী সঙ্কীৰ্ণ হৈ পৰিছে ; সিহঁতৰ পৰিণাম ; শেষ বিচাৰৰ দিনা
আল্লাই পুণ্য আৰু পাপৰ লেখ লব, আৰু ন্যায় বিচাৰ
কৰিব ; মুচাৰ ( আ ) স্বতন্ত্ৰ-নিদৰ্শন ;
কোৰান মঙ্গলময় গ্ৰন্থ।

৪৩। তুমি কোৱাঁ, পৰম কৰুণাময় আল্লাৰ (শাস্তিৰ ) পৰা, নিশাতেই

---

৩০। সিহঁতৰ ওপৰত আল্লাৰ যি শাস্তি পৰিব তাৰ প্ৰতিশ্ৰুতি। অহা আঃ ৪০ত সেই শাস্তিৰ আভাস দিছে।

৩১। সিহঁতে সময় নাপাব সেই শাস্তিক দূৰীভূত কৰিবলৈ বা তাৰ পতিবিধান কৰিবলৈ।

৩২। চোৱাঁ, ৬ : ১১। আজি সিহঁতে বিদ্ৰূপ কৰিছে, কিন্তু এনে সময় আহিব লাগিছে যেতিয়া সিহঁতে নিজৰ চকুৰে দেখা পাব যে যি অসত্য, অসাৰ সি পৰাজিত হৈছে আৰু সত্যৰে জয়-পতাকা উৰিব ধৰিছে।

হওক বা দিনতেই হওক, কোনে তোমালোকক ৰক্ষা কৰিব পাৰে ? কিন্তু প্ৰকৃত কথা এই, সিহঁতে নিজেই নিজ প্ৰতিপালকক স্মৰণ নকৰি আঁতৰি গৈছে।

৪৪। নতুবা, সিহঁতক আমাৰ ( শাস্তিৰ ) পৰা ৰক্ষা কৰিব পাৰে এনে-বিলাক উপাস্য সিহঁতৰ আছে নে ? সিহঁতে যে নিজৰ সহায় নিজেই কৰিব এনে ক্ষমতাও সিহঁতৰ নাই ; আৰু সিহঁতক সহায় কৰিবলৈ আমাৰ ফালৰ পৰাও কোনো সঙ্গী[৩৩] দিয়া নহব।

৪৫। প্ৰকৃতপক্ষে সিহঁতক আৰু সিহঁতৰ পিতৃ-পুৰুষহঁতক আমি (যথেষ্ট ) সুখ-সম্পদ দান কৰিছিলোঁ ; তেনে অৱস্থাতেই সিহঁতে দীৰ্ঘকাল জীৱন নিৰ্ব্বাহ কৰিছিল। সিহঁতে দেখিবলৈ পোৱা নাই নে, তাৰ কেইবা প্ৰান্তৰ পৰা আমি পৃথিৱীক ক্ৰমান্বয়ে হ্ৰাস কৰি আনিছোঁ ?[৩৪] ( এই ক্ষেত্ৰত ) সিহঁত জয়ী হব পাৰিছে নে ?

৪৬। তুমি কোৱাঁ, মোৰ কাম মাথোন এই, (আল্লাৰ পৰা ) প্ৰত্যাদেশ পাই[৩৫] তোমালোকক যেন সতৰ্ক কৰোঁ ; কিন্তু শ্ৰৱণহীনবিলাকক যিমানেই সতৰ্ক কৰা হয় সিহঁতে ( মোৰ ) আহ্বানলৈ কাণ নিদিয়ে।

৪৭। আৰু তোমাৰ প্ৰভুৰ শাস্তিৰ ছাঁট[৩৬] অকণেও যদি সিহঁতক স্পৰ্শ কৰে, সিহঁতে নিশ্চয় স্বিকাৰ কৰিব এই বুলি, কি দুৰ্ভাগ্য আমাৰ ! সচাকৈয়ে আমি অন্যায়কাৰী আছিলোঁ।

৪৮। আৰু পুনৰুত্থানৰ দিনা আমি ন্যায়-বিচাৰৰ তৰ্জ্জুবিলাক দাণ্ডি ধৰিম ; গতিকে কোনো আত্মাৰ প্ৰতি অলপো অন্যায় কৰা নহব। যদি কেও

৩৩। তোমাক 'স্বাহেব' বা সঙ্গী দিয়া নহব। আৰবসকলে কথাতে কয়, স্বহবকল্লাহু, অৰ্থাৎ তোমাৰ সঙ্গী আৰু সাৰথি আল্লাই হওক ! বিপদ-আপদৰ পৰা তোমাক আল্লাই ৰক্ষা কৰক !

৩৪। চোৱাঁ, ১৩ : ৪২। (১) পৃথিৱী নিজৰ বিশালতা সত্বেও সিহঁতৰ কাৰণে সঙ্কীৰ্ণ হৈ পৰিছে। সঙ্কট, আপদ্-বিপদৰ অৱস্থা প্ৰকাশ কৰিবলৈ এনে বাক্য ব্যৱহাৰ কৰা হয়। চোৱাঁ, ৯ : ২৫, ( হুনাইন যুদ্ধৰ সময়ত ) ; আৰু ৯ : ১১৮। (২) দ্বিতীয় অৰ্থ হৈছে, তোমালোকৰ দল কমি আহিছে আৰু মুচ্লিমৰ দল বাঢ়িছে, যিহেতু ক্ৰমান্বয়ে সৰু আৰু ডাঙৰ, দুখীয়া আৰু ধনী মানুহে অবিশ্বাসীবিলাকৰ মাজৰ পৰা ওলাই আহি ইচ্লাম্ গ্ৰহণ কৰিছে।

৩৫। নিজৰ জ্ঞান-বুদ্ধিৰ ওপৰত ভৰসা কৰি সত্যপ্ৰচাৰৰ নিচিনা গুৰুতৰ কাম মই হাতত লোৱা নাই, মই ভৰসা কৰিছোঁ আল্লাৰ প্ৰত্যাদেশৰ ওপৰত।

৩৬। আৰবী শব্দ 'নফ্হা'ৰ আছল অৰ্থ গোন্ধ। কিন্তু সামান্য অকণমান বস্তুকো নফ্হা বোলা হয়। চোৱাঁ, আজাদৰ ত, কো, পৃ ৪৭৫, টী।

সৰিয়হ-কণাৰ সমানো কাৰ্য্য[৩৭] কৰিছে সিও আমাৰ লেখত পৰিব ; আৰু লেখ লোৱাত আমিয়ে যথেষ্ট।

৪৯। আৰু স্বৰূপতে মুচা আৰু হাৰুনক আমি দান কৰিছিলোঁ স্বতন্ত্ৰ-নিদৰ্শন,[৩৮] আৰু জ্যোতি, আৰু সোঁৱৰণি ধাৰ্ম্মিকসকলৰ নিমিত্তে—

৫০। যিসকলে নিজ প্ৰভুক (চকুৰে) নেদেখাকৈয়ো ভয় কৰি থাকে, আৰু নিৰ্দ্দিষ্ট সময় পাবহি বুলি ভয়তে কঁপি থাকে।

৫১। আৰু এই কোৰান হৈছে মঙ্গলৰে পৰিপূৰ্ণ উপদেশ ;[৩৯] আমিয়ে তাক অৱতীৰ্ণ কৰিছোঁ ; তথাচ তাকে তোমালোকে অস্বীকাৰ কৰিছা নে ?

## ৰুকু ৫

হজ্ৰত ইব্ৰাহিমৰ (আ) মূৰ্ত্তিপূজাৰ বিৰুদ্ধে অভিযান ; আল্লা
যে সৰ্ব্বশক্তিমান, সৰ্ব্বধাৰণ কৰোঁতা তাৰ প্ৰমাণ ;
ইব্ৰাহিম আৰু লুতৰ দেশত্যাগ আৰু
কিনানলৈ যাত্ৰা।

৫২। আৰু স্বৰূপতে পূৰ্ব্বেই আমি ইব্ৰাহিমক সুপথৰ এনে জ্ঞান দান কৰিছিলোঁ যি (সৰ্ব্ব প্ৰকাৰে) তেওঁৰ যোগ্য[৪০] আছিল ; আৰু তেওঁৰ গুণ আমি উত্তমৰূপে জানিছিলোঁ।

---

৩৭। ভাল কাম বা বেয়া কাম যিয়েই হওক।

৩৮। চোৱাঁ, ২ : ৫৪, য'ত মুচাক (আ) 'ফুৰ্ক্বান' দিয়াৰ কথা আছে। ২ : ১৮৬ত কোৰানক 'ফুৰ্ক্বান' বুলিছে। চুৰা ৩, আঃ ৪ আৰু টী চোৱাঁ। ইয়াত কোৰানকো বুজাব পাৰে, আৰু বদৰৰ যুদ্ধকো বুজাব পাৰে। সেই যুদ্ধৰ দিনক ইয়াও মূল্ ফুৰ্ক্বান কৈছে, চোৱাঁ, ৮ : ৩০, ৪২ আৰু টী।

৩৯। চোৱাঁ, ৬ : ১৫৭।

৪০। 'ৰুশ্দহু' শব্দত সৰ্ব্বনাম 'হু'ৰ প্ৰকৃত অৰ্থ বেছিভাগ অনুবাদকে বুজা নাই, এনে অভিমত মৌলানা আজাদে প্ৰকাশ কৰিছে। তেওঁ অৰ্থ কৰিছে, এনে জ্ঞান যি কেৱল নবী আৰু ৰচুলৰ যোগ্য। কোৰান-বিদ খলীফা মুকদ্দিনৰ মতে 'ৰুশ্দ্'ৰ অৰ্থ ইয়াত আৰুলে চলীম, ন্যায়-অন্যায়ৰ অনুভূতি। চোৱাঁ, ত, কো, পৃঃ ৪৭৬, আৰু খলীফা মুকদ্দিনৰ কোৰান-ভাষণৰ টী, পৃঃ ১৭২।

৫৩। যেতিয়া তেওঁ নিজৰ দদায়েকক আৰু নিজৰ লোকবিলাকক সুধিলে, যি মূৰ্ত্তিবোৰৰ পূজা-অৰ্চ্চনাত তোমালোক লাগি আছা সেইবোৰ কি ?[৪১]

৫৪। সিহঁতে উত্তৰ দিলে, আমাৰ পিতৃপুৰুষবিলাকক এই মূৰ্ত্তিবোৰৰ পূজা অৰ্চ্চনা কৰা আমি আগৰে পৰা দেখি আহিছোঁ।

৫৫। তেওঁ কলে, স্বৰূপতে তোমালোক, আৰু তোমালোকৰ পিতৃপুৰুষ-বিলাকো, প্ৰত্যক্ষ ভ্ৰান্তিত পৰি আছিলা।

৫৬। সিহঁতে কলে, তুমি আমাৰ নিমিত্তে সত্য লৈ আহিছা নে ( আমাৰ লৈতে ) ধেমালি[৪২] কৰিব লাগিছা ?

৫৭। তেওঁ কলে, নহয়, ( শুনা ) আকাশমণ্ডলী আৰু পৃথিৱীৰ যিজন প্ৰতিপালক, আৰু সেইবিলাকক যিজনে সৃষ্টি কৰিছে সেইজনা তোমালোকৰো প্ৰতিপালক, আৰু মই নিজেই তোমালোকৰ আগত ইয়াৰ সাক্ষী[৪৩] দিছোঁ।

৫৮। আৰু আল্লাৰ শপত, তোমালোক পিঠি দি উভতি যোৱাৰ পিছত তোমা-লোকৰ প্ৰতিমাবোৰৰ বিষয়ে মই কিবা এটা উপায় উলিয়াবলৈ মন কৰিছোঁ।[৪৪]

৫৯। ( সিহঁত যোৱাৰ ) পিছত, সিহঁতৰ প্ৰধান প্ৰতিমাক এৰি তেওঁ বাকী আটাইবোৰ ভাঙি টুকুৰা-টুকুৰ কৰিলে :[৪৫] অতি সম্ভৱ সিহঁত (শীঘ্ৰে) প্ৰতিমাৰ ওচৰলৈ উভতি আহিব।

---

৪১। চোৱাঁ, ২ : ১৩১, ২, ৬। ইব্ৰাহিম (আ) আছিল 'হনীফ', আল্লাৰ একনিষ্ঠ সেৱক। তেওঁৰ ধৰ্ম্ম তৌহীদৰ ভিত্তিৰ ওপৰত স্থাপিত। মূৰ্ত্তিপূজাৰ তেওঁ ঘোৰ বিৰোধী আছিল। কেল্‌ডিয়াৰ উৰ্ নগৰত তেওঁ জন্মগ্ৰহণ কৰিছিল। সেই অঞ্চলত বেলি, জোন, তৰা আদিৰ পূজা প্ৰচলিত আছিল ; আৰু বহু ঠাইত মূৰ্ত্তি পূজাৰো প্ৰচলন আছিল। তেওঁ সকলো পৰা এক আল্লাক এৰি অইন উপাস্যৰ পূজাৰ বিৰোধ কৰিছিল। চোৱাঁ, চুৰা ৬, ৰুকু ৯ ( তেওঁৰ আপোন দদায়েকক তৌহীদৰ পিনে আহ্বান কৰিছে )। আৰু চোৱাঁ, চুৰা ১৯, ৰুকু ৩। আজৰ্ ইব্ৰাহিমৰ পিতা নে দদায়েক, এই সম্বন্ধে চোৱাঁ, ৬ : ৭৬ আৰু টী ৬৫।

৪২। সিহঁত সূৰ্য্য-চন্দ্ৰ পূজা আৰু মূৰ্ত্তি পূজাৰ ইমানকৈ অনুৰক্ত আছিল যে তৌহীদৰ আহ্বানক ঠাট্টা-ধেমালি বুলিহে ভাবিছিল।

৪৩। কেৱল মুখেৰে নহয়, তেওঁৰ জীৱনৰ নানা ঘটনাৰ দ্বাৰা নিজে সাক্ষী দিছে। চোৱাঁ, ২ : ১২৫ আৰু টী।

৪৪। প্ৰতিমাবিলাক শক্তিহীন, আমাৰ ভাল কৰিব নোৱাৰে, আৰু বেয়াও কৰিব নোৱাৰে, তাকে প্ৰতিপন্ন কৰিবলৈ ইব্ৰাহিমে ( আ ) কোনো এটা সুযোগ বিচাৰিছিল।

৪৫। এই মূৰ্ত্তি ভঙা ঘটনা তেওঁৰ জন্মস্থান উৰতে হৈছিল, আৰু তেতিয়া ইব্ৰাহিম ডেকা-বয়সৰ ; নিচেই লৰা নাছিল। এই প্ৰতিমাবোৰ নানা গ্ৰহ-নক্ষত্ৰৰ প্ৰতিমূৰ্ত্তি আছিল।

৬০। সিহঁতে ( আহি এই কাণ্ড দেখি খঙত ) সুধিলে, এনে ( গৰ্হিত ) কাৰ্য্য আমাৰ দেৱতাসকলৰ সৈতে কোনে কৰিলে ? নিশ্চয় সি অন্যায়কাৰী-বিলাকৰ মাজৰ।

৬১। সিহঁতৰ মাজৰ কেইবাজনে কলে, এজন ডেকাই প্ৰতিমাবিলাকৰ সম্বন্ধে নানা কথা ( য'তে ত'তে ) কৈ ফুৰা আমি শুনি পাইচোঁ ; সেইজন ইব্ৰাহিম নামেৰে জনাজাত।

৬২। সিহঁতে কলে, তেন্তে তোমালোকে সেই ডেকাজনক মাতি আনি ৰাইজৰ সম্মুখত উপস্থিত কৰাঁ, যাতে তেওঁলোক সাক্ষী থাকে।

৬৩। ( তেওঁ আহিলত ) সিহঁতে প্ৰশ্ন কৰিলে, হে ইব্ৰাহিম, আমাৰ দেৱতা-সকলৰ সৈতে এনে কৰ্ম্ম তুমিয়ে কৰিলা নে কি ?

৬৪। তেওঁ কলে, কোনো এজনে নিশ্চয় এই কৰ্ম্ম কৰিছেই[৭৬] ; বাক ইহঁতৰ মাজত সবাতকৈ ডাঙৰ হৈছে এই প্ৰতিমা ; গতিকে ইহঁতকেই[৪৭] জিজ্ঞাসা কৰা চোন, যদিহে ইহঁত মাত মাতিব পাৰে।

৬৫। তেতিয়া সিহঁতে আপোনাৰ মাজতেই গেল পাতিলে, আৰু ( ইজনে সিজনক ) কলে, ভাবি চালে তোমালোক নিজেই[৪৮] অন্যায়কাৰী।

৬৬। পিছত সিহঁতে ( লাজত ) নিজৰ মূৰ তল কৰিলে আৰু ইব্ৰাহিমক কলে, এই মূৰ্ত্তিবিলাকে যে কথা কব নোৱাৰে তুমি নিশ্চয় জানা।

৪৬। কিছুমানে অনুবাদ কৰিছে, মই এনে কাৰ্য্য কৰা নাই, এই প্ৰধান প্ৰতিমাটোৱে কৰিছে। এইদৰে ভাঙনি কৰা ভুল হব। প্ৰথমে, 'প্ৰধান প্ৰতিমাৰ' আগতে ছেদ-চিহ্ন আছে ; 'কাৰ্য্য কৰিলে' ক্ৰিয়াৰ লগত ইয়াৰ একো সম্বন্ধ নাই। দ্বিতীয়তঃ ইব্ৰাহিমৰ নিচিনা সত্যবাদী ধৰ্মনিষ্ঠ ডেকাই যে মিছা মাতিব ই অসম্ভৱ। এই দেৱতাবিলাক যে উপাস্য হব নোৱাৰে তাকে তেওঁ প্ৰমাণ কৰিলে। তেওঁৰ কথাৰ অৰ্থ এই : মূৰ্ত্তিবিলাকক যে কোনোবাই ভাঙিলে আমি দেখিছোঁৱেই ; এই প্ৰধান প্ৰতিমাক কিন্তু ভঙা নাই ; তেওঁকে সুধি চোৱাঁ। যদি উত্তৰকে দিব নোৱাৰে তেন্তে দেৱতা হ'ল কেনেকৈ ? আৰু ভাবি চোৱাঁ তোমালোকৰ দেৱতাসকল নিজকে আক্ৰমণৰ পৰা ৰক্ষাও কৰিবলৈ অসমৰ্থ !

৪৭। এই বহুবচন সৰ্ব্বনাম প্ৰয়োগৰ পৰা প্ৰকাশ পাইছে, আটাইবিলাক মূৰ্ত্তি, বেলি, জোন, তৰা আদিৰ প্ৰতিৰূপ আৰাধ্য হব নোৱাৰে। আৰাধ্য কেৱল একমাত্ৰ আল্লা।

৪৮। ইব্ৰাহিমৰ ( আ ) কথাত যে যুক্তি আছে সিহঁতৰ অন্তৰে স্বীকাৰ কৰিছিল ; কিন্তু সিহঁতৰ উদ্ধতালি আছিল ডাঙৰ অন্তৰায়। ইব্ৰাহিমৰ প্ৰতি অত্যাচাৰ কৰা আৰু দেশৰ পৰা তেওঁক উলিয়াই দিয়াই হ'ল সিহঁতৰ সিদ্ধান্ত।

৬৭। তেওঁ কলে, তেন্তে আল্লাক এৰি তোমালোকে এনে উপাস্যৰ উপাসনা কৰা নে যি তোমালোকৰ উপকাৰ কৰিব নোৱাৰে, আৰু একো অপকাৰো কৰিব নোৱাৰে ?[৪৯]

৬৮। ধিক তোমালোকৰ প্ৰতি, আৰু তোমালোকে আল্লাক এৰি যাৰ পূজা কৰিছা তাৰ প্ৰতি ! এতিয়াও তোমালোকে নুবুজা নে ?

৬৯। সিহঁতে ( নিজৰ মাজতে ) কলে, যদি তোমালোক ( আছল ) কাম কৰিবলৈ সাজু আছা, তেওঁক অগ্নিত পেলাই দাহ কৰা, আৰু নিজৰ উপাস্যসকলক এইৰূপে সহায়[৫০] কৰা।

৭০। আমি আদেশ দিলোঁ, হে অগ্নি, তুমি শীতল হোৱা, আৰু ( ইব্ৰাহিমক) দিয়া শান্তি।[৫১]

৭১। আৰু ( চোৱা ) তেওঁৰ বিৰুদ্ধে সিহঁতে চক্ৰান্ত কৰিবলৈ সঙ্কল্প কৰিছিল, কিন্তু আমি সিহঁতকেই বেছিকৈ ক্ষতিগ্ৰস্ত কৰিলোঁ।

৭২। আৰু তেওঁক আৰু লুতক[৫২] উদ্ধাৰ কৰি এনেখন দেশলৈ আনিলোঁ যাক আমি মঙ্গলময় আমি কৰিছোঁ সমগ্ৰ জাতিৰ নিমিত্তে।

৪৯। কি হৃদয়স্পৰ্শী প্ৰমাণ ! আল্লা আমাৰ পালন কৰোঁতা, সকলোৰে ধাৰণ কৰোঁতা ; তেওঁ চিৰ-জীৱন্ত, সৰ্ব্বশক্তিমান ; তেৱেঁই আমাৰ মঙ্গল-অমঙ্গলৰ গৰাকী। তেওঁত বিনে আৰু কোন উপাস্য, আৰাধ্য হব পাৰে ?

৫০। সিহঁতে নিজকে সহায় কৰিব নোৱাৰে, পূজাকৰোঁতাবিলাকক কি সহায় কৰিব ? দৰাচলতে সিহঁতৰ অন্তৰে ইব্ৰাহিমৰ কথা সচা বুলি মানি লৈছিল। দেশাচাৰ আৰু সিহঁতৰ অহঙ্কাৰে স্বাকাৰ কৰাত বাধা দিছিল। আধুনিক কালতো এনে ভাব-ভঙ্গী বহু ঠাইত পৰিলক্ষিত হয়।

৫১। লোক আখ্যানমতে ইব্ৰাহিমক ( আ ) বাস্তৱতে জুইত পেলাই দিয়া হৈছিল ; কিন্তু অলৌকিকৰূপে অগ্নি শীতল হ'ল আৰু তেওঁ ৰক্ষা পৰিল। কিছুমানে কয়, ধাৰাসাৰে বৰষুণ নামিল, আৰু তাৰ ফলত জুই নুমালে ; ইব্ৰাহিমৰ ( আ ) একো অনিষ্ট নহল। মঃ আলীৰ মতে এই আয়ত ৰূপক, অগ্নি হৈছে বিৰোধিতাৰ অগ্নি, —'fire of opposition'. চোৱা তেওঁৰ কোৰান, পৃঃ ৬৫২, টী ১৬৪১। ইয়ুচুফ আলীয়ে তাকে উৎপীড়নৰ অগ্নি কৈছে,—'fire of persecution' চোৱা তেওঁৰ কোৰান পৃঃ ৮৩৭, টী ২৭২৪। ইয়াৰ পাছতে তেওঁ চীৰিয়ালৈ গুচি গ'ল। আছল কথা এযে, আল্লাই তেওঁক সিহঁতৰ সকলো প্ৰকাৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰিলে। চোৱা, ১৯ : ৪৯, ৫০ ; আৰু ২৯ : ২৫। এইটো আছিল ইব্ৰাহিমৰ অগ্নি পৰীক্ষা।

৫২। লুত্ ( আ ) ইব্ৰাহিমৰ ভতিজা। তেওঁৰ আখ্যান চুৰা ১১, সপ্তম ৰুকুত বৰ্ণোৱা হৈছে। ইব্ৰাহিমে ( আ ) লুতক লৈ প্ৰথমে এৰামলৈ আহিল, আৰু তাৰ পৰা

৭৩। আৰু আমি তেওঁক ( পুত্ৰ ) ইচ্হাক দান কৰিলোঁ, আৰু তেওঁৰ উপৰি ( নাতি ) ইয়াকুব ;[৫৩] আৰু প্ৰত্যেকজনকে আমি ধৰ্ম্মনিষ্ঠ কৰিলোঁ।

৭৪। আৰু সেইসকলক আমি ( ধৰ্ম্মৰ ) নেতৃত্ব ) দান কৰিছিলোঁ ; সেই সকলে আমাৰ আদেশ অনুসাৰে ( লোকক ) সজ বাট দেখুৱাইছিল ; আৰু সেইসকলক আমি প্ৰত্যাদেশ কৰিছিলোঁ সৎ কৰ্ম্ম কৰিবলৈ, আৰু নমাজ প্ৰতিষ্ঠিত কৰিবলৈ, আৰু জকাত দান কৰিবলৈ।[৫৪] আৰু সেইসকলে আমাৰেই মাথোন আৰাধনা কৰিছিল।

৭৫। আৰু আমি লুতক দান কৰিছিলোঁ বিচাৰশক্তি আৰু জ্ঞান ;[৫৫] আৰু যিখন নগৰৰ ( অধিবাসীবিলাকে ) ঘৃণাকৰ কাৰ্য্য কৰিছিল তাৰ পৰা তেওঁক আমি ( ৰক্ষা কৰি ) মুক্তি দিলোঁ ; নিশ্চয় সিহঁত আছিল দুষ্কৰ্ম্মী, বিৰুদ্ধাচৰণকাৰী লোক।

৭৬। আৰু আমি লুতক নিজ কৰুণাৰ ভিতৰলৈ প্ৰৱেশ কৰিবলৈ দিলোঁ ; ইয়াত একো সন্দেহ নাই তেওঁ আছিল ধৰ্ম্মপৰায়ণ সকলৰ অন্তৰ্গত।

## ৰুকু ৬

হজ্ৰত নুহ, দাউদ, চুলেইমান, আইয়ুব, ইস্ৰাইল, ইদ্ৰীচ, ইজেকীল, ইয়ুনুচ্, জকৰীয়া, ইয়্হয়া, মৰ্য়ম, আৰু ঈচা ( আ ) সকলো আছিল আল্লাৰ প্ৰীতিভাজন ; তেওঁলোকৰ গুণ বৰ্ণনা ; মূলধৰ্ম্ম এক, তৌহীদ।

৭৭। আৰু ( মনত পেলোৱাঁ ) ইয়াৰ আগৰ কথা নুহ সম্বন্ধে ; যেতিয়া

---

কিনানলৈ গৈ তাতে বসতি কৰিছিল। সেই সময়ত পেলেষ্টাইন চীৰিয়াদেশৰ এটা অংশ আছিল। লুতৰ ঘটনা সেই অঞ্চলতে ঘটিছিল।

৫৩। ইয়াকুবৰ অন্য নাম আছিল ইস্ৰাইল। তেওঁৰ পৰাই ইস্ৰাইল বংশৰ উৎপত্তি। তেওঁ ইব্ৰাহিমৰ নাতিয়েক। ইব্ৰাহিমৰ পুতেক ইচ্হাক, আৰু ইচ্হাকৰ পুতেক ইয়াকুব।

৫৪। আল্লাৰ আৰাধনা কৰা আৰু লোকৰ হিতসাধনৰ কাৰণে ধন ভঙা—অৰ্থাৎ নমাজ আৰু জকাত—সকলো নবীৰ শিক্ষাৰ প্ৰধান অঙ্গ আছিল। ইচ্লামত এই শিক্ষাই পূৰ্ণতা লাভ কৰিলে।

৫৫। তেওঁৰ নবুয়ত নিসন্দেহ ; এই অসাধাৰণ বিচাৰ-শক্তি আৰু পৰমাৰ্থিক জ্ঞান আল্লাই নবীসকলকহে দিয়ে। চোৱাঁ, ৭ : ৮১, টী ৭২ ; ১১ : ৮২-৮৪। আৰু চোৱাঁ, ১৫ : ৬২—৭৪।

তেওঁ ( আমাক ) আহ্বান কৰিলে, আমি তেওঁক প্ৰত্যুত্তৰ দিলোঁ ; পিছত তেওঁক আৰু তেওঁৰ পৰিয়ালক আমি দাৰুণ ক্লেশ কষ্টৰ পৰা ৰক্ষা কৰিলোঁ।[৫৬]

৭৮। আৰু যিবিলাক লোকে আমাৰ নিদৰ্শনসমূহ মিছা বুলি অমান্য কৰিছিল সিহঁতৰ বিৰুদ্ধে আমি তেওঁক সহায় কৰিছিলোঁ ; ইয়াত কোনো সন্দেহ নাই, সিহঁত আছিল দুষ্কৰ্ম্মী লোক ; সেই কাৰণে সিহঁতৰ আটাইবোৰকে আমি বুৰাই মাৰিলোঁ।

৭৯। আৰু দাউদ আৰু চুলেইমানৰ কথাও ( সোঁৱৰণ কৰা, ) যেতিয়া উভয়ে কোনো এটা শস্যক্ষেত্ৰ[৫৭] সম্বন্ধে বিচাৰ কৰিছিল যাৰ ভিতৰত আইনৰ ভেৰা ছাগলী সোমাই ( শস্যৰ ) অনেক ক্ষতি কৰিছিল ; আৰু তেওঁলোকে যি বিচাৰ কৰিছিল তাৰ সাক্ষী আমি আছিলোঁ।

৮০। পিছত আমি চুলেইমানক সেই বিষয়ে বুজনি দিছিলোঁ ; আৰু তেওঁলোকৰ প্ৰত্যেকজনকে আমি বিচাৰ-বুদ্ধি আৰু জ্ঞান প্ৰদান কৰিছিলোঁ ; আৰু যি পৰ্ব্বতসমূহে[৫৮] ( আমাৰ ) পৱিত্ৰতা ঘোষণা কৰিছিল সেইবিলাকক, আৰু ( তাৰ উপৰি ) পক্ষীবোৰকো আমি দাউদৰ অধীন কৰিছিলোঁ ; আৰু এই সমস্ত কাৰ্য্য আমিয়ে সম্পন্ন কৰিছিলোঁ।

৮১। আৰু আমি তোমালোকৰ (ব্যৱহাৰৰ) নিমিত্তে লোহৰ জাখৰ নিৰ্ম্মাণ

---

৫৬। ইব্ৰাহিমৰ ( আ ) কেইবা শতিকা আগতে নূহে ( আ ) আল্লাৰ বাণী প্ৰচাৰ কৰিছিল। নূহৰ প্ৰচাৰ আৰু নাও নিৰ্ম্মাণ কৰা সম্বন্ধে চোৱাঁ চুৰা ১১, ৰুকু ৪।

৫৭। ইব্‌নে মচ্‌উদ আৰু মুকাত্তিলে এই বিচাৰ সম্বন্ধে লিখিছে ; এজন মানুহৰ ভেৰা-ছাগলীয়ে আইন এজনৰ শস্যক্ষেত্ৰত সোমাই খেতিৰ ভালেখিনি অনিষ্ট কৰিলে। দাউদৰ ( আ ) আগত গোচৰ দিয়াত্ত তেওঁ এই বিচাৰ কৰিলে, যিহেতু ভেৰাছাগলীজাকৰ আৰু ক্ষতিৰ মূল্য সমান, সেইবোৰ ভেৰা-ছাগলী শস্যক্ষেত্ৰৰ মালিকে পাব। চুলেইমানে ( আ ) এই বিচাৰ ঠিক হোৱা নাই বুলি মত প্ৰকাশ কৰিলে। তেওঁৰ মতে, কিছুমান দিনলৈ সেই শস্যক্ষেত্ৰৰ মালিকে ভেৰা-ছাগলী জাক ৰাখক, আৰু তাৰ লাভ ভোগ কৰক। যেতিয়া তাৰ ক্ষতি শোধ হয় সি ভেৰা ছাগলী আগৰ মালিকক ওভোতাই দিয়ক। দাউদে পিছত্ত চুলেইমানৰ মত গ্ৰহণ কৰি সেইৰূপে বিচাৰ কৰিলে।

৫৮। বিশ্বজগতৰ সকলো বস্তুৱে সৃষ্টিকৰ্ত্তাৰ মহিমা ঘোষণা কৰে। আৰু আল্লাই সৃষ্টিক মানুহৰ আয়ত্তাধীন কৰিছে। চোৱাঁ, ১৭ : ৪৫ ; ৩৪ : ১১ ; ৩৮ : ১৯, ২০, ইত্যাদি। পৰ্ব্বতীয়া লোকবিলাকে দাউদৰ বশ্যতা স্বীকাৰ কৰিছিল এনে অৰ্থ কৰাও অসঙ্গত নহব। পক্ষীবোৰক বৰ্ত্তমান কালতো সামৰিক কামত লগোৱা হয়, যেনে এঠাইৰ পৰা আইন ঠাইলৈ চিঠিপত্ৰ উৰাই নিয়া।

কৰিবৰ শিল্পবিদ্যা দাউদক শিকালোঁ,[৫৯] যাতে ই ৰণক্ষেত্ৰত তোমালোকক ( শত্ৰুৰ আঘাতৰ পৰা ) ৰক্ষা কৰে ; তাৰ বাবে তোমালোকে আমাৰ শলাগ লৈছা নে ?

৮২। আৰু ( সাগৰৰ ) প্ৰচণ্ড বতাহকো চুলেইমানৰ[৬০] ( অনুগত কৰিছিলোঁ ) ; তেওঁৰ নিৰ্দ্দেশ মতে বতাহ সেই দেশৰ অভিমুখে প্ৰবাহিত হৈছিল যি দেশক[৬১] আমি মঙ্গল-আশীৰ্ব্বাদৰে পৰিপূৰ্ণ কৰিছিলোঁ। আৰু সকলো বিষয়ে আমাৰ জ্ঞান পূৰ্ণ।

৮৩। আৰু ( আমি চুলেইমানৰ অধীন কৰিছিলোঁ ) অনেক শয়তান-সদৃশ ( বলৱন্ত ) মানুহক[৬২] ; সেইবিলাক তেওঁৰ কাৰণে (মণিমুকুতা উলিয়াবলৈ) সাগৰত বুৰিয়াইছিল, আৰু তদুপৰি অন্যান্য কামো কৰিছিল।

৮৪। আৰু আইয়ুবৰো[৬৩] কথা ( সোঁৱৰণ কৰা, ) যেতিয়া তেওঁ নিজ

৫৯। লোৰ জাখৰ আদি নিৰ্ম্মাণ কৰাত দাউদ ( আ ) যে সৰ্ব্বপ্ৰথম আছিল এইটো ইয়াত কোৱা হোৱা নাই। তেওঁৰ ৰাজ্য কেইবাখন দেশ জুৰি বিস্তৃত আছিল ; আৰু নানা শত্ৰুদলৰ সৈতে যুঁজ কৰিব লগীয়া হৈছিল। সেই কাৰণে লোৰ সামৰিক অস্ত্ৰ-শস্ত্ৰ প্ৰচুৰ পৰিমাণে নিৰ্ম্মাণ কৰাবৰ ব্যৱস্থা আছিল ; চোৰা ৩৪ : ১১-১৪।

৬০। চুলেইমানৰ ( আ ) প্ৰকাণ্ড নৌবাহিনী আছিল। তদুপৰি বাণিজ্যৰ জাহাজ অনুকূল বতাহৰ সহায় লৈ বিভিন্ন দূৰ দেশলৈ পঠাইছিল। চোৱা, ৩৪ : ১২। আৰু চোৰা, ১৪ : ৩৩।

৬১। পেলেষ্টাইনত চুলেইমানৰ ( আ ) ৰাজধানী আছিল ; আৰু তেওঁৰ ৰাজ্য এফালে চীৰিয়া লৈকে, আৰু আন ফালে পাৰস্য উপসাগৰ পৰ্য্যন্ত বিস্তৃত আছিল।

৬২। অদম্য বলৱন্ত জাতি বুজাইছে। পৰ্ব্বতীয়া উপজাতি কিছুমানক দমন কৰি চুলেইমানে ( আ ) বন্দীৰূপে খটাইছিল। ইহঁত বুৰ মাৰি সাগৰৰ পৰা মুকুতা আদি মূল্যবান পাথৰ উলিয়াবৰ কামত পাকৈত আছিল। যেৰুজেলেমৰ বহু অট্টালিকা নিৰ্ম্মাণৰ নিমিত্তে ইহঁতৰ দ্বাৰা পৰ্ব্বতৰ শিল কটুৱাই আৰু কঢ়িয়াই অনা হৈছিল।

৬৩। আইয়ুব আছিল ইয়াকুবৰ ( আ ) ককায়েক আইচ পৰিয়ালৰ। তেওঁ নিজ পৰিয়ালক লৈ পেলেষ্টাইনৰ পূবফালে অৱস্থিত গৌজ নগৰত বাস কৰিছিল। পোনতে তেওঁৰ অৱস্থা ভাল আছিল আৰু সুখ-স্বচ্ছন্দতাৰে দিন নিয়াইছিল। পিছত অৱস্থাৰ পৰিবৰ্ত্তন হ'ল ; দুখ-দুৰ্গতি, কষ্ট-ক্লেশ, অভাৱ-দীনতাত পৰি ঘৰ এৰি দেশ-বিদেশে ভ্ৰমণ কৰিবলৈ ওলাল। তাৰ উপৰি নানাপ্ৰকাৰ ৰোগে ধৰিলে। এনে দুৰৱস্থাতো তেওঁ অপৰিসীম ধৈৰ্য্য ধাৰণ কৰিলে, আৰু আল্লাৰ ওপৰত নিৰ্ভৰশীল হৈ আছিল। আল্লাই তেওঁৰ কষ্ট দূৰ কৰিলে, তেওঁক সুস্থ কৰিলে, আৰু ঘৰলৈ উভতি আহিবলৈ সুযোগ দিলে। অলপ দিনতেই তেওঁ আগতকৈ অধিক ধন-সম্পত্তিৰ গৰাকী হল, আৰু সুখ, মান-সম্ভ্ৰম সকলো উপভোগ কৰি জীৱন নিৰ্ব্বাহ

প্ৰভুক আহ্বান কৰিছিল এই বুলি—বাস্তৱতে মোক দুখ-দুৰ্গতিয়ে স্পৰ্শ কৰিছে; কিন্তু দয়ালু সকলৰ শ্ৰেষ্ঠ দয়ালু তুমিয়েই।

৮৫। তেতিয়া তেওঁৰ এই প্ৰাৰ্থনা আমি গ্ৰহণ কৰিলোঁ আৰু যি দুখ-দুৰ্গতিত তেওঁ পৰিছিল তাক আমি দূৰীভূত কৰিলোঁ, আৰু আমি তেওঁৰ পৰিয়াল তেওঁক সমৰ্পণ কৰিলোঁ, আৰু তেওঁলোকৰ লগতে তেওঁলোকৰ জ্ঞাতিৰ (সংখ্যা বৃদ্ধি কৰিলোঁ)[৬৪]; ই আছিল আমাৰ সন্নিধানৰ পৰা কৰুণা স্বৰূপ, আৰু আমাৰ আৰাধনা কৰোঁতাসকলৰ নিমিত্তে সোঁৱৰণী।

৮৬। আৰু ইস্মাইল আৰু ইদ্ৰীচ আৰু জুল্‌কিফ্‌লৰ[৬৫] কথা (স্মৰণ কৰা); সকলো আছিল ধৈৰ্য্যশীলসকলৰ অন্তৰ্গত।

৮৭। আৰু সেইসকলক আমি নিজ কৰুণাৰ ভিতৰত প্ৰৱেশ কৰিবলৈ দিছিলোঁ; ইয়াত কোনো সন্দেহ নাই, সেইসকল আছিল ধৰ্ম্মপৰায়ণসকলৰ সন্নিবিষ্ট।

৮৮। আৰু জুন্নুনৰো[৬৬] কথা (মনত পেলোৱা,) যেতিয়া তেওঁ (নিজ

---

কৰিছিল। তেওঁ ১৪০ বছৰৰ দীৰ্ঘ জীৱন পাইছিল, আৰু বুঢ়া কালতো সাতোটা লৰা আৰু তিনিজনী ছোৱালী আল্লাই তেওঁক দিছিল। চোৱাঁ, ৩৮ : ৪৫। বাইবেল Book of Jobত আয়ুবৰ (আ) কথা বিশদভাৱে উল্লেখ হৈছে।

৬৪। চোৱা, ৩৮ : ৪৪। দুই ঠাইতে প্ৰায় একে ভাষা ব্যৱহাৰ কৰা হৈছে।

৬৫। ইজেকীল আছিল নবী (Ezekiel)। নযফ্ আৰু বেবিলনৰ মাজত কেফীল নামৰ এখন নগৰ আছিল। তাত ইজেকীলৰ (আ) সমাধি আছিল বাবে কেফীল নগৰ ইহুদীবিলাকৰ তীৰ্থস্থান হৈ পৰিল।

৬৬। চোৱা, চুৰা ৩৭, ৰুকু ৫ য'ত মাছৰ ঘটনা উল্লেখ হৈছে। 'জুন্-নুনৰ' অৰ্থ মাছৰ গৰাকী, আৰু অইন ঠাইত (৬৮ : ৪৯) তেওঁক 'স্বাহেবুল্-হুত' বোলা হৈছে, মানে 'মাছৰ সঙ্গী'। তেওঁৰ আছল নাম ইয়ুনুচ্ (Jonah)। দশম চুৰাৰ নাম ইয়ুনুচ্। তেওঁ নিনেৱা-অধিবাসীবিলাকৰ মাজত ধৰ্ম্ম প্ৰচাৰ কৰিছিল। সিহঁতে তেওঁক বহু যন্ত্ৰণা দিছিল। শেষত তেওঁ সমুদ্ৰপাৰত জাহাজ এখনত উঠিল, অইন দেশলৈ যাবৰ উদ্দেশ্যে। কোনো কাৰণে নাৱিকবিলাকে তেওঁক সাগৰত পেলাই দিলে। এটা ডাঙৰ মাছে তেওঁক কামোৰ মাৰে। অৱশেষত সাগৰৰ দাতিত আনি পেলালে। এই সম্বন্ধে চোৱা ৩৭ : ১৪০-৪৭। সাগৰত নাও ভাঙিব পৰা ডাঙৰ ডাঙৰ তিমি মাছ আছে। এটি হজ্‌ৰতৰ (স্ব) হদীছ আছে য'ত ভৱিত কামোৰ মৰাৰ কথা আছে। সি যিয়ে নহওক, আছল কথা এই, ইয়ুনুচে (আ) বিপদত পৰি আল্লাৰ সহায় বিচাৰিছিল, আৰু তেওঁ তেওঁক অলৌকিকৰূপে সহায় কৰিলে।

জাতিৰ প্ৰতি ) ক্ৰুদ্ধ হৈ ওলাই গ'ল, তেওঁ আগতে ভাবিছিল আমি তেওঁক কেতিয়াও জীৱিকাৰ অভাৱত[৬৭] নেপেলাওঁ ; পিছত ( অভাৱৰ ) ঘোৰ অন্ধকাৰত তেওঁ ( আমাক ) আহ্বান কৰিলে এই বুলি,[৬৮] তোমাত ভিন্ন অইন উপাস্য নাই ; তুমিয়ে পৰম পৱিত্ৰ ; সচাকৈয়ে মই ( নিজৰ প্ৰতি ) নিজেই অন্যায়কাৰী আছিলোঁ।

৮৯। অৱশেষত তেওঁৰ প্ৰাৰ্থনা আমি গ্ৰহণ কৰিলোঁ, আৰু শোক-সন্তাপৰ পৰা তেওঁক মুক্তি দান কৰিছিলোঁ ; আৰু বিশ্বাস স্থাপনকাৰীসকলক এইদৰেই আমি মুক্তি দান কৰোঁ।

৯০। আৰু জকৰীয়াৰো[৬৯] কথা ( সোঁৱৰণ কৰা ), যেতিয়া তেওঁ নিজ প্ৰভুক আহ্বান কৰিছিল এই বুলি, হে মোৰ প্ৰভু, ( এই পৃথিৱীত ) তুমি মোক অকলশৰীয়া[৭০] কৰি এৰি নিদিবা ; আৰু ( মোৰ দৃঢ় বিশ্বাস এই), সকলোতকৈ শ্ৰেষ্ঠ উত্তৰাধিকাৰী তুমিয়ে।

৯১। তেওঁৰ এই প্ৰাৰ্থনা আমি শুনিলোঁ, আৰু তেওঁক ইয়হ্য়া ( যেন পুত্ৰ ) দান কৰিছিলোঁ, আৰু তেওঁৰ পত্নীক (সকলো প্ৰকাৰে) তেওঁৰ উপযোগী কৰিছিলোঁ। নিশ্চয় সৎ কাৰ্য্য কৰাত এইসকল আগুৱান আছিল, আৰু সেইসকলে আমাৰ আগত প্ৰাৰ্থনা কৰিছিল আশা আৰু ভয়-সংশয়ৰ ভাৱ লৈ ; আৰু সেইসকল আমাৰ ওচৰত সদায় বিনীত হৈ থাকিছিল।

৯২। আৰু সেই মহিলাৰো[৭১] কথা (ভাবি চোৱা ) যি নিজৰ সতীত্ব সংৰক্ষণ কৰিছিল আৰু যাৰ অন্তৰত আমি নিজ আত্মাৰ নিশ্বাস পেলাইছিলোঁ ; আৰু আমি তেওঁক আৰু তেওঁৰ পুতেকক বিশ্বজগতৰ নিমিত্তে নিদৰ্শন স্থিৰ কৰিছোঁ।

---

৬৭। ২৮ : ৮৩ চোৱা। তাতো এয়ে অৰ্থ লোৱা হৈছে।

৬৮। সুফীসকলে লিখিছে, ইয়ুনুচৰ ( আ ) এই প্ৰাৰ্থনা ইচ্‌মে আ'জম্‌ৰূপে ( আল্লাৰ মহৎ নাম ) গণ্য হয়। বিপদ-আপদত এই প্ৰাৰ্থনা কৰিলে আল্লাই বিশেষ সহায় দি বিপদৰ পৰা উদ্ধাৰ কৰে।

৬৯। চোৱা, ৩ : ৩৮-৪১ ; আৰু ১৯ : ২-১৫।

৭০। মোক সন্তান-হীন নকৰিবা ; মোক এনে এটি পুত্ৰ দিয়া যি মোৰ পাছত সত্যৰ সেৱা কৰে আৰু তোমাৰ ধৰ্ম্ম বিস্তাৰ কৰে। আল্লাই তেওঁক তেনে পুত্ৰ দান কৰিলে। তেওঁৰ নাম ইয়হ্য়া।

৭১। হজ্‌ৰত ঈচাৰ ( আ ) মাতৃ, মৰ্‌য়ম্ ( আ )। চুৰা ১৯ ( চুৰা মৰ্‌য়ম্ ) চোৱা।

৯৩। নিশ্চয় এয়ে তোমালোকৰ সম্প্ৰদায়, একেটা সম্প্ৰদায়; আৰুময়ে তোমালোকৰ অকল পালনকৰ্ত্তা; গতিকে তোমালোকে মোৰেই আৰাধনা কৰা।[৭২]

৯৪। আৰু সিহঁতে নিজৰ বিষয়লৈ নিজৰ মাজতে বিচ্ছেদৰ[৭৩] সৃষ্টি কৰিছে; ( সিহঁতে জনা উচিত ) সিহঁতৰ সকলোকে ( এদিন ) আমাৰ ওচৰলৈ প্ৰত্যাবৰ্ত্তন কৰিব লাগিব।

# ৰুকু ৭

শেষ কালত ইয়াযুয্-মাযুযৰ সত্যৰ বিৰুদ্ধে অভিযান; সত্যৰ বিৰোধীবিলাকৰ পৰিণাম; মুশ্‌ৰিক্‌বিলাকৰ আৰু সিহঁতৰ দেৱতাবিলাকৰ বাসস্থান নৰক; ধৰ্মপৰায়ণসকল স্বৰ্গবাসী; তেওঁলোকেই পৃথিৱীৰ অধিকাৰী হব; ইচ্‌লাম বিশ্বব্যাপী ধৰ্ম; হজ্‌ৰতৰ আহ্বান তৌহীদৰ পিনে; সৰ্ব্বশেষত আল্লাৰ ন্যায় বিচাৰ।

৯৫। প্ৰকৃততে যিজনে বিশ্বাস স্থাপনকাৰী হৈ সৎকাৰ্য্য কৰে সেইজনৰ তেনে প্ৰচেষ্টা কেতিয়াও অস্বীকৃত নহব; আৰু সেইজনৰ পক্ষে নিশ্চয় আমি ( সকলো সৎকৰ্ম্ম ) লিপিবদ্ধ কৰোঁ।

৯৬। আৰু যিখন নগৰ আমি ( এবাৰ ) ধ্বংস কৰোঁ, তাৰ অধিবাসীবিলাক যে কেতিয়াও উভতি নাহিব ই বিধি-সিদ্ধ[৭৪]।

৭২। 'উম্মত'ৰ দ্বিতীয় অৰ্থ ধৰ্ম। আয়তৰ অৰ্থ হ'ল, মূল ধৰ্ম একেটা—এক অদ্বিতীয় আল্লাত বিশ্বাস আৰু যি নবী বা ৰচুলে মানৱৰ নিমিত্তে আল্লাৰ বাণী লৈ আহে তেওঁত বিশ্বাস। চোৱা ওপৰৰ আঃ ২৬।

৭৩। মূল-শিক্ষা তৌহীদক অৱজ্ঞা কৰি বহুতে নানা ধৰ্ম উলিয়াই মানৱজাতিৰ মাজত বিৰোধৰ সৃষ্টি কৰিছে।

৭৪। ইয়াত 'হাৰাম' শব্দৰ অৰ্থ বাধ্যতামূলক। যিবিলাকক আল্লাই ধ্বংস কৰিছে সিহঁত আকৌ জীৱিত হৈ আহিব নোৱাৰে। আৰু এটা অৰ্থ লোৱা হৈছে, সিহঁতে নিজকে সংশোধন কৰিবলৈ আৰু কোনো সুযোগ নাপায়।

৯৭। কালক্ৰমে এনে এটা সময় আহিব যেতিয়া ইয়াযুয্ আৰু মাযুযক[৭৫] মুক্ত কৰি দিয়া হব, ( যাতে সিহঁতে সিহঁতৰ অভিযান চলায় ), আৰু বহু ওখ ঠাইৰ পৰা লৰি-ঢাপৰি নামি আহে।

৯৮। আৰু সত্যৰ প্ৰতিশ্ৰুতি ( পূৰ্ণ হোৱাৰ ) সময় ওচৰ চাপিব ; তেতিয়া হঠাতে অবিশ্বাসীবিলাকৰ চকুবোৰ ( বিস্ময় আৰু আতঙ্কৰ হেতু ) মেল খাই থাকিব ; ( সিহঁতে আক্ষেপ কৰিব এই বুলি : ) হায়, আমাৰ প্ৰতি ধিক ! স্বৰূপতে

৭৫। চোৰ্বা, ১৮ : ৯৫ আৰু টী। ইয়াযুয্ আৰু মাযুয্ কোন এই সম্বন্ধে নানা মত আছে। পুৰণি ব্যাখ্যাকাৰসকলৰ যেনে বাইৰাৱী, খাজিন, জমথ্‌ৰী, ৰাজী আদি—বিভিন্ন মত। তিনিজন আধুনিক লেখকৰ মত সংক্ষেপে লিখা হ'ল। (১) মৌলানা আজাদ,—খৃঃ পূঃ ৭০০ পৰা খৃঃ, পঞ্চম শতাব্দীলৈকে মঙ্গোলীয়াৰ আদিম অধিবাসীবিলাকৰ আৰু কৃষ্ণ সাগৰৰ উত্তৰ পাৰত থকা বৰ্ব্বৰ জাতিসমূহক ইয়াযুয্ আৰু মাযুয্ বোলা হয়। চুৰা ২৬ত ( আম্বিয়া ) যিবিলাকৰ অভিযানৰ কথা উল্লেখ হৈছে সেইবিলাক মঙ্গোলীয়াৰ তাতাৰীবিলাকৰ সৰ্ব্বশেষ অভিযান। ( ত, কো—পৃ, ৫২৪ )। মঙ্গোলীয়ানবিলাকৰ বংশধৰ চিদিয়ানবিলাকক বিশেষকৈ ইয়াযুয় মাযুয্ বোলা হৈছিল। পশ্চিম এচিয়াৰ বহু ঠাইত বহু জাতিৰ ওপৰত সিহঁতে অত্যাচাৰ কৰিছিল। ৬ষ্ঠ শতিকাত ( পূ, খৃ ) চাইৰচে ( জুল্‌কৰ্‌নেইনে ) সেই জাতিবিলাকক চিদিয়ানহঁতৰ পৰা ৰক্ষা কৰিবলৈ প্ৰাচীৰ নিৰ্ম্মাণ কৰিছিল। সিহঁতৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ চীনাবাসীবিলাকেও ৩০০ বছৰ পাছত প্ৰসিদ্ধ চীনা প্ৰাচীৰ নিৰ্ম্মাণ কৰিছিল। ত, কো, পৃঃ ৪২৬।

(২) আঃ ইয়ুচুফ্ আলি—তেওঁৰ মতে জুল্-কৰনেইন আলেকজাণ্ডৰ চাইৰেচ্ নহয়। ( দ্বি, খণ্ড, ত, কো, পৃ, ৭৬৩ ) ইয়াযুয্ আৰু মাযুয্ এচিয়াৰ মধ্যবৰ্ত্তী অঞ্চলৰ অসভ্য জাতি-বোৰৰ নাম। এইবিলাক সাধাৰণতে গ্ৰীক আৰু ৰোমানবিলাকৰ মাজত চিদিয়ান নামেৰে জনাজাত আছিল। সিহঁত মঙ্গোলীয়ন আছিল। ( ত, কো, পৃ, ৭৬১ )

(৩) মৌলানা মঃ আলি—বা, ইজেকিল, ৩৮ : ২ৰ নিৰ্দ্দেশ দি তেওঁ মত প্ৰকাশ কৰিছে, তোৱাল আৰু মেশেক্ সেই অঞ্চলত বাস কৰিছিল দেখি তুখন নৈৰ নাম তোবাল আৰু মচ্‌কোৱা হ'ল ; আৰু তোবাল নদীৰ পাৰত এখন নগৰ বহিল যাৰ নাম হ'ল তোবলস্ক, আৰু মচ্‌কোৱাৰ পাৰত প্ৰাচীন নগৰ মচ্‌কো অৱস্থিত। যোচীফচৰ অনুসৰণ কৰি লিখিছে, ইয়াত কোনো ভুল নাই, কৃষ্ণ সাগৰৰ উত্তৰে আৰু উত্তৰ-পূবে যিবিলাক উপজাতি বাস কৰিছিল সেইবিলাকেই মাযুয্ ( Magog ) নামে জনাজাত। —মঃ আলিৰ কোৰান, পৃঃ ৬০৫, ৬।

এই প্ৰতিশ্ৰুতিক আমি আওহেলা কৰি আহিলোঁ ; নহয়, প্ৰকৃততে আমি ( নিজৰে প্ৰতি ) অন্যায় কৰিছিলোঁ।[১৬]

৯৯। নিশ্চয় তোমালোক নিজে, আৰু আল্লাক এৰি তোমালোকে যিবিলাকৰ পূজা কৰি আছা সেইবিলাকো নৰকৰ ইন্ধন ; তাতেই তোমালোক উপনীত হব লাগিব।

১০০। সিহঁত ( সচাকৈয়ে ) উপাস্য হোৱা হলে সিহঁত সেই নৰকত উপনীত নহল হেতেন, অথচ সিহঁত সকলো তাত চিৰকাল অৱস্থান কৰিব ।

১০১। তাত সিহঁতৰ ভাগত পৰিব আৰ্ত্তনাদ, আৰু সিহঁতে তাত আৰু একোকে শুনিবলৈ নাপাব।

১০২। কিন্তু যিসকলৰ কাৰণে আমাৰ ফালৰ পৰা পূৰ্ব্বেই কল্যাণ স্থিৰ কৰি থোৱা হৈছে, সেইসকলক নিশ্চয় নৰকৰ পৰা বহু আঁতৰত স্থান দিয়া হব।

১০৩। সেইসকলে ( নৰকৰ ) সৰ্‌সৰণি অকণো শুনিবলৈ নাপাব ;[১৭] আৰু সেইসকলৰ অন্তৰসমূহে যি বাঞ্ছা কৰিছিল তাকে সেইসকলে চিৰকাল উপভোগ কৰি থাকিব।

১০৪। ( শেষ দিনৰ ) বিষম আতঙ্কে সেইসকলক শোকাতুৰ নকৰিব ; বৰং ফিৰিশ্‌তাসকলে আগবাঢ়ি সেইসকলৰ সৈতে সাক্ষাৎ কৰিব, আৰু ( এইদৰে কব ) যিদিনাৰ প্ৰতিশ্ৰুতি তোমালোকক প্ৰদান কৰা হৈছিল সেয়ে হৈছে আজিৰ দিন।

১০৫। সেইদিনা লিখা কাকত ভাঁজ কৰা দৰে আমি আকাশ ভাঁজ কৰিম ;[১৮] আদিতে আমি যিদৰে জগৎ সৃষ্টি কৰিছিলোঁ সেইদৰে পুনৰায় সৃষ্টি

---

১৬। চোৱা, ১৪ : ৪২, ৩। ইয়াযুয্‌ মাযুযৰ অভিযান আৰু জুল্‌কৰনৈনে যে মানুহক সিহঁতৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিছিল ইয়াৰ আভ্যন্তৰিক অৰ্থও আছে ; আৰু এটা ভবিষ্যত-বাণীও নিহিত আছে যে শেষকালত ইচ্‌লামক ইয়াযুয্‌-মাযুযৰ প্ৰতিৰূপ জাতিবিলাকৰ আক্ৰমণৰ পৰা মচীহে মৌউদে ৰক্ষা কৰিব। চোৱা, পাৰা ১৮, ৰুকু ১১, টী, ৬৯। এই আয়ত সম্বন্ধে তেওঁ লিখিছে, 'যেতিয়া তুমি দেখিবলৈ পাবা, ইয়াযুয্‌ মাযুযৰ প্ৰতিৰূপ জাতিবিলাক পৃথিৱীত শক্তিশালী হৈ উঠিব, তেতিয়া তুমি ধৰি লবা যে সত্য ধৰ্ম্মৰ প্ৰভাৱ বিস্তাৰৰ প্ৰতিশ্ৰুতি যি আল্লাই দিছিল ( ৯ : ৩৪ ) সি পূৰণ হোৱাৰ সময় আহিল। তেতিয়া সত্য এনে জলজলীয়াকৈ প্ৰকাশ হৈ পৰিব যে বিৰোধীবিলাকে নিজৰ ভুল বুজিব পাৰি আক্ষেপ কৰিব।'—শহাদতুল্‌- কুৰ্‌-আন্‌, পৃ : ১৫।

১৭। চোৱা, ১৯ : ৭৩ ; টী ৫৪।

১৮। চোৱা, বাঃ ছিক্ৰ, ১ : ১২। ইয়াত চাদৰ ভাঁজ কৰাৰ উদাহৰণ দিছে।

কৰিম ; এই অঙ্গীকাৰ পালন কৰাৰ ভাৰ আমাৰ ওপৰত ; ইয়াত একো সন্দেহ নাই, এই কাৰ্য্য সম্পাদন কৰিম আমিয়ে।

১০৬। আৰু স্বৰূপতে ইয়াৰ পূৰ্ব্বে উপদেশ দান কৰাৰ পাছত জবুৰতো আমি ইয়াকে লিপিবদ্ধ কৰিছিলোঁ ;[৭৯] এই পৃথিৱীৰ উত্তৰাধিকাৰী হব মোৰ ধৰ্ম্মপৰায়ণ ভৃত্যসকল।

১০৭। যিবিলাক লোকে (এক আল্লাৰ) আৰাধনা কৰে সেইবিলাকৰ নিমিত্তে ইয়াত আছে এটা মহান সংবাদ।

১০৮। আৰু (হে মহম্মদ,) আমি তোমাকে মাথোন প্ৰেৰণ কৰিছোঁ বিশ্বজগতৰ[৮০] নিমিত্তে কৰুণা স্বৰূপ।

১০৯। তুমি কোৱাঁ, মোৰ প্ৰতি ইয়াকে মাথোন প্ৰত্যাদেশ কৰা হৈছে : তোমালোকৰ উপাস্য অকল একমাত্ৰ উপাস্য আল্লা, গতিকে তোমালোকে (আল্লাৰ প্ৰতি) আত্মসমৰ্পণ[৮১] কৰিবা নে ?

১১০। তথাপি সিহঁত যদি ঘূৰি যায় তেন্তে তুমি কবা, মই তোমালোকক সমানে আৰু উচিতৰূপে সাৱধান কৰিলোঁ ; (কিন্তু) তোমালোকক যি ঘটনাৰ প্ৰতিশ্ৰুতি দিয়া হৈছে সি ওচৰ পাইছেহি নে এতিয়াও দূৰত আছে মই নাজানো[৮২]।

১১১। ইয়াত একো সন্দেহ নাই, তোমালোকে যি কথা ওখ মাতেৰে কোৱা তেওঁ জানে, আৰু যি গোপনে ৰাখা তাকো তেওঁ জানে।

১১২। আৰু মই নাজানো, অতি সম্ভৱ ই তোমালোকৰ নিমিত্তে এটা পৰীক্ষা স্বৰূপ আৰু (তোমালোকক দিয়া হৈছে) কিছুকালৰ নিমিত্তে (পাৰ্থিৱ) জীৱনৰ সুখ-সম্পদ।

১১৩। ৰচুলে প্ৰাৰ্থনা কৰিছিল : হে মোৰ প্ৰভু, তুমিয়ে বিচাৰ কৰাঁ সত্যৰ সৈতে। (আৰু তেওঁ কৈছিল) আমাৰ প্ৰভু পৰম কৰুণাময় আল্লা ; (তেওঁৰ সম্বন্ধে) তোমালোকে যি অসঙ্গত কথা কোৱা তাৰ প্ৰতিবিধানৰ অৰ্থে তেওঁৰেই সাহায্য প্ৰাৰ্থনীয়।

---

৭৯। চোৱাঁ, বাঃ যা, ৩২ : ১৩ ; গী, ২৫ : ১৩ ; ৩৭ : ২৯। ৩৭ : ১১ত আছে, 'নম্ৰসকল পৃথিৱীৰ অধিকাৰী হব, আৰু শান্তি লাভ কৰি উল্লসিত হব'।

৮০। ইচ্‌লামৰ দাবী, ই বিশ্ব-ব্যাপী ধৰ্ম। ইয়াত 'আৰব্‌ আৰু 'আযম্, ইহুদী আৰু যেণ্টাইল, সকলো সমান। জাতি আৰু বৰ্ণৰ কোনো পাৰ্থক্য নাই।

৮১। 'মুচ্‌লিম' শব্দৰ অৰ্থ ই হৈছে, আত্মসমৰ্পণকাৰী।

৮২। আল্লা দয়ালু, কৰুণাময়। তেওঁ অপৰাধীক হঠাতে নধৰে ; সত্য উপলব্ধি কৰিবলৈ সময় আৰু সুযোগ দিয়ে। ইমান সময় আৰু সুযোগ দিয়াতো যদি সত্যৰ বিৰোধী বিলাক আমঠ হৈ থাকে তেতিয়াহে আল্লাই শাস্তি নমায়।

# চুৰা ২২

# আল্‌-হয্ ঃ হয্‌যাত্ৰা

## মক্কাত অৱতীৰ্ণ

১০ ৰুকু ঃ ৭৯ আয়ত

এই চুৰাৰ চতুৰ্থ ৰুকুত হয্ আৰু কুৰ্‌বাণী সম্বন্ধে ঘোষণা কৰা হৈছে; সেই কাৰণে চুৰাৰ আখ্যা হ'ল আল্‌-হয্। ই মক্কাত অৱতীৰ্ণ হৈছিল নে মদিনাত এই সম্বন্ধে মতভেদ আছে। হব পাৰে কেতবোৰ আয়ত মদিনাত অৱতীৰ্ণ হৈছিল; কিন্তু ইয়াত সন্দেহ নাই প্ৰায় গোটেই চুৰাটো মক্কাত হিয্‌ৰতৰ আগলৈকে অৱতীৰ্ণ হৈছিল।

হজ্‌ৰত মহম্মদৰ (স্ব) আগমনৰ প্ৰধান উদ্দেশ্য আছিল হজ্‌ৰত ইব্ৰাহিমৰ (আ) ধৰ্ম, তৌহীদ, পৃথিৱীত দৃঢ়ৰূপে প্ৰতিষ্ঠিত কৰা। তৃতীয় চুৰাৰ দুইটা আয়ত ( ৯৬, ৯৭ ) উদ্ধৃত কৰিব পাৰি। "হে মহম্মদ, কোৱাঁ, আল্লাই সত্য প্ৰকাশ কৰিছে; এতেকে আল্লাৰ একনিষ্ঠ সেৱক ইব্ৰাহিমৰ ধৰ্মৰ অনুসৰণ কৰা, কিয়নো যিবিলাকে অইনক আল্লাৰ সমান পাতে তেওঁ সিইঁতৰ মাজৰ নাছিল। নিশ্চয় মানুহৰ উপাসনাৰ নিমিত্তে সজা প্ৰথম ঘৰটো ( কা'বা ) মক্কাতে অৱস্থিত; সি মঙ্গলময় আৰু জগতৰ নিমিত্তে পথ-প্ৰদৰ্শন।" ইয়াৰ পাছৰ আয়ততে হয্ সম্পন্ন কৰিবৰ আদেশ দিয়া হৈছে।

হজ্‌ৰতৰ (স্ব) কামেই হৈছিল মূৰ্ত্তিপূজা নিষেধ কৰা আৰু এক অদ্বিতীয় আল্লাৰ উপাসনা প্ৰতিষ্ঠিত কৰা। এই পৱিত্ৰ কামত কোৰেইশ্‌বিলাকে নানা প্ৰকাৰ বাধা-বিঘিনি জন্মাইছিল। হজ্‌ৰতক আৰু তেওঁৰ প্ৰথম তাকবীয়া অনুগামীসকলক অশেষ যন্ত্ৰণা দিছিল। পিছত সেইবাবে তেওঁলোক মক্কা ত্যাগ কৰিবলৈ বাধ্য হৈছিল।

এনে নিঃসহায় অৱস্থাত এটা মহান ভৱিষ্যতবাণী কৰা হ'ল। চোৱাঁ এই চুৰাৰ ৰুকু ৪ আৰু ৫। যি মক্কাৰ পৰা তেওঁলোকক নিৰ্ব্বাসিত কৰা হৈছিল সেয়ে অদূৰ ভৱিষ্যতে তৌহীদৰ কেন্দ্ৰ হৈ পৰিব, আৰু দেশ-বিদেশৰ পৰা মুচ্‌লিমসকল কা'বা দৰ্শন আৰু প্ৰদক্ষিণ কৰিবৰ, আৰু হযৰ সকলো ক্ৰিয়া সম্পন্ন কৰিবৰ অভিপ্ৰায়ে এই মক্কা নগৰীত হাজাৰে হাজাৰে, লাখে লাখে গোট খাব। হজ্‌ৰতৰ পৱিত্ৰ জীৱনতেই মক্কা জয় কৰা হ'ল। আৰু সেই ভৱিষ্যতবাণী পূৰ্ণ হোৱা সত্যৰ বিৰোধীবিলাকে নিজ চকুৰে দেখা পালে।

চুৰাৰ ষষ্ঠ ৰুকুত আত্মৰক্ষাৰ নিমিত্তে যুদ্ধ কৰিবলৈ অনুমতি দিয়া হৈছে। অনুমতিৰ আয়তটো যেতিয়া অৱতীৰ্ণ হয় মুচ্‌লিমসকলৰ সংখ্যা অতি কম। হজ্‌ৰতে আবুবকৰক

(ৰ লগতলৈ মদিনালৈ যাত্ৰা কৰিবলৈ যো-জা কৰিছে। এনে নিঃসহায় অৱস্থাত তেওঁলোকে আত্মৰক্ষাৰ যুদ্ধ নকৰি আৰু কি কৰিব পাৰে ?

চুৰাৰ সামৰণিত কোৱা হৈছে, হজৰত মহম্মদে (স্ব) যিদৰে তেওঁৰ অনুগামীসকলক শিক্ষা-দীক্ষা দি ধৰ্মত দৃঢ় কৰিলে, সেইদৰে তেওঁলোকৰো কৰ্ত্তব্য পৃথিৱীত ব্যাপকৰূপে ইচলামৰ শিক্ষা বিস্তাৰ কৰি ইচলামৰ আৰু ইচলাম-প্ৰবৰ্ত্তকৰ (স্ব) সাক্ষী হোৱা, আৰু আল্লাৰেই ওপৰত নিৰ্ভৰ কৰা।

## ৰুকু ১

নিৰ্দ্দিষ্ট সময়ৰ আগমন; পুনৰুত্থানত বিশ্বাস নহলে
আধ্যাত্মিক অগ্ৰগতি অসম্ভৱ; জ্যোতিৰ্ময়
কোৰানে অজ্ঞানতাৰ আন্ধাৰ দূৰ কৰে;
অহঙ্কাৰ সত্যৰ বাটত ডাঙৰ অন্তৰায়।

১। পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। হে মানৱজাতি, তোমালোকে নিজ প্ৰতিপালকৰ ভয় ৰাখিবা। নিৰ্দ্দিষ্ট সময়ৰ কম্পন[১] নিশ্চয় এটা ভীষণ ঘটনা।

৩। সেই ঘটনা যিদিনা তুমি অবলোকন কৰিবা সেইদিনা প্ৰত্যেক স্তন্য দিয়া তিৰোতাই আপোন স্তন্যপায়ী কেচুৱাক ( গাখীৰ খোৱাবলৈ ) পাহৰি যাব ;[২] আৰু প্ৰত্যেক গৰ্ভবতীয়ে নিজ গৰ্ভৰ সন্তান[৩] প্ৰসব কৰিব ; আৰু তেতিয়া তুমি মানুহক মতলীয়া যেন দেখিবা, অথচ সিহঁত ( প্ৰকৃততে ) মতলীয়া[৪] নহয় ; কিন্তু আল্লাৰ শাস্তি কঠোৰ।

---

১। (১) সাধাৰণ অৰ্থ, ভূমিকম্প ; কিয়ামতৰ দিনা এটা মহা ভূমিকম্প হব এয়ে সাধাৰণ বিশ্বাস। (২) নৈতিক আৰু আধ্যাত্মিক বিপ্লৱ, যি এই পৃথিৱীতে ঘটিব। সেই বিপ্লৱৰ আভাস আমি হজৰতৰ ( স্ব ) বহু হদিছত পাওঁ।

২। সেই দৃশ্য ইমান ভয়ানক যে ভয়তে মাকে নিজৰ কোলাৰ কেচুৱাক গাখীৰ খোৱাবলৈ পাহৰিব।

৩। ভয়তে নিয়মিত সময়ৰ পূৰ্ব্বেই গৰ্ভপাত হব। তাৰ কাৰণ, ভীষণ দৃশ্য দেখি মনত অসহনীয় আঘাত লাগিব।

৪। জ্ঞানহীন, বুদ্ধিহাৰা, উন্মাদ।

৪। আৰু মানৱজাতিৰ মাজত এনে মানুহো আছে যাৰ জ্ঞান[৫] নাই, অথচ সি আল্লাৰ বিষয়ে বাদানুবাদ কৰে আৰু যেই সেই বিৰুদ্ধাচাৰী শ্বয়তানৰ[৬] অনুবৰ্ত্তন কৰে।

৫। এনে শ্বয়তানৰ সম্বন্ধে এই কথা লিখি থোৱা হৈছে, যেয়ে তাৰ সৈতে বন্ধুতা কৰিব তাক সি নিশ্চয় পথভ্ৰষ্ট কৰিব, আৰু তাক নৰকৰ দাহ কৰা শাস্তিৰ পিনে লৈ যাব।

৬। হে মানৱজাতি, পুনৰুত্থান সম্পৰ্কে যদি তোমালোকৰ কোনো সন্দেহ থাকে, তেন্তে ( ইয়াকে চিন্তা কৰা, ) কেনেকৈ আমি মাটিৰ পৰা তোমালোকক সৃজন কৰিলোঁ ; পিছত শুক্ৰৰ পৰা ; তাৰ পিছত খলমা বন্ধা ৰক্তৰ পৰা ; তাৰ পিছত এডোখৰ মঙহৰ পৰা, আকৃতি পূৰ্ণ হোৱা নাইবা পূৰ নোহোৱা, আমি যেন তোমালোকৰ আগত ( আমাৰ সৃষ্টিৰ ক্ষমতা ) ভালকৈ প্ৰকাশ কৰোঁ ;[৭] আৰু নিৰূপিত সময় নহালৈকে আমি নিজ ইচ্ছা মতে তাক গৰ্ভসমূহৰ ভিতৰতে ৰাখোঁ ; তাৰ পিছত আমি তোমালোকক কেচুৱা অৱস্থাত ( গৰ্ভৰ পৰা ) উলিয়াওঁ, যাতে উত্তৰোত্তৰে তোমালোক যৌবনৰ অৱস্থা পোৱাগৈ ; আৰু তোমালোকৰ মাজৰ একোজনৰ মৃত্যু[৮] ঘটোৱা হয়, আৰু তোমালোকৰ মাজৰ একোজনক বুঢ়া বয়সৰ জৰা-জীৰ্ণ অৱস্থালৈ নিয়া হয় যি অৱস্থাত সি জ্ঞান লাভ কৰিও জ্ঞানহীন হৈ পৰে। আৰু ( এই কথাও ভাবি চোৱা ) তুমি মাটিক ( প্ৰথমতে ) শুকান অনুৰ্বৰ দেখা ; পিছত তাৰ ওপৰত আমি বৰষুণ পেলাওঁ, তেতিয়া সেই মাটি ( অলপতে ) ৰসালি হৈ ফুলি উঠে,[৯] আৰু ( তাৰে পৰা ) নানাবিধ বিতোপন তৰুলতা উৎপন্ন হয়।

---

৫। তাৰ ধৰ্ম্মৰ আৰু সত্যৰ একো জ্ঞান নাই ; কিন্তু তৰ্ক কৰা তাৰ স্বভাব। তৰ্কত কোনে কাক পৰাভূত কৰিব পাৰে তাত তাৰ লক্ষ্য ; সত্য উপলব্ধি কৰিবলৈ, ধৰ্ম্ম শিকিবলৈ, তাৰ ইচ্ছা নাই। এই ধৰণৰ মানুহ আমি সদায় পাই থাকোঁ।

৬। শ্বয়তানৰূপী উদ্ধত, অহঙ্কাৰী, দুৰাচাৰ মানুহক বুজাইছে।

৭। প্ৰত্যেক মুচলমানে মৃত্যুৰ পাছত পুনৰুত্থানত বিশ্বাস কৰে ; তাকে আৰবীত 'ব'অছ-বা'দল-মৌত' বোলে। এই আয়তত এনে বিশ্বাসৰ প্ৰমাণ দিছে,—আল্লাই আমাক সৃজন কৰিছে আৰু এক অৱস্থাৰ পৰা আন অৱস্থালৈ লৈ গৈছে ; তেওঁৰ নিশ্চয় পূৰ্ণ ক্ষমতা আছে মৃত্যুৰ পাছত আমাক দুনাই জীৱিত কৰিবলৈ।

৮। বুঢ়াকালৰ আগতেই, ডেকা বয়সতে কিছুমানৰ মৃত্যু হয়।

৯। চোৱা, ৪১ : ৪০। পুনৰ্জীৱনৰ এইটো দ্বিতীয় প্ৰমাণ। মাটি শুকাই যোৱাৰ পাছত আল্লাই বৰষুণৰ দ্বাৰা তাক আকৌ সজীৱ কৰে, সুন্দৰ গছ-গছনি উদ্ভৱ হয়। মানুহো মৃত্যুৰ পাছত সেইদৰে সজীৱ হব। ইয়াৰ আধ্যাত্মিক অৰ্থও লব পাৰি। মানৱ যেতিয়া

৭। (এই সৃষ্টিৰ ক্ৰমিক বিকাশে) ইয়াকে প্ৰতিপন্ন কৰে, এজন (সৃষ্টিকৰ্ত্তা) আল্লা আছে; তেওঁ পৰম সত্য; আৰু মৃতকক তেৱেঁই নিশ্চয় সজীৱ কৰে; আৰু বাস্তৱিকতে সকলো বস্তুৰ ওপৰতে আছে তেওঁৰেই মহান ক্ষমতা।

৮। আৰু সেই নিৰূপিত সময়ৰ আগমন সুনিশ্চিত; আৰু ইয়াত অকণো সন্দেহ নাই, সমাধিসমূহৰ[10] মৃতবিলাকক আল্লাই নিশ্চয় পুনৰায় উত্থাপন কৰিব।

৯। আৰু মানৱজাতিৰ মাজত এনে মানুহো আছে যি অজ্ঞানতা সত্ত্বেও আল্লাক লৈ বাদানুবাদ কৰে, অথচ সি লাভ কৰা নাই সুপথ নাইবা জ্যোতিৰ্ম্ময় গ্ৰন্থ[11]।

১০। এনে মানুহে নিজৰ কান্ধ জোকাৰি[12] (লোকক) আল্লাৰ পথৰ পৰা বিভ্ৰান্ত কৰে; এনে (অহঙ্কাৰী) মানুহৰ নিমিত্তে পৃথিৱীত আছে লাঞ্ছনা, আৰু পুনৰুত্থানৰ দিনা আমি তাক দাহ কৰা শাস্তিৰ সোৱাদ লবলৈ দিম।

১১। (আমি তেতিয়া কম) তোমাৰ দুইখন হাতে আগতে যি কাৰ্য্য কৰিছিল তাৰেই প্ৰতিফল এই শাস্তি; আৰু নিশ্চয় আল্লাই নিজ ভৃত্যবিলাকৰ ওপৰত কেতিয়াও অন্যায়[13] নকৰে।

---

আধ্যাত্মিক ৰূপে মৃতপ্ৰায় হয়, বৰষুণৰ দৰে আল্লাই নিজৰ বাণী নমায় নবীৰ প্ৰতি। আৰু সেই নবীয়ে মানৱক নতুন জীৱন দিয়ে।

১০। মৃত্যুৰ পাছৰ অৱস্থা বুজাইছে। 'কব্‌ৰ'ৰ প্ৰসাৰিত অৰ্থ মৃত্যুৰ পাছৰ অৱস্থা, মাটিৰ সমাধি হওক বা নহওক।

১১। অনৰ্থক তৰ্ক কৰোঁতাজনৰ জ্ঞান নাই, সি সুপথ লাভ কৰা নাই, আৰু তাৰ হাতত ধৰ্ম্মগ্ৰন্থৰ জ্যোতি নাই। জ্ঞান হৈছে বোধশক্তি, বুদ্ধি; সুপথ পোৱাৰ মানে আধ্যাত্মিক অনুভূতি; আৰু আল্লাৰ বাণীয়ে ধৰ্ম্মগ্ৰন্থৰ আকাৰত মানুহক পোহৰলৈ আনে।

১২। দাম্ভিকতা, অহঙ্কাৰ দেখুৱায়। চোৰা ৩১ : ৮।

১৩। যদি সিহঁতে শাস্তি ভোগ কৰে সি সিহঁতৰ নিজৰে কুকৰ্ম্মৰ ফল। আল্লাই অন্যায় কৰা নাই, অত্যাচাৰ কৰা নাই।

## ৰুকু ২

ক্ষীণ বিশ্বাসৰ মানুহৰ দুৰবস্থা; হজ্ৰত মহম্মদৰ (স্ব) প্ৰতি আল্লাৰ বিশেষ সাহায্য; সাম্প্ৰদায়ীক বিভিন্নতাৰ বিচাৰ আল্লাৰ হাতত; নবীৰ অনুগামীসকল আৰু বিৰোধীবিলাকৰ দুটা দল; এটা দল আল্লাৰ অনুগ্ৰহৰ পাত্ৰ, দ্বিতীয় দল ক্ৰোধৰ ভাজন।

১২। আৰু মানৱজাতিৰ মাজত এনে মানুহো আছে যি আল্লাৰ আৰাধনা কৰে দাঁতিকাষত[১৪] থাকি; গতিকে যদি তাৰ ওচৰলৈ মঙ্গল আহে, তাৰ বাবে যি আশ্বস্ত হয়; কিন্তু যদিহে তাক পৰীক্ষাত পৰিবলগীয়া হয়, সি নিজৰ মুখ ঘূৰাই (আগৰ অবিশ্বাসৰ অৱস্থালৈ) উভতি যায়; সি ইহলোক[১৫] আৰু পৰলোক দুয়োকে হেৰুৱালে; এয়ে হৈছে প্ৰত্যক্ষ ক্ষতি।

১৩। যি তাৰ একো অপকাৰ কৰিব নোৱাৰে, আৰু তাৰ অকণো উপকাৰ কৰিব নোৱাৰে তাকে সি আল্লাক এৰি আহ্বান কৰে; এয়ে হৈছে দূৰণিৰ বিপথে যোৱা।

১৪। সি যাক আহ্বান কৰে তাৰ অপকাৰহে তাৰ উপকাৰতকৈ নিশ্চয় বেছি ওচৰ;[১৬] বাস্তৱিকতে এনে সাহায্যকাৰী কি নিকৃষ্ট! আৰু এনে সাৰথি কি জঘন্য!

---

১৪। (১) যেতিয়ালৈকে তাৰ স্বাৰ্থৰ সিদ্ধি হয় সি বিশ্বাসী হৈ থাকে, আৰু কোনো লাভ নহলে অবিশ্বাসী হয়। (২) তাৰ বিশ্বাস দুৰ্ব্বল; পৰ্ব্বতৰ দাঁতিত থিয় দিয়া মানুহৰ দৰে সি অলপতে পিচল খাই পৰে; ধৰ্ম্মৰ কাৰণে পৰীক্ষাত পৰিবলৈ সাহ নকৰে; আৰু যদি কেনেবাকৈ পৰে ততালিকে ওলাই আহে।

১৫। পাৰ্থিৱ জীৱনতো বিশ্বাস, সাধুতা আৰু ন্যায়ৰ মূল্য আছে; দুৰ্ব্বলচিতীয়া মানুহ কোনো ডাঙৰ কামত সাৰ্থক হব নোৱাৰে।

১৬। চোৰা, ২১ : ৬৭। প্ৰতিমাবিলাকে আমাৰ লাভো কৰিব নোৱাৰে, আৰু আমাৰ ক্ষতিয়ো কৰিব নোৱাৰে, এই কথা কোৰানৰ বহু ঠাইত পোৱা যায়। তদুপৰি সিহঁতে আমাৰ প্ৰাৰ্থনাৰ উত্তৰ দিবকে নোৱাৰে, আমাক কি সাহায্য কৰিব? এই কথাও বহুত আয়তত আছে। তৌহীদৰ পক্ষে ই এটা ডাঙৰ প্ৰমাণ।

১৫। যিসকলে বিশ্বাস স্থাপন কৰে আৰু সজ কাম কৰে সেইসকলক নিশ্চয় আল্লাই এনে উদ্যানসমূহত প্ৰবেশ কৰিবলৈ দিব যাৰ তলেদি জুৰিবিলাক বৈ যায়; ইয়াত কোনো সন্দেহ নাই, আল্লাই যি ইচ্ছা কৰে তাকে কাৰ্য্যত পৰিণত কৰে।

১৬। আল্লাই তেওঁক ( মহম্মদক ) ইহলোক আৰু পৰলোকত কেতিয়াও সহায় নকৰিব বুলি কেও যদি ভাবি লৈছে, সি উৰ্দ্ধলোকৰ ফালে যাবলৈ জৰী এডাল দীঘলকৈ বান্ধি ল'ক, পিছত ( তাকে ) কাটি পেলাওক ,[১৭] তাৰ পিছত সি গমি চাওক, এনে উপায় অৱলম্বন কৰাত তাৰ ক্ৰোধৰ কাৰণ দূৰীভূত হ'ল নে ?

১৭। আৰু এইদৰেই আমি এই কোৰান অৱতীৰ্ণ কৰিছোঁ প্ৰত্যক্ষ নিদৰ্শন-সমূহৰ সমষ্টিৰূপে। আৰু নিশ্চয় আল্লাই যাকে ইচ্ছা তাকে পথ-প্ৰদৰ্শন কৰে।

১৮। বাস্তৱতে যিবিলাকে বিশ্বাস স্থাপন কৰিছে, আৰু যিবিলাক ইহুদী হৈছে, আৰু চেবিয়ানবিলাক,[১৮] আৰু খৃষ্টিয়ানবিলাক, আৰু মেগিয়ানবিলাক,[১৯] আৰু যিবিলাকে বহু ঈশ্বৰৰ পূজা কৰে, সকলোৰে মাজত নিশ্চয় আল্লাই বিচাৰ কৰিব পুনৰুত্থানৰ দিনা; এই কথা নিসন্দেহ, আল্লা সকলো বস্তুৰেই নিৰীক্ষণ কৰোঁতা।

১৯। তুমি লক্ষ্য কৰা নাই নে, আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোৱে, আৰু সূৰ্য্য আৰু চন্দ্ৰই, আৰু নক্ষত্ৰৰাজিয়ে আৰু পৰ্ব্বতসমূহে

১৭। এই চুৰাত বেছিকৈ কপটাচাৰীবিলাকক সম্বোধন কৰা হৈছে। 'হ' সৰ্ব্বনামে হজ্‌ৰত মহম্মদক ( স্ব ) বুজাইছে। আযতৰ অৰ্থ হৈছে, যদি ইচ্‌লামৰ শত্ৰুবিলাকে ভাবিছে যে হজ্‌ৰতৰ ৰচুল হৈ অহাৰ দাবী মিছা, তেন্তে সিইঁত কোনোমতে আকাশলৈ গৈ যি বিশেষ ঐশ্বৰিক সাহায্য তেওঁলৈ আহি আছে তাকে ৰুদ্ধ কৰিবলৈ চেষ্টা কৰক। এনে চেষ্টা নিষ্ফল হবই হব।

দ্বিতীয় অৰ্থত, এনে মানুহক বুজাইছে যি আল্লাৰ অনুগ্ৰহৰ পৰা একেবাৰে নিৰাশ হৈছে। এই অৰ্থ ল'লে 'চমা'ৰ মানে আকাশ নলৈ ঘৰৰ চাল বা মুধচ লব লাগিব। এনে মানুহ ডিঙিত ফাঁচ লগাই মৰি যোৱাহে ভাল।

আমাৰ মতে প্ৰথম অৰ্থ শ্ৰেয়ঃ; কাৰণ অং। ১৭ আয়তত কোৰানৰ কথা উল্লেখ হৈছে। গতিকে ১৬ আয়তে হজ্‌ৰত মহম্মদৰ ( স্ব ) নিৰ্দ্দেশ দিছে ভবাটো যুক্তিসঙ্গত।

১৮। চোৱা, ২ : ৬৩; ৫ : ৭০; আৰু মঃ আলীৰ টী ১০৩।

১৯। যিবিলাকে অগ্নিৰ পূজা কৰিছিল। জৰতুষ্টাৰ ( Zoroaster ) ধৰ্ম্মাৱলম্বী-বিলাকৰ আগতে মেগিয়ানবিলাকৰ অগ্নি পূজা প্ৰচলিত আছিল।

আৰু গছগছনিয়ে আৰু জীৱজন্তুবোৰে ( প্ৰণিপাত কৰি ) আল্লাৰ বাধ্যতা স্বীকাৰ কৰে ; আৰু বহুসংখ্যক মানুহেও। কিন্তু অনেক লোক আছে যাৰ কাৰণে শাস্তি নিৰূপিত কৰি থোৱা হৈছে[২০]। আৰু আল্লাই যাক হেয় কৰে তাক সম্মান কৰোঁতা কেও নাই ; আল্লাই যি ইচ্ছা কৰে তাকে তেওঁ নিশ্চয় কাৰ্য্যত পৰিণত কৰে।

[ ছজ্‌দা ]

২০। এই দুটা দল[২১] পৰস্পৰ বিৰোধী ; সিহঁতে নিজ প্ৰভুৰ সম্বন্ধে অযথা বিবাদ কৰে। গতিকে যিবিলাকে আল্লাত বিশ্বাস নকৰে সিহঁতৰ পৰিধান অগ্নিৰ কাপোৰ কাটি প্ৰস্তুত কৰা হব ; সিহঁতৰ মূৰবোৰৰ ওপৰত ঢালি দিয়া হব উতলা পানী[২২]।

২১। তাৰ (উগ্ৰ তাপত) সিহঁতৰ পেটৰ ভিতৰত যি আছে সেইবোৰ আৰু গাৰ গোটেই ছাল দগ্ধ হৈ জুলীয়া হ'ব ;

২২। আৰু লোৰ গদাবোৰ থাকিব সিহঁতৰ ( শাসনৰ ) নিমিত্তে।

২৩। যন্ত্ৰণা সহ্য কৰিব নোৱাৰি যেনেই সিহঁতে নৰকৰ পৰা ওলাই আহিবলৈ ইচ্ছা কৰিব, তেনেই সিহঁতক তাৰ ভিতৰত ওলটাই নিয়া হব ; আৰু ( সিহঁতক কোৱা হব, ) তোমালোকে এতিয়া পোৰণৰ শাস্তিৰ সোৱাদ লোৱাঁ[২৩]।

২০। যিবিলাক মক্কাবাসীয়ে ইচ্‌লাম প্ৰচাৰত বাধা দিছিল, আৰু হজ্‌ৰতৰ ( স্ব ) প্ৰতি আৰু তেওঁৰ তাবৰীয়া অনুগামী দলৰ প্ৰতি অত্যাচাৰ কৰিছিল সেইবিলাকে শাস্তি ভুঞ্জিব।

২১। যি সময়তে নহওক আল্লাৰ প্ৰেৰিত ৰচুল, নবী আহিলে তেওঁৰ ধৰ্ম্ম প্ৰচাৰৰ ফলত পৰস্পৰ বিৰোধীবিলাক দুটা দল হৈ পৰে। কিছুমানে নবীৰ বাণী গ্ৰহণ কৰে আৰু তেওঁক সমৰ্থন কৰে ; আনকিছুমানে সত্যৰ বিৰোধী হৈ তেওঁৰ বাটত কাঁইট পেলায়, আৰু যাৰ পৰ নাই চেষ্টা কৰে যাতে তেওঁৰ ধৰ্ম্ম দেশত প্ৰতিষ্ঠিত নহয়। এই দুয়ো দল দেখাতেই পৰস্পৰ বিৰোধী।

২২। ২৩ আয়তলৈকে শাস্তিৰ যি বৰ্ণনা দিয়া হৈছে তাক ৰূপক বুলি ধৰিব লাগিব, অৰ্থাৎ যি শাস্তি সিহঁতে ভোগ কৰিব তাৰে এই বোৰ প্ৰতিৰূপ। বিশ্বাসীসকলে আল্লাৰ যি অনুগ্ৰহ লাভ কৰিব তাৰ নিৰ্দ্দেশ দিয়া হৈছে ২৪, ২৫ আয়তত।

২৩। মাজে সময়ত পাপীষ্ঠবিলাকে নিজৰ আচৰণ পৰিবৰ্ত্তন কৰিবলৈ সুযোগ বিচাৰিব, কিন্তু সুযোগ পাইয়ো সিহঁতে বিৰোধ কৰিবলৈ নেৰে। আকৌ সিহঁত আগৰ অৱস্থালৈ ঘূৰি যাব। বিদ্বেষ-ঈৰ্ষা, বিৰোধ-বিদ্ৰোহৰ অগ্নিয়ে সিহঁতক পুৰিব।

## ৰুকু ৩

যিসকল আৰব মুচ্‌লিমে উৎপীড়ন ভোগ কৰিছে অদূৰ ভবিষ্যতে ইৰান আৰু শ্যাম দেশৰ মালিক হব; আল্লাৰ পথত যিবিলাক প্ৰতিবন্ধক সিহঁত হব শাস্তিৰ ভাজন।

২৪। যিসকলে বিশ্বাস স্থাপন কৰে আৰু সজ কাম কৰে সেইসকলক আল্লাই নিশ্চয় এনে উদ্যানসমূহৰ ভিতৰত প্ৰবেশ কৰিবলৈ দিব যাৰ তলেদি জুৰিবিলাক বৈ গৈছে। তাত তেওঁলোকক সোণৰ কঙ্কণ[২৪] আৰু মুক্তাৰ অলঙ্কাৰৰে ভূষিত কৰা হব, আৰু তাত তেওঁলোকৰ সাজ হব ৰেছমৰ।[২৫]

২৫। আৰু তেওঁলোকক এনে বাক্যৰ পিনে পৰিচালিত কৰা হৈছে যি অতি পৱিত্ৰ, আৰু যি আল্লা সকলো প্ৰশংসাৰ যোগ্য[২৬] তেওঁৰে পথ তেওঁলোকক প্ৰদৰ্শন কৰা হৈছে।

২৬। যিবিলাকে (আল্লাত) অবিশ্বাস কৰিছে, আৰু তেওঁৰ পথৰ পৰা, আৰু যি পৱিত্ৰ মচ্‌যিদ্ আমি স্থাপন কৰিছোঁ সমগ্ৰ মানৱৰ নিমিত্তে কোনো প্ৰভেদ নকৰি—যিবিলাক তাতে উপাসনা কৰাত লাগি থাকে সেইবিলাকৰ আৰু (দৰ্শন কৰিবলৈ অহা) মৰুবাসীবিলাকৰ (তাত সমান অধীকাৰ)—সেই মচ্‌যিদৰ পৰা লোকক প্ৰতিৰোধ কৰে সেইবিলাকক, আৰু যি তাৰ ভিতৰত অন্যায়ৰূপে ধৰ্ম্ম-

---

২৪। হজ্‌ৰতে (স্ব) এদিন চুৰাকা-বিন্-মালিকক কৈছিল, মই দেখা পাইছোঁ, তুমি ইৰানৰ ৰজা কিচ্‌ৰাৰ সোণৰ বালা পিন্ধিছা। খলীফা উমৰৰ (ৰ) দিনত ইৰান দেশ মুচলমানবিলাকৰ হাতলৈ আহিল। ৰাজপুৰীৰ গহনা-পাতিৰো তেওঁলোক মালিক হল। উমৰে (ৰ) চুৰাকাক মাতি কিচ্‌ৰাৰ সোণৰ বালা পিন্ধাইছিল। হজ্‌ৰতৰ (স্ব) ভবিষ্যতবাণী পূৰ্ণ হ'ল।

২৫। এইটো এটা মহৎ ভবিষ্যতবাণী আৰব মুচলিমসকলৰ পাৰ্থিব সফলতাৰ। মৰুবাসীবিলাকে বাগিছাবোৰৰ অধিপতি হল; দুখীয়া আৰববিলাকে সোণৰ অলঙ্কাৰ আৰু ৰেছমৰ কাপোৰ পিন্ধিবলৈ পালে। ইহলোকৰ সফলতা পৰলোকৰ সুখ-শান্তিৰ অগ্ৰগামী স্বৰূপ।

২৬। কিছুমানে আল্লাৰ পথকে 'প্ৰশংসাৰ যোগ্য' (হামীদ) বুলিছে।

বিৰোধী কাৰ্য্য কৰিবলৈ ইচ্ছা কৰে তাক, আমি যন্ত্ৰণাদায়ক শাস্তিৰ সোৱাদ লবলৈ দিম।[২৭]

## ৰুকু ৪

হয্‌-প্ৰতিষ্ঠাৰ ঘোষণা আৰু উদ্দেশ্য ; শিৰ্‌ক্ মহাপাপ ; কুৰ্‌বাণীৰ তাৎপৰ্য্য।

২৭ক আৰু ( মনত পেলোৱা ) যেতিয়া আমি ইব্ৰাহিমৰ নিমিত্তে ( আমাৰ পৱিত্ৰ ) আলয়ৰ স্থান নিৰ্দ্দিষ্ট কৰিলোঁ, এই আদেশ দি,—কোনো বস্তুকেই তুমি মোৰ সমানে উপাস্য নাপাতিবা, আৰু মোৰ আলয় পৱিত্ৰ কৰি[২৮] ৰাখিবা সেইসকলৰ নিমিত্তে যিসকলে তাৰ প্ৰদক্ষিণ ( ত্বৱাফ ) কৰে, আৰু থিয় দি উপাসনা কৰে, আৰু যিসকলে আঁঠু লয় ( আৰু ) সাষ্টাঙ্গে প্ৰণিপাত কৰে ;

২৮। আৰু মানৱজাতিৰ মাজত হয্‌[২৯] প্ৰতিষ্ঠিত হোৱাৰ ঘোষণা কৰা ;

---

২৭। এই আয়তত প্ৰথমতে যিবিলাক হজ্‌ৰতৰ ( স্ব ) অনুগামী হৈছিল সেইবিলাকৰ দুৰৱস্থাৰ উল্লেখ কৰা হৈছে। কা'বা শৰীফৰ অধিকাৰী আৰু তত্বাবধানকাৰী আছিল কোৰেইশ্‌বিলাক ; তেওঁলোকে মুচ্‌লিমসকলক তাত প্ৰবেশ কৰিবলৈ নিদিছিল, অথচ কা'বা সমগ্ৰ মানৱজাতিৰ নিমিত্তে স্থাপিত হৈছিল ; কলা আৰু বগা, নগৰবাসী আৰু মৰুবাসীৰ ভিতৰত কোনো প্ৰভেদ নাই।

২৮। চোৱাঁ ২ : ১২৬। কা'বা শৰীফত কোৰেইশৰ নানা দেৱ-দেৱতাৰ মূৰ্ত্তি আছিল। 'পৱিত্ৰ কৰাৰ' অৰ্থ হৈছে, প্ৰতিমা পূজা, প্ৰস্তৰ পূজা তুলি দি এক আল্লাৰ পূজা কা'বাত প্ৰতিষ্ঠিত কৰা।

কা'বা নিৰ্ম্মাণৰ সময়ত ইব্ৰাহিম ( আ ) আৰু তেওঁৰ পুতেক ইস্মাইলে ( আ ) যি প্ৰাৰ্থনা কৰিছিল তাৰ বিষয়ে চোৱাঁ, ২ : ১২৯-৩০। ইয়াতে হজ্‌ৰত মহম্মদৰ ( স্ব ) আৱিৰ্ভাৱ সম্বন্ধে উল্লেখ আছে।

২৯। হয্‌ সম্বন্ধে চোৱাঁ, পাৰা ২, ৰুকু ৩, ৮, ৯ আৰু ২৫। কা'বা সম্বন্ধে চোৱাঁ, ৩ : ৯৭, ৯৮। হযৰ গুৰুত্বৰ কাৰণে এই চুৰাৰ আখ্যা দিয়া হৈছে আল্‌-হয্‌। হয্‌-প্ৰতিষ্ঠাৰ প্ৰধান উদ্দেশ্য তিনিটা। (১) এক অদ্বিতীয় আল্লাৰ উপাসনাৰ অনুষ্ঠান ; (২) কুৰ্‌বাণী দি আত্মত্যাগৰ মহৎ শিক্ষা লাভ কৰা, আল্লাৰ পথত আৰু মানৱৰ সেৱাত ; (৩) গোটেই জগতৰ মুচলমানসকলৰ মাজত ভ্ৰাতৃভাৱ স্থাপন কৰা।

তোমাৰ ওচৰলৈ সিহঁত আহিব খোজ কাঢ়ি আৰু বহু লেৰেলা-চেৰেলা উটবোৰৰ ওপৰত উঠি ; সিহঁত আহিব বহু দূৰণিয়া গভীৰ[৩০] বাটেদি,

২৯। যাতে সিহঁত নানাধৰণৰ মঙ্গল লাভ কৰিবলৈ উপস্থিত হয়, আৰু, নিৰ্দ্দিষ্ট[৩১] কেইবা দিনৰ ভিতৰত, যি ঘৰচীয়া চতুষ্পদ জন্তু আল্লাই সিহঁতক জীৱিকা-ৰূপে দিছে তাৰে কিছুমানৰ ওপৰত ( কুৰ্‌বাণী[৩২] দিয়াৰ সময়ত ) আল্লাৰ নাম লয়। ( কুৰ্‌বাণীৰ ) পিছত সিবিলাকৰ মঙহ তোমালোকে নিজেও খোৱা, আৰু (অনশনৰ) কষ্টত পৰা অভাৱগ্ৰস্তবিলাককো খাবলৈ দিয়া।

৩০। তাৰ পিছত সিহঁতে যেন নিজৰ অশুচিতা[৩৩] দূৰ কৰে ( এহ্‌ৰাম ভাঙে ), আৰু নিজৰ ব্ৰতসমূহ পালন কৰে, আৰু এই প্ৰাচীন আলয়ৰ[৩৪] চাৰিওফালে সিহঁতে যেন প্ৰদক্ষিণ কৰে।

৩১। এই কথা গ'ল ; আৰু যেয়ে আল্লাৰ পৱিত্ৰ ৰীতিবিলাকৰ সম্মান ৰক্ষা কৰে, সেই কৰ্ম্ম তাৰ নিমিত্তে নিজ প্ৰভুৰ ওচৰত মঙ্গলজনক হ'ব। আৰু তোমালোকৰ নিমিত্তে সকলো ঘৰচীয়া জন্তু বৈধ কৰা হৈছে, সেইবোৰৰ বাহিৰে যিবিলাকৰ বিষয়ে তোমালোকৰ আগত ( কোৰানতে ) পূৰ্ব্বে[৩৫] উল্লেখ কৰা হৈছে। অতএব প্ৰতিমাবোৰৰ অশুচিতাৰ পৰা তোমালোক আঁতৰি থাকিবা আৰু অসত্য বাক্য পৰিহাৰ কৰিবা,—

---

৩০। দূৰৈৰ পৰা অহাৰ কাৰণে উটবিলাক খিনাই যায়, আৰু হাজাৰে হাজাৰ যাত্ৰীৰ অহা-যোৱা কৰাত বাটবোৰত গাঁত্ পৰি যায়।

৩১। জিল্-হয্ মাহৰ ৮, ৯ আৰু ১০ তাৰিখ, আৰু তাৰ পাছৰ তিনিটা দিন যাক আইয়ামুত্-তশ্‌ৰীক্ বোলে। হযৰ বিশেষ বিশেষ ক্ৰিয়াবোৰৰ সম্বন্ধে চোৱা, ২ : ১৯৭—২০৪।

৩২। 'উলমাসকলৰ ( শাস্ত্ৰজ্ঞসকলৰ ) মাজত কোনো মতভেদ নাই যে কুৰ্‌বাণী হযৰ অপৰিহাৰ্য্য অংশ। কুৰ্‌বাণী নিদিলে হয অসম্পূৰ্ণ থাকে।

৩৩। এহ্‌ৰাম শেষ হলে দশম দিনা হাযী সকলে চুলি খুৰাই, নখ আদি কাটি, চাফ্-চিকোণ হয়।

৩৪। চোৱা, ৩ : ৯৭। কা'বা সেই কালত 'প্ৰাচীন ঘৰ' নামেৰে জনাজাত আছিল। ইব্ৰাহিমৰ ( আ ) পূৰ্ব্বেও কা'বাৰ স্থিতি আছিল। তেওঁ আৰু তেওঁৰ পুতেক ইস্মাইলে ( আ ) কা'বা ন-কৈ নিৰ্ম্মাণ কৰিছিল। কা'বা নিৰ্ম্মাণৰ সময়ত তেওঁ দুয়োৰ প্ৰাৰ্থনা সম্বন্ধে চোৱা ওপৰৰ টী ২৮।

৩৫। চোৱা, ২ : ১৭৪ ; ৫ : ৫-৬ ; ৬ : ১২২, ১৩৯-১৪৭।

৩২। আল্লাৰ একনিষ্ঠ সেৱক হৈ, তেওঁৰ সমানে অইনক উপাস্য নাপাতি ; আৰু যেয়ে অইনক আল্লাৰ সমানে উপাস্য পাতে তাৰ যেন আকাশৰ পৰা পতন হল,[৩৬] আৰু তাক পক্ষীয়ে থাপ মাৰি ধৰিব নাইবা ধুমুহা বতাহে উৰাই দূৰৈৰ কোনো ঠাইত পেলাই দিব।

৩৩। তাৰ এই অৱস্থা ; আৰু যিজনে আল্লাৰ পৱিত্ৰ চিনবোৰৰ[৩৭] সম্মান কৰি চলে, ই অন্তৰসমূহৰ সাধুতাৰ পৰিচয়।

৩৪। সেইবোৰ জন্তুৰ পৰা নিৰ্দ্দিষ্ট সময় পৰ্য্যন্ত তোমালোকৰ লাভ হব পাৰে ; কিন্তু অৱশেষত সেই প্ৰাচীন আলয়ৰ ( ক'বাৰ ) পিনে সেইবোৰক কুৰ্‌বাণীৰ[৩৮] কাৰণে লৈ যাব লাগিব।

## ৰুকু ৫

ইচ্‌লামত কুৰ্‌বাণীৰ অৰ্থ আৰু উদ্দেশ্য ; আল্লাৰ পথত সত্য, ন্যায় আৰু ধৰ্ম্ম প্ৰতিষ্ঠাৰ নিমিত্তে মুচলিমে নিজৰ সন্তান সন্ততি ধন সম্পত্তি, এনেকি নিজৰ প্ৰাণ বিসৰ্জ্জন দিবৰ নিমিত্তে সাজু থাকিব লাগিব।

৩৫। আৰু প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে আমি ধৰ্ম্ম-ক্ৰিয়াৰ একোটা বিশেষ পদ্ধতি[৩৯] নিৰ্দ্ধাৰিত কৰিছোঁ ; আল্লাই যি চতুষ্পদ ঘৰচীয়া জন্তু সিহঁতক জীৱিকা-

৩৬। সৰ্ব্বশক্তিমান এক আল্লাৰ সৈতে সম্বন্ধ ছিগিল। তাৰ স্থিতি নোহোৱা হল ; চৰাইয়ে ছোঁ মাৰি নিব পাৰে, বতাহে উৰাই নিব পাৰে। যি জনে তৌহীদত থিয় দিয়ে সেইজন পৰ্ব্বতৰ দৰে দৃঢ়।

৩৭। যিবিলাক বস্তুৰ দ্বাৰা আল্লাৰ মাহাত্ম্য, গৌৰৱ-গৰিমা প্ৰকাশ পায় সেই বিলাকক শ্ব'আয়েৰুল্লাহ বোলে। স্বফা আৰু মৰ্‌ৱাকো এই নাম দিয়া হৈছে। ২ : ১৫৯।

৩৮। কুৰ্‌বাণী মিনাত দিয়া হয়, আৰু মিনা কা'বাৰ পৰা ৫-৬ মাইল দূৰৈত।

৩৯। প্ৰাচীন কালৰ পৰা সকলো সম্প্ৰদায়ৰ মাজত জন্তুৰ কুৰ্‌বাণী দিয়াৰ (বলিদানৰ) প্ৰচলন আছে। ইয়াৰ উদ্দেশ্য প্ৰত্যেকটো সম্প্ৰদায়ত বেলেগ। কিছুমানৰ মতে বলিদানৰ উদ্দেশ্য পাপৰ প্ৰায়শ্চিত্ত ( expiation ) ; আনবিলাকে কয় ইয়াৰ দ্বাৰা দেৱতাৰ ক্ৰোধ নিবাৰণ কৰা হয় ( propitiation ) ; সাধাৰণতে বিশেষ কামৰ নিমিত্তে নৈবেদ্য দিয়া

ৰূপে দান কৰিছে তাৰে কিছুমানক কুৰ্বাণী দিয়াৰ সময়ত সিহঁতে যেন আল্লাৰ নাম লয়। আৰু ( মনত ৰাখাঁ ) তোমালোকৰ উপাস্য একমাত্ৰ উপাস্য আল্লা ; গতিকে ( তেওঁৰে প্ৰতি ) আত্মসমৰ্পণ কৰিবা ; আৰু ( হে মহম্মদ, ) তুমি শুভসংবাদ দিয়াঁ সেই বিনয়ীসকলক—

৩৬। যিসকলৰ অন্তৰসমূহ কঁপিব ধৰে যেতিয়া ( তেওঁলোকৰ আগত ) আল্লাৰ উল্লেখ কৰা হয় ; আৰু যিসকলে তেওঁলোকৰ প্ৰতি আপদ-বিপদ পৰিলে ধৈৰ্য্য[৪০] ধৰি থাকে, আৰু নমাজ সঠিকৰূপে অনুষ্ঠিত কৰে, আৰু আমি তেওঁলোকক যি সম্বল[৪১] দান কৰিছোঁ তাৰে পৰা ( সজ কামত ) ব্যয় কৰি থাকে।

৩৭। আৰু তোমালোকৰ নিমিত্তে ( কুৰ্বাণীৰ ) উটবোৰক আমি স্থিৰ কৰিছোঁ আল্লাৰ পৱিত্ৰ চিন-স্বৰূপ ; ইয়াৰ মাজত আছে তোমালোকৰ নিমিত্তে মঙ্গল ; গতিকে সেইবোৰ শাৰী শাৰী থিয় হোৱাৰ লগে লগে ( কুৰ্বাণী কৰাৰ আগতে ) আল্লাৰ নাম লবা ; উটবোৰ ইকাষে সিকাষে মাটিত পৰি মৰাৰ পাছত সেইবোৰৰ মঙহ নিজেও খাবা, আৰু যি নিজৰ অভাৱ প্ৰকাশ নকৰে আৰু যি প্ৰকাশ্যে মগনীয়া ( দুয়ো শ্ৰেণীৰ মানুহকে ) খাবলৈ দিবা ; এইদৰেই এনেবিলাক জন্তু আমি তোমালোকৰ বশবৰ্ত্তী কৰিছোঁ, যাতে তোমালোকে ( আমাৰ ) শলাগ লোৱা।

৩৮। কুৰ্বাণী দিয়া জন্তুবোৰৰ মঙহবোৰ আৰু ৰক্তখিনি আল্লাৰ ওচৰলৈ নাপায়, কিন্তু তেওঁৰ ওচৰলৈ পাবগৈ তোমালোকৰ অন্তৰৰ ধাৰ্ম্মিকতা ;[৪২]

---

( oblation )। কিন্তু ইচ্লামৰ কুৰ্বাণী এই তিনিবিধৰ এবিধো নহয়। ইচ্লামে কুৰ্বাণীৰ দ্বাৰা এই শিক্ষা দিয়ে যে জন্তুৱে যেনেকৈ আমাৰ কাৰণে নিজকে উৎসৰ্গ কৰে তেনেকৈ সত্যৰ নিমিত্তে প্ৰাণ বিসৰ্জন দিবলৈ আমি যেন আল্লাৰ আগত প্ৰস্তুত থাকোঁ।

৪০। অহা ৰুকুত যি আপদ-বিপদৰ, যুদ্ধ-বিগ্ৰহৰ নিৰ্দ্দেশ দিছে মুচলমান মাত্ৰকে ধৈৰ্য্যশীল হোৱা নিতান্ত আৱশ্যক। তাৰ লগতে আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰা উচিত। ধৈৰ্য্যশীলতা আৰু প্ৰাৰ্থনাৰ সংযোগ সম্বন্ধে চোৱাঁ ২ : ৬৪।

৪১। ধন, প্ৰাণ, বিদ্যা, বুদ্ধি, সময়, গাৰ বল সকলো বুজাইছে। এইবিলাক আল্লাৰ দান, আৰু এই দানৰ ভাগ আইনকো দিবলৈ আমাক সাজু থাকিব লাগিব।

৪২। কুৰ্বাণীৰ তাৎপৰ্য্য এই মহৎ আয়তে স্পষ্টৰূপে বুজাই দিছে। আল্লা মহান ; আল্লা আমাৰ পথ প্ৰদৰ্শক। আল্লাৰ পথত সত্য আৰু ন্যায়ৰ কাৰণে, আৰু ধৰ্ম্ম প্ৰতিষ্ঠিত কৰিবৰ অৰ্থে ধন, প্ৰাণ সকলো বিসৰ্জ্জন কৰিবলৈ কোৰানে-শিক্ষা দিয়ে। কঠিন কাল আহিব লাগিছে ( চোৱাঁ অহা ৰুকু ), আৰু অন্যায়ৰ শক্তিৰ লৈতে ধৰ্ম্ম আৰু সত্যৰ ৰণ আৰম্ভ হব।

এনেবিলাক জন্তু এইদৰে আল্লাই তোমালোকৰ আয়ত্তৰ অধীন কৰিছে যাতে তোমালোকক আল্লাই সুপথ প্ৰদৰ্শন কৰাৰ কাৰণে তোমালোকে তেওঁৰ মাহাত্ম্যৰ ঘোষণা কৰা ; আৰু ( হে মহম্মদ, ) সৎকৰ্ম্মীসকলক তুমি শুভ-সংবাদ দিয়াঁ।

৩৯। বিশ্বাসীসকলক আল্লাই নিশ্চয় ( শত্ৰুৰ হাতৰ পৰা ) ৰক্ষা কৰিব ; ইয়াত সন্দেহ নাই, যি ( ধৰ্ম্মৰ ) বিশ্বাসঘাতক, ( আল্লাৰ ) অশলাগী, তাক তেওঁ ভাল নাপায়।

## ৰুকু ৬

আত্মৰক্ষা আৰু ধৰ্ম্মৰক্ষাৰ কাৰণে মুচ্‌লিমক যুদ্ধৰ অনুমতি দান ; সকলো সম্প্ৰদায়ৰ উপাসনালয়ৰ সংৰক্ষণ মুচ্‌লিমৰ কৰ্ত্তব্য ; অন্যায়-কাৰী জাতিৰ পতন সুনিশ্চিত ; ধৰ্ম্ম-বিৰোধৰ শাস্তি আছে ; তাৰ সময় আল্লাৰ জ্ঞান আৰু বিধানৰ অধীন।

৪০। যিবিলাকৰ বিৰুদ্ধে যুদ্ধ চলোৱা হৈছে সেইবিলাকক ( আত্মৰক্ষা কৰিবলৈ ) অনুমতি দিয়া হৈছে, কিয়নো তেওঁলোকৰ প্ৰতি ( অবাধে ) অত্যাচাৰ কৰা হৈছে ;[৪৩] আৰু ইয়াত কোনো সন্দেহ নাই, তেওঁলোকক সহায় কৰিবলৈ আল্লাৰ মহান ক্ষমতা আছে ;

কুৰ্‌আণীৰ ভীষণ পৰীক্ষাৰ সম্মুখীন হব লাগিব প্ৰত্যেক মুচ্‌লিমকে, আত্মৰক্ষাৰ লগে লগে ধৰ্ম্ম, ন্যায় আৰু সত্যকে পৃথিৱীত ব্যাপক ভাবে প্ৰতিষ্ঠিত কৰিব লাগিব। এই ৰুকুৰ অন্য ৰুকুৰ সৈতে এয়ে ঘনিষ্ঠ সম্বন্ধ।

৪৩। এনে কি অত্যাচাৰ আছিল যি মক্কাৰ কোৰেইশবিলাকে হজৰতৰ ( স্ব ) অনু-গামীসকলৰ প্ৰতি কৰা নাছিল ; কা'বাৰ দুৱাৰ তেওঁলোকৰ নিমিত্তে বন্ধ কৰি দিয়া হল ; বনি-হাশ্বিমক শস্য যোগানৰ পৰা তিনি বছৰ বঞ্চিত ৰখা হৈছিল ; আৰু নানা-প্ৰকাৰ শাৰীৰিক, মানসিক কষ্ট দুৰ্ব্বল মুচলমানে ভোগ কৰিব লগা হৈছিল। সহিব নোৱাৰি তেওঁলোকৰ ভালেমান লোক মক্কা ত্যাগ কৰিবলৈ বাধ্য হৈছিল। মদিনাতো তেওঁলোক শান্তিৰে থাকিব নোৱাৰিলে, কিয়নো কোৰেইশে তেওঁলোকৰ বিৰুদ্ধে যুদ্ধৰ যো-জা কৰিছিল। এনে অৱস্থাত আত্মৰক্ষা আৰু তাৰ লগতে ধৰ্ম্মৰক্ষাৰ কাৰণে অস্ত্ৰ ধৰিবলৈ তেওঁলোকক অনুমতি দিয়া হল। উল্লেখযোগ্য কথা এই যুদ্ধৰ অনুমতি সম্বন্ধে এই আয়তেই সৰ্ব্বপ্ৰথম।

৪১। 'আমাৰ প্ৰতিপালক আল্লা' এই আষাৰ কথা মাথোন কোৱাৰ বাবে, একো ন্যায়সঙ্গত কাৰণ নোহোৱাকৈ, তেওঁলোকক নিজৰ ঘৰবাৰীৰ পৰা উলিয়াই দিয়া হৈছিল।[৪৪] আৰু আল্লাই মানৱজাতিৰ কিছুমানক (অন্যায় আচৰণৰ কাৰণে) আন কিছুমানৰ দ্বাৰা দমন কৰাৰ ব্যৱস্থা নকৰা হলে সন্ন্যাসীসকলৰ আশ্ৰমসমূহ[৪৫] আৰু গিৰ্জাবিলাক আৰু (ইহুদীবিলাকৰ) ধৰ্ম্ম-মন্দিৰবোৰ আৰু মচ্‌যিদ্‌সমূহ য'ত আল্লাৰ নাম অধিককৈ লোৱা হয় সকলো ভূমিষ্ঠ হ'ল হেতেন। আৰু যিজনে আল্লাৰ কাৰ্য্যত সহায় কৰে সেইজনক যে আল্লাই সহায় কৰিব ই সুনিশ্চিত কথা ; ইয়াত কোনো সন্দেহ নাই, আল্লা শক্তিশালী, পৰাক্ৰমী।

৪২। (যিবিলাক আজি উৎপীড়িত) সেইবিলাকক ক্ষমতা দান কৰি যদি আমি পৃথিৱীত প্ৰতিষ্ঠিত কৰোঁ, তেওঁলোকে নমাজ অনুষ্ঠিত কৰিব, আৰু জকাত দানৰ সমুচিত নিয়ন্ত্ৰণ কৰিব, আৰু সৎকাৰ্য্য কৰিবলৈ আদেশ দিব, আৰু অসৎকাৰ্য্য কৰিবলৈ নিষেধ কৰিব ;[৪৬] আৰু আল্লাৰেই হাতত সকলো কাৰ্য্যৰ সামৰণি।

৪৩। আৰু অবিশ্বাসীবিলাকে যদি তোমাক মিথ্যাবাদী বুলি অমান্য কৰিছে, (ই নতুন কথা নহয়,) স্বৰূপতে সিইঁতৰ পূৰ্ব্বেও (নবীসকলক) মিথ্যাবাদী বুলি অমান্য কৰিছিল নুহৰ লোকবিলাকে, আৰু 'আদ-জাতিয়ে, আৰু ছমুদ-জাতিয়ে ;[৪৭]

৪৪। আৰু ইব্ৰাহিমৰ লোকবিলাকে, আৰু লুতৰ লোকবিলাকে,

৪৫। আৰু মদ্‌য়ন-অধিবাসীবিলাকেও ;[৪৮] আৰু মুচাকো (এইদৰে) মিথ্যাবাদী বুলি অমান্য কৰা হৈছিল। সেই কাৰণে মই অবিশ্বাসীবিলাকক কিছুকাল

৪৪। মুচ্‌লিম সকলে ইয়াকে মাথোন বিচাৰিছিল, কোনেও যেন তেওঁলোকে ধৰ্ম্ম পালন কৰাত হস্তক্ষেপ নকৰে। তেওঁলোকৰ জীৱনৰ উদ্দেশ্য কোৰানৰ মতে এয়ে আছিল, নিজেও স্বাধীন হোৱা আৰু পৰৰ স্বাধীনতাকো ৰক্ষা কৰা। এই আয়তত স্পষ্টকৈ কোৱা হৈছে, সকলো সম্প্ৰদায়ৰ মন্দিৰ বা উপাসনালয় ৰক্ষা কৰা মুচ্‌লিমৰ কৰ্ত্তব্য। এনে উদাৰ শিক্ষা অন্যান্য ধৰ্ম্মগ্ৰন্থত বহুত কমেই পোৱা যায়।

৪৫। চেবিয়ানবিলাকৰ মন্দিৰ,—খলীফা নুৰুদ্দিন।

৪৬। ৰাজ্যশাসনৰ মূল পদ্ধতি এই আয়তে উল্লেখ কৰিছে। প্ৰথম, আল্লাত বিশ্বাস আৰু তেওঁৰ ওচৰত আৰ্থিক আৰু পৰমাৰ্থিক কল্যাণৰ নিমিত্তে প্ৰাৰ্থনা ; দ্বিতীয়, ধনৰ সমুচিত ব্যৱহাৰ জনসাধাৰণৰ মঙ্গলৰ নিমিত্তে ; তৃতীয়, পৃথিৱীত সজ আৰু মঙ্গলজনক কাৰ্য্যৰ পৰিচালনা ; চতুৰ্থ, যি কাৰ্য্য মানৱজাতিৰ নিমিত্তে ক্ষতিকৰ তাৰ প্ৰতিৰোধ।

৪৭। 'আদজাতিৰ নবী আছিল হুদ (আ), আৰু ছমুদজাতিৰ নবী স্বালেহ্ (আ)।

৪৮। হজ্‌ৰত্ খো'আইব মদ্‌য়ন-অধিবাসীবিলাকৰ নবী আছিল।

অৱসৰ দিছিলোঁ ; কিন্তু ( সিহঁতৰ আচৰণৰ পৰিবৰ্ত্তন নোহোৱাত ) মই সিহঁতক আগচি ধৰিলোঁ ; গতিকে ( চোৱাঁ ) মোৰ অসন্তুষ্টিৰ পৰিণাম কেনে বিষম !

৪৬। আৰু কতবোৰ নগৰ, অধিবাসীবিলাকে অন্যায় কৰি থাকোঁতেই, আমি সংহাৰ কৰিলোঁ ; তেতিয়া ঘৰবোৰ চালবোৰ সৈতে হেৰেপা খাই পৰি থাকিল ; আৰু কতবোৰ নাদ আৰু কতবোৰ ওখ, দৃঢ় অট্টালিকা ( আজি ) ধ্বংসাবশেষ মাথোন !

৪৭। সিহঁতে পৃথিৱীত ভ্ৰমণ নকৰে কিয়, যাতে সিহঁতৰ অন্তৰসমূহে এইবোৰ কথা উপলব্ধি কৰিব পাৰে, আৰু কাণসমূহে এইবোৰ শুনিব পাৰে ? কিন্তু ইয়াত কোনো সন্দেহ নাই, বাহ্যিক নয়নসমূহ দৃষ্টিহীন হোৱা নাই, কিন্তু দৃষ্টিহীন হৈছে অন্তৰসমূহ[৪৯] যি আছে হিয়াৰ ভিতৰত।

৪৮। আৰু ( প্ৰতিশ্ৰুত) শাস্তি সিহঁতে তোমাৰ পৰা শীঘ্ৰে বিচাৰিছে ; কিন্তু ( সিহঁতে জানিব লাগে ) আল্লাই নিজৰ প্ৰতিশ্ৰুতি কদাপি ভঙ্গ নকৰে। কথা এই, তোমাৰ প্ৰভুৰ ওচৰত তোমালোকৰ গণনা অনুসাৰে এদিনো হব পাৰে এহেজাৰ বছৰৰ তুল্য ।[৫০]

৪৯। আৰু কতবোৰ নগৰক, অধিবাসীবিলাকে অন্যায় কৰি থাকোঁতে, আমি ( প্ৰথমে ) যথেষ্ট সময় দিলোঁ ; পিছত ( অন্যায়ৰ পৰা বিৰত নোহোৱাৰ বাবে ) মই সিহঁতক আগচি ধৰিলোঁ ; আৰু অৱশেষত মোৰ পিনেই হব সকলোৰে প্ৰত্যাবৰ্ত্তন।

---

৪৯। বাহ্যিকৰূপে সিহঁতৰ দৃষ্টি আৰু শ্ৰৱণশক্তি থাকিব পাৰে কিন্তু সিহঁতে আভ্যন্তৰিক দৃষ্টি হেৰুৱাইছে। জাতিৰ পিছত জাতি যে ধ্বংস হৈছে অন্যায়ৰ ফলত, প্ৰত্যেক দেশৰ ভগ্নাবশেষতে তাৰ চিন পোৱা যায় ; কিন্তু মানুহে তাকে দেখিও নেদেখে, আৰু তাৰ আখ্যান শুনিও নুশুনে।

৫০। আল্লাৰ শাস্তি যে উপনীত হব ইয়াত একো সন্দেহ নাই ; কিন্তু তাৰ সময় আল্লাৰ জ্ঞান আৰু নিয়ন্ত্ৰণৰ অধীন। এদিনো হব পাৰে, এহেজাৰ বছৰো হব পাৰে। আমাৰ গণনাৰ এহেজাৰ বছৰ আল্লাৰ ওচৰত এক নিমিষ মাত্ৰ, চকুৰ পচাৰ মাথোন।

## ৰুকু ৭

নবীসকলৰ আবিৰ্ভাৱ জগতত ধৰ্ম আৰু সত্যৰ প্ৰতিষ্ঠাৰ নিমিত্তে; সেই সকলৰ বিৰোধীবিলাকৰ বিপৰীত চেষ্টা নিস্ফল হয়; শয়তানৰ কুমন্ত্ৰণা অসাৰ্থক হয়; কোৰান-প্ৰত্যাদেশ সত্য; বিৰোধীবিলাকৰ শেষ পৰিণাম।

৫০। (হে মহম্মদ,) তুমি কোৱাঁ, হে মানৱজাতি,[৫১] মই তোমালোকৰ নিমিত্তে এজন প্ৰকাশ্য সতৰ্ক কৰোঁতা মাথোন।

৫১। তেন্তে যিসকলে বিশ্বাস স্থাপন কৰে, আৰু সজ কাম কৰে তেওঁলোকে লাভ কৰিব (আল্লাৰ) মাৰ্জ্জনা,[৫২] আৰু সম্মানজনক উপজীৱিকা।[৫৩]

৫২। আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক অসাৰ্থক কৰিবলৈ প্ৰচেষ্টা কৰে[৫৪] সিহঁত হব নৰকৰ অধিবাসী।

৫৩। আৰু তোমাৰ পূৰ্ব্বে আমি এনে কোনো ৰচুল আৰু নবী প্ৰেৰণ কৰা নাই, যিজনে (সত্য-প্ৰতিষ্ঠাৰ) যি কামনা কৰিছিল তেওঁৰ সেইৰূপ কামনা সম্বন্ধে শয়তানে (লোকক) কু-প্ৰেৰণা দিয়া নাছিল;[৫৫] কিন্তু আল্লাই শয়তানৰ

---

৫১। বিশ্বনবীয়ে সমগ্ৰ মানৱজাতিক আহ্বান কৰিছে, কেৱল আৰব জাতিক কৰা নাই।

৫২। আল্লা দয়াময়, মাৰ্জ্জনাকাৰী। পাপৰ প্ৰায়শ্চিত্ত হৈছে সৰল মনেৰে অনুশোচন কৰা, তৌবা কৰা। অইন এজন মহাপুৰুষ বা নবীয়ে প্ৰায়শ্চিত্তৰূপে আমাৰ হৈ প্ৰাণ দিব লাগে এনে বিশ্বাস ইচ্‌লামত নাই।

৫৩। চোৰা, ৬৫ : ৩, ৪।

৫৪। আল্লাৰ নিদৰ্শনসমূহ মিছা, মানিবৰ উপযোগী নহয়, এই বুলি কোৰেইশ্‌-বিলাকে জন-সাধাৰণক বুজাই সিহঁতে যেন কেতিয়াও ইচ্‌লাম গ্ৰহণ নকৰে তাৰে যাৰ পৰ নাই চেষ্টা কৰিছিল। তেনেবোৰ চেষ্টা আল্লাই নিষ্ফল কৰিলে।

৫৫। নবীৰ আগমনৰ সময়ত শয়তানে বা শয়তানৰূপী মানুহে তেওঁৰ পৱিত্ৰ উদ্দেশ্য— মানৱক ধৰ্ম আৰু সত্যৰ বাট দেখুওৱা—যাতে সফল নহয় তাৰে চেষ্টা কৰে, আৰু লোকক কুমন্ত্ৰণা আৰু প্ৰলোভন দিয়ে। কিছুমানে এটা প্ৰবাদৰ উল্লেখ কৰিছে, ইয়াত আৰু চুৰা নয্‌মত (৫৩ : ২০-২২)। শয়তানে হেনো এবাৰ কেতবোৰ মূৰ্ত্তিৰ প্ৰশংসা কৰি হজৰতক (স্ব) এটি আয়ত শিকাইছিল, যাতে কোৰেইশবিলাকক এই উপায়েৰে সন্তুষ্ট কৰা হয়।

কু-প্ৰেৰণা ব্যৰ্থ কৰে ; তাৰ পিছত নিজৰ নিদৰ্শনসমূহ আল্লাই সুস্থাপিত কৰে, কিয়নো আল্লা সৰ্ব্বজ্ঞাতা, মহাজ্ঞানী,—

৫৪। যাতে শ্বয়তানে যি কু-প্ৰেৰণা দিয়ে তাকে তেওঁ সেইবিলাকৰ নিমিত্তে পৰীক্ষাস্বৰূপ কৰে যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছে, আৰু যিবিলাকৰ অন্তৰ-সমূহ কঠোৰ ; আৰু ইয়াত কোনো সন্দেহ নাই অন্যায়কাৰীবিলাক পৰি আছে দূৰণিৰ বিৰোধত ;

৫৫। আৰু যাঁতে সিসকলক বিশেষ জ্ঞান[৫৬] দান কৰা হৈছে তেওঁলোকে জানিব পাৰে, তোমাৰ প্ৰভুৰ পৰা অহা এই কোৰানখন পৰম সত্য ; গতিকে তাত তেওঁলোকে বিশ্বাস স্থাপন কৰে, আৰু সেই সত্যৰ আগত তেওঁলোকৰ অন্তৰসমূহ থাকে বিনতিৰে পৰিপূৰ্ণ। আৰু ইয়াত কোনো সন্দেহ নাই, যিসকলে বিশ্বাস স্থাপন কৰে সেইসকলৰ নিমিত্তে অৱশ্যে আল্লাই সজ পথ প্ৰদৰ্শন কৰোঁতা।

৫৬। কিন্তু অবিশ্বাসীবিলাক সেই কোৰান-সত্য সম্বন্ধে সততে সন্দেহত পৰি থাকিব যেতিয়ালৈকে ( মীমাংসাৰ ) নিৰূপিত সময় সিহঁতৰ আগত আকস্মিক-ৰূপে উপনীত নহয়, নতুবা এটা উৎপতীয়া[৫৭] দিনৰ শাস্তি সিহঁতৰ ওপৰত নপৰে।

৫৭। সেইদিনা ৰাজ্যক্ষমতা থাকিব সম্পূৰ্ণৰূপে আল্লাৰ ; তেৱেঁই সিহঁতৰ মাজত বিচাৰ কৰিব। গতিকে যিসকলে বিশ্বাস স্থাপন কৰে আৰু সজ কাম কৰে সেইসকল বাস কৰিব বিনন্দীয়া উদ্যানসমূহত।

৫৮। কিন্তু যিবিলাকে অবিশ্বাস কৰে আৰু আমাৰ নিদৰ্শন-সমূহক মিছা বুলি অগ্ৰাহ্য কৰে সিহঁতৰ নিমিত্তে থাকিব অপমানজনক শাস্তি।

---

এই প্ৰবাদ ভিত্তিহীন। চোৱাঁ তফ্চীৰ কবীৰ, মদাৰেক্, বইদ্বাৱী প্ৰভৃতি। কোৰানৰ এটা মহৎ শিক্ষা এই, শ্বয়তানৰ অকণো প্ৰভাৱ নবীৰ ওপৰত পৰিব নোৱাৰে ; আৰু হজ্ৰতৰ (স্ব) প্ৰতি যিবোৰ প্ৰত্যাদেশ হৈছিল সেইবোৰৰ সংৰক্ষণৰ ভাৰ ফিৰিশ্তাসকলৰ ওপৰত। চোৱাঁ, ৭২ : ২৮, ৯। তেওঁলোকে প্ৰহৰীৰ কাম কৰে।

৫৬। আল্লা সম্বন্ধীয় জ্ঞান ; পৰম জ্ঞান।

৫৭। 'আকীম্ শব্দৰ আছল অৰ্থ বন্ধ্যা তিৰোতা। যি মাটি অনুৰ্ব্বৰ, আৰু যি কাৰ্য্য ফলদায়ক নহয় তাকো 'আকীম বোলে। ইয়াত অৰ্থ হৈছে অশুভ দিন, অমঙ্গলীয়া দিন। মুযাহিদৰ তফ্চীৰত উল্লেখ আছে, এই দিন আছিল বদৰৰ যুদ্ধৰ দিন, যিদিনা কোৰেইশৰ বহু ৰথমুখীয়া নেতাবিলাক হত নিহত হৈছিল।

## ৰুকু ৮

যিসকলে আল্লাৰ পথত দেশত্যাগ কৰিছে আৰু কষ্ট ভোগ
কৰিছে সেইসকলক আল্লাই চিৰকলীয়া সুখ-শান্তি
দান কৰিব; আত্মৰক্ষা অন্যায় নহয়;
আল্লা পৰম সত্য।

৫৯। আৰু যিসকলে আল্লাৰ পথত দশেত্যাগ কৰিছে,[৫৮] পিছত (শত্রু দ্বাৰা) নিহত হৈছে নাইবা নিজৰ প্ৰাণ হেৰুৱাইছে, তেওঁলোকক নিশ্চয় আল্লাই দান কৰিব উত্তম সম্বল; আৰু ইয়াত কোনো সন্দেহ নাই, আল্লাই উৎকৃষ্ট সম্বল দান কৰোঁতা।

৬০। তেওঁ নিশ্চয় তেওঁলোকক এনে ঠাইত প্ৰবেশ কৰিবলৈ দিব যি ঠাইত প্ৰবেশ কৰি তেওঁলোকে তৃপ্তি লাভ কৰিব; আৰু ইয়াত একো সন্দেহ নাই, আল্লা সৰ্ব্বজ্ঞাতা, পৰম সহিষ্ণু।

৬১। এইদৰেই ঘটিব; আৰু যিজনে, তাক যিমান কষ্ট দিয়া হৈছিল তাৰে তুল্য শোধ কৰে, কিন্তু তাৰ উপৰিও সেইজনৰ প্ৰতি যদি কঠোৰ ব্যৱহাৰ কৰা হয়, তেন্তে সেইজনক নিশ্চয় আল্লাই সহায় কৰিব;[৫৯] ইয়াত কোনো সন্দেহ নাই আল্লা পৰম ক্ষমাশীল,[৬০] শ্ৰেষ্ঠ দোষ মৰ্ষণ কৰোঁতা।

---

৫৮। এই আয়ত মক্কাত অৱতীৰ্ণ হৈছিল। ইয়াত মক্কা-ত্যাগৰ কথা উল্লেখ হৈছে, আৰু মদিনাত যে মুচ্‌লিমবিলাক যুদ্ধ-বিগ্ৰহৰ সম্মুখীন হব তাৰ ভবিষ্যৎবাণী কৰা হৈছে।

৫৯। ইয়াৰ পৰা দুটা কথা পৰিষ্কাৰভাৱে ওলাই পৰে। (১) মুচলমানক আত্মৰক্ষাৰ কাৰণেহে কোৰেইশ্বৰ সৈতে যুঁজ কৰিবলৈ অনুমতি দিয়া হৈছিল। তেওঁলোকক যুদ্ধৰ সূচনা কৰিবলৈ দিয়া নাই। (২) আক্ৰমণ নিবাৰণ কৰিবলৈ আয়োজন কৰা ৰাষ্ট্ৰৰ কাম, ব্যক্তিগত কাম নহয়।

৬০। অনেক ঠাইত প্ৰতিশোধ নলৈ ক্ষমা দিয়াটোৱেই শ্ৰেয়ঃ। পাপ মৰ্ষণ কৰা আৰু ক্ষমা দিয়া আল্লাৰ গুণ। এই নীতি অইন এঠাইত স্পষ্টকৈ উল্লেখ কৰিছে। 'যেতিয়া বিৰোধী-বিলাকে বিশ্বাসীসকলৰ প্ৰতি উপদ্ৰৱ কৰে তেওঁলোকে প্ৰতিশোধ লব পাৰে। কিয়নো অন্যায় অত্যাচাৰৰ প্ৰতিফল তাৰে তুল্য অন্যায়-অত্যাচাৰ; কিন্তু যদি কেও ক্ষমা দিয়ে সংস্কাৰ কৰিবৰ অৰ্থে, সি আল্লাৰ পৰা পাব তাৰ প্ৰতিদান; নিশ্চয় আল্লাই অন্যায়কাৰীবিলাকক ভাল নাপায়'—৪২ : ৪০।

৬২। ইয়াৰ কাৰণ হৈছে, আল্লাই নিশাক দিনৰ ভিতৰলৈ আনে, আৰু তেৱেঁই দিনক নিশাৰ ভিতৰলৈ নিয়ে, আৰু ( কাৰণ হৈছে ) আল্লা সকলো শুনোতা, সকলো দেখোঁতা।[৬১]

৬৩। ইয়াৰ ( আৰু ) কাৰণ এই ; আল্লাই পৰম সত্য ; আৰু সিহঁতে তেওঁত ভিন্ন যাক আহ্বান কৰে সি অসত্য ; আৰু ( কাৰণ হৈছে ) আল্লাই সমুন্নত, মহান।

৬৪। তুমি দেখা পোৱা নাই নে, আল্লাই মেঘৰ পৰা বৰষুণ[৬২] নমায় ; তাৰ ফলত পৃথিৱীয়ে সেউজীয়া বৰণ ধৰে ? নিশ্চয় আল্লা সূক্ষ্মদৰ্শী, পৰিজ্ঞাত।

৬৫। আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোৰে তেৱেঁই গৰাকী ; আৰু ইয়াত একো সন্দেহ নাই, আল্লা অভাৱহীন, প্ৰশংসনীয়।

## ৰুকু ৯

বিশ্বজগত মানৱৰ বশবৰ্ত্তী ; মানৱৰ জীৱন আৰু মৰণ আল্লাৰ হাতত ;
হজৰতৰ (স্ব) কাৰ্য্য তৰ্ক কৰা নহয়, বৰং মানৱক আল্লাৰ পিনে
আহ্বান কৰা ; পৃথিৱীৰ সমগ্ৰ ঘটনা বিধি-বদ্ধ ;
আল্লাৰ আযতসমূহ প্ৰত্যাখ্যান কৰোঁতা-
বিলাক নৰকবাসী হব।

৬৬। তুমি ভাবি চোৱা নাই নে, আল্লাই তোমালোকৰ বশবৰ্ত্তী কৰিছে পৃথিৱীত থকা সকলো বস্তুকেই, আৰু জাহাজকো যি তেওঁৰ আদেশত সাগৰৰ পথেদি চলাচল কৰে ? আৰু তেৱেঁই আকাশ ( গ্ৰহ নক্ষত্ৰ আদি ) ধাৰণ কৰি ৰাখিছে,

---

৬১। প্ৰকৃতিত আল্লাৰ বিধান কাৰ্য্যকৰী ; ৰাতিৰ পাছত দিন, দিনৰ পাছত ৰাতি। হব পাৰে আজি আল্লাৰ পথত তোমালোকে কষ্ট ভোগ কৰিছা, প্ৰাণ বিসৰ্জ্জন কৰিছা, কিন্তু এনে এদিন আহিব যেতিয়া তোমালোক দেশৰ ৰাজত্ব লাভ কৰিবা আৰু সুখেৰে শান্তিৰ জীৱন নিৰ্ব্বাহ কৰিবা। পৰলোকৰ সুখ-শান্তি তোমালোকৰ ভাগত থাকিবই।

৬২। কোৰানৰ প্ৰত্যাদেশ আকাশৰ বৰষুণৰ নিচিনা। কোৰান মহৎ সঞ্জীৱনী শক্তি। বাৰিষাৰ পাছত ফল-ফুল উৎপন্ন হয়। কোৰানৰ প্ৰত্যাদেশে ফল উৎপাদন কৰে ; আমাৰ জীৱন সুন্দৰ আৰু সফল হয়।

যাতে ই তেওঁৰ আদেশ বিনে পৃথিৱীৰ ওপৰত নপৰে ;[৬৩] ইয়াত কোনো সন্দেহ নাই, মানৱৰ প্ৰতি আল্লা অতিশয় স্নেহময়, পৰম দানশীল।

৬৭। আৰু আল্লায়ে তোমালোকক প্ৰাণ দান কৰিছে; পিছত তেৱেঁই তোমালোকৰ মৃত্যু ঘটাব; তাৰ পিছত তোমালোকক তুনাই জীৱিত কৰিব তেৱেঁই। অৱশ্যে মানৱ অত্যন্ত অশলাগী।

৬৮। প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে আমি নিৰ্দ্ধাৰিত কৰি দিছোঁ উপাসনাৰ বিশেষ পদ্ধতি ;[৬৪] তাকেই সিহঁতে পালন কৰে। সেই হেতু তোমাৰ সৈতে এই বিষয়ে সিহঁতে বাদানুবাদ কৰা সিহঁতৰ পক্ষে অনুচিত। আৰু ( তাকে অৱজ্ঞা কৰি ) তুমি নিজ প্ৰভুৰ ফালে ( মানৱক ) আহ্বান কৰি গৈ থাকাঁ ;[৬৫] নিশ্চয় তুমি থিয় দি আছা পোন সুপথত।

৬৯। আৰু ( তদুপৰি ) যদি সিহঁতে তোমাৰ সৈতে কন্দল কৰি থাকে, তেন্তে সিহঁতক কোৱাঁ, তোমালোকে যি কাৰ্য্যকে কৰা তাৰ বিষয়ে আ'ল্লাৰ সম্পূৰ্ণ জ্ঞান আছে,

৭০। —যিবিষয়ে তোমালোকে পৰস্পৰ বিৰোধ কৰি আছা সেইবিষয়ে তোমালোকৰ মাজত আল্লাই বিচাৰ কৰিব পুনৰুত্থানৰ দিনা।

৭১। তুমি নাজানানে আকাশ আৰু পৃথিৱীত যি আছে সকলো সম্বন্ধে আল্লা পৰিজ্ঞাত? প্ৰকৃততে সমগ্ৰ ঘটনা আল্লাৰ পুথিত লিপিবদ্ধ ;[৬৬] এনে কাৰ্য্য সম্পন্ন কৰা আল্লাৰ পক্ষে নিশ্চয় সহজ।

৭২। আৰু সিহঁতে আল্লাত ভিন্ন এনেবিলাকৰ পূজা-অৰ্চ্চনা কৰে

---

৬৩। সৌৰজগতত গ্ৰহ-উপগ্ৰহৰ স্থিতি আৰু গতি আল্লাৰ বিধানৰ অধীন। মাধ্যাকৰ্ষণ শক্তিৰ দ্বাৰা আল্লাই সমগ্ৰ গ্ৰহমণ্ডল পৰিচালিত কৰে।

৬৪। 'মনচক্' শব্দৰ আচল অৰ্থ হৈছে কুৰবাণীৰ ঠাই, উপাসনাৰ ঘৰ। ইয়াত অৰ্থ লোৱা হৈছে আৰাধনাৰ নিয়ম, উপাসনাৰ প্ৰণালী। কিছুমানে আকৌ অৰ্থ কৰিছে ধৰ্ম্ম-ক্ৰিয়া।

৬৫। হে ৰচুল, তুমি লোকৰ কথাত কাণ নিদি নিজৰ কাম কৰি গৈ থাকা। মানুহৰ প্ৰশংসা আৰু গ্লানিয়ে যেন তোমাক নিজ কৰ্ত্তব্যৰ পৰা বিচলিত কৰিব নোৱাৰে।

৬৬। (১) জগতত এনে কোনো ঘটনাই নঘটে যি আল্লাৰ বিধিবদ্ধ নহয়। (২) প্ৰত্যেক ঘটনাকে তাৰ ফল সৈতে, আল্লাই সংৰক্ষণ কৰে। ই আল্লাৰ পক্ষে এটা সহজ কাম।

যিবিলাকক সমৰ্থন কৰি তেওঁ কোনো প্ৰমাণ[৬৭] অৱতীৰ্ণ কৰা নাই ; আৰু সিহঁতবো সেইবোৰৰ বিষয়ে ( সঠিক ) জ্ঞান নাই। আৰু অন্যায়কাৰীবিলাকৰ সহায় কৰোঁতা কেও নাই।

৭৩। আৰু যেতিয়া আমাৰ সুস্পষ্ট আয়তসমূহ সিহঁতৰ সম্মুখত পাঠ কৰা হয়, তেতিয়া যিবিলাকে সত্য প্ৰত্যাখ্যান কৰে সিহঁতৰ চেহাৰাবোৰত অসন্তোষৰ চিন তুমি লক্ষ্য কৰিবা ; যিসকলে সিহঁতৰ সম্মুখত আমাৰ আয়তসমূহ পাঠ কৰে সেইসকলক সিহঁতে ( খণ্ডত ) আক্ৰমণ[৬৮] কৰে হে লাগে। তুমি ( সিহঁতক ) কোৱাঁ, মই তোমালোকক এনে দুৰ্দ্দশাৰ কথা জানিবলৈ দিম নে যি তাতোকৈ অধিক অপকৃষ্ট ? ই হৈছে ( নৰকৰ ) অগ্নিৰ পোৰণ ; যিবিলাকে সত্য প্ৰত্যাখ্যান কৰিছে সিহঁতৰ কাৰণে আল্লাই তাৰে অঙ্গীকাৰ কৰিছে ; আৰু নৰক প্ৰত্যাবৰ্ত্তনৰ কেনে নিকৃষ্ট স্থান !

## ৰুকু ১০

দেৱতাবিলাকৰ অসমৰ্থতা সম্বন্ধে মাখিৰ উপমা ; নবী আৰু ফিৰিশ্‌তাসকলক আল্লাই
নিজে নিৰ্ব্বাচন কৰে ; আল্লাৰ আন্তৰিক আৰাধনা আৰু মানুহৰ অক্লান্ত
সেৱা হৈছে সফলতাৰ উপায় ; প্ৰকৃত যিহাদ হৈছে আল্লাৰ
পথত প্ৰাণপণে চেষ্টা কৰা আৰু আত্মবিসৰ্জন কৰা ;
মুচ্‌লিমবিলাকৰ কাৰণে হজৰত (স্ব)
নিজেই সাক্ষী আৰু জগতৰ
নিমিত্তে মুচলমান
সাক্ষী।

৭৪। হে মানৱজাতি, ইয়াত এটি উপমা দিয়া হৈছে, তাকে তোমালোকে কাণ দি শুনা ; বাস্তৱতে আল্লাক এৰি তোমালোকে যিবিলাকক আহ্বান কৰা

৬৭। ইচ্‌লাম থিয় দিয়ে যুক্তি আৰু প্ৰমাণৰ ওপৰত, অজ্ঞতা আৰু অন্ধবিশ্বাসৰ ওপৰত নহয়। তদুপৰি আল্লাৰ নিদৰ্শনে আমাক নিশ্চয়তাৰ পিনে লৈ যায়। এনে নিদৰ্শন-সমূহ আল্লাৰ প্ৰেৰিত ৰচুল, নবী আৰু মুযদ্দিদে মানুহক দিযে আৰু দেখুওৱায়।

৬৮। তেওঁলোকৰ দোষ কি ? তৌহীদ বিস্তাৰ কৰা, ধৰ্ম্ম আৰু সত্য প্ৰতিষ্ঠিত কৰা। চোৱাঁ ৮৫ : ৯, ১০।

সিহঁতে মাখি এটিকো কেতিয়াও সৃজন কৰিব নোৱাৰে, যদিও সিহঁত জুটীয়া চেষ্টা কৰিবলৈ একেলগ হয়; আৰু যদি মাখি এটিয়ে অকণমান বস্তুকে সিহঁতৰ আগৰ পৰা লৈ যায়, সেই বস্তু তাৰ পৰা ঘূৰাই আনিবলৈ সিহঁত অসমৰ্থ। (চোৱাঁ,) প্ৰাথা[69] আৰু প্ৰাৰ্থনাগ্ৰাহী দুয়ো কেনে নিৰ্ব্বলী।

৭৫। আল্লা যি গুণসমূহৰ যোগ্য সেই গুণসমূহ সিহঁতে তেওঁৰ প্ৰতি আৰোপ নকৰে; ইয়াত কোনো সন্দেহ নাই, আল্লা শ্ৰেষ্ঠ শক্তিশালী পৰম ক্ষমতাপন্ন।

৭৬। আল্লাই নিজ বাৰ্ত্তাবাহকৰূপে কিছুমান ফিৰিশ্‌তা[70] বাচি লয়, আৰু মানুহৰ[71] মাজৰ পৰাও কিছুমানক (বাচি লয়;) নিশ্চয় আল্লা শ্ৰেষ্ঠ শ্ৰোতা, পৰম দৃষ্টিশালী।

৭৭। সিহঁতৰ সম্মুখত (ভৱিষ্যতে) যি ঘটিব, আৰু সিহঁতৰ পিছত (অতীজত) যি ঘটি গৈছে সকলো তেওঁৰ বিদিত; আৰু আল্লাৰ পিনে সকলো বিষয়ৰেই প্ৰত্যাবৰ্ত্তন।[72]

৭৮। হে বিশ্বাসীসকল, তোমালোকে নিজ প্ৰতিপালকৰ আৰাধনা কৰাঁ,

---

৬৯। মূৰ্ত্তীৰ পূজাৰীয়ে মূৰ্ত্তীৰ পৰা পূজাৰ কোনো ফল নাপায়। সি প্ৰাৰ্থনা কৰে কিন্তু সেই প্ৰাৰ্থনা অসাৰ্থক হয়, কিয়নো মূৰ্ত্তী নিজেই শক্তিহীন; প্ৰাৰ্থনাকাৰীক সহায় কৰিবলৈ মূৰ্ত্তিৰ একো ক্ষমতা নাই। কিন্তু আল্লা শক্তিশালী (চোৱাঁ অহা আঃ); আল্লাই আমাৰ প্ৰাৰ্থনা গ্ৰহণ কৰে, আৰু তেওঁ আমাক সহায় কৰিবলৈ সক্ষম।

৭০। এনে ফিৰিশ্‌তাসকল যিসকলৰ ওপৰত ৰচুল সকললৈ আল্লাৰ বাণী বহন কৰাৰ কাম ন্যস্ত কৰা হয়। হজ্‌ৰত মহম্মদলৈ (স্ব) প্ৰায় বাণীবিলাক যিব্ৰাইল্ ফিৰিশ্‌তাই আনিছিল।

৭১। চোৱাঁ, ৬ : ১২৬; টী ১১১; মানুহ অৰণ্যে সমাজ আৰু ধৰ্ম্ম-সংস্কাৰক হব পাৰে, কিন্তু নিজ ইচ্ছাৰে নবী বা ৰচুল হব নোৱাৰে। নবুৱত্ বা ৰিচালত্ অৰ্জ্জন কৰি পোৱা বস্তু নহয়। আল্লাই অনুগ্ৰহ কৰি যিজনক নবুৱতৰ পদৱীত নিযুক্ত কৰে তেওঁহে নবী, আৰু তেৰেঁহে আল্লাৰ আদেশ মতে মানুহক আল্লাৰ ওচৰলৈ যাবলৈ বাট দেখুৱায়। নবী আৰু ৰচুলসকলকে আল্লাই প্ৰত্যক্ষ নিদৰ্শন দান কৰে।

৭২। চোৱাঁ, ২ : ২১১; ৩ : ১১০; ৮ : ৪৫, ৩৫ : ৫; ৪৭ : ৬। সকলো ঠাইতে একে অৰ্থ। সকলো বস্তুৰেই আদি আৰু অন্ত আল্লাৰ হাতত। হদীছত আছে, গছৰ এখিলা পাতো লৰিব নোৱাৰে আল্লাৰ ইচ্ছা বিনে। প্ৰত্যেক ব্যক্তিৰ, প্ৰত্যেক জাতিৰ কাৰ্য্যাবলীৰ সৰ্ব্বশেষ বিচাৰ আল্লাই কৰিব, এয়ে মুচ্‌লিমৰ দৃঢ় বিশ্বাস।

আঁঠু লৈ, আৰু সাষ্টাঙ্গে প্ৰণিপাত কৰি ; আৰু সকলোৰে হিতসাধন কৰা ; হব পাৰে এই উপায়ে তোমালোক সফলমনোৰথ হবা।[৭৩]

৭৯। আৰু আল্লাৰ কাৰণে তোমালোকে প্ৰাণপণে চেষ্টা কৰা,[৭৪] এনে চেষ্টা যি তেওঁৰ উপযোগী ; তেৱেঁই তোমালোকক নিজ অনুগ্ৰহৰ নিমিত্তে বাচি লৈছে, আৰু ধৰ্ম্ম-বিষয়ে তোমালোকৰ নিমিত্তে তেওঁ কোনো প্ৰকাৰ সঙ্কীৰ্ণতাৰ সৃষ্টি কৰা নাই ; এয়ে হৈছে তোমালোকৰ পিতৃ ইব্ৰাহিমৰ ধৰ্ম্ম ;[৭৫] পূৰ্ব্বৰ ( ধৰ্ম্ম-গ্ৰন্থসমূহত ) আৰু এই গ্ৰন্থতো ( কোৰানতো ) আল্লাই মুচ্‌লিম্‌ নামেৰে[৭৬] তোমালোকক অভিহিত কৰিছে ; ইয়াৰ উদ্দেশ্য এই, ৰচুল ( মহম্মদ ) যেন তোমালোকৰ নিমিত্তে সাক্ষী হব পাৰে, আৰু তোমালোকো যেন সাক্ষী হব পাৰা সমগ্ৰ মানৱজাতিৰ নিমিত্তে।[৭৭] গতিকে তোমালোকে নমাজ অনুষ্ঠিত কৰিবা আৰু জকাত-দানৰ ব্যৱস্থা কৰিবা, আৰু আল্লাকেই দৃঢ়ৰূপে ধৰি থকিবা, তেৱেঁই তোমালোকৰ কাৰ্য্য সম্পাদন কৰোঁতা ; চোৱাঁ, সেই কাৰ্য্য সম্পাদন কৰোঁতা কেনে শ্ৰেষ্ঠ ! আৰু সেই সাহায্য কৰোঁতা কেনে উৎকৃষ্ট !

---

৭৩। ইচ্‌লামৰ মতে সফলতাৰ একমাত্ৰ উপায় হৈছে, এক আল্লাৰ আৰাধনা আৰু মনুষ্য জাতিৰ সেৱা। এই আযতৰ শেহত 'শ্বাফেই' সকলৰ মতে এটা চয্‌দা আছে কিন্তু 'হনফী'সকলৰ এনে মত নহয়।

৭৪। 'যেহাদ'ৰ আছল অৰ্থ হৈছে আল্লাৰ পথত অপৰিসীম চেষ্টা কৰা, প্ৰাণপণে চেষ্টা কৰা। চোৱাঁ, ৫ : ৩৬। এই আযততো সেযে অৰ্থ। ইয়াত ধৰ্ম আৰু সত্যৰ কাৰণে প্ৰাণপণে মুচলমানক চেষ্টা কৰিবলৈ কোৱা হৈছে। কোৰানৰ কোনো ঠাইতে বলপ্ৰয়োগ কৰি ধৰ্ম প্ৰচাৰ কৰিবলৈ আদেশ দিয়া নাই। ইচ্‌লামৰ শত্ৰুবিলাকে এনে মিছা অপবাদ ৰটাইছিল। অৱশ্যে তবুক, আহ্‌জাব আদি যুদ্ধত যেতিয়া ইচ্‌লাম-বিৰোধীবিলাকে মুচলমানৰ বিৰুদ্ধে যুঁজ কৰিবলৈ ওলাইছিল আৰু ধৰ্ম লোপ কৰিবলৈ চেষ্টা কৰিছিল তেতিয়া আত্মৰক্ষাৰ নিমিত্তে যুদ্ধ কৰিবলৈ মুচলমানক অনুমতি দিয়া হৈছিল। সুখৰ কথা, ইচ্‌লাম যে তলৱাৰৰ বলেৰে দেশ বিদেশে প্ৰচাৰ হৈছিল বৰ্ত্তমান সময়ত কোনেও বিশ্বাস নকৰে। নবম চুৰা তৌবাত ৰণৰ কথা উল্লেখ হৈছে ; তাৰ টীকাবোৰে এই বিষয়ে সঠিক সিদ্ধান্তলৈ আহিবলৈ সহায় কৰিব।

৭৫। চোৱাঁ, ২ : ১২৯, ১৩৭।

৭৬। চোৱাঁ, ইব্ৰাহিমৰ ( আ ) প্ৰাৰ্থনা, ২ : ১২৯।

৭৭। হজ্‌ৰত মহম্মদে ( স্ব ) ধৰ্ম্ম, সত্য, আৰু আল্লা সম্বন্ধীয় জ্ঞান সকলো দি গৈছে এতিয়া সেইবোৰ নীতি জগতত বিস্তাৰ কৰা মুচলমানৰ কৰ্ত্তব্য।

# চুৰা ২৩

## আল্-মু'মেনুন ঃ বিশ্বাসীসকল

১০ ৰুকু ঃ ১১৯ আয়ত

মক্কাযুগৰ শেষ ভাগত এই চুৰা অৱতীৰ্ণ হৈছিল : ধীৰে ধীৰে মক্কা আৰু মক্কাৰ অঞ্চলৰ কিছুমান মানুহে ইচ্লাম গ্ৰহণ কৰিলে। যাতে ইচ্লাম ব্যাপক হৈ নপৰে সেই বিষয়ে কোৰেইশ্বৰ মুখিয়ালবিলাকে গহীনভাৱে উপায় উলিয়াবলৈ চিন্তা কৰিলে। আন হাতে কোৰেইশ্বৰ উপদ্ৰৱ সহিব নোৱাৰি ন-মুচলমানৰ তাকৰীয়া দল দেশ ত্যাগ কৰি আবিচিনিয়ালৈ আৰু তাৰ পিছত মদিনালৈ যাবলৈ বাধ্য হ'ল। এনে নিঃসহায় অৱস্থাত এই চুৰাত ভবিষ্যদ্বাণী কৰা হয় যে যিবিলাক মুচলমান আজি পদদলিত তেওঁলোকে বছৰ চেৰেকৰ পাছতেই আৰব দেশত প্ৰাধান্য লাভ কৰিব, আৰু তেওঁলোকৰ শত্ৰুবিলাক পৰাভূত্ হব।

এই চুৰাৰ আৰম্ভণিতে ন-মুচলমানসকলৰ গুণ বৰ্ণনা কৰা হৈছে, আৰু কোৱা হৈছে যে যিসকলৰ গুণাৱলী এনে উৎকৃষ্ট তেওঁলোক যে জগতত সফলকাম হব, আৰু মানুহৰ কাৰণে আদৰ্শস্বৰূপ হব ইয়াত একো সন্দেহ নাই। পৰিহাস কৰোঁতাবিলাকে অৱশ্যে পৰিহাস কৰি থাকিব, শত্ৰুবিলাকে নানান বাধা-বিঘিনি ধৰ্ম্মপ্ৰচাৰৰ পথত সৃষ্টি কৰিব, কিন্তু ইচ্লাম ধৰ্ম্মৰ অনুৰাগীসকলে সকলো উপহাস, অসংখ্য বাধা-বিঘিনি অৱজ্ঞা আৰু অতিক্ৰম কৰি, আৰু তদুপৰি ধন, মন, প্ৰাণ উৰ্চগা দি ইচ্লাম প্ৰতিষ্ঠিত কৰিবলৈ যত্ন লব।

সকলো নবী আৰু ৰচুলে, আৰু তেওঁলোকৰ অনুগামীসকলে কষ্ট ভোগ কৰি আহিছে। পৰিশেষত তেওঁলোকক আল্লাই বিশেষ সহায় কৰে ; তাৰ ফলত তেওঁলোকে শত্ৰুৰ হাতৰ পৰা ৰক্ষা পৰে। এই প্ৰসঙ্গত হজ্ৰত নুহ, আৰু কিছুমান ৰচুলসকলৰ দৃষ্টান্ত দিয়া হৈছে, যেনে মুচা ( আ ), ঈচা ( আ ) প্ৰভৃতি সকলো ৰচুলে একেটা ধৰ্ম্ম, এক অদ্বিতীয় আল্লাত বিশ্বাস আৰু তেওঁৰেই উপাসনা, আনিছিল। কিন্তু ভিন্ ভিন্ সম্প্ৰদায়ৰ সৃষ্টি মানুহে নিজে কৰি লৈছে। পৰলোকৰ জীৱনত বিশ্বাস এটা মহান সত্য। এনে বিশ্বাস অবিহনে পাৰ্থিৱ জীৱনৰ কোনো অৰ্থ নাথাকে। সৰ্ব্বশেষত সমাজ সংৰক্ষণৰ কাৰণে এটা সুন্দৰ নীতিৰ উল্লেখ কৰা হৈছে : যি মন্দ তাৰ প্ৰতিকাৰ ভালৰে কৰিব লাগে, য'ত ক্ষমাদান সমাজৰ হিতৰ নিমিত্তে প্ৰয়োজনীয় ত'ত ক্ষমা দিয়া, আৰু য'ত শাস্তি দিয়াৰ আৱশ্যক ত'ত ৰাষ্ট্ৰই শাস্তিৰ নিয়ন্ত্ৰণ কৰা। সকলো কাৰ্য্যৰ প্ৰধান উদ্দেশ্য হব লাগে, সমাজৰ সেৱা, মানৱজাতিৰ হিত সাধন।

## ৰুকু ১

বিশ্বাসীসকলৰ গুণ-বৰ্ণনা ; শাৰীৰিক আৰু আধ্যাত্মিক ক্ৰমোন্নতিৰ ছয়টা স্তৰ ; বিচিত্ৰ সৃষ্টি মানৱৰ উপকাৰৰ নিমিত্তে।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। স্বৰূপতে সেই বিশ্বাসীসকল সফলমনোৰথ হৈছে,

৩। যিসকলে বিনয়ৰ[১] ভাৱ লৈ নমাজ সম্পন্ন কৰে ;

৪। আৰু যিসকলে অসাৰ্থক কাৰ্য্যৰ[২] পৰা আঁতৰি থাকে ;

৫। আৰু যিসকলে ( নিয়মমতে ) জকাত শোধ কৰে ;

৬। আৰু যিসকলে নিজৰ গুপ্ত অঙ্গসমূহৰ[৩] সংৰক্ষণ কৰে ;

৭। তেওঁলোকৰ পত্নীবিলাকক নাইবা যি তিৰোতাবিলাক তেওঁলোকৰ সোঁ হাতৰ অধীন[৪] সিহঁতক এৰি,—কিয়নো সেইবিলাকৰ সম্বন্ধে তেওঁলোক নিন্দনীয় নহয় ;

৮। কিন্তু যিবিলাকে ইয়াৰ বাহিৰে[৫] যাবলৈ বিচাৰে সিহঁত হৈছে সীমালঙ্ঘনকাৰী ;—

---

১। নমাজৰ প্ৰত্যেকটো ভঙ্গিৰ পৰা বিনয়ৰ ভাৱ প্ৰকাশ পায়, কিয়াম্ ( থিয় হোৱা ), ৰুকু ( আঁঠু লোৱা ), চয্দা ( সাষ্টাঙ্গে প্ৰণিপাত কৰা ), আৰু তশহ্হুদ্ ( আঁঠু কাঢ়ি বহা )।

২। যি কথাই বা কামে আল্লাক পাহৰায় তাকে আৰ্বী ভাষাত 'লগ্ৱ' বোলে। স্বৰ্গবাসীসকলে অসাৰ্থক কথা শুনি নাপায়, ১৯ : ৩৬ ; ৮৮ : ১২।

৩। স্ত্ৰীপুৰুষ সম্বন্ধীয় পৱিত্ৰতা ৰক্ষা কৰে ; অনাচাৰ-ব্যভিচাৰ আদি পাপ কাৰ্য্যৰ পৰা বিৰত থাকে।

৪। চোৰা, ৪ : ৩৭, টী ৪৫। দাসীৰ সৈতে বিয়া নকৰাকৈ তাইৰ গৰাকীয়েও সহবাস কৰিব নোৱাৰে। আৰু বিয়াৰ লগে লগে দাসীয়ে স্বাধীনাৰ মৰ্য্যাদা লাভ কৰে। অবিবাহিতাকৈ তিৰোতা ৰখাৰ প্ৰথা ইচ্লামত নাই। চোৰা, ৪ : ২৫, ৬২।

৫। পৰস্ত্ৰীগমন, ব্যভিচাৰ আদি ইচ্লামত সমূলি নিষেধ। আন হাতে উদাসীনতাকো ইচ্লামে আশ্বাস নিদিয়ে। বিশ্বাসী সকলৰ আদৰ্শ হৈছে বৈবাহিক জীৱন।

৯। আৰু যিসকলে তেওঁলোকৰ প্ৰতি যি দায়িত্ব[৬] ন্যস্ত কৰা হয় তাক আৰু নিজৰ অঙ্গীকাৰ পালন কৰে ;

১০। আৰু যিসকলে নিজৰ নমাজসমূহ সম্পূৰ্ণৰূপে ৰক্ষা[৭] কৰে ;

১১। সেইসকলেই হৈছে এনে উত্তৰাধিকাৰী,

১২। যি স্বৰ্গৰ উত্তৰাধিকাৰী হব ; তাতেই তেওঁলোক সততে বাস কৰিব।

১৩। আৰু স্বৰূপতে আমি মানৱক সৃষ্টি কৰিলোঁ মাটিৰ বিশুদ্ধ সাৰভাগৰ[৮] পৰা ;

১৪। পিছত তাক বীৰ্য্যবিন্দুৰূপে সুৰক্ষিত বিশ্ৰামৰ ঠাইত[৯] স্থাপিত কৰিলোঁ ;

১৫। পিছত সেই বীৰ্য্যবিন্দুক খলমা-বন্ধা ৰক্তত পৰিণত কৰিলোঁ ; তাৰ পিছত সেই খলমা-বন্ধা ৰক্তক এটুকুৰা মঙহৰ আকাৰ দিলোঁ ; আৰু সেই মঙহ টুকুৰাৰে অস্থিপুঞ্জ সৃষ্টি কৰিলোঁ ; তাৰ পিছত সেই অস্থিপুঞ্জক মঙহৰে আবৰিত কৰিলোঁ ; শেহত আমি তাকে পূৰ্ণ সৃষ্টিৰ ৰূপ দিলোঁ বেলেগ ধৰণৰ ; গতিকে সৰ্ব্বশ্ৰেষ্ঠ সৃজনকৰ্ত্তা মঙ্গলময় আল্লা ধন্য ![১০]

১৬। ইয়াত কোনো সন্দেহ নাই, সৃষ্টিৰ এই ক্ৰমবিকাশৰ পাছত তোমালোকৰ প্ৰাণৰ প্ৰয়াণ হব ;

১৭। তাৰ পাছত পুনৰুত্থানৰ দিনা নিশ্চয় তোমালোকক পুনৰায় জীৱিত কৰি তোলা হব।

---

৬। 'আমানত্' শব্দ ব্যাপক অৰ্থত ইয়াত ব্যৱহাৰ হৈছে ; সামাজিক, ৰাজনৈতিক দায়িত্বত সন্নিবিষ্ট। চোৱা, ৪ : ৫৯।

৭। নমাজ ঠিক সময়ত আৰু নিয়ম মতে পঢ়ে ; খৰ-খেদা নকৰি মানে বুজি পঢ়ে ; নমাজত যেন বিনয় ভাৱটো প্ৰৱল হয়।

৮। আৰবী শব্দ 'চুলাল'ৰ অৰ্থ, যি সাৰ পদাৰ্থৰ পৰা জীৱজন্তু আৰু উদ্ভিদৰ সৃষ্টি হৈছে।

৯। মাতৃৰ গৰ্ভ।

১০। শাৰীৰিক আৰু আধ্যাত্মিক ক্ৰমবিকাশৰ মাজত সামঞ্জস্য আছে। মানুহৰ শাৰীৰিক সৃষ্টিৰ ছয়টা স্তৰ ইয়াত উল্লেখ হৈছে—বীৰ্য্য, ৰক্ত, মঙহ, অস্থি, আকৃতি দান, আৰু প্ৰাণ দান। আধ্যাত্মিকৰূপে ছয়টা স্তৰ হ'ল—বিনয় ভাৱলৈ নমাজ পালন, অসাৰ অলাগতিয়াল বস্তু বা কাৰ্য্য বৰ্জ্জন, দান দক্ষিণা কৰি মন পৱিত্ৰ কৰা, অনাচাৰ ব্যভিচাৰ বৰ্জ্জন, দায়িত্ব পালন, আৰু আল্লাৰ লৈতে প্ৰাৰ্থনা দ্বাৰা সম্বন্ধ স্থাপন।

১৮। আৰু স্বৰূপতে তোমালোকৰ ওপৰত ( ঊৰ্দ্ধলোকত ) গ্ৰহ-পৰিভ্ৰমণৰ সাতোটা পথ[১১] নিৰ্দ্দিষ্ট কৰিছোঁ ; আৰু সৃষ্টি সম্বন্ধে আমি কেতিয়াও অমনোযোগী নহওঁ।

১৯। আৰু মেঘৰ পৰা আমি আৱশ্যক অনুসাৰে বৰষুণ নমাওঁ, আৰু তাৰে পানী আনি মাটিৰ তলত সংগ্ৰহ কৰোঁ ; আৰু ইয়াত কোনো সন্দেহ নাই, সেই পানী আমি সিচি নিবলৈয়ো সম্পূৰ্ণৰূপে সক্ষম।

২০। পিছত সেই পানীকে বোৱাই আমি তোমালোকৰ নিমিত্তে উৎপাদন কৰোঁ খাজুৰ আৰু আঙুৰৰ উদ্যানসমূহ ; তোমালোকৰ নিমিত্তে সেইবোৰৰ ভিতৰত উৎপন্ন হয় প্ৰচুৰ ফল, আৰু তাৰে পৰা এভাগ তোমালোকে খোৱা।

২১। আৰু ( উৎপাদন কৰোঁ ) সেই ( জৈতুনৰ ) গছ[১২] যি চিনাই পৰ্ব্বতত উদ্ভৱ হয় ; তাৰ পৰা উৎপন্ন হয় তেল, যি আহাৰ কৰোঁতাবিলাকৰ আঞ্জাত সোৱাদ দিয়ে।

২২। আৰু ঘৰচীয়া জন্তুবিলাকতো অৱশ্যে তোমালোকৰ নিমিত্তে শিকনি আছে ; ( চোৱাঁ, ) সিহঁতৰ উদৰসমূহত যি থাকে তাৰে পৰা তোমালোকক আমি ( গাখীৰ ) পান কৰিবলৈ দিওঁ ; তদুপৰি সিহঁতৰ পৰা তোমালোকৰ বহুতো উপকাৰ হয়, আৰু তাৰে কিছুমানৰ ( মঙহ ) তোমালোকে খোৱা।

২৩। আৰু ( মাটিত ) সেই জন্তুবোৰ আৰু ( পানীৰ ) নাও-জাহাজ তোমালোকৰ বাহনৰূপে ব্যৱহাৰ হয়।

## ৰুকু ২

হজ্ৰত নুহৰ ( আ ) ধৰ্ম্ম প্ৰচাৰ ; মহাপ্লাৱন, আৰু তাৰ পৰা
নুহ ( আ ) আৰু তেওঁৰ পৰিয়ালৰ উদ্ধাৰ ;
বিৰোধীবিলাক জল-মগ্ন হ'ল।

২৪। আৰু স্বৰূপতে নুহক[১৩] আমি তেওঁৰ জাতিৰ প্ৰতি প্ৰেৰণ কৰিছিলোঁ ;

১১। গ্ৰহ-কক্ষ। চোৱাঁ, ২ : ৩০ আৰু টী।

১২। জলফাই গছ, যাৰ পৰা প্ৰচুৰ পৰিমাণে তেল ওলায়। খাদ্য হিচাপেও ই পুষ্টিকৰ। চোৱাঁ 'মঙ্গলময় গছ', ২৪ : ৩৬। আৰু চোৱাঁ, ৯৫ : ২-৪।

১৩। হজ্ৰত নুহ (আ) আৰু তেওঁৰ সময়ৰ প্লাৱনৰ বিশদ্ বিৱৰণ সম্বন্ধে চোৱাঁ, চুৰা ১১, ৰুকু ৩ আৰু ৪।

তেওঁ গৈ সিহঁতক কলে, হে মোৰ জাতি, তোমালোকে আল্লাৰ উপাসনা কৰা ; তেওঁত ভিন্ন তোমালোকৰ আন উপাস্য কেও নাই ; তোমালোকে ( আল্লাক ) ভয়[১৪] নকৰা নে ?

২৫। তেতিয়া তেওঁৰ জাতিৰ যি মুখিয়ালবিলাকে তেওঁত বিশ্বাস কৰা নাছিল ক'লে, তেওঁ তোমালোকৰেই নিচিনা এজন মানুহ মাত্র ; তেওঁ যে তোমালোকতকৈ শ্রেষ্ঠতৰ[১৫] তাকে দেখুৱাবলৈ তেওঁ ইচ্ছা কৰিছে ; আৰু আল্লাই ( ৰচুল প্রেৰণ কৰিবৰ ) ইচ্ছা কৰা হলে, তেওঁ নিশ্চয় ফিৰিশ্‌তাসকলক নমাই পঠালে হেতেন ; এনে ( আচৰিত ) কথা আমাৰ পূৰ্ব্বৰ পিতৃপুৰুষসকলৰ[১৬] মুখে আমি কেতিয়াও শুনা নাই।

২৬। তেওঁ এজন বলিয়া মানুহ মাত্র ; সেই দেখি কিছুকাল তেওঁৰে সৈতে অপেক্ষা কৰি থাকা।[১৭]

২৭। তেওঁ ( আল্লাৰ ওচৰত ) প্রার্থনা কৰিলে, হে মোৰ প্রভু, মোক তুমি সহায় কৰা, কিয়নো সিহঁতে মোক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছে।

২৮। এনেতে আমি তেওঁৰ প্রতি এইদৰে প্রত্যাদেশ কৰিলোঁ,— আমাৰ চকুৰ আগতে আৰু আমাৰ আদেশ অনুসাৰে তুমি নাও এখন[১৮] সাজিবলৈ লাগি যোৱা ; পিছত যেতিয়া আমি স্থিৰ কৰা ( প্লাৱনৰ ) সময় আহে আৰু সেই উপত্যকাৰ জৰণাসমূহৰ পানী ওপচি পৰে,[১৯] তেতিয়া নাওখনত ( লাগতিয়াল ) জন্তুবোৰৰ

১৪। দ্বিতীয় অর্থ, তোমালোকে পাপ আৰু দুষ্কর্ম্মৰ পৰা বিৰত থাকিবলৈ সঙ্কল্প নকৰা নে ?

১৫। মানুহেই মানুহৰ শিক্ষক হব পাৰে ; আৰু দৈৱবাণী পাই আল্লাৰ নবী হব পাৰে এনে কথা অহঙ্কাৰীবিলাকে স্বীকাৰ কৰিব নোখোজে। ফিৰিশ্‌তাই আকাশৰ পৰা নামি আহি মানুহৰ সমাজ সংস্কাৰ কৰিব নোৱাৰে।

১৬। নতুন সত্য গ্রহণ কৰিবলৈ মানুহে টান পায়। প্রায়বিলাকে ইয়াকে কয়, আমাৰ পিতৃ-পুৰুষৰ পৰা এনে কথা আমি শুনা নাই। এইদৰে সিহঁতে পৌৰাণিক প্রথাৰ আশ্রয় লয়।

১৭। হজ্‌ৰত মহম্মদ সম্বন্ধেও কিছুমানে কয় তেওঁ বলিয়া, তেওঁ প্রৱঞ্চক, তেওঁৰ আৰ্বীয়া বেমাৰ আছিল, ইত্যাদি।

১৮। চোৱা, ১১ : ৩৮।

১৯। চোৱা, ১১ : ৪১। 'তন্নূৰ' শব্দৰ অর্থ নানা ৰকমে কৰা হৈছে। (১) সাধাৰণ অর্থ ৰুটি বনোৱা তন্দুৰ, (২) পৃথিৱীৰ ওপৰ-ভাগ, (৩) ওখ ঠাই, (৪) যি ঠাইৰ পৰা জৰণা ওলায়, (৫) শেষ ৰাতি, পুৱা সময়।

দম্পতি[২০] একোযোৰ একোযোৰকৈ তুলি লোৱাঁ, আৰু নিজৰ গোটেই পৰিয়ালকো ( তুলি লোৱাঁ ), তেওঁলোকৰ মাজৰ কেৱল সেইজনাক[২১] এৰি যাৰ সম্বন্ধে ইতি-পূৰ্ব্বে ( আমাৰ ) মীমাংসা হৈ গৈছে , আৰু যিবিলাকে অন্যায় কৰিছে সিহঁতৰ হৈ মোৰ আগত খাটনি নধৰিবা ; সিহঁতক নিশ্চয় ( প্লাৱনত ) বুৰাই মৰা হব ।

২৯। পিছত যেতিয়া নাৱৰ ওপৰত উঠি স্থিৰ হৈ বহিবা, তুমি আৰু তোমাৰ সঙ্গীবিলাকো, তেতিয়া ( আল্লাৰ ) শলাগ লবা এই বুলি, সকলো প্ৰশংসাৰ গৰাকী আল্লা ; তেৱেঁই অন্যায়কাৰী জাতিৰ পৰা আমাক ৰক্ষা কৰিলে ।

৩০। আৰু ( নামিবৰ সময়ত ) এইদৰে প্ৰাৰ্থনা কৰিবা, হে মোৰ প্ৰভু, মোৰ অৱতৰণ[২২] মঙ্গলময় কৰি মোক নামিবলৈ দিয়াঁ ; আৰু তুমিয়ে সৰ্ব্বশ্ৰেষ্ঠ নমাওঁতা ।

৩১। এই ঘটনাত যে বহুতো নিদৰ্শন আছে তাত কোনো সন্দেহ নাই ; আৰু ( এইদৰে ) আমি ( মানৱৰ ) পৰীক্ষা[২৩] লৈ থাকোঁ।

৩২। আকৌ সিহঁতৰ পিছত আমি আন এটা জাতি উত্থাপন কৰিলোঁ ।

৩৩। আৰু আমি সিহঁতৰে মাজৰ পৰা সিহঁতলৈ ৰচুল[২৪] প্ৰেৰণ কৰিলোঁ একে উপদেশ দিবলৈ, তোমালোকে আল্লাৰেই উপাসনা কৰাঁ ; তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন আন উপাস্য কেও নাই ; তোমালোকে ( আল্লাক ) ভয় নকৰা নে ?

---

২০। চোৱাঁ, ১১ : ৪৯ ; টী ২৮ ।

২১। হজ্ৰত নুহৰ ( আ ) পুতেক । চোৱাঁ, ১১ : ৪৬, ৪৪ ।

২২। উঠোঁতে প্ৰাৰ্থনা কৰা, ১১ : ৪২। নমা সময়ৰ প্ৰাৰ্থনা ৩০ আয়তত উল্লেখ কৰা হৈছে। সোমাই অহা সময়তো প্ৰাৰ্থনা কৰিব লাগে। চোৱাঁ, ১৭ : ৮১।

২৩। এনে পৰীক্ষাৰ ফলত বিশ্বাসীসকলক অবিশ্বাসীবিলাকৰ পৰা পৃথক কৰা হয় ।

২৪। কিছুমান তফ্চীৰকাৰে কয়, ইয়াত হজ্ৰত হুদক ( আ ) বা হজ্ৰত ছালেহক ( আ ) বুজাইছে। কিন্তু মোঃ মুকদ্দিনৰ মতে হজ্ৰত নুহকে ( আ ) বুজাইছে ; প্ৰকৃততে এই ৰুকুত নুহৰে ( আ ) কথা বৰ্ণোৱা হৈছে ।

# ৰুকু ৩

হজ্ৰত নূহ আৰু তেওঁৰ জাতিৰ বিৱৰণ ; বহু জাতিৰ উত্থাপন
আৰু সিহঁতলৈ ৰচুলসকলৰ আগমন ; হজ্ৰত
ঈচাৰ আশ্ৰয় স্থান, সেউজীয়া, ওখ,
আৰু জৰণিৰে পৰিপূৰ্ণ।

৩৪। আৰু তেওঁৰ জাতিৰ যি মুখিয়ালবিলাকে[২৫] অবিশ্বাস কৰিছিল আৰু শেষ দিনত সাক্ষাৎ হোৱাটো মিছা বুলি ভাবিছিল, আৰু যিবিলাকৰ এই পাৰ্থিৱ জীৱনত আমি সুখ-সম্পদ উপভোগ কৰিবলৈ দিছিলোঁ সিহঁতে ( নিজৰ লোকক ) কলে, তেওঁ তোমালোকৰে নিচিনা এজন মানুহ[২৬] মাথোন ; তোমালোকে যি খোৱা তাকে তেৱোঁ খায়, আৰু তোমালোকে যি পান কৰা তাকে তেৱোঁ পান কৰে।

৩৫। আৰু যদি তোমালোকে তোমালোকৰে নিচিনা এনেজন মানুহৰ বাধ্য হোৱা, চোৱাঁ, ইয়াত কোনো সন্দেহ নাই তোমালোক ক্ষতিগ্ৰস্ত হবা।

৩৬। তোমালোকক তেওঁ ভয় দেখুৱাইছে[২৭] নে এনে কথাকৈ, তোমালোকৰ যেতিয়া মৃত্যু হব আৰু তোমালোক মাটি আৰু অস্থিত পৰিণত হবা, তোমালোকক পুনৰায় উত্থাপন কৰা হব ?

৩৭। যি কথাৰে তোমালোকক ভয় দেখুওৱা হৈছে সি দূৰৰ কথা,[২৮] বহু দূৰৰ কথা ;

৩৮। আমাৰ কাৰণে আছে এই পৃথিৱীৰ জীৱনেই মাথোন ; ( ইয়াতে )

---

২৫। সাধাৰণতে ধনী, প্ৰভাৱশালী মানুহ নবীৰ বাণী প্ৰত্যাখ্যান কৰাত সৰ্ব্বপ্ৰথম। হজ্ৰতৰ ( স্ব ) হদীছ আছে, দুখীয়া মানুহে সদৌ প্ৰথমে ইচ্লাম গ্ৰহণ কৰিছিল, আৰু শেষ কালতো দুখীয়াবিলাকেহে ইচ্লামক ৰক্ষা কৰিবলৈ যত্ন লব।

২৬। এনেবিলাক মানুহৰ দৃষ্টি দূৰলৈ নেযায়। মানুহে যে আল্লাৰ বাৰ্ত্তা বহন কৰিব পাৰে ইহঁতে বিশ্বাস কৰিবলৈ টান পায়।

২৭। দ্বিতীয় অৰ্থ, তেওঁ তোমালোকক প্ৰতিশ্ৰুতি দিছে নে যে মানুহক মৃত্যুৰ পাছত পুনাই জীৱিত কৰা হব ?

২৮। অসম্ভৱ কথা, যি মানুহে পতিয়াব নোৱাৰে।

আমাৰ মৃত্যু[২৯] হব আৰু ( ইয়াতে ) আমি জীয়াই থাকোঁ, আৰু পুনৰায় কেতিয়াও আমাৰ উত্থাপন নহয়।

৩৯। আল্লাৰ বিৰুদ্ধে যি মিছা সাজি লৈছে তেওঁ তেনে এজন মানুহ মাথোন, আৰু তেওঁত আমি কেতিয়াও বিশ্বাস স্থাপন নকৰোঁ।

৪০। তেওঁ ( আল্লাৰ ওচৰত ) প্ৰাৰ্থনা জনালে, হে মোৰ প্ৰভু, মোক তুমি সহায় কৰা, কিয়নো সিহঁতে মোক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছে।[৩০]

৪১। ( প্ৰাৰ্থনাৰ ) আল্লাই প্ৰত্যুত্তৰ দিলে, ( চাই থাকা ) অনতিবিলম্বে সিহঁতে নিশ্চয় সন্তাপ কৰিব লাগিব।

৪২। পিছত যথাৰ্থ কাৰণে এটা মহা শাস্তিয়ে[৩১] সিহঁতক ধৰিলে ; তেতিয়া আমি সিহঁতক পেলনীয়া জাবৰ জোঁথৰৰ দৰে পেলালোঁ ; গতিকে অন্যায়কাৰী লোকৰ প্ৰতি ( আল্লাৰ ) অভিসম্পাত !

৪৩। কালক্ৰমে সিহঁতৰ পাছত বহু জাতিকে ( পৃথিৱীত ) উত্থাপন কৰিলোঁ।

৪৪। কোনো সম্প্ৰদায়ে নিৰ্দ্ধাৰিত সময়ৰ আগ হব নোৱাৰে আৰু পিছো পৰিব নোৱাৰে।

৪৫। পিছত আমাৰ ৰছুলসকলক পাৰস্পৰিকৰূপে[৩২] প্ৰেৰণ কৰিছিলোঁ ; একোটা সম্প্ৰদায়ৰ ওচৰলৈ যেতিয়া সিহঁতৰ ৰছুল আহিছিল, সিহঁতে তেওঁক মিছলীয়া বুলি অমান্য কৰিছিল ; সেই কাৰণে আমি ( শাস্তিৰ পিনে ) সিহঁতৰ কিছুমানক কিছুমানৰ অনুবৰ্ত্তী কৰিলোঁ, আৰু সিহঁতৰ কথা ( জনসাধাৰণৰ কাৰণে ) আখ্যান স্বৰূপ কৰিলোঁ ; অবিশ্বাস কৰা জাতিৰ প্ৰতি ( আল্লাৰ ) অভিসম্পাত !

---

২৯। মৃত্যুক আগ কৰাৰ মানে এই, সিহঁতে মানুহৰ মৃত্যুত শেষ দিছে ; পাৰলৌকিক জীৱনত সিহঁতৰ বিশ্বাস নাই।

৩০। চোৱা ওপৰৰ আ: ২৭। নবীসকলৰ ডাঙৰ অস্ত্ৰ হৈছে আল্লাৰ আগত প্ৰাৰ্থনা কৰা।

৩১। 'ছৈহা' শব্দৰ অৰ্থ গুমগুমনি যি ভূমিকম্পৰ আগতে শুনা যায়। চোৱা, ১১ : ৬৮। এই অৰ্থ অনুসৰি এই ঘটনাটো ছমুদৰ ঘটনা বুলি কিছুমানে অভিমত প্ৰকাশ কৰিছে। 'ছৈহা'ৰ সাধাৰণ অৰ্থ 'শাস্তি'। হুদৰ ( আ ) জাতিৰ ঘটনাকো 'ছৈহা' কব পাৰি। আইন এঠাইত ( ৭ : ৭৯ ) ছমুদ জাতিৰ শাস্তিক 'ৰয্‌ফা' কৈছে, অৰ্থ ভূমিকম্প।

৩২। হজ্‌ৰত হুদৰ ( আ ) পৰা হজ্‌ৰত মুচালৈকে ( আ ) বহু দেশত বহু নবীৰ আবিৰ্ভাৱ হৈছিল। মুচাৰ ( আ ) পিছতো অহা বহুতো ৰছুলৰ নাম কোৰানত উল্লেখ হোৱা নাই। চোৱা, ৪০ : ৭৯।

৪৬। সময় আহিলত মুচা আৰু তেওঁৰ ভ্ৰাতৃ হাৰুনক আমি নিজ নিদৰ্শনসমূহ আৰু প্ৰত্যক্ষ প্ৰমাণৰ সৈতে প্ৰেৰণ কৰিলোঁ—

৪৭। ফিৰৌন আৰু তেওঁৰ মুখিয়ালবিলাকৰ ওচৰলৈ; কিন্তু সিহঁতে দাম্ভিকতা[৩৩] দেখুৱালে, আৰু সিহঁত এটা উদ্ধত দল হৈ পৰিল।

৪৮। আৰু সিহঁতে কব লাগিলে, কি! আমাৰেই নিচিনা ছুই গৰাকী মানুহত আমি বিশ্বাস স্থাপন কৰিম নে? অথচ সেই ছুয়োৰে জ্ঞাতীবিলাকে (আগৰে পৰা) আমাৰ দাসত্ব[৩৪] কৰি আছিছে।

৪৯। সেই দেখি ছুয়োকে সিহঁতে মিথ্যাবাদী বুলি অমান্য কৰিছিল; গতিকে যিবিলাকক বিনাশ কৰা হৈছিল সিহঁতো হ'ল সেইবিলাকৰেই অন্তৰ্গত।

৫০। আৰু স্বৰূপতে মুচাক আমি দান কৰিছিলোঁ ধৰ্ম্মপুথি, যাতে সিহঁত সকলোৱে সুপথে চলিব পাৰে।

৫১। আৰু মৰ্‌য়মৰ পুত্ৰ (ঈচাক) আৰু তেওঁৰ মাতৃক আমি নিদৰ্শন-[৩৫] স্বৰূপ কৰিছিলোঁ, আৰু ছুয়োকো এনে সেউজীয়া ওখ ঠাইত[৩৬] আশ্ৰয় দিলোঁ যি আছিল শান্তিৰে অৱস্থান কৰিবৰ উপযোগী আৰু জৰণিসমূহৰে পৰিপূৰ্ণ।

৩৩। সেই দেখি সত্য গ্ৰহণ কৰাৰ সৌভাগ্য সিহঁতৰ নহল। অহঙ্কাৰ সত্য-গ্ৰহণৰ বাটত ডাঙৰ অন্তৰায়।

৩৪। মুঁচা (আ) আৰু হাৰুন (আ) ইস্ৰাইল বংশৰ। বহু ঠাইত উল্লেখ কৰা হৈছে, ফিৰৌনে ইস্ৰাইলবিলাকৰ ওপৰত নানাপ্ৰকাৰ উৎপীড়ন কৰিছিল, আৰু সিহঁতক বেগাৰ খটাইছিল।

৩৫। হজ্‌ৰত ঈচাৰ (আ) অলৌকিক জন্ম আল্লাৰ এটা নিদৰ্শন। আৰু 'আয়তে' আদৰ্শকো বুজায়। ২১:৯২ আয়ততো মৰ্‌য়ম্ আৰু ঈচাক (আ) 'আয়ত' বোলা হৈছে। চোৱাঁ চুৰা মৰ্‌য়ম্।

৩৬। এই ঠাই সঠিককৈ তফ্‌চীৰকাৰসকলে নিৰ্ণয় কৰিব পৰা নাই। ইয়ুচুফ্‌ আলীৰ মতে সন্তান প্ৰসৱ কৰিবৰ সময়ত যি ঠাইলৈ মৰ্‌য়ম্ আঁতৰি গৈছিল তাক বুজাইছে। তেওঁ ১৯:২৮-৩৪ৰ নিৰ্দ্দেশ দিছে। মৌঃ আজাদে লিখিছে (চোৱাঁ ত, কু, পৃঃ ৫৩১), মিছৰৰ উত্তৰ ভাগ বুজাইছে। মৌঃ মহম্মদ আলীয়ে হজ্‌ৰত মচীহে মৌউদৰ অভিমত প্ৰকাশ কৰিছে; চোৱাঁ তেওঁৰ ইং অনুবাদ পৃঃ ৬৮৬, টী ১৭২৩। সাৰ কথা এই, হজ্‌ৰত ঈচাক (আ) অলৌকিকৰূপে আল্লাই ক্ৰুচৰ পৰা ৰক্ষা কৰিলে; এচিনী সকলৰ (Essenes) সহায়েৰে তেওঁ পলাই দীৰ্ঘকাল ভ্ৰমণ কৰি কাশ্মীৰ দেশ পালেগৈ, ইস্ৰাইলৰ হেৰোৱা উপজাতিবিলাকক বিচাৰি। তাতে তেওঁ বসতি কৰিলে, আৰু ১২০ বছৰ বয়স পাই তেওঁৰ ৱফাত (মৃত্যু) হ'ল। শ্ৰীনগৰত তেওঁৰ মজাৰ (সমাধি) এতিয়াও আছে।

# ৰুকু ৪

সকলো ৰচুলৰ একেটা কাম, সত্য-প্ৰতিষ্ঠা; আল্লাই
জীৱ-আত্মাক সাধ্যৰ অতীত
দায়িত্ব নিদিয়ে।

৫২। হে ৰচুলসকল,[৩৭] যিবিলাক বস্তু বিশুদ্ধ তাৰে পৰা তোমালোকে আহাৰ কৰা, আৰু সজ কাম কৰা; তোমালোকে যি কাৰ্য্য কৰা সেই বিষয়ে মই নিশ্চয় পৰিজ্ঞাত।

৫৩। আৰু তোমালোকৰ এয়ে সম্প্ৰদায়, নিশ্চয় একেটা সম্প্ৰদায়; আৰু ময়ে তোমালোকৰ সকলোৰে একেজন প্ৰতিপালক; গতিকে তোমালোকে মোলৈ ভয় ৰাখিবা।[৩৮]

৫৪। কিন্তু মানুহবিলাকে ধৰ্ম্ম বিষয়ে ভিন ভিন মতৰ উদ্‌ভৱ কৰি নিজৰ মাজতে বিচ্ছেদৰ সৃষ্টি কৰিলে;[৩৯] একোটা দল নিজৰ মত লৈয়ে পৰিতুষ্ট।

৫৫। গতিকে (হে মহম্মদ,) সিহঁতক কিছু কালৰ নিমিত্তে বিবুদ্ধি অৱস্থাতেই পৰি থাকিবলৈ দিয়াঁ।

৫৬। আমি যে সিহঁতক ধন-সম্পত্তি আৰু সন্তান-সন্ততি দান কৰি এইৰূপে সহায় কৰিছোঁ সিহঁতে এনে ভাবিছে নে,

৫৭। যে (এনেবোৰ দান দি) আমি সিহঁতক মঙ্গলসমূহৰ[৪০] পিনে লৈ যাবলৈ ততাতৈয়া কৰিম? এনে নহয়, সিহঁতে (প্ৰকৃত) কথা বুজি পোৱা নাই।

৫৮। কোনো সন্দেহ নাই, যিসকল নিজ প্ৰভুৰ ভয়ত বিহ্বল,

৫৯। আৰু যিসকলে নিজ প্ৰভুৰ নিদৰ্শনসমূহত বিশ্বাস স্থাপন কৰে,

৬০। আৰু যিসকলে নিজ প্ৰভুৰ সমানে অইন কাকো উপাস্য নাপাতে,

---

৩৭। ৰচুল সকলক আদেশ দিয়াৰ মানে তেওঁলোকৰ অনুগামীবিলাকক আদেশ দিয়া।

৩৮। চোৰা, ২১ : ৯৩, ৪।

৩৯। প্ৰত্যেক সম্প্ৰদায়ে নিজৰ ধৰ্ম্মগ্ৰন্থকে আল্লাৰ পৰা অহা গ্ৰন্থ বুলি ঘোষণা কৰিলে। তদুপৰি সেই একেখন গ্ৰন্থৰ বিৰুদ্ধে নানা গ্ৰন্থ ৰচনা কৰি পৰস্পৰ বিৰোধী মত প্ৰকাশ কৰিলে।

৪০। পাৰ্থিৱ জীৱনৰ সুখ-স্বচ্ছন্দতা, ধন-সম্পত্তি দুদিনীয়া, প্ৰকৃততে মঙ্গল নহয়। আল্লাৰ সন্তুষ্টিলাভ হৈছে প্ৰকৃত মঙ্গল।

৬১। আৰু যিসকলে ( লোকক ) দান দিওঁতে এনে ভাৱে দিয়ে যে তেওঁলোকে নিজ প্ৰভুৰ ফালে ( এদিন ) উভতি যাব লাগিব সেই ভয়তে[৪১] তেওঁলোকৰ অন্তৰসমূহ ভৰপূৰ থাকে।

৬২। সেইসকলেই সকলো প্ৰকাৰ সৎকাৰ্য্য সাধনত খৰ-খেদা কৰে, আৰু তেওঁলোক তাকে কৰিবলৈ সততে আগুৱান।[৪২]

৬৩। আৰু আমি মানৱ-আত্মাৰ প্ৰতি সিমানখিনিয়ে দায়িত্ব অৰ্পণ কৰোঁ যিমানখিনি তাৰ সাধ্যৰ সীমাৰ[৪৩] ভিতৰত ; আৰু আমাৰ ওচৰত থাকে এনেখন লিপি[৪৪] যি ( মানৱৰ কাৰ্য্যাৱলী সম্বন্ধে ) সত্য কথাহে প্ৰকাশ কৰে , কিয়নো সেই আত্মাসমূহৰ প্ৰতি একো অন্যায় কৰা নহব।

৬৪। নহয়, সেই ( সত্য ) সম্বন্ধে সিহঁতৰ ( অবিশ্বাসীবিলাকৰ ) অন্তৰসমূহ বিবুদ্ধি অৱস্থাত পৰি আছে, আৰু তদুপৰি[৪৫] বহুতো কুকৰ্ম্ম আছে যি সিহঁতে কৰি থাকে।

৬৫। কালক্ৰমে যেতিয়া সময় পাবহি, সিহঁতৰ মাজৰ যিবিলাকে সুখ-সম্পদ[৪৬] উপভোগ কৰিছিল সেইবিলাকক আমি শাস্তি দিবৰ কাৰণে ধৰিম ; চোৱাঁ, তেতিয়া সিহঁতে আৰ্ত্তনাদ কৰিবলৈ আৰম্ভ কৰিব।

৬৬। ( আমি কম, ) আজিৰ দিনা[৪৭] তোমালোকে আৰ্ত্তনাদ নকৰিবা, কিয়নো তোমালোকক আমাৰ ফালৰ পৰা নিশ্চয় কোনো প্ৰকাৰ সহায় কৰা নহব।

---

৪১। হদীছত আছে, এদিন বিবি আয়েশ্বাই ( ৰ ) হজৰতক ( স্ব ) প্ৰশ্ন কৰিলে, কোনোৱে যদি কুকৰ্ম্ম কৰে কিন্তু আল্লাৰ ভয় ৰাখে, সি পৰিত্ৰাণ লাভ কৰিব নে ? হজৰতে উত্তৰ দিলে, পৰিত্ৰাণ পাবলৈ সি ভাল কাম কৰিব লাগিব, আৰু লগে লগে তাৰ এনে ভয় থাকিব লাগিব, জানোচা তাৰ সেই ভাল কাম আল্লাৰ কাষত গ্ৰহণীয় হব নে নহয়।

৪২। ইচ্লামৰ মতে কিছুমান বিশেষ নিৰ্দ্দিষ্ট বিশ্বাসৰ সমষ্টিক অথবা কিছুমান ক্ৰিয়া-কাণ্ডক ধৰ্ম্ম বুলিব নোৱাৰি। সৎকাৰ্য্য কৰিব লাগিব, ( দৈনন্দিন ) জীৱনত। ধৰ্ম্মৰ জীৱন হৈছে কৰ্ম্মৰ জীৱন।

৪৩। চোৱাঁ, ২ : ২৮৭ ; ৬ : ১৫৪ ; ৭ : ৪৩ আৰু টী ৩৮।

৪৪। আমি কৰা ডাঙৰ কাম, সৰু-সোৰা কাম, সকলোকে আল্লাৰ জ্ঞানে জুৰি আছে। এনেকি আমাৰ মনৰ ভাৱো তেওঁৰ অবিদিত নহয়।

৪৫। 'সত্যৰ বিৰুদ্ধে'—মৌঃ নুৰুদ্দিন।

৪৬। চোৱাঁ, ১৭ : ১৭।

৪৭। পুণ্য অৰ্জ্জন কৰিবৰ দিন গ'ল ; এতিয়া কৰ্ম্মৰ ফল ভোগ কৰিবৰ সময় আহিল।

৬৭। স্বৰূপতে ইতিপূৰ্ব্বে মোৰ আয়তসমূহ তোমালোকৰ আগত পাঠ কৰা হৈছিল, কিন্তু তোমালোকে পিছ হুহঁকি ঘূৰি গলা,

৬৮। তাকেলৈ অহঙ্কাৰ কৰি, সেই সম্বন্ধে নিশা ৰংধেমালিৰ মেলত ফুচুৰি গল্প পাতিবলৈ মন কৰি।[৪৮]

৬৯। কি! এই (কোৰানৰ) বাণী সম্বন্ধে সিহঁত (ধীৰ হৈ) চিন্তা নকৰে নে? নাইবা সিহঁতলৈ এনে (আচৰিত) কথা আহিছে নে যি সিহঁতৰ পূৰ্ব্বপুৰুষ-বিলাকলৈ অহা নাছিল?[৪৯]

৭০। নাইবা, নিজ ৰচুলক সিহঁতে চিনি পোৱা নাই নে যে (আজি) তেওঁক সিহঁতে অস্বীকাৰ কৰিব লাগিছে?

৭১। নাইবা, সিহঁতে তেওঁ বলিয়া[৫০] হৈছে বুলি কয় নে? কেতিয়াও নহয়; বৰং তেওঁ সত্যৰ সৈতে সিহঁতৰ ওচৰলৈ আহিছে; কিন্তু সিহঁতৰ সৰহভাগৰ ওচৰত সত্য অপ্ৰীতিকৰ।

৭২। আৰু সিহঁতৰ বৃথা বাঞ্ছাবোৰৰ[৫১] অনুসৰণ সত্যই কৰা হলে নিশ্চয় আকাশমণ্ডলী আৰু পৃথিৱী আৰু উভয়ৰ মাজত যি আছে সকলো বিশৃঙ্খল হৈ পৰিলহেতেন। নহয়, (প্ৰকৃত কথা এই), আমি সিহঁতৰেই (মঙ্গলৰ) নিমিত্তে সৎ উপদেশ আনিছোঁ, কিন্তু সিহঁত সিহঁতলৈ অহা সৎ উপদেশৰ পৰা মুখ ঘূৰাই উলটি যায়।

৭৩। তুমি কি সিহঁতৰ পৰা (নিজ কাৰ্য্যৰ) প্ৰতিদান বিচাৰিছা? অথচ যি প্ৰতিদান তোমাৰ প্ৰভুৱে দিব সি অতি উত্তম; আৰু শ্ৰেষ্ঠ জীৱিকা দান কৰোঁতা তেৱেঁই।

৭৪। আৰু ইয়াত কোনো সন্দেহ নাই, প্ৰকৃততে তুমি সিহঁতক আহ্বান কৰিছা পোন বাটৰ ফালে।

৪৮। সম্পত্তিশালী মানুহবিলাকে সত্যকলৈ ইতিকিং কৰিছিল, আৰু ৰাতিৰ ৰংধেমালিৰ মেলত নানা তৰহৰ অশিষ্ট কথা কৈছিল।

৪৯। নবী আৰু ৰচুল অতীজতো আহিছিল; তেওঁলোকৰ একেটা বাণী আৰু একেটা উদ্দেশ্য, মানৱক ধৰ্ম্মৰ শিক্ষা দিয়া আৰু ন্যায়ৰ বাটে নিয়া।

৫০। চোৱা, ওপৰৰ আ: ২।

৫১। যিবিলাকৰ দৃষ্টি পাৰ্থিৱ জীৱনৰ বাহিৰে নেযায় সিহঁতে সত্যক নিজৰ বৃথা আকাঙ্ক্ষাৰ অধীন কৰিবলৈ বিচাৰে। নবীয়ে আনে পৰম সত্য, আৰু মানৱক সেই সত্য মানি লবলৈ আহ্বান কৰে। তাকে আ: ৭৪ত স্পষ্টকৈ কৈছে।

৭৫। আৰু বাস্তৱতে যিবিলাকে পৰলোকৰ জীৱনত বিশ্বাস নকৰে, সিহঁত নিশ্চয় সজ বাটৰ পৰা বহু দূৰ আঁতৰি গৈছে।

৭৬। আৰু যদিও আমি সিহঁতৰ প্ৰতি ( অধিক ) কৰুণা বৰ্ষণ কৰোঁ, আৰু যি ক্লেশ-কষ্টত[৫২] সিহঁতে পৰি আছে তাৰ পৰা সিহঁতক উদ্ধাৰো কৰোঁ, সিহঁতে নিজ অবাধ্যতাত নেৰা-নেপেৰাকৈ লাগি থাকি অন্ধৰ দৰে খেপিয়াই ফুৰিব।

৭৭। আৰু স্বৰূপতে আমি সিহঁতক শাস্তিৰ কাৰণে ধৰিলোঁ ; তথাপি সিহঁত নিজ প্ৰভুৰ সন্মুখত হীন হোৱা নাছিল, আৰু সবিনয়ে প্ৰাৰ্থনাও কৰা নাছিল ;

৭৮। সৰ্ব্বশেষত এনে সময় পাবহি যেতিয়া আমি সিহঁতৰ প্ৰতি কঠোৰ শাস্তিৰ দুৱাৰ মুকলি কৰিম ;[৫৩] চোৱাঁ তাতে সিহঁত হতাশ হৈ পৰি থাকিব।

## ৰুকু ৫

আল্লাৰ অনুগ্ৰহৰ প্ৰচুৰতা ; পৰলোকত বিশ্বাস ;
আল্লাৰ ৰাজ্য-শাসন, অসীম
জ্ঞান, আৰু ক্ষমতা।

৭৯। আৰু তোমালোকৰ নিমিত্তে তেৱেঁই সৃজন কৰিছে কাণ ( শুনিবলৈ ), আৰু চকু ( দেখিবলৈ ), আৰু হৃদয়[৫৪] ( চিন্তা কৰিবলৈ ) ; তোমালোকে নিচেই অলপহে ( তেওঁৰ ) শলাগ লোৱা।

৮০। আৰু তেৱেঁই ( সংখ্যা বৃদ্ধি কৰি ) তোমালোকক সমগ্ৰ পৃথিৱীত ব্যাপ্ত কৰিছে ; আৰু তেওঁৰেই সন্মুখত তোমালোকক একেলগ কৰি নিয়া হব।

৮১। আৰু তেৱেঁই জীৱন দান কৰে, আৰু সংহাৰো তেৱেঁই কৰে ; আৰু নিশা আৰু দিনৰ অনুবৰ্ত্তন তেওঁৰ ক্ষমতাৰ অধীন ; কি! তোমালোকৰ বোধশক্তি নাই নে?

---

৫২। হিয্ৰতৰ চাৰি বছৰ পূৰ্ব্বে মক্কাত এটা ভীষণ দুৰ্ভিক্ষ হৈছিল—ইব্নে যৰীৰ।

৫৩। ই এটা মহৎ ভবিষ্যদ্বাণী। মদিনা যুগত অৱস্থাৰ পৰিবৰ্ত্তন হব। বহুতো যুদ্ধ বিগ্ৰহ ঘটিব। ফলত কোৰেইশ আৰু তেওঁলোকৰ মিত্ৰপক্ষবিলাক পৰাভূত হব, আৰু সত্য আৰু ধৰ্ম্মৰ জয় দেখি তেওঁলোক নিৰাশ আৰু হতাশ হৈ পৰিব।

৫৪। আৰবী ( আফ্-এদতুন্ ) শব্দটো বোধশক্তি আৰু অনুভৱশক্তি দুয়োৰে স্থান বুজায়।

৮২। নহয়, কথা এই, পূৰ্ব্বগামীবিলাকে যি কৈছিল সিহঁতেও সেইদৰেই কয়।

৮৩। সিহঁতে কয়, আমাৰ মৃত্যু হোৱাৰ, আৰু আমি মাটি আৰু অস্থিত পৰিণত হোৱাৰ পাছত, সচাকৈয়ে আমাক পুনৰায় উত্থাপন কৰা হব নে?[৫৫]

৮৪। স্বৰূপতে আমাক এনে অঙ্গীকাৰ দিয়া হৈছে, আৰু পূৰ্ব্বে আমাৰ পিতৃপুৰুষসকলকো দিয়া হৈছিল ; এনে কথা প্ৰাচীনবিলাকৰ উপাখ্যান মাথোন্।

৮৫। ( হে ৰচুল, সিহঁতক ) সোধাঁ, পৃথিৱীৰ ওপৰত আৰু তাত থকা সকলোৰে ওপৰত কাৰ ক্ষমতা চলে? যদি তোমালোকে জানা, ( কোৱাঁ )।

৮৬। সিহঁতে ততালিকে উত্তৰ দিব, আল্লাৰেই ক্ষমতা চলে। তুমি কোৱাঁ, তথাপি তোমালোকে উপদেশ গ্ৰহণ নকৰিবা নে?

৮৭। তুমি ( আকৌ ) প্ৰশ্ন কৰাঁ, সাতোখন আকাশৰ গৰাকী কোন? আৰু মহান সিংহাসনৰ[৫৬] অধীশ্বৰ কোন?

৮৮। সিহঁতে থিতাতে উত্তৰ দিব, সকলোৰে আধিপত্য আল্লাৰ। তুমি কোৱাঁ, সেয়ে যদি হয়, তোঁমালোকে আল্লাৰ ভয় নাৰাখিবা নে?

৮৯। তুমি কোৱাঁ, যদি তোমালোকে জানা, এই প্ৰশ্নৰ উত্তৰ দিয়াঁ, সকলো বিষয়ৰ শাসন[৫৭] আছে কাৰ হাতত? আৰু ( এই কথা আমাৰ সচা নহয় নে ) তেৱেঁই সকলোকে আশ্ৰয় দান কৰে, কিন্তু তেওঁক কেতিয়াও আশ্ৰয়[৫৮] দিয়া নহয়?

৯০। সিহঁতে ততালিকে উত্তৰ দিব, ( ৰাজ্য-শাসন ) আল্লাৰ হাতত। তুমি কোৱাঁ, সেয়ে যদি সত্য, তোমালোকক কিহে বুদ্ধিহাৰা[৫৯] কৰিছে?

৯১। প্ৰকৃত কথা এই, সিহঁতৰ আগত আমি নিজেই সত্য উপস্থিত কৰিছোঁ ; কিন্তু ইয়াত কোনো সন্দেহ নাই, সচাকৈয়ে সিহঁতে সেই সত্য মিছা বুলি পৰিহাৰ কৰিছে।

৯২। আল্লাই কোনো এজনকে নিজৰ সন্তানৰূপে গ্ৰহণ কৰা নাই ; আৰু তেওঁৰ সঙ্গীৰূপে আন কোনো উপাস্য নাই। তেনে উপাস্য থকা হলে,

---

৫৫। চোৰা ওপৰৰ আঃ ৩৬।

৫৬। আল্লাৰ জ্ঞান আৰু ক্ষমতাক বুজাইছে। চোৱাঁ, ৭ : ৫৫, টী ৫০।

৫৭। ৰাজ্য-শাসন ; চোৱাঁ, ৬ : ৭৭ ; ৭ : ১৮৬।

৫৮। কিছুমানে এইদৰে অনুবাদ কৰিছে—আল্লাৰ বিৰুদ্ধে কাকো আশ্ৰয় বা সাহায্য দিয়া নহয়।

৫৯। 'মচ্‌হুৰ' শব্দৰ উৎপত্তি 'চেহ্‌ৰ'ৰ পৰা, যাৰ অৰ্থ যাদুক্ৰিয়া।

উপাস্য একোজনে যি সৃজন কৰিছে তাকে নিজৰ বুলি পৃথক কৰিলেহেতেন ;[৬০] আৰু নিশ্চয় ইজনে সিজনৰ ওপৰত প্ৰাবল্য লাভ কৰিবলৈ যত্ন কৰিলেহেতেন। ( চোৱাঁ, ) সিহঁতে ( আল্লাৰ সম্বন্ধে ) যি বৰ্ণনা কৰে সেই বিষয়ে আল্লা পৰম পৱিত্ৰ।

৯৩। তেওঁ অদৃশ্য আৰু দৃশ্যৰ জ্ঞাতা ; গতিকে যিহকে সিহঁতে আল্লাৰ সমানে উপাস্য পাতে তাতোকৈ তেওঁ অনেক ওখত।

# ৰুকু ৬

নিকৃষ্ট কাৰ্য্যৰ নিবাৰণ উৎকৃষ্ট কাৰ্য্যৰ দ্বাৰা ; চয়তানৰ প্ৰৰোচনা ; মৃত্যু আৰু পুনৰুত্থানৰ মাজৰ অৱস্থা।

৯৪। ( হে মহম্মদ, ) তুমি কোৱাঁ, হে মোৰ প্ৰভু, সিহঁতক[৬১] যি ( শাস্তিৰ ) অঙ্গীকাৰ কৰা হৈছে তাকে তুমি যদি মোক ( মই জীয়াই থাকোঁতে ) দেখিবলৈ দিয়া,

৯৫। তেন্তে, হে মোৰ প্ৰভু, তুমি যেন মোক ( শাস্তিৰ ভাজন ) অন্যায়কাৰীবিলাকৰ দলভুক্ত[৬২] নকৰা ;

৯৬। যদিও সিহঁতক যি ( শাস্তি দিবলৈ ) আমি অঙ্গীকাৰ কৰিছিলোঁ তাকে তোমাক ( তোমাৰ জীৱনতেই ) দেখুৱাবলৈ আমি নিশ্চয় সক্ষম।

৯৭। যি কাৰ্য্য অতি নিকৃষ্ট তাকে নিবাৰণ কৰাঁ এনে কাৰ্য্য দ্বাৰা যি

৬০। মিছা উপাস্যবিলাকৰ মাজত কন্দলৰ সূচনা হ'লহেতেন, আৰু এক বিধাতাৰ বিধিৰ সীমালঙ্ঘন অ'তে ত'তে প্ৰকাশ পালেহেতেন।

৬১। সত্যৰ বিৰোধী অন্যায়কাৰীবিলাক।

৬২। নবীসকলেও আল্লাৰ শাস্তিলৈ ভয় ৰাখে। আল্লাৰ 'মা'ৰেফত্' ( সত্য জ্ঞান ) যাৰ বেছি তাৰ আল্লালৈ ভয়ো বেছি। হদীছত আছে, 'আল্-ঈমান বাইনল্ খৌফে ওৱাৰ্-ৰেযা', অৰ্থাৎ, বিশ্বাসৰ স্থান সংশয় আৰু আশাৰ মাজতে।

অতি উৎকৃষ্ট ;[৬৩] ( তোমাৰ প্ৰতি ) সিহঁতে যিবোৰ কথা আৰোপ কৰে আমি সেই সম্বন্ধে পৰিজ্ঞাত।

৯৮। আৰু তুমি প্ৰাৰ্থনা কৰা, হে মোৰ প্ৰভু, শ্বয়তানবিলাকৰ কু-প্ৰেৰণাসমূহৰ পৰা মই তোমাৰেই আশ্ৰয় বিচাৰিছোঁ ;[৬৪]

৯৯। আৰু ইয়াৰ কাৰণেও মই তোমাৰ আশ্ৰয় বিচাৰিছোঁ, শ্বয়তানবিলাকে যেন মোৰ ওচৰ নাচাপেহি।

১০০। কালক্ৰমে এনে সময় আহিব যেতিয়া সিহঁতৰ কোনো এজনৰ সন্মুখত মৃত্যু উপস্থিত হলে সেইজনে কব, হে মোৰ প্ৰভু, মোক ( পাৰ্থিব জীৱনলৈ ) ওলটাই পঠোৱা ;

১০১। সম্ভৱতঃ যি সুযোগ ( পৃথিৱীত ) এৰি আহিছোঁ আকৌ যেন তাকে ধৰি মই সজ কাম কৰিব পাৰোঁ। ( তেওঁ কব ) এনে হব নোৱাৰে ; সি যি কৈছে ই তাৰ ( মুখৰ ) কথা[৬৫] মাত্ৰ, কিয়নো সিহঁতৰ ( মৃত্যুৰ পিছত ) যিদিনা সিহঁতৰ পুনৰুত্থান হব সেই দিনালৈকে মাজতে থাকিব এখন আঁৰ-বেৰ [৬৬]।

১০২। অৱশেষত যিদিনা শিঙ্গাত ফু দিয়া হব সেইদিনা সিহঁতৰ মাজত আত্মীয়তাৰ একো সম্বন্ধ নাথাকিব, আৰু ইজনে সিজনৰ বিষয়ে সোধ-পোছো নকৰিব।[৬৭]

১০৩। তেতিয়া যিসকলৰ সজ কামৰ ওজন গধুৰ হব সেইসকল হব সফল-মনোৰথ ;

---

৬৩। এইটোৱে ইচ্‌লামৰ নীতিশাস্ত্ৰৰ মূল সূত্ৰ। যদি ক্ষমা দানৰ ফল মঙ্গল হয়, ক্ষমা দিবা ; আৰু যদি সমাজৰ মঙ্গলৰ কাৰণে শাস্তি দিয়াৰ প্ৰয়োজন হয় ৰাষ্ট্ৰই তাৰ ব্যৱস্থা কৰিব। চোৱা, ৪২ : ৪০।

৬৪। সম্বোধন কৰা হৈছে হজ্‌ৰত মহম্মদক ( স্ব ), কিন্তু শিক্ষা দিয়া হৈছে তেওঁৰ সকলো অনুগামীক, তেওঁৰ জৰীয়াতে।

৬৫। সিহঁতৰ অনুতাপ আন্তৰিক নহয়।

৬৬। অৰ্থাৎ মৃত্যু আৰু পুনৰুত্থানৰ মধ্যবৰ্ত্তী অৱস্থা, সেই অৱস্থাতো মানুহে নিজ কৰ্ম্মৰ ফল ভোগ কৰিব, আল্লা-প্ৰেমী মানুহে স্বৰ্গ-সুখৰ আভাস পাই থাকিব, আৰু অসৎকৰ্ম্মী-বিলাকে নৰকৰ শাস্তি আগ-জাননী ৰূপে অনুভৱ কৰিব। চোৱা, ২৫ : ৫৪।

৬৭। প্ৰত্যেকে অকলশৰীয়া হৈ আল্লাৰ বিচাৰৰ অপেক্ষা কৰিব। ইজনে সিজনক সহায় কৰিবৰ কথাও চিন্তিব নোৱাৰিব।

১০৪। কিন্তু যিবিলাকৰ সজ কামৰ ওজন লঘু হব, সিহঁতে নিজৰ আত্মাৰেই অনিষ্ট সাধন কৰিব, নৰকতে স্থায়ীৰূপে বাস কৰি।[৬৮]

১০৫। অগ্নিয়ে সিহঁতৰ মুখবোৰ পুৰি ক্ষত-বিক্ষত কৰিব, আৰু নৰকতে সিহঁতৰ মুখ ভেঙুৰা হৈ পৰিব।

১০৬। ( সিহঁতক কোৱা হব, ) মোৰ আয়তসমূহ তোমালোকৰ আগত পাঠ কৰা হোৱা নাছিল নে, আৰু সেইবোৰকে তোমালোকে মিছা বুলি অগ্ৰাহ্য কৰিছিলা ?

১০৭। সিহঁতে কব, হে আমাৰ প্ৰভু, আমাক নিজৰে দুৰ্ভাগ্যই[৬৯] পৰাক্ৰম কৰিলে, আৰু ( ফলত ) আমি এটা বিভ্ৰান্ত জাতি হৈ পৰিলোঁ।

১০৮। হে আমাৰ প্ৰভু, এই নৰকৰ পৰা তুমি আমাক বাহিৰলৈ উলিয়াই নিয়া ; তাৰ পিছতো যদি আমি পাপৰ পিনে উভতি যাওঁ তেন্তে নিসন্দেহে আমি অন্যায়কাৰী হম।

১০৯। আল্লাই আদেশ দিব, তোমালোক নৰকতে সোমাই থাকাঁ,[৭০] আৰু মোৰ সৈতে কোনো কথাকে নাপাতিবা।

১১০। প্ৰকৃততে মোৰ ভৃত্যবিলাকৰ মাজত এনে এক শ্ৰেণী[৭১] লোক আছিল যিসকলে অনবৰত এই প্ৰাৰ্থনা কৰিছিল, হে আমাৰ প্ৰভু, আমি বিশ্বাস স্থাপন কৰিলোঁ ; এতেকে তুমি আমাক ক্ষমাদান কৰাঁ, আৰু আমাৰ প্ৰতি করুণা প্ৰদৰ্শন কৰাঁ, কিয়নো করুণা প্ৰদৰ্শন কৰোঁতাসকলৰ মাজত তুমিয়ে সকলোতকৈ শ্ৰেষ্ঠ।

১১১। কিন্তু এনে ( পুণ্যবান ) লোকসকলৰ সৈতে তোমালোকে পৰিহাস

---

৬৮। এই দুটি আয়তৰ পৰা স্পষ্টকৈ বুজিব পাৰি, পাৰ্থিব জীৱনৰ একমাত্ৰ উদ্দেশ্য হৈছে সজ কাম কৰা, আৰু সেই মাপ-কাঠিৰেহে কিয়ামতৰ দিনা আমাৰ বিচাৰ হব।

৬৯। আমি তোমাৰ বাণীত যে কাণ দিয়া নাছিলোঁ, আৰু তোমাৰ নিদৰ্শন সমূহ দেখিয়ো নেদেখা হৈছিলোঁ ই আমাৰ দুৰ্ভাগ্যৰ কাৰণে।

৭০। এই সময় হৈছে কৰ্মৰ ফল ভোগ কৰাৰ সময়, পুণ্য অৰ্জ্জন কৰিবৰ সময় নহয় ; সেই সময় তোমালোকৰ প্ৰাণৰ প্ৰয়ান হোৱাৰ লগে লগে গ'ল।

৭১। পুণ্যবান লোকসকল। এইসকলে বিশ্বাস স্থাপন কৰে আল্লাৰ মাহাত্ম্যত, আৰু জীৱনত পদে পদে তেওঁৰ ক্ষমা ভিক্ষা কৰে আৰু তেওঁৰ করুণা বিচাৰে।

কৰিব ধৰিলা ; (আৰু) সেই কামতে মগ্ন থাকি মোক স্মৰণ কৰিবলৈ পাহৰিলা[৭২] আৰু তেওঁলোকক ধেমালিতে তাচ্ছিল্য কৰি আছিলা।

১১২। তেওঁলোকে ধৈৰ্য্য ধাৰণ কৰিছিল দেখি আজিৰ দিনা আমি তেওঁলোকক (যথেষ্ট) প্ৰতিদান দিম, তেওঁলোক যেন সফলকাম হয়।

১১৩। তেওঁ প্ৰশ্ন কৰিব, তোমালোক সংখ্যাত কেই বছৰমান পৃথিৱীত অৱস্থান কৰিছিলা (জানা নে)?

১১৪। সিহঁতে উত্তৰ দিব, (বোধ হয়) আমি এদিনহে অৱস্থান কৰিছিলোঁ, নাইবা এদিনৰো এভাগ মাত্ৰ; কিন্তু যিবিলাকৰ লেখ ৰখাৰ কাম সিহঁতকো সুধি চোৱাঁ।

১১৫। তেওঁ কব, তোমালোকে অলপ সময়হে (পৃথিৱীত) অৱস্থান কৰিছিলা; হায়! যদি তোমালোকে তাকে বুজি পোৱাহেঁতেন![৭৩]

১১৬। তোমালোকে ইয়াকে ভাবিছিলা নে, আমি তোমালোকক বিনা উদ্দেশ্যে সৃষ্টি কৰিছিলোঁ, আৰু আমাৰ ওচৰলৈ তোমালোকৰ কেতিয়াও প্ৰত্যাবৰ্ত্তন নহব?

১১৭। গতিকে আল্লা অতি মহান, ৰাজত্বৰ গৰাকী, পৰম সত্য, তেওঁত ভিন্ন আন উপাস্য নাই; তেৱেঁই সম্মানিত সিংহাসনৰ অধীশ্বৰ।

১১৮। আৰু যেয়ে আল্লাৰ সঙ্গী পাতি আন উপাস্যক আহ্বান কৰে, যাৰ বিষয়ে কোনো প্ৰমাণ অৱতীৰ্ণ হোৱা নাই, তাৰ হিচাব-নিকাচ তাৰ প্ৰভুৰ ওচৰত মাথোন; অবিশ্বাসীবিলাক কেতিয়াও সাৰ্থক হব নোৱাৰে, ই সুনিশ্চিত কথা।

১১৯। আৰু (হে মহম্মদ,) তুমি প্ৰাৰ্থনা কৰাঁ: হে মোৰ প্ৰভু, তুমি (মোক) ক্ষমা দান কৰাঁ, আৰু (মোৰ প্ৰতি) করুণা প্ৰদৰ্শন কৰাঁ; আৰু দয়ালুসকলৰ মাজত তুমিয়ে সৰ্ব্ব শ্ৰেষ্ঠ।[৭৪]

৭২। তোমালোকৰ ডাঙৰ কাম আছিল পুণ্যবানসকলক ইতিকিং কৰা। তাতে তোমালোকে আমোদ আহ্লাদ অনুভৱ কৰিছিলা; আৰু মোক বিস্মৰণ কৰিছিলা।

৭৩। ইহলোকৰ জীৱন দুদিনীয়া, পৰলোকৰ জীৱন অনন্ত। এই কথা তোমালোকে বুজিও বুজা নাছিলা; নহলে আজি তোমালোকৰ এনে দশা কিয় হ'ল?

৭৪। চোৱাঁ, ওপৰৰ আ: ১৯০। বাস্তৱিকতে এই চুৰাৰ শেষ ভাগ নিতান্ত গাম্ভীৰ্য্য পূৰ্ণ, বিশেষকৈ আ: ১১৬ পৰা ১১৯ লৈকে।

# চুৰা ২৪

# আন্-নূৰ ঃ জ্যোতি

## মদিনাত অৱতীৰ্ণ

৯ ৰুকু : ৬৫ আয়ত

এই চুৰাৰ পঞ্চম ৰুকুত আল্লাক বিশ্বব্ৰহ্মাণ্ডৰ আলোক বোলা হৈছে। হজ্ৰত মহম্মদেও (ছ) আল্লাৰ আলোক লাভ কৰি সমগ্ৰ পৃথিৱীক পোহৰ দিছে। কোৰানো এখন জ্যোতিৰ্ময় গ্ৰন্থ। সেই দেখি এই চুৰাৰ নাম হৈছে 'জ্যোতি' বা 'আলোক'।

পঞ্চম হিযৰীত এই চুৰা মদিনাত অৱতীৰ্ণ হয়; পূৰ্ব্ববৰ্ত্তী সাতোটি চুৰা মক্কাত অৱতীৰ্ণ হৈছিল আৰু পাছৰ কেইবাটা চুৰাও মক্কা যুগৰ। মাজতে মদিনাত অৱতীৰ্ণ হোৱা চুৰাটি কি কাৰণে স্থান পালে উল্লেখযোগ্য। ইচ্লামৰ পোহৰ যে গোটেই পৃথিৱীত ব্যাপি পৰিব, আৰু সকলো প্ৰকাৰ বাধা-বিঘিনি অতিক্ৰম কৰি আগ বাঢ়ি যাবৰ শক্তি ইচ্লামৰ যে আছে তাৰে নিৰ্দ্দেশ আগৰ চুৰাসমূহত পোৱা যায়; এই চুৰাৰ ইচ্তিখ্লাফৰ আয়তত (আ: ৫৬) সুস্পষ্টকৈ ইচ্লাম বিস্তাৰ আৰু প্ৰতিষ্ঠা সম্বন্ধে আল্লাই মহান প্ৰতিশ্ৰুতি দান কৰিছে। সেই কাৰণে এই চুৰা গুৰুত্বপূৰ্ণ।

হজ্ৰত 'আয়েশ্বাৰ বিৰুদ্ধে মুনাফিক্‌বিলাকে যে মিছা অপবাদ ৰটাইছিল দ্বিতীয় ৰুকুত তাৰো উল্লেখ হৈছে। একাধিক ৰুকুত তিৰোতাৰ সতীত্ব সংৰক্ষণৰ ওপৰত গুৰুত্ব দিয়া হৈছে; আৰু তাৰ বাবে সমাজকে দায়ী কৰা হৈছে।

শেষত গৃহস্থালি জীৱনৰ শিষ্টাচাৰ সম্পৰ্কে কিছুমান আদৰ্শ ৰীতি নীতিৰ উল্লেখ কৰিছে। পাৰিবাৰিক জীৱনত কেতিয়াও শান্তি স্থাপিত হব নোৱাৰে যেতিয়ালৈকে নাৰী-পুৰুষৰ সম্বন্ধ অন্তৰৰ পৱিত্ৰতাৰ ওপৰত প্ৰতিষ্ঠিত নহয়।

## ৰুকু ১

ব্যভিচাৰ-অনাচাৰৰ কঠোৰ শাস্তি ; সতীৰ বিৰুদ্ধে
মিছা-অপবাদৰ শাস্তি ; স্বামী-স্ত্ৰীৰ
পৰস্পৰ অপবাদ সম্পৰ্কে বিধান।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। ই এটা চুৰা যি (হে মহম্মদ, তোমাৰ প্ৰতি) আমি অৱতীৰ্ণ কৰিছোঁ,

আৰু যাৰ ( আদেশসমূহ ) কৰ্ত্তব্য-বিধায়ক[১] কৰিছোঁ; আৰু তাৰে মাজত আমি নমাইছোঁ সুস্পষ্ট নিদৰ্শনসমূহ, যাতে তোমালোকে উপদেশ গ্ৰহণ কৰিব পাৰা।

৩। ব্যভিচাৰিণী আৰু ব্যভিচাৰী[২] উভয়ৰ প্ৰত্যেককে বেতৰ এশ' কোৰ[৩] মাৰিবা, আল্লাৰ ধৰ্ম্ম-বিধান পালন কৰাৰ পৰা সিহঁতৰ মৰমে যেন তোমালোকক বিৰত নকৰে, যদিহে তোমালোকে আল্লাত আৰু পৰকালত বিশ্বাস স্থাপন কৰিছা, আৰু বিশ্বাসীসকলৰ এদলে যেন সিহঁতৰ সেই শাস্তি উপস্থিত থাকি[৪] লক্ষ্য কৰে।

৪। ( এই বিধান্ কৰা হ'ল, ) ব্যভিচাৰীয়ে ব্যভিচাৰিণী নাইবা অংশীবাদিনীত ভিন্ন ( সতী তিৰোতাক ) বিয়া কৰাব নোৱাৰে; আৰু ব্যভচাৰিণীকো ব্যভিচাৰী নাইবা অংশীবাদীত ভিন্ন আন পুৰুষে বিয়া কৰাব নোৱাৰে;[৫] এনে বিবাহ-সম্বন্ধ[৬] বিশ্বাসীসকলৰ কাৰণে অবৈধ কৰা হ'ল।

৫। আৰু যিবিলাকে সতী তিৰোতাবিলাকৰ ( চৰিত্ৰ ) সম্বন্ধে মিছা অপবাদ ৰটায়, আৰু ( সেই সম্বন্ধে ) চাৰিজন সাক্ষীও উপস্থিত কৰিব নোৱাৰে,

---

১। উল্লেখযোগ্য এই, এই চুৰা এৰি কোৰানৰ কোনো চুৰাৰ আৰম্ভণিত এই কথা লিখা হোৱা নাই যে চুৰাৰ আদেশসমূহ বাধ্যতামূলক। এই বিশেষত্বৰ কাৰণ এই, এই চুৰাত খিলাফত্ স্থাপনৰ উল্লেখ কৰিছে, আৰু সমাজ অথবা জাতিৰ শান্তি শৃঙ্খলা খিলাফতৰ সৈতে জড়িত।

২। খিলাফত্ আল্লাৰ এটা মহান অনুগ্ৰহ। খিলাফতৰ বিৱৰণৰ আগতে এটা ডাঙৰ পাপৰ উল্লেখ কৰা হৈছে যি সমাজক ছিন্ন-বিচ্ছিন্ন কৰি জাতিৰ অধঃপতন সাধন কৰে। সেই পাপ হৈছে ব্যভিচাৰ-অনাচাৰ। সতীত্ব, পৱিত্ৰতা, পুৰুষ-তিৰোতা সম্বন্ধীয় নৈতিকতা সমাজ-গঠন আৰু সমাজ-স্থিতিৰ মূল।' শাহ আঃ আজীজ।

৩। চোৰা, ৪ : ১৫, ৬। ব্যভিচাৰৰ শাস্তি ১০০ কোৰ বেত মৰা। শিল দলিয়াই মৰা শাস্তিৰ প্ৰমাণ নাই? অৱশ্যে এই আয়ত অৱতীৰ্ণ হোৱাৰ পূৰ্ব্বে এজন দুজনক শিল দলিয়াই মৰা হৈছিল।

৪। ব্যভিচাৰ যে ডাঙৰ অপৰাধ আৰু ই যে সমাজক খণ্ডন কৰে সেই কাৰণে তাৰ শাস্তিও ভীষণ। সেই শাস্তি দেখিলে মানুহৰ মনত ভয় জন্মিব, আৰু ব্যভিচাৰ-অনাচাৰৰ পিনে সহজে অগ্ৰসৰ নহব।

৫। এইটো অতিৰিক্ত শাস্তি। ব্যভিচাৰী আৰু ব্যভিচাৰিণী দুয়ো সমাজচ্যুত। ব্যভিচাৰ প্ৰমাণ হলে ভাল পৰিয়ালৰ সৈতে বিবাহ-সম্বন্ধ হব নোৱাৰে।

৬। 'জালেকা' সৰ্ব্বনামৰ পূৰ্ব্বপদ কি এই সম্বন্ধে দুইটা মত আছে। (১) ব্যভিচাৰ অবৈধ; (২) বিবাহ-সম্বন্ধ অবৈধ।

সিহঁতৰ প্ৰতিজনকে আশি কোৰ বেত মাৰিবা ;[৭] তদুপৰি আগলৈ কেতিয়াও সিহঁতৰ সাক্ষী গ্ৰহণ নকৰিবা ; এনেবিলাকেই হৈছে সীমালঙ্ঘনকাৰী ;—

৬। সেইবিলাকক এৰি যিবিলাকে এনে কাম কৰাৰ পাছত অনুশোচনা কৰে আৰু আত্ম-সংশোধন কৰে ; তেনে অৱস্থাত আল্লা নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দয়াবান।

৭। আৰু যিবিলাকে নিজ পত্নীবিলাকৰ ( চৰিত্ৰ ) সম্বন্ধে মিছা অপবাদ ৰটায়, আৰু নিজৰ বাহিৰে সিহঁতৰ আন কোনো সাক্ষী নোলায়, সিহঁতৰ এজনৰ সাক্ষ্যদান এইৰূপ : সি চাৰিবাৰ আল্লাৰ শপত খাই এইবুলি কব, সি নিশ্চয় অপবাদ দিয়াত সত্যবাদী।

৮। আৰু পঞ্চম বাৰ ( শপথ খাই ) এইদৰে কব, যদি সি মিছা অপবাদ দিছে তেন্তে তাৰ ওপৰত পৰিব আল্লাৰ অভিসম্পাত।

৯। আৰু সেই পত্নীয়ে চাৰিবাৰ আল্লাৰ শপথ খাই যদি এইবুলি কয়, তাইৰ পতি ( অপবাদ দিয়াত ) নিশ্চয় একেবাৰে মিথ্যাবাদী, ই তাইৰ পৰা শাস্তি আঁতৰাই নিব।

১০। আৰু পঞ্চম বাৰ ( শপথ খাই ) এইদৰে কব, যদি তাইৰ পতি ( অপবাদ দিয়াত ) সত্যবাদী তেন্তে তাইৰ ওপৰত পৰিব আল্লাৰ ক্ৰোধ।[৮]

১১। আৰু তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হলে ( তোমালোকৰ সৰ্ব্বনাশ ঘটিল হেতেন ; ) আৰু কোনো সন্দেহ নাই আল্লা শ্ৰেষ্ঠ কৃপাদৃষ্টি কৰোঁতা, মহাজ্ঞানী।

---

৭। সতী তিৰোতাৰ বিৰুদ্ধে মিছা অপবাদ ৰটোৱা মহা পাপ। যি এনে অপৰাধ কৰে তাৰ শাস্তি বেতৰ ৮০ কোৰ ; তাৰ উপৰি সাক্ষী দিয়াৰ নাগৰিক স্বত্বৰ পৰাও তাক বঞ্চিত কৰাৰ বিধান কৰা হ'ল। ইচ্‌লামে এনে মিছা অপবাদক সমাজৰ বিৰুদ্ধে বিষম দোষ বুলি গণ্য কৰে।

৮। স্বামী-স্ত্ৰীৰ মাজত চৰিত্ৰ বিষয়ে কন্দল হ'লে তাৰ মীমাংসা সাক্ষী দ্বাৰা হোৱা অসম্ভৱ। সেই কাৰণে শপত আৰু আল্লাৰ অভিশাপ আহ্বান দ্বাৰা বিচাৰ কৰা হয়। এনে অৱস্থাত শাস্তি হব নোৱাৰে, কিন্তু সাধাৰণতে বিবাহ-বিচ্ছেদ ( তালাক্ ) হয়।

# ৰুকু ২

হজ্ৰত 'আইশাৰ বিৰুদ্ধে মিছা অপবাদ; তেওঁ নির্দোষ বুলি আল্লাৰ সাক্ষী; এনেবোৰ দোষৰ শাস্তি-নির্ণয়; তিৰোতাৰ মর্য্যাদা ৰক্ষা।

১২। বাস্তৱতে যিবিলাকে অলীক অপবাদ সাজি (বিবি 'আয়েশাক) ছুর্নাম[৯] কৰিছিল সিহঁত তোমালোকৰ মাজৰেই এদল; এই ধৰণৰ অপবাদ প্রচাৰ তোমালোকৰ নিমিত্তে অপকাৰী বুলি বোধ নকৰিবা; বৰং ই তোমালোকৰ নিমিত্তে উপকাৰী হে।[১০] সিহঁতৰ মাজৰ একোজনে যি পাপ অর্জ্জন কৰিছে সি তাৰ প্রতিফল পাব;[১১] আৰু সিহঁতৰ মাজৰ যিজনে এনে কুকার্য্যত প্রধান অংশ গ্রহণ কৰিছিল[১২] সেইজনে ভোগ কৰিব গুৰুতৰ শাস্তি।

৯। হিয্ৰী পঞ্চম বছৰত বনি-মচ্তলিকৰ বিৰুদ্ধে যি অভিযান চলোৱা হৈছিল তাত বিবি 'আয়েশাইও যোগ দিছিল। অভিযান শেষ হল; উভতি আহোঁতে মদিনা নগৰৰ কেইমাইল দূৰত সৈন্যদলে বাহৰ পাতিছিল। অলপ সময়ৰ কাৰণে বিবি 'আয়েশা বাহিৰলৈ যাব লগা হৈছিল, তেওঁৰ হাৰডাল ক'ৰবাত পৰিছে ভাবি তেওঁ বননিত বিচাৰিব লাগিলে। ইয়াতে অলপ পলম হল। তেওঁ উভতি অহাৰ আগতে সৈন্যদলে যাত্রা কৰিলে। বিবি 'আযেশা যে উটৰ পৰা নামি বননিলৈ ওলাই গৈছিল সিহঁতে জনা নাছিল। তেওঁ আহি দেখে কেও নাই। হতাশ হৈ পৰিল। এনেতে সেই দলৰে স্বফ্ৱান নামৰ এজন মানুহে বাটৰ পিছফালৰ পৰা আহি বিবি 'আয়েশাক এনে দুৰৱস্থাত পৰি থকা দেখা পালে। তেওঁক তেওঁ নিজৰ উটৰ ওপৰত তুলি সৈন্যদলৰ লগ পালেগৈ। কপটাচাৰীবিলাকৰ নেতা আব্দুল্লা-বিন্-উবৈয়ে বিবি 'আয়েশাক ছুর্নাম কৰিবলৈ এটা ডাঙৰ সুযোগ পালে। তেওঁ এই সামান্য ঘটনাটোকে ৰঞ্জিত কৰি বিবি 'আয়েশাৰ ছুর্নাম ৰটালে। ভণ্ডবিলাকৰ এৰি বিশ্বাসী-দলৰ কিছুমানো এই পৰীক্ষাত পৰিছিল। বিবি 'আয়েশাৰ দৃঢ় বিশ্বাস আছিল যে আল্লাই নিজ বাণী নমাই এই অপবাদ মিছা বুলি ঘোষণা কৰিব। এই আয়ত কেইটিত সেয়ে আল্লাৰ বাণী। বিবি 'আয়েশাৰ সতীত্ব আৰু সত্যতাৰ আল্লা স্বয়ং সাক্ষী হ'ল। —চোৱা বোখাৰী আৰু মুচ্লিম্।

১০। কিয়নো আগলৈ মানুহে তিৰোতাৰ চৰিত্রৰ বিৰুদ্ধে মিছা অপবাদ ৰটাবলৈ সাহ নকৰিব।

১১। প্রত্যেকটোকে শাস্তিৰূপে ৮০ কোব বেত মৰা হৈছিল।

১২। মুনাফেক্কীনবিলাকৰ নেতা, আব্দুল্লা-বিন্-উবৈ।

১৩। সেই অলীক অপবাদ যেতিয়া তোমালোকৰ কাণত পৰিল বিশ্বাসী আৰু বিশ্বাসিনীসকলে নিজ দলৰে মানুহৰ সম্বন্ধে কিয় ভাল ধাৰণা নকৰিলে, আৰু (শুনা মাত্ৰ) এইদৰে নকলে, এনে অপবাদ দেখাতেই মিছা ?[১৩]

১৪। সিহঁতে এই অভিযোগ (সচা বুলি) প্ৰমাণ কৰিবলৈ কিয় চাৰিজন[১৪] সাক্ষী উপস্থিত নকৰিলে ? গতিকে যিহেতু সিহঁতে সাক্ষী উপস্থিত কৰা নাই আল্লাৰ ওচৰত সিহঁত স্বয়ং মিথ্যাবাদী।

১৫। আৰু ইহকালত আৰু পৰকালত তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হলে তোমালোক যি অযথা আলোচনাত[১৫] পৰিছিলা তাৰ বাবে তোমালোকক নিশ্চয় ডাঙৰ শাস্তিয়ে স্পৰ্শ কৰিলেহেতেন।

১৬। চোৱাঁ, এনে কথাকে তোমালোকে নিজৰ জিভাৰে উচ্চাৰণ কৰিছিলা, আৰু নিজ মুখেৰে সেই কথাৰ প্ৰচাৰ কৰিছিলা যি বিষয়ে (সত্য) জ্ঞান তোমালোকৰ সমূলি নাছিল। আৰু অলীক অপবাদ ৰটোৱা তোমালোকে সামান্য দোষ বুলি জ্ঞান কৰিছিলা, অথচ আল্লাৰ ওচৰত সি আছিল অত্যন্ত গুৰুতৰ ব্যাপাৰ।

১৭। আৰু যেতিয়া তেনে অসৎ কথা তোমালোকৰ কাণত পৰিছিল তেতিয়াই এইদৰে নকলা কিয়, আমাৰ কাৰণে ই যুগুত নহয় যে এই কথা ইফালে সিফালে কৈ ফুৰোঁ ? (হে আল্লা,) তুমিয়ে পৰম পৱিত্ৰ ![১৬] এনে মিছা অপবাদ কি গুৰুতৰ !

১৮। তোমালোকক আল্লাই এই উপদেশ দিছে, তোমালোকে এনে (গৰ্হিত) কাৰ্য্যৰ পিনে আকৌ কেতিয়াও যেন ঘূৰি নাহা, যদিহে তোমালোক (যথাৰ্থতে) বিশ্বাসী।

---

১৩। মুমিনৰ কৰ্ত্তব্য হৈছে, প্ৰমাণ নোপোৱা পৰ্য্যন্ত উৰা জঁনৰবত বিশ্বাস নকৰা।

১৪। যদি অপৰাধীজনে চাৰিজন সাক্ষী নিদি তিনিজনো দিয়ে, তথাপি সি মিছা অভিযোগ দিয়াৰ কাৰণে ৮০ বেতৰ কোবৰ শাস্তি ভুঞ্জিব লাগিব।

১৫। কিছুমান মানুহে মিছা অপবাদৰ বিষয়ে য'তে ত'তে মেল কৰি আলচ কৰিবলৈ বং পায়। এনে ফচহু কথাৰ পৰা সমাজৰ ঘোৰ অনিষ্ট হয়।

১৬। আল্লা পৰম পৱিত্ৰ। তেওঁৰ ইচ্ছা, সমাজৰ সংগঠন যেন পৱিত্ৰতাৰ ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত হয়। সমাজৰ পৱিত্ৰতা ৰক্ষা কৰা অসম্ভৱ যেতিয়ালৈকে পুৰুষে নাৰীজাতিৰ সম্মান আৰু মৰ্য্যাদা ৰক্ষা কৰিবলৈ নিশিকে। মিছা অপবাদ এনে অমূল্য নীতিৰ শত্ৰু।

১৯। আৰু আল্লাই তোমালোকৰ আগত নিদৰ্শনসমূহ ফট্‌ফটীয়াকৈ বৰ্ণনা কৰে ; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

২০। বাস্তৱিকতে যিবিলাকে ইয়াকে ভাল পায় যে বিশ্বাসীসকলৰ মাজত নিৰ্গত কথাৰ প্ৰচাৰ হয় সিহঁতে ভোগ কৰিব যন্ত্ৰণাদায়ক শাস্তি[১৭], ইহলোকত আৰু পৰলোকতো ; আৰু ( স্মৰণ থাকে যেন ) আল্লাই সকলো জানে কিন্তু তোমালোকে নাজানা।

২১। আৰু তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ করুণা নোহোৱা হলে ( তোমালোকৰ সৰ্ব্বনাশ হ'লহেতেন ) ; আৰু নিশ্চয় আল্লা স্নেহময়, পৰম দানশীল।

## ৰুকু ৩

সতী তিৰোতাৰ বিৰুদ্ধে মিছা অপবাদ ৰটোৱা শয়তানৰ
কাম ; অপৰাধীবিলাকৰ শাস্তি ; শাস্তিৰ পিছত
সদয় ব্যৱহাৰ নিষিদ্ধ নহয়।

২২। হে বিশ্বাসীসকল, শয়তানৰ পদসমূহৰ অনুসৰণ নকৰিবা ; আৰু যেয়ে শয়তানৰ পদসমূহৰ অনুসৰণ কৰে ( সি জানিব লাগে ) যিবোৰ কাৰ্য্য নিৰ্গত আৰু নিকৃষ্ট কেৱল সেইবোৰকেহে কৰিবলৈ নিশ্চয় শয়তানে আদেশ[১৮] দিয়ে আৰু তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ করুণা নোহোৱা হলে তোমালোকৰ মাজৰ কোনেও কেতিয়াও পৱিত্ৰতা[১৯] লাভ কৰিব নোৱাৰিলেহেঁতেন ; কিন্তু আল্লাইহে যাকে ইচ্ছা তাকে পৱিত্ৰ কৰে ; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

---

১৭। 'যদি কেও এজনৰ প্ৰতি মিছা অভিযোগ আৰোপ কৰে, তাৰ মৃত্যু নঘটে যেতিয়ালৈকে তাৰো বিৰুদ্ধে লোকে তেনে অপবাদ ৰটাই তাৰ মান হানি নকৰে। এই কথা ধ্ৰুব সত্য।' মৌঃ ৰুকন্দিন।

১৮। সাধ্বী নাৰীৰ চৰিত্ৰ লৈ মিছা অপবাদ ৰটাবলৈ প্ৰেৰণা দিয়ে শয়তানে।

১৯। ধৰ্ম্মৰ প্ৰধান কাম হৈছে মানুহৰ অন্তৰ পৱিত্ৰ কৰা। এই কামকে কৰিবলৈ নবীসকল আহে। হজ্‌ৰত মহম্মদৰ এয়ে ধাই কাম আছিল বুলি কোৰানে কৈছে। —চোৰা, ২ : ১৬ ; ৩ : ১৬৫ ; ৬২ : ৩।

২৩। আৰু তোমালোকৰ মাজত যিবিলাক সম্পদশালী আৰু সঙ্গতি-সম্পন্ন তেওঁলোকে যেন নিজ আত্মীয়স্বজনক আৰু দীন-দুখীয়াবিলাকক আৰু আল্লাৰ পথত দেশত্যাগ কৰোঁতাবিলাকক ধন ব্যয় কৰি সহায় নকৰিবলৈ শপথ নাখায় ; বৰং তেওঁলোকৰ পক্ষে এয়ে উচিত, তেওঁলোকে যেন ( অপৰাধীৰ ) অপৰাধ মাৰ্জ্জনা কৰে আৰু ( লোকৰ ) দোষ নধৰে। তোমালোকৰ দোষ আল্লাই যদি মাৰ্জ্জনা কৰে তোমালোকে ভাল নোপোৱা নে? কিয়নো আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দয়াময়।[২০]

২৪। যিবিলাকে সতী-সাধ্বী বিশ্বাসিনীসকলক অন্যায়ভাবে দুৰ্নাম কৰি ফুৰে, অথচ তেওঁলোক সেই বিষয়ে অজ্ঞাত,[২১] সিহঁতৰ ওপৰত পৰিব ( আল্লাৰ ) অভিসম্পাত, ইহসংসাৰত আৰু পৰলোকতো, আৰু সিহঁতে ভোগ কৰিব লাগিব বিষম শাস্তি।

২৫। ( পাৰ্থিৱ জীৱনত ) সিহঁতে যি কাৰ্য্য কৰিছিল সেই সম্বন্ধে সিহঁতৰ বিৰুদ্ধে সেই দিনা সাক্ষী দিব সিহঁতৰ জিভাবোৰে, আৰু সিহঁতৰ হাতবোৰে, আৰু সিহঁতৰ ভৰিবোৰে।[২২]

২৬। আৰু সিহঁত যি প্ৰতিদানৰ যোগ্য তাকে আল্লাই সেইদিনা সিহঁতক পূৰ্ণমাত্ৰায় দিব, আৰু ( তেতিয়া ) সিহঁতে জানিব পাৰিব, নিশ্চয় আল্লাই জাজ্বল্যমান, পৰম সত্য।

২৭। অপৱিত্ৰ তিৰোতাবিলাক অপৱিত্ৰ পুৰুষবিলাকৰ যোগ্য আৰু অপৱিত্ৰ পুৰুষবিলাক অপৱিত্ৰ তিৰোতাবিলাকৰ যোগ্য ;[২৩] আৰু পৱিত্ৰ তিৰোতাবিলাক

---

২০। হজ্ৰত 'আয়েশ্বাৰ পিতৃ হজ্ৰত আবুবকৰ্। তেওঁৰ এজনা আত্মীয় অপবাদ ৰটোৱা বিলাকৰ মাজৰ আছিল, আৰু তেওঁকো বেতৰ কোবৰ শাস্তি দিয়া হৈছিল। তদুপৰি আবুবকৰে ( ৰ ) শপত্ খাইছিল যে তেওঁ সেই আত্মীয়জনক আগলৈ অলপো সহায় নকৰিব। এই আয়তত এনে অতিৰিক্ত শাস্তি নিষেধ কৰিছে। অপৰাধীক অপৰাধৰ শাস্তি দিয়াৰ পাছত তাৰ লৈতে সদয় ব্যৱহাৰ কৰা উচিত এনেদৰে সি যেন কোনো দোষকে কৰা নাই।

২১। (১) সেই বিষয়ে সমূলি নিৰ্দোষ ; (২) তেওঁলোকে নজনাকৈ ; তেওঁলোকৰ অনুপস্থিতিত।

২২। প্ৰত্যেকটো ভাব, প্ৰত্যেকটো বাক্য, আৰু প্ৰত্যেকটো কাৰ্য্যৰ কাৰণে মানুহ আল্লাৰ ওচৰত দায়ী।

২৩। চোৰা ওপৰৰ আ: ৪। পৱিত্ৰ মানুহৰ অপৱিত্ৰ তিৰোতাৰ লৈতে আৰু পৱিত্ৰ তিৰোতাৰ অপৱিত্ৰ মানুহৰ লৈতে বিবাহ সম্বন্ধ নিষিদ্ধ। এনে বিধানৰ অবিহনে সমাজৰ সংৰক্ষণ আৰু উৎকৰ্ষ সম্ভৱপৰ নহয়।

পৱিত্ৰ পুৰুষবিলাকৰ যোগ্য আৰু পৱিত্ৰ পুৰুষবিলাক পৱিত্ৰ তিৰোতাবিলাকৰ যোগ্য। সিহঁতে যি অসঙ্গত কথা প্ৰচাৰ কৰি ফুৰিছে সেই সম্বন্ধে তেওঁলোক (সমূলি) নিৰ্দ্দোষ; তেওঁলোকৰ নিমিত্তে থাকিব (আল্লাৰ) মাৰ্জ্জনা আৰু সম্মানজনক জীৱিকা।

# ৰুকু ৪

পাৰিবাৰিক শিষ্টতা; অৱনত দৃষ্টি মনৰ পৱিত্ৰতাৰ ৰক্ষক; সতীত্ব সংৰক্ষণৰ বিষয়ে উপদেশ; উদাসীন জীৱনতকৈ বৈবাহিক জীৱন শ্ৰেয়ঃ।

২৮। হে বিশ্বাসীসকল, তোমালোক নিজ ঘৰবোৰত ভিন্ন পৰৰ ঘৰবোৰৰ ভিতৰলৈ সোমাই নেযাবা, যেতিয়ালৈকে (সোমাবলৈ) অনুমতি নোলোৱা;[২৪] আৰু (সোমাবৰ আগতে) ঘৰৰ গৰাকীহঁতক চালাম জ্ঞাপন কৰিবা; এই ধৰণৰ আচাৰ তোমালোকৰ নিমিত্তে মঙ্গলজনক, যদিহে তোমালোকে উপদেশ গ্ৰহণ কৰা।

২৯। আৰু যদি সেই ঘৰবোৰত তোমালোকে এজনকো দেখা নোপোৱা তেন্তে তাৰ ভিতৰলৈ সোমাই নেযাবা, যেতিয়ালৈকে (সোমাবৰ) অনুমতি তোমালোকক দিয়া নহয়; আৰু যদি তোমালোকক কোৱা হয়, (এতিয়ালৈ) উভতি যোৱাঁগৈ, তেন্তে উভতি যাবা; সেয়ে তোমালোকৰ পক্ষে অধিকতৰ পৱিত্ৰ;[২৫] আৰু তোমালোকে যি কামকে কৰা সেই সম্বন্ধে আল্লা পৰিজ্ঞাত।

৩০। মানুহ নথকা এনে ঘৰবোৰৰ ভিতৰলৈ য'ত তোমালোকৰ কিছু বস্তু-বাহানি আছে, সোমাই যোৱাত তোমালোকৰ একো দোষ নাই; আৰু তোমালোকে যিহকে প্ৰকাশ কৰা, আৰু যিহকে গোপনে ৰাখা সকলো আল্লাই জানে।

৩১। (হে মহম্মদ,) বিশ্বাসী পুৰুষসকলক কোৱাঁ, (নাৰীৰ সম্মুখত) তেওঁলোকে যেন নিজৰ নয়নসমূহ অৱনত[২৬] কৰি ৰাখে, আৰু নিজৰ গুপ্ত

২৪। ইচ্‌লামৰ পূৰ্ব্বে আৰববিলাকৰ সামাজিক শিষ্টতাৰ জ্ঞান কমেই আছিল। সময় অসময়ত যাৰে তাৰে ঘৰৰ ভিতৰলৈ সোমাই গৈছিল। গুপ্ত আৰু প্ৰকাশ্যৰ নীতি পালন সম্পৰ্কে অমনোযোগী আছিল। ইচ্‌লামে আহি পাৰিবাৰিক শিষ্টতা ৰক্ষাৰ শিক্ষা দিলে।

২৫। কোৰানৰ প্ৰত্যেকটো নিয়মৰ মূলতে আছে অন্তৰৰ পৱিত্ৰতা।

২৬। এয়ে হৈছে চকুৰ পৰ্দ্দা, পুৰুষ-নাৰী উভয়ৰ নিমিত্তে। কাম-দৃষ্টিৰ পৰা স্পৰ্শ, তাৰ পৰা পৰস্পৰৰ সম্ভোগৰ ইচ্ছা জন্মিব পাৰে। অৱনত দৃষ্টি সতীত্ব সংৰক্ষণৰ উপায়।

অঙ্গবিলাকৰ সংৰক্ষণ কৰে ; সেয়ে তেওঁলোকৰ পক্ষে অধিকতৰ পৱিত্ৰ ; তেওঁলোকে যি কাৰ্য্য সমাধা কৰে সেই সম্বন্ধে আল্লা নিশ্চয় অৱগত।

৩২। আৰু বিশ্বাসিনীবিলাকক কোৱাঁ, তেওঁলোকেও যেন (পুৰুষৰ সম্মুখত) নিজৰ দৃষ্টি অৱনত কৰে,[২৭] আৰু নিজৰ গুপ্ত অঙ্গসমূহৰ সংৰক্ষণ কৰে, আৰু (কাম কৰোঁতে) শৰীৰৰ যিখিনি অংশ আপোনা আপুনি ওলাই পৰে[২৮] তাৰ বাহিৰে যেন নিজৰ আভৰণ প্ৰকাশ নকৰে; আৰু তেওঁলোকে যেন নিজৰ ওৰণিৰে নিজৰ বুকু ঢাকি ৰাখে ; আৰু আনৰ সম্মুখত যেন নিজৰ আভৰণ প্ৰকাশ নকৰে, এইবিলাকক এৰি—নিজৰ স্বামীবিলাক, বা নিজৰ পিতৃবিলাক, বা নিজৰ শহুৰবিলাক, বা নিজৰ পুতেকবিলাক, বা নিজৰ স্বামীবিলাকৰ অইন পুতেক-বিলাক,[২৯] বা নিজৰ ভাই-ককাইবিলাক, বা নিজৰ ভতিজা বা ভাগিনবিলাক, বা নিজৰেই তিৰোতাবিলাক, বা তেওঁলোকৰ সোঁ-হাতৰ অধীনত থকা দাসবিলাক, বা কামপ্ৰবৃত্তিবিহীন পুৰুষ ভৃত্যবিলাক, বা এনে শিশুবিলাক যিবিলাকৰ তিৰোতাৰ গোপনীয় অঙ্গৰ বিষয়ে কোনো জ্ঞান নাই ; আৰু তেওঁলোকে যেন এনেভাবে খোজ নাকাঢ়ে যাতে তেওঁলোকৰ যি অলঙ্কাৰ আবৰণীয় সি ওলাই পৰে।[৩০] আৰু হে বিশ্বাসীসকল, তোমালোক সকলোৱে আল্লাৰ ফালে ঘূৰি আঁহা, যাতে তোমালোক কৃতাৰ্থ হব পাৰা।

৩৩। আৰু তোমালোকৰ মাজৰ যি তিৰোতাবিলাকৰ স্বামী নাই সেইবিলাকৰ আৰু নিজৰ চৰিত্ৰবান দাস আৰু দাসীবিলাকৰো বিয়া কৰাবৰ ব্যৱস্থা কৰিবা ;[৩১] যদি সিহঁত অভাৱগ্ৰস্ত আল্লাই নিজ কৃপাগুণে সিহঁতক অভাৱহীন কৰিব, আৰু আল্লা সঙ্গতিসম্পন্ন, সৰ্ব্বজ্ঞাতা।

---

২৭। পাপ দুই প্ৰকাৰ, স্বগীৰা আৰু কবীৰা। মহা পাপো প্ৰথম অৱস্থাত সামান্য দোষ মাত্ৰ। ব্যভিচাৰৰ আৰম্ভণি এটা কু-দৃষ্টি মাত্ৰ। প্ৰত্যেকটো সামান্য দোষ (স্বগীৰা) প্ৰথম অৱস্থাতে দমন নকৰিলে পিছলৈ মহাপাপ (কবীৰা) হৈ পৰে।

২৮। শৰীৰৰ যি অংশ ঢাকিলে কাম কৰিব নোৱাৰি বা কামত অসুবিধা হয়।

২৯। আগৰ ভাৰ্য্যাৰ পুতেকহঁত, বা দ্বিতীয় পক্ষৰ পুতেকহঁত।

৩০। ইহুদী তিৰোতাবিলাকে ভৰিত নূপুৰৰ দৰে অলঙ্কাৰ পিন্ধিছিল যি খোজ কাঢ়োঁতে জুনজুনাই মানুহৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এনে অলঙ্কাৰ পিন্ধিবলৈ কোৰানে নিষেধ কৰিছে। চোৱাঁ, আইজেয়া, ৩ : ১৬, ১৯।

৩১। ইচ্‌লামে উদাসীন কেবলীয়া জীৱন অনুমোদন নকৰে। বৈবাহিক জীৱনেই হৈছে আদৰ্শ জীৱন। হজ্‌ৰত মহম্মদে কৈছে, ‘তোমালোকে বিবাহ কৰিবা যাতে সন্তান-সন্ততি ওপজে আৰু বংশ বৃদ্ধি হয়।

৩৪। আৰু যিবিলাকৰ বিয়া কৰাবৰ একেবাৰে সঙ্গতি নাই সেইবিলাকে যেন, সিহঁতক আল্লাই নিজ কৃপাগুণে অভাৱহীন কৰালৈকে, আত্মসংযম কৰে।[৩২] আৰু যিবিলাক তোমালোকৰ সোঁ-হাতৰ অধীন[৩৩] সেইবিলাকে যদি মুক্তি-পত্ৰ বিচাৰে তেনে পত্ৰ সিহঁতক লিখি দিবা, যদি এনে কাৰ্য্য সিহঁতৰ পক্ষে মঙ্গলজনক বুলি তোমালোকে জানিব পাৰা; আৰু (তদুপৰি) যি আল্লাৰ ধন-সম্পদ তোমালোকক আল্লাই দান কৰিছে তাৰে পৰা সিহঁতকো (প্ৰয়োজন মতে) কিছু দিবা।[৩৪] আৰু যদি তোমালোকৰ কুমাৰী দাসীবিলাকে (বিবাহ-সম্বন্ধত আবদ্ধ হৈ) নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ ইচ্ছা কৰে, তোমালোকে পাৰ্থিৱ জীৱনৰ অলপীয়া সুখ-সম্পদ লাভ কৰিবৰ[৩৫] অৰ্থে সিহঁতক ব্যভিচাৰ-বৃত্তি গ্ৰহণ কৰিবলৈ বাধ্য নকৰিবা; আৰু যদি কেও সিহঁতক এনে কু-কৰ্ম্ম কৰিবলৈ বাধ্য কৰে, তেন্তে সেই কুমাৰী দাসীবিলাকৰ প্ৰতি নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল[৩৬], পৰম দয়াময়।

৩৫। আৰু স্বৰূপতে আমি তোমালোকৰ প্ৰতি অৱতীৰ্ণ কৰিছোঁ বহু স্পষ্টকাৰী নিদৰ্শন, আৰু তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ বৃত্তান্ত, আৰু ধৰ্ম্মপৰায়ণ সকলৰ নিমিত্তে উপদেশ।

## ৰুকু ৫

বিশ্বজগতৰ অপূৰ্ব্ব জ্যোতি আল্লা; হজৰত মহম্মদ (স্ব) উজ্জ্বল
প্ৰদীপ; বোধশক্তি আৰু ঐশ্বৰিক বাণীৰ আলো;
অবিশ্বাসীবিলাক ঘোৰ আন্ধাৰত।

৩২। সিহঁতে যেন অনাচাৰ-ব্যভিচাৰ পৰিহাৰ কৰে; সিহঁতে যেন চাপনী তিৰোতা নাৰাখি নিয়মিতৰূপে বিয়া কৰায়।

৩৩। দাস-দাসীবিলাক।

৩৪। যাতে সিহঁতে বিয়াৰ খৰচ যোগাব পাৰে আৰু নিয়মিতৰূপে জীৱন যাপন কৰিব পাৰে।

৩৫। সিহঁতে দাসীৰ ব্যভিচাৰ বৃত্তিৰ অৰ্জ্জনৰ পৰা কিছু অংশ নিজৰ কামত লগায়।

৩৬। যিবিলাকে দাসী ছোৱালীক ব্যভিচাৰ বৃত্তি লবলৈ বাধ্য কৰে সিহঁতক আল্লাই শাস্তি দিব, কিন্তু সেই নিঃসহায় উপায়হীন ছোৱালীক ক্ষমা দান কৰিব।

৩৬। আল্লা আকাশমণ্ডলী আৰু পৃথিৱীৰ জেউতি ;[৩৭] তেওঁৰ জেউতিৰ উপমা এনে,—ওখ ঠাই বস্তি থোৱাৰ খোঁকত[৩৮] এটি প্ৰদীপ যেন জ্বলি আছে ; সেই প্ৰদীপ আছে কাঁচৰ[৩৯] এটা খাপৰ ভিতৰত, যি উজ্জ্বল তৰাৰ[৪০] দৰে তিৰ্‌বিৰাই আছে ; সেই প্ৰদীপ জ্বলোৱা হৈছে মঙ্গলময় এজোপা[৪১] জইতুন গছৰ তেল দি, যি পূৰ্ব্ব দিশৰো নহয় আৰু পশ্চিম দিশৰো নহয়,[৪২] সেইজোপা গছৰ তেল অগ্নিয়ে স্পৰ্শ নৌ কৰোঁতেই জ্বলি ওঠে,[৪৩] জেউতিৰ ওপৰত জেউতি ;[৪৪] আল্লাই যাকে ইচ্ছা তাকে নিজা জেউতিৰ ফালে পথ প্ৰদৰ্শন কৰে, আৰু মানৱজাতিৰ নিমিত্তে আল্লাই উপমাসমূহ ব্যক্ত কৰে, আৰু আল্লা সকলো বিষয়ে পৰিজ্ঞাত।

৩৭। বিশ্ব জগতৰ ওপৰত আল্লাৰ জ্যোতি পৰিছে ; বিশ্বব্ৰহ্মাণ্ড আল্লাৰেই বিকাশ। পূৰ্ণ বিশ্বাস আল্লাৰ পোহৰ, আৰু অবিশ্বাস হৈছে ঘোৰ অন্ধকাৰ। অবিশ্বাসীবিলাকে আল্লাৰ প্ৰদীপ ফুঁ দি নুমাবলৈ বিফল চেষ্টা কৰে। ৬১ : ৯।

৩৮। বস্তি থোৱাৰ খোঁক হজ্‌ৰত মহম্মদৰ (স্ব) হিয়া বুজাইছে ; বস্তি হৈছে আল্লাৰ ৱহে (প্ৰত্যাদেশ), যি তেওঁৰ হিয়াত অৱতীৰ্ণ হয়। অইন ঠাইত হজ্‌ৰতক (স্ব) 'উজ্জ্বল প্ৰদীপ' বোলা হৈছে। চোৰা, ৩৩ : ৪৭।

৩৯। হজ্‌ৰতৰ (স্ব) উজ্জ্বল পৱিত্ৰ হৃদয়।

৪০। নক্ষত্ৰৰ লক্ষ্য ধৰি নাবিকবিলাকে সাগৰত জাহাজৰ গতি নিৰ্ণয় কৰে। হজ্‌ৰতৰ (স্ব) অথবা আল্লাৰ প্ৰত্যাদেশ কোৰানৰ শিক্ষা মতে জীৱন গঠন কৰিলে কোনেও বাট হেৰুৱাব নোৱাৰে। হজ্‌ৰতে (স্ব) নিজৰ স্বহাবাসকলোকে তৰাৰ সৈতে তুলনা কৰি কৈছে, 'মোৰ সঙ্গীসকল আকাশৰ নক্ষত্ৰসমূহৰ অনুৰূপ ; তেওঁলোকৰ যেই সেই এজনক অনুসৰণ কৰিলে পোন বাটেদি যাব পাৰি।'

৪১। জৈতুন গছ সম্বন্ধে চোৰা ৯৫ : ২। হজ্‌ৰতৰ (স্ব) বোধ শক্তি, মানসিক বলক বুজাইছে।

৪২। (১) হজ্‌ৰতৰ (স্ব) প্ৰকৃতিত, মনোবৃত্তিত অতিৰিক্ততাও নাই আৰু অসম্পূৰ্ণতাও নাই। (২) দ্বিতীয় অৰ্থত, তেওঁৰ শিক্ষা জগতব্যাপক। সেই কাৰণে হজ্‌ৰত মহম্মদ (স্ব) বিশ্ব-নবী।

৪৩। ঐশ্বৰিক বাণী পোৱাৰ আগৰেপৰা হজ্‌ৰতে নিজ প্ৰকৃতিৰ গুণে সত্য গ্ৰহণ কৰিছিল।

৪৪। মানসিক শক্তিৰ সমৰ্থক হৈছে আধ্যাত্মিক শক্তি। এক হৈছে হজ্‌ৰতৰ বোধশক্তিৰ আলো ; দ্বিতীয় হৈছে আল্লাৰ প্ৰত্যাদেশৰ আলো।

৩৭। ( এনে প্ৰদীপ জ্বলোৱা হয় ) সেই আলয়সমূহত যাৰ সম্বন্ধে আল্লাই আদেশ দি থৈছে যে সেইবিলাকক সম্মানিত কৰা হব, আৰু তাতে তেওঁৰ নাম স্মৰণ কৰা হব। আৰু সেই আলয়সমূহৰ ভিতৰত লোকে তেওঁৰ পৱিত্ৰতাৰ ( পুৱা আৰু সন্ধীয়া ) কীৰ্ত্তন কৰিব,

৩৮। এনে ( ধৰ্ম্মপৰায়ণ ) মানুহবিলাকে যিবিলাকৰ মন বেহা-বেপাৰে আৰু বেচা-কিনাই আল্লাৰ স্মৰণ, আৰু নমাজ অনুষ্ঠান, আৰু জকাত দানৰ পৰা বিচলিত নকৰে, তেওঁলোকে সেইদিনলৈ[৪৫] ভয় ৰাখে যিদিনা অন্তৰসমূহ আৰু নয়নসমূহ ওলটি যাব।

৩৯। অৱশেষত যিবোৰ উৎকৃষ্ট কাৰ্য্য তেওঁলোকে কৰিছিল সেইবোৰৰ উচিত প্ৰতিদান আল্লাই তেওঁলোকক দিব, আৰু তেওঁলোকৰ প্ৰতি নিজ কৃপাৰ ভাগ বৃদ্ধি কৰিব, আৰু আল্লাই যাকে ইচ্ছা তাকে অপৰিমিত জীৱিকা প্ৰদান কৰে।

৪০। আৰু যিবিলাক অবিশ্বাসী, সিহঁতৰ কাৰ্য্যসমূহ মৰুভূমিৰ মৰীচিকাৰ[৪৬] সদৃশ; তাকে তৃষ্ণাতুৰ এজনে পানী বুলি অনুমান কৰে; পিছত যেতিয়া সি তাৰ ওচৰ চাপেহি সি দেখে তাত একোকে নাই,[৪৭] বৰং সেই স্থলত নিজৰ সম্মুখত সি আল্লাকহে পায়। তেতিয়া আল্লাই তাক তাৰ যি প্ৰাপ্য পূৰ্ণমাত্ৰায় প্ৰদান কৰে; আৰু লেখ লোৱাত আল্লা বেগৱন্ত।

৪১। অথবা ( তাৰ অৱস্থা ) সেই ঘোৰ অন্ধকাৰৰ অনুৰূপ যি গভীৰ সাগৰক আবৃত কৰে, তৰঙ্গৰ ওপৰত তৰঙ্গ; তাৰে ওপৰত মেঘমালা, কি ঘোৰ অন্ধকাৰ, এটা স্তৰৰ ওপৰত আৰু এটা স্তৰ,[৪৮] সি যদি নিজৰ হাত এখন উলিয়ায় তাকো সি প্ৰায় দেখা নাপায়, আৰু যাক আল্লাই নিজে পোহৰলৈ নানে সি কেতিয়াও পোহৰৰ ভাগ লভিব নোৱাৰে।

---

৪৫। কিয়ামতৰ দিন নাইবা ইহলোকৰ কোনো ভীষণ আকস্মিক শাস্তিৰ দিন।

৪৬। সেই কাৰ্য্যসমূহ অসাৰ, সেইবিলাকৰ প্ৰকৃতত্ব নাই, স্থিতি নাই।

৪৭। সঠিক উপায় অৱলম্বন নকৰাৰ বাবে সি নিজৰ আধ্যাত্মিক তৃষ্ণা নিবাৰণ কৰিব নোৱাৰে।

৪৮। বিশ্বাসী আৰু সত্যপৰায়ণসকলৰ কাৰণে পোহৰৰ ওপৰত পোহৰ ( আঃ ৩৬ ); অবিশ্বাসী আৰু কুকৰ্ম্মীবিলাকৰ কাৰণে আন্ধাৰৰ ওপৰত আন্ধাৰ; দুয়ো খাটে।

## ৰুকু ৬

চিন্তাশীলসকলৰ নিমিত্তে সৃষ্টিৰ নানা ৰূপত নিদৰ্শন আছে ; দিন আৰু নিশাৰ অনুবৰ্ত্তন ; কপটাচাৰী-বিলাকৰ লক্ষ্য নিজৰ স্বাৰ্থ সিদ্ধি।

৪২। তুমি চিন্তা কৰা নাই নে, আকাশমণ্ডলী আৰু পৃথিৱীত থকা সকলে: প্ৰাণীয়ে আৰু পক্ষীবিলাকেও নিজৰ পাখি মেলি জাক বান্ধি উৰি আল্লাৰেই পৱিত্ৰতাৰ কীৰ্ত্তন কৰে ; স্বৰূপতে সিহঁতৰ প্ৰত্যেকৰে নিজ নিজ উপাসনা আৰু স্তুতিৰ জ্ঞান আছে ;[৪৯] আৰু সিহঁতৰ কাৰ্য্য সম্বন্ধে আল্লা পৰিজ্ঞাত।

৪৩। আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ[৫০] ৰাজত্ব একমাত্ৰ আল্লাৰেই আৰু আল্লাৰেই ফাললৈ হব ( সকলোৰে ) প্ৰত্যাবৰ্ত্তন।

৪৪। তুমি লক্ষ্য কৰা নাই নে, আল্লাই মেঘমালাক কেনেকৈ পৰিচালন কৰে, আৰু সেইবোৰক কেনেকৈ সংযোজিত কৰে ; পিছত কেনেকৈ সেইবোৰক দ'ম বান্ধি গোট খোৱায় ; তাৰ পিছত সেইবোৰৰ মাজৰ পৰা তেওঁ কেনেকৈ বৰষুণ পেলায় তুমি দেখা পাবা ; আৰু তেওঁ আকাশৰ পৰা এনে পৰ্ব্বত-তুল্য মেঘৰাশি নমাই আনে যি শিলৰে পৰিপূৰ্ণ ; তাৰ দ্বাৰা তেওঁ যাকে ইচ্ছা তাকে আঘাত কৰে, আৰু যাৰ পৰা ইচ্ছা তাৰ পৰা সেই শিলা-বৃষ্টি আঁতৰাই নিয়ে ;[৫১] তেওঁৰ বিজুলিৰ চক্‌মকনিয়ে নয়নসমূহৰ দৃষ্টি প্ৰায় কাঢ়ি নিয়ে।

৪৫। নিশা আৰু দিনক আল্লাই পৰম্পৰৰ অনুবৰ্ত্তী কৰিছে ; ইয়াত একো সন্দেহ নাই, তাৰে মাজত আছে দৃষ্টিশালীসকলৰ নিমিত্তে ( বহু ) উপদেশ।[৫২]

---

৪৯। সেইবোৰৰ সৃষ্টিয়ে নিজেই আল্লাৰ গৌৰব আৰু মহিমাৰ প্ৰমাণ দিয়ে। চোৰা, ২১ : ২০, ২১।

৫০। চোৰা, ২ : ১০৮ ; ৩ : ১৯০ ; ৯ : ১১৬ আদি আয়তসমূহ।

৫১। যিসকলে ৰচুলে অনা সত্য গ্ৰহণ কৰে সেইসকলে শাস্তিৰ পৰা ৰক্ষা পায়, কিন্তু যিবিলাকে সেই সত্য প্ৰত্যাখ্যান কৰে সেইবিলাকৰেই ওপৰত পৰে আল্লাৰ শাস্তি।

৫২। জাতিৰ উত্থানৰ পাছত পতন আৰু পতনৰ পাছত উত্থান আল্লাৰেই ক্ষমতাৰ অধীন। প্ৰাকৃতিক অৰ্থতো সকলো প্ৰাণীৰ জীৱন-ৰক্ষা পৃথিৱীৰ আবৰ্ত্তনৰ ফলত দিন আৰু নিশাৰ অনুবৰ্ত্তনৰ ওপৰত নিৰ্ভৰ কৰে।

৪৬। আৰু আল্লাই সকলো প্ৰাণীকে পানীৰ[৫৩] দ্বাৰা সৃজন কৰিছে; তাৰে মাজৰ কিছুমানে পেটত ভৰ দি বগাই চলে; আৰু সেইবিলাকৰ কিছুমানে ভৰিৰে চলে; আৰু আন কিছুমান আছে যিবিলাকে চাৰিখন ভৰিৰে চলে। আল্লাই যি ইচ্ছা তাকেই সৃষ্টি কৰে; নিশ্চয় সকলো বস্তুৰে ওপৰত আছে আল্লাৰ মহান ক্ষমতা।

৪৭। স্বৰূপতে আমি অৱতীৰ্ণ কৰিছোঁ সুস্পষ্টকাৰী নিদৰ্শনসমূহ[৫৪]; আৰু যাকে ইচ্ছা তাকে আল্লাই সজ বাটেদি লৈ যায়।

৪৮। আৰু সিহঁতে (ডাঠি) কয়, আমি আল্লাত আৰু ৰচুলজনাত বিশ্বাস কৰিছোঁ, আৰু আমি দুয়োৰো বাধ্যতা স্বীকাৰ কৰিছোঁ; অথচ সিহঁতৰেই এদল[৫৫] এনে কথা কোৱাৰ পাছতো ঘূৰি যায়; আৰু সিহঁত প্ৰকৃততে বিশ্বাসী নহয়।

৪৯। আৰু যেতিয়া সিহঁতক আল্লাৰ আৰু ৰচুলৰ ফাললৈ আহ্বান কৰা হয়, যাতে তেওঁ (ৰচুলে) সিহঁতৰ মাজত বিচাৰ কৰে, চোৱাঁ, সিহঁতৰ মাজৰ এদল (বিমুখ হৈ) ওলটি যায়।

৫০। কিন্তু সত্য সিহঁতৰ পক্ষে বুলি যদি সিহঁতে ভাবে,[৫৬] সিহঁতে তেওঁৰ ওচৰলৈ ল'ৰি আহে নিজকে সমৰ্পণ কৰিবলৈ।

৫১। কি! সিহঁতৰ অন্তৰসমূহত ব্যাধি আছে নে, নাইবা সিহঁত সংশয়ত পৰিছে নে, নাইবা সিহঁতে ইয়াকে আশঙ্কা কৰিছে নে, যে আল্লাই আৰু তেওঁৰ ৰচুলে সিহঁতৰ প্ৰতি অন্যায় বিচাৰ কৰিব?[৫৭] নহয়, অন্যায়কাৰী সিহঁত নিজেই।

---

৫৩। চোৱাঁ, ২১ : ৩১ আৰু টী। জীৱৰ সূক্ষ্ম অংশকো (Protoplasm) বুজাব পাৰে।

৫৪। কোৰানৰ আয়তসমূহকো বুজাব পাৰে।

৫৫। কপটাচাৰীবিলাকৰ (মুনাফেকীনৰ) দল।

৫৬। সিহঁতৰ যদি এনে ধাৰণা হয় যে সেই বিচাৰ সিহঁতৰ পক্ষে হব সিহঁতে তাকে গ্ৰহণ কৰিবলৈ আৰু আত্ম-সমৰ্পণ কৰিবলৈ প্ৰস্তুত হৈ থাকে।

৫৭। তিনিটা কাৰণে মানুহ সত্যৰ পৰা বিমুখ হয়: (১) মনৰ দুৰ্ব্বলতা, (২) হ, আৰু (৩) আল্লাৰ বিচাৰত অবিশ্বাস।

# ৰুকু ৭

ৰচুলৰ (স্ব) বাধ্যতাৰ ফল সাৰ্থকতা: খিলাফত্
প্ৰতিষ্ঠা সম্বন্ধে আল্লাৰ প্ৰতিশ্ৰুতি;
খিলাফত্ প্ৰধানতঃ আধ্যাত্মিক।

৫২। যেতিয়া বিশ্বাসীসকলক আল্লা আৰু তেওঁৰ ৰচুলৰ ফাললৈ আহ্বান জনোৱা হয়, যাতে তেওঁলোকৰ মাজত তেওঁ[৫৮] বিচাৰ কৰে, উত্তৰত তেওঁলোকে একেষাৰ কথা কয়, আমি মন দি শুনিছোঁ আৰু বাধ্যতা স্বীকাৰ কৰিছোঁ।[৫৯] আৰু এইসকলেই সফল-মনোৰথ।

৫৩। আৰু যিসকলে আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হয়, আৰু আল্লালৈ ভয় ৰাখে, আৰু তেওঁৰ কাৰণে পাপৰ পৰা নিবৃত্ত থাকে সেইসকলেইহে কৃতাৰ্থ।

৫৪। আৰু (যিবিলাক কপটাচাৰী) সিহঁতে বুকু ডাঠি আল্লাৰ নামলৈ শপত খায়, যদি তুমি সিহঁতক আদেশ দিয়া, সিহঁতে নিশ্চয় দেশ ত্যাগ কৰি ওলাই পৰিব।[৬০] তুমি কোৱা, তোমালোকে শপত নাখাবা;[৬১] বৰং সঙ্গতভাৱে বাধ্য হৈ থকাটোৱে শ্ৰেয়ঃ; তোমালোকে যি কাৰ্য্য কৰা সেই বিষয়ে আল্লা নিশ্চয় পৰিজ্ঞাত।

৫৫। (হে মহম্মদ,) তুমি আদেশ দিয়াঁ, আল্লাৰ বাধ্য হৈ থাকাঁ, আৰু ৰচুলৰো বাধ্যতা স্বীকাৰ কৰাঁ। কিন্তু যদি তোমালোক ঘূৰি যোৱা, তেন্তে যি ভাৰ ৰচুলজনাৰ ওপৰত ন্যস্ত কৰা হৈছে তেওঁ তাকে বহন কৰিব, আৰু তোমালোকৰ প্ৰতি যি ভাৰ অৰ্পণ কৰা হৈছে তাকে বহন কৰা তোমালোকৰ কৰ্ত্তব্য; কিন্তু যদি তেওঁৰ বাধ্য হোৱা তোমালোকে সুপথ লাভ কৰিবা; আৰু

৫৮। হজ্ৰত ৰচুলে (স্ব)।

৫৯। হজ্ৰতৰ পৰা যে আমি ন্যায় বিচাৰ পাম তাত আমাৰ পূৰ্ণ বিশ্বাস আছে। সেই বিচাৰ আমাৰ বিৰুদ্ধে গলেও আমি প্ৰফুল্ল মনেৰে গ্ৰহণ কৰিম, কাৰণ তাতে আমাৰ মঙ্গল।

৬০। ভণ্ডবিলাকৰ কথা একেবাৰে মিছা। যিবিলাকৰ বিশ্বাস দৃঢ় আৰু অটল আছিল তেওঁলোকে দেশত্যাগ কৰিছিল। পিছত তেওঁলোকেই খিলাফতৰ ভাগী হ'ল।

৬১। ভণ্ডবিলাকৰ শপতৰ কোনো অৰ্থ নাই, আৰু সিহঁতৰ অঙ্গীকাৰৰো মূল্য নাই।

( জানি ৰাখা ) মানুহক স্পষ্টকৈ ( আল্লাৰ ) বাণী জ্ঞাপন কৰাত ভিন্ন ৰচুলৰ ওপৰত একো দায়িত্ব নাই।[৬২]

৫৬। তোমালোকৰ মাজৰ যিসকলে ( আল্লাত ) বিশ্বাস স্থাপন কৰিছে আৰু সৎ কাম কৰে তেওঁলোকক আল্লাই প্রদান কৰিছে এই প্রতিশ্রুতি, নিশ্চয় তেওঁ তেওঁলোকক পৃথিৱীত আধিপত্য[৬৩] দান কৰিব যেনেকৈ তেওঁলোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকক তেওঁ আধিপত্য দান কৰিছিল; আৰু তেওঁলোকৰ কাৰণে তেওঁ যি ধৰ্ম্ম বাচি দিছে তাকে তেওঁ নিশ্চয় তেওঁলোকৰ কাৰণে সুপ্রতিষ্ঠিত কৰিব; আৰু তেওঁলোকৰ ভীতিৰ পিছত তেওঁ তাৰ সলনি নিশ্চয় তেওঁলোকক অভয় আৰু শান্তি প্রদান কৰিব। তেওঁলোকে একমাত্র মোৰেই উপাসনা কৰিব, মোৰ সৈতে কোনো বস্তুকে অংশী নাপাতি। কিন্তু এনে সুখ-শান্তি লাভ কৰাৰ পাছতো যিবিলাকে সত্য প্রত্যাখ্যান কৰিব সেইবিলাক ( অবাধ্য ) বিদ্রোহী।[৬৪]

৫৭। এতেকে তোমালোকে নমাজ প্রতিষ্ঠিত কৰা আৰু জকাত দান কৰা আৰু ৰচুলৰ বাধ্য হৈ থাকিবা, অতি সত্বৰ তোমালোকৰ প্ৰতি ( আল্লাৰ ) কৰুণা বৰ্ষণ হব।

৫৮। অবিশ্বাসীবিলাকে যে পৃথিৱীত ( সদায় ) পৰাক্রমী হৈ থাকিব এনে অনুমানকে নকৰিবা, কিয়নো সিহঁতৰ আশ্রয়-স্থল অগ্নিপূর্ণ নৰক, আৰু নৰকেই নিশ্চয় প্রত্যাবর্ত্তনৰ নিকৃষ্ট স্থান।

---

৬২। ধৰ্মত বল-প্রয়োগ নিষিদ্ধ। ৰচুলৰ ( স্ব ) কাম হৈছে সৎ উপদেশ দিয়া। সেই উপদেশ গ্রহণ কৰা বা নকৰা মানুহৰ ইচ্ছা।

৬৩। খিলাফত্। 'খলিফা'ৰ অর্থ উত্তৰাধিকাৰী। 'পূৰ্ব্ববৰ্ত্তীবিলাক' হৈছে ইস্রাইলৰ বংশধৰ। হজ্ৰত মুচাৰ ( আ ) আধ্যাত্মিক উত্তৰাধিকাৰী আছিল বহু নবী আৰু ৰচুল, যিসকলৰ আবিভাৱ হৈছিল হজ্ৰত মহম্মদৰ ( স্ব ) সময়লৈকে ১৪০০ বছৰ জুৰি। ধৰ্ম্মক ( দীন ) সুপ্রতিষ্ঠিত কৰায়ে হৈছে খলিফা সকলৰ কাম। সত্যৰ শত্ৰুবিলাকে বহু বাধা-বিঘিনি জন্মাই খলিফাসকলৰ আৰু তেওঁলোকৰ অনুগামীসকলৰ মনত ভীতিৰ সঞ্চাৰ কৰিব, কিন্তু আল্লাৰ অঙ্গীকাৰ এই যে সেই ভীতি আৰু উদ্বিগ্নতাক কালক্রমে আল্লাই নিৰাপদতা আৰু শান্তিত পৰিণত কৰিব।

৬৪। এই আয়তক 'আয়তে ইচ্তিখ্লাফ্' বোলে, অর্থাৎ যি আয়ত দ্বাৰা যুগে যুগে কিয়ামত পৰ্য্যন্ত আল্লাই খলিফা প্রেৰণ কৰিবলৈ অঙ্গীকাৰ কৰিছে। হজ্ৰতে ( স্ব ) কৈছে, প্রত্যেক শতিকাত একোজন মুযদ্দিদ্ আহি ইচ্লামৰ সংস্কাৰ আৰু সত্যৰ প্রতিষ্ঠা কৰিব, আৰু এনে মুযদ্দিদেই ইমামে জমান, অর্থাৎ নিৰ্দ্দিষ্ট যুগৰ ধৰ্ম্ম-নেতা আৰু যেয়ে তেওঁক চিনি নাপাই মৰিলে তাৰ মৃত্যু অজ্ঞতাৰ মৃত্যু।

## ৰুকু ৮

পাৰিবাৰিক শিষ্টতা ; আত্মীয়বিলাক বেলেগে থাকিও পৰস্পৰৰ ঘৰত খোৱা-বোৱা কৰাত কোনো দোষ নাই ; কোৰানে নানা অন্ধবিশ্বাস তুলি দিলে।

৫৯। হে বিশ্বাসীসকল, যিবিলাক তোমালোকৰ সোঁ-হাতৰ অধীন আৰু তোমালোকৰ এনে সন্তান-সন্ততি যি সাবালক হোৱা নাই সিহঁত তোমালোকৰ সন্মুখত এই তিনি সময়ত আহিবলৈ হলে অনুমতি লোৱা উচিত—ৰাতি-পুৱাৰ নমাজৰ পূৰ্ব্বে, আৰু দুপৰীয়া (বিশ্ৰাম লওঁতে) যেতিয়া তোমালোকে গাৰ কাপোৰ সোলোকাই থোৱা, আৰু নিশাৰ নমাজৰ পাছত, এই তিনটা হৈছে তোমালোকৰ নিৰ্জনে থকা সময় ; তাকে এৰি অইন সময়ত তোমালোকৰ আৰু সিহঁতৰ মাজৰ ইজনে সিজনৰ ওচৰলৈ অহা-যোৱা কৰাত কোনো দোষ নাই ; তোমালোকৰ কাৰণে আল্লাই নিদৰ্শনসমূহ এইদৰেই সুস্পষ্ট কৰে ; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।[৬৫]

৬০। কিন্তু যেতিয়া তোমালোকৰ সন্তান সন্ততি সাবালক অৱস্থা পায়হি, সিহঁতে (খোটালিৰ ভিতৰত সোমাবৰ আগতে) অনুমতি লোৱা উচিত যেনেকৈ সিহঁতকৈ বয়সে ডাঙৰবিলাকে অনুমতি লয়।[৬৬] তোমালোকৰ কাৰণে আল্লাই নিজৰ নিদৰ্শনসমূহ এইদৰেই সুস্পষ্ট কৰে ; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

৬১। আৰু যিবিলাক বৃদ্ধা তিৰোতাৰ বিয়া কৰাৰ আৰু আশা নাই সেইবিলাকে যদি নিজৰ আভৰণ প্ৰদৰ্শন নকৰি গাৰ সাজপাৰ সোলোকাই থয় তাত কোনো দোষ নাই ; কিন্তু যদি এনে কাৰ্য্যৰ পৰাও নিবৃত্ত থাকে সিহঁতৰ নিমিত্তে শ্ৰেয়ঃ ; আৰু আল্লা পৰম শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৬২। অন্ধৰ একো দোষ নাই, আৰু খোঁৰাৰ একো দোষ নাই, আৰু

---

৬৫। এই আয়তত পাৰিবাৰিক শিষ্টতাৰ শিক্ষা দিয়া হৈছে।

৬৬। ভাল ঘৰৰ শিষ্ট আচাৰ আৰু নিয়ম পালন লৰা কালৰ পৰাই শিকাব লাগে। ইচ্লামৰ পূৰ্ব্বে আৰববিলাকৰ মাজত এনে কোনো নিয়ম-বন্ধন নাছিল।

নৰিয়াৰো একো দোষ নাই,[৬৭] আৰু তোমালোকৰ নিজৰো একো দোষ নাই, যদি তোমালোকে খোৱাবোৱা কৰা নিজৰ ঘৰত, নাইবা নিজ পিতৃসকলৰ ঘৰত, নাইবা নিজ মাতৃসকলৰ ঘৰত, নাইবা নিজ ভাইককাইহঁতৰ ঘৰত, নাইবা নিজ বাই-ভণীহঁতৰ ঘৰত, নাইবা নিজ দদাইসকলৰ ঘৰত, নাইবা নিজ পেহী সকলৰ ঘৰত, নাইবা নিজ মোমাইসকলৰ ঘৰত, নাইবা নিজ মাহীসকলৰ ঘৰত, নাইবা (এনে ঘৰত) যাৰ চাবিবোৰ আছে তোমালোকৰ হাতত,[৬৮] নাইবা তোমালোকৰ বিশ্বস্ত বন্ধুৰ ঘৰত; একেলগে খোৱাবোৱা কৰা নাইবা পৃথক ভাৱে[৬৯] তাত তোমালোকৰ একো দোষ নাই। কিন্তু ঘৰবোৰৰ ভিতৰলৈ সোমাবৰ লগে লগে পৰস্পৰৰ প্ৰতি আল্লাৰ সন্নিধানৰ [৭০] পৰা চালাম জনাবা, আশীৰ্ব্বাদজনক, পৱিশুদ্ধ। তোমালোকৰ কাৰণে আল্লাই নিদৰ্শনসমূহ ফট্‌ফটিয়াকৈ বৰ্ণনা কৰে, তোমালোকে যেন (সকলো কথা) বুজিব পাৰা।

## ৰুকু ৯

হজ্‌ৰতৰ (স্ব) বিনা অনুমতি মেলৰ পৰা আঁতৰি
যাব নালাগে; ৰচুলৰ (স্ব) আহ্বান গুৰুতৰ
আহ্বান; যিবিলাকে পুলুকা মাৰি
গুচি যায় সিহঁতৰ প্ৰতি
আল্লা অসন্তুষ্ট।

৬৩। প্ৰকৃততে সেইসকলেই হে বিশ্বাসী যিসকলে আল্লা আৰু তেওঁৰ ৰচুলৰ

৬৭। আৰববিলাকৰ মাজত নানা ধৰণৰ ভ্ৰম-বিশ্বাস আছিল। অন্ধ আৰু খোঁৰা মানুহৰ লগত সিহঁতে খোৱা-বোৱা নকৰিছিল; ভাত পানী বেলেগে বেলেগে খাইছিল; কিছুমান বিশেষ আত্মীয়-কুটুমৰ ঘৰত আহাৰ কৰা লাজৰ কথা বুলি ভাবিছিল। কোৰানে এনেবোৰ অযথা নিয়ম তুলি দিলে।

৬৮। তোমালোকৰ দখলত থকা ঘৰ কিন্তু য'ত এতিয়ালৈকে তোমালোকে বাস কৰিবৰ যো-জা কৰা নাই।

৬৯। য'ত যেনে সুবিধা তেনেকৈ আহাৰ কৰিবা, বেলেগে বা একেলগে।

৭০। আল্লাৰ আশীৰ্ব্বাদ প্ৰাৰ্থনা কৰি। সাধাৰণ অৰ্থ, ইজনে সিজনক চালাম কৰা উচিত। হদীছত আছিছে: ঘৰত মানুহ নাথাকিলেও এইদৰে চালাম দিয়া উচিত—'আচ্-চালামু 'আলাইনা ওয়া 'আলা 'এবাদিল্লাহিছ্-ছালেহীন', অৰ্থাৎ আমাৰ প্ৰতি আৰু আল্লাৰ ধৰ্ম্ম-প্ৰাণ সেৱকসকলৰ প্ৰতি শান্তি বৰ্ষণ হওক।

প্ৰতি বিশ্বাস স্থাপন কৰিছে, আৰু সমাজ সম্পৰ্কীয় কোনো গুৰুতৰ কথাত[৭১] ৰচুলৰ লগত ব্যস্ত থাকিলে তেওঁৰ অনুমতি নোলোৱাকৈ গুচি নাহে ; যিসকলে (ওলাই যাবলৈ ) তোমাৰ অনুমতি প্ৰাৰ্থনা কৰে সেইসকলেহে প্ৰকৃততে আল্লা আৰু তেওঁৰ ৰচুলৰ প্ৰতি বিশ্বাস স্থাপন কৰিছে। গতিকে তেওঁলোকে যদি নিজৰ কোনো সকামৰ কাৰণে যাবলৈ তোমাৰ অনুমতি বিচাৰে, তেওঁলোকৰ মাজৰ যাকে ইচ্ছা[৭২] তাকে তুমি অনুমতি দান কৰিবা ; আল্লা নিশ্চয় শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

৬৪। তোমালোকৰ মাজৰ কিছুমান লোকক ৰচুলে আহ্বান কৰিলে তাক তোমালোকে ইজনে সিজনক আহ্বান কৰাৰ দৰে নাভাবিবা ;[৭৩] যিবিলাকে তোমালোকৰ সঙ্গৰ পৰা সুৰুকা[৭৪] মাৰি পলাই যায় স্বৰূপতে আল্লাই সিহঁতক জানে। গতিকে যিবিলাকে তেওঁৰ আদেশৰ বিৰুদ্ধাচৰণ কৰে সিহঁতে যেন সাৱধান থাকে, হব পাৰে সিহঁত পৰীক্ষাত পৰিব লগীয়া হয়, নাইবা ( তাৰ ফলত ) সিহঁতক যন্ত্ৰণাদায়ক শাস্তিয়ে স্পৰ্শ কৰে।

৬৫। সাৱধান ! আকাশমণ্ডলী আৰু পৃথিৱীত থকা সকলোৰে গৰাকী যে আল্লা ইয়াত একো সন্দেহ নাই ; তোমালোকে যি কামতেই লাগিবলৈ সঙ্কল্প কৰিছা স্বৰূপতে তাক আল্লাই জানে। আৰু যিদিনা সিহঁতক তেওঁৰ ওচৰলৈ প্ৰত্যাবৰ্ত্তন কৰোৱা হব সেইদিনা সিহঁতে যি কাৰ্য্য কৰিছিল সিহঁতক তেওঁ জানিবলৈ দিব, কিয়নো আল্লা সকলো বিষয় ভালকৈ জানে।

---

৭১। ইয়াৰ পৰা বুজিব পাৰি হজৰতে ( স্ব ) সামাজিক কথাত সকলোৰে পৰামৰ্শ লৈছিল। এনে কৰিবলৈ আল্লাই তেওঁক স্পষ্ট আদেশো দিছিল। চোৰা, ৩ : ১৬০।

৭২। যাৰ পক্ষে তোমাৰ লগ এৰি যোৱাটো অত্যন্ত আৱশ্যকীয় তাক নিজ ইচ্ছাৰে যাবলৈ অনুমতি দিবা।

৭৩। তিনিটা অৰ্থ লোৱা হৈছে। (১) ৰচুলৰ ( স্ব ) সম্মান ৰাখি প্ৰত্যুত্তৰ দিবা। (২) তেওঁ মাত দিলে খিতাতে তেওঁৰ সন্মুখত উপস্থিত হবা। (৩) তেওঁ আহ্বান কৰে গুৰুতৰ কথালৈহে।

৭৪। ৰচুলে ( স্ব ) নেদেখাকৈ।

# চুৰা ২৫

# আল্‌-ফুৰ্‌কান ঃ স্বতন্ত্ৰ নিদৰ্শন

## মক্কাত অৱতীৰ্ণ

### ৯ ৰুকু ঃ ৭৮ আয়ত

মক্কাযুগৰ প্ৰথম ছোৱাতে এই চুৰা অৱতীৰ্ণ হয়। 'ফুৰ্‌কান' শব্দ দ্বিতীয় আয়তত্তে প্ৰয়োগ কৰা হৈছে, অৰ্থাৎ স্বতন্ত্ৰ নিদৰ্শন। সেই দেখি এই চুৰাৰ নামকৰণ হৈছে আল্‌-ফুৰ্‌কান। চোৰ্বা টী ১ য'ত ফুৰ্‌কানৰ তিনিটা অৰ্থ দিয়া হৈছে।

ইয়াত একো সন্দেহ নাই, কেইবাটা আয়তত ভৱিষ্যৎবাণী কৰা হৈছে যে এটা মহাদিন, 'মীমাংসাৰ দিন' ( ৮ : ৪২ ), নিশ্চয়কৈ নিৰূপিত সময়ত আহিব। সেইদিনা হজ্‌ৰতৰ বিশ্বস্ত অনুগামীসকল আৰু তেওঁলোকৰ বিৰোধীবিলাকৰ মাজত আল্লাই বিচাৰ কৰিব। বদৰৰ যুদ্ধত বিৰোধী-বিলাক পৰাস্ত হ'ল আৰু সিহঁতৰ খ্যাতনামা নেতা কেইজন নিহত হোৱাত সিহঁত দুৰ্বল হৈ পৰিছিল। তাৰ পিছত সিহঁতে ইহুদীবিলাকৰ সাহায্য লৈ মৰুবাসীবিলাকৰ অনেক উপজাতিকে যুদ্ধত যোগদানৰ উদগণি দিছিল, আৰু নানা উপায়েৰে নিজৰ শক্তি বঢ়াইছিল।

এই চুৰাত অতীতৰ কেইবা জাতিৰ দৃষ্টান্ত দিয়া হৈছে, যেনে নূহৰ জাতি, 'আদ', ছমুদ প্ৰভৃতি। যিবিলাকে নিজ জাতিৰ নবীৰ বিৰুদ্ধে থিয় দিছিল সেইবিলাকক আল্লাই বিনাশ কৰিছিল। আজিও সত্যৰ বিৰোধীবিলাকৰ তেনে অৱস্থা হব ইয়াত ভুল নাই।

হজ্‌ৰত ( স্ব ) দীপ্তিমান সূৰ্য্য; তেওঁৰ সঙ্গীসকল জ্যোতিৰ্ম্ময় চন্দ্ৰ আৰু নক্ষত্ৰৰাজিৰ নিচিনা; এই সকলে পৃথিৱীত আন্ধাৰ গুচাই পোহৰ আনিলে।

শেহত আল্লাৰ প্ৰকৃত সেৱকসকলৰ গুণাবলী বৰ্ণোৱা হৈছে। তাৰ পৰা মুচ্‌লিম আদৰ্শ জীৱনৰ পৰিচয় পোৱা যায়।

## ৰুকু ১

ইচ্‌লামৰ বিশ্বব্যাপিকতা; কোৰান এটা স্বতন্ত্ৰ নিদৰ্শন; এইখন ৰচনা কৰা পুথি নহয়, আল্লাৰ প্ৰত্যাদেশ; আৰব-বিলাকৰ নবীত্ব সম্বন্ধে ভুল ধাৰণা।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আল্লা অতি মঙ্গলময়, যিজনে নিজ ভৃত্যৰ প্ৰতি স্বতন্ত্ৰ-নিদৰ্শন[১] অৱতীৰ্ণ কৰিছে যাতে তেওঁ সকলো জাতিৰ কাৰণে সতৰ্ককাৰী হব পাৰে ;

৩। যিজন আকাশমণ্ডলী আৰু পৃথিৱীৰ ৰাজত্বৰ অধিপতি ; তেওঁ কোনো পুত্ৰ গ্ৰহণ কৰা নাই ; আৰু ৰাজ্যশাসনত তেওঁৰ এজনো অংশী নাই ; আৰু তেৱেঁই সকলো বস্তুকে সৃজন কৰিছে ; তাৰ লগে লগে তেওঁ প্ৰতিটোৰে সীমা আৰু পৰিমাণৰ নিয়ন্ত্ৰণ[২] কৰিছে।

৪। আৰু সিহঁতে তেওঁত ভিন্ন এনে উপাস্যবিলাকক গ্ৰহণ কৰিছে যিবিলাকে একোকে সৃজন কৰা নাই, বৰং সিহঁতকেই সৃজন কৰা হৈছে ; আৰু নিজৰে অমঙ্গল আৰু মঙ্গল সাধন কৰিবলৈ সিহঁতৰ সাধ্য নাই ; আৰু মৃত্যু ঘটোৱা[৩] আৰু জীৱন দিয়া আৰু পুনৰায় উত্থাপন কৰাৰো সিহঁতৰ কোনো ক্ষমতা নাই।

৫। আৰু (এই কোৰাণ সম্বন্ধে) অবিশ্বাসীবিলাকে কয়, ই এটা কৃত্ৰিম বস্তু মাত্ৰ, যাক তেওঁ সাজি লৈছে, আৰু এই কাৰ্য্যত আন কেইজন মানুহেও তেওঁক সহায় কৰিছে।[৪] স্বৰূপতে এইদৰে সিহঁতে অন্যায় আচৰণ আৰু অসত্যাৰোপ কৰিছে।

---

১। যি নিদৰ্শনে সত্যক অসত্যৰ পৰা পৃথক কৰে। (১) কোৰান, যাৰ দ্বাৰা অসত্যৰ পৰা সত্যক, অন্যায়ৰ পৰা ন্যায়ক পৃথক কৰিব পাৰি ; (২) হজ্ৰত মহম্মদ (স্ব), তেওঁৰ ব্যক্তিত্ব, তেওঁৰ বিচাৰত্ এটা মহা নিদৰ্শন ; (৩) বদৰৰ যুদ্ধ। এই যুদ্ধত হজ্ৰতৰ শত্ৰুবিলাক ধ্বংস হ'ল ; কোৰেইশৰ ৯ জন গুৰিয়াল নেতা নিহত হৈছিল। যিসকল সত্যৰ অনুগামী সেইসকল আৰু যিবিলাক সত্যৰ বিৰোধী সেইবিলাকৰ মাজত পাৰ্থক্য স্পষ্টকৈ ওলাই পৰিল। চোৱাঁ, ৮ : ৪২ আৰু টী।

২। তক্দীৰ শব্দৰ আচল অৰ্থ হৈছে প্ৰত্যেক প্ৰাণী বা বস্তুকে তাৰ উন্নতিৰ চৰম সীমা পাবলৈ আৱশ্যকীয় শক্তি আৰু সুবিধা দিয়া।

৩। (১) প্ৰাণহীন অৱস্থাৰ পাছত জীৱন, জীৱনৰ পাছত মৃত্যু, আৰু মৃত্যুৰ পাছত পুনৰুত্থান। (২) মৃত্যু, মৃত্যুৰ পাছত বৰ্জখী জীৱন, তাৰ পাছত উত্থান আৰু আল্লাৰ সম্মুখীন হোৱা। চোৱাঁ, ২ : ২৯, আৰু ২২ : ৬৭। বৰজখ্ সম্বন্ধে চোৱাঁ, ২৩ : ৬০১ আৰু টী ৬৬।

৪। হজ্ৰত (স্ব) যে নিৰক্ষৰ আছিল সিহঁতৰ জনা আছিল। সিহঁতে ভাবিছিল, কোৰানৰ শুৱলা ভাষা, পাৰমাৰ্থিক তত্ত্ব আদি বৰ্ণনা কৰা মহম্মদৰ (স্ব) সাধ্যাতীত ; নিশ্চয় জন চেৰেক শাস্ত্ৰজ্ঞ পণ্ডিতে তেওঁক কোৰানৰ আয়তসমূহ গুপ্তভাৱে ৰচি দিছে।

৬। তত্নপৰি সিহঁতে কয়, এইবিলাক হৈছে পূৰ্ব্বগামীসকলৰ[৫] সাধুকথা, যি তেওঁ অইনৰ দ্বাৰা লিখুৱাই লৈছে ;.আৰু তাকেই পুৱা আৰু সন্ধীয়া তেওঁৰ সম্মুখত পাঠ কৰা হয়।

৭। (হে মহম্মদ,) তুমি কোৱাঁ সেইজনেই এই কোৰান অৱতীৰ্ণ কৰিছে যিজনে আকাশমণ্ডলী আৰু পৃথিৱীৰ বিষয়ে সকলো সন্তেদ জানে; নিশ্চয় তেৱেঁই শ্ৰেষ্ঠ ক্ষমাবান, পৰম দানশীল।

৮। আৰু সিহঁতে কয়, এওঁনো কেনেকুৱা ৰচুল! এওঁ দেখোন খাদ্য আহাৰ কৰে[৬] আৰু হাটে-বজাৰে ফুৰা-চকা কৰে! তেওঁৰ প্ৰতি ফিৰিশ্‌তা এজন নমাই পঠোৱা নহ'ল কিয়, যাতে তেওঁৰ লগতে সেইজনো (লোকৰ কাৰণে) সতৰ্ককাৰী হ'ল হেতেন?

৯। নাইবা তেওঁক ধনৰ ভৰাল দান কৰা নহ'ল কিয়? অথবা তেওঁক এনে এখন উদ্যানৰ গৰাকী কিয় কৰা নহল, যাৰ পৰা তেওঁ নানা প্ৰকাৰ ফল ভোগ কৰিলে হেতেন?[৭] আৰু অন্যায়কাৰীবিলাকে (লোকক) কৈ ফুৰে, তোমালোকে কেৱল এনেজন মানুহৰ অনুসৰণ কৰিব লাগিছা যিজন যাদুগ্ৰস্ত।[৮]

১০। চোৱাঁ, তোমাৰ সম্বন্ধে কেনেবোৰ উপমা সিহঁতে সাজিব ধৰিছে! গতিকে সিহঁত বিপথগামী, আৰু সুপথ পাবলৈ সিহঁত সমূলি অসমৰ্থ।

---

৫। 'আদজাতি, ছমুদজাতি প্ৰভৃতি। সেইবিলাকৰ ইতিবৃত্তত যে মহান ভবিষ্যৎবাণী নিহিত আছিল কোৰেইশে বিবেচনা কৰাই নাছিল।

৬। চোৱাঁ, ২১ : ৮।

৭। নবী আৰু ৰচুল সম্বন্ধে কোৰেইশৰ কেনে ধাৰণা আছিল ইয়াত কোৱা হৈছে। ৰচুলে ঐশ্বৰিকতাৰ ভাগ পোৱা নাই; তেওঁৰ অংশী ফিৰিশ্‌তাসকলো নহয়; তেওঁ ধনৰ বিৰাট ভঁৰালৰ অধিকাৰীও নহয়; তেওঁ এজন মানৱ মাত্ৰ। সিহঁতৰ জ্ঞান নাই, ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ তেওঁক আল্লাই বাচি লৈছে, আল্লাৰ পৱিত্ৰ আত্মাই (ৰুহল্-কুদ্দুচ্) তেওঁক সহায় কৰে, আৰু তেওঁৰ ওচৰলৈ আল্লাৰ বাণী (ৱহে) নামে। চোৱাঁ, ৬ : ৫১ আৰু টী। আৰু চোৱাঁ ১১ : ১৩; ১৮ : ১০৮; ৪১ : ৭। কোৰেইশ্‌বিলাকে হজ্‌ৰতৰ পৰা কি বিচাৰিছিল, আৰু তেওঁ কি উত্তৰ দিছিল তাৰ বিষয়ে চোৱাঁ, ১৭ : ৯১—৯৪।

৮। ভূতে বা পিশাচে ধৰা মানুহ; ভূতগ্ৰস্ত।

# ৰুকু ২

জগতৰ আধিপত্যৰ গৰাকী ধৰ্ম্মপৰায়ণসকল; ইহলোকৰ শাস্তি
পৰলোকৰ শাস্তিৰ আগ-জাননী; মিছা উপাস্যবিলাকৰ
সাক্ষীদান; আল্লাৰ ৰচুল মানৱ মাত্ৰ,
কিন্তু মানৱৰ পথ প্ৰদৰ্শক।

১১। আল্লা অতি মঙ্গলময়, যিজনে নিজ ইচ্ছাৰে তোমাক দান কৰিব যি তাতোকৈ উত্তম এনে উদ্যানসমূহ যাৰ তলেদি জুৰিসমূহ বৈ যায়, আৰু তেওঁ তোমাৰ নিমিত্তে স্থিৰ কৰিব ওখ প্ৰাসাদসমূহ।[৯]

১২। নহয়, সিহঁতে নিৰূপিত সময়ৰ[১০] আগমন অস্বীকাৰ কৰে, আৰু যেয়ে নিৰূপিত সময়ৰ আগমন অস্বীকাৰ কৰে তাৰ নিমিত্তে আমি প্ৰস্তুত কৰি থৈছোঁ নৰকৰ প্ৰজ্বলিত অগ্নি।

১৩। যেতিয়া দূৰৰ ঠাইৰ পৰা নৰক সিহঁতৰ চকুত পৰিব সিহঁতে তাৰ ভিতৰৰ গৰ্জ্জনি আৰু গৰ্গৰণি শুনিবলৈ পাব।

১৪। আৰু যেতিয়া নৰকৰ সঙ্কীৰ্ণ ঠাই এডোখৰত সিহঁতক শিকলিৰে বান্ধি নিক্ষেপ কৰা হব, তেতিয়া সিহঁতে তাত (উপায় নাপাই) মৃত্যুক আহ্বান কৰিব।[১১]

১৫। (সিহঁতক কোৱা হব,) আজি তোমালোকে মাত্ৰ একেটা মৃত্যুক আহ্বান নকৰিবা, বৰং বাৰে বাৰে অহা বহু মৃত্যুক আহ্বান কৰি থাকাঁ।[১২]

---

৯। পৃথিৱীতো এই ভবিষ্যৎবাণী পূৰ্ণ হৈছিল। হজ্‌ৰতৰ (স্ব) খলীফাসকলৰ দিনত খুচ্‌ৰু আৰু কিচ্‌ৰাৰ বিশাল ৰাজ্যৰ পতন হ'ল, আৰু চীৰিয়া আৰু ইৰান মুচ্‌লিমসকলৰ হাতলৈ আহিল।

১০। (১) ক্বিয়ামতৰ দিন, শেষ বিচাৰৰ দিন। (২) পাৰ্থিৱ জীৱনতো বিৰোধীবিলাকে শাস্তি ভোগ কৰিবৰ নিৰ্দ্দিষ্ট দিন।

১১। বদৰৰ যুদ্ধতো এনে ভীষণ দৃশ্য লোকে দেখা পাইছিল। ইহলোকৰ শাস্তি পৰলোকৰ শাস্তিৰ প্ৰমাণ স্বৰূপ।

১২। জীৱনৰ পাছত মৰণ, তাৰ পাছত জীৱন, আকৌ মৰণ। দ্বিতীয় অৰ্থ, গোটেই জীৱনটোৱেই মৃত্যুৰ তুল্য হব।

১৬। তুমি কোৱা, এনে ( দুৰ্ঘোৰ ) নৰক উত্তম নে সেই চিৰকলীয়া স্বৰ্গৰ উদ্যান যি ধৰ্ম্মপৰায়ণসকলৰ নিমিত্তে অঙ্গীকাৰ কৰা হৈছে; সেয়ে সেইসকলৰ প্ৰতিদান আৰু প্ৰত্যাবৰ্ত্তনৰ ঠাই।

১৭। তেওঁলোকে তাত যি অভিলাষ কৰিব তাকেই পাব স্থায়ীৰূপে ভোগ কৰিবলৈ; তোমাৰ প্ৰভুৰ পৰা যি দৃঢ় প্ৰতিশ্ৰুতিৰ তুমি বাঞ্ছা কৰিছিলা এয়ে সেই প্ৰতিশ্ৰুতি।

১৮। আৰু সেইদিনা তেওঁ সিহঁতক একেলগ কৰিব, আৰু সেইবিলাককো যিবিলাকৰ সিহঁতে পূজা কৰিছিল আল্লাক এৰি। তেতিয়া তেওঁ সিহঁতক সুধিব, মোৰ ভৃত্যবিলাকক তোমালোকে বিপথলৈ নিছিলা নে সিহঁতে নিজেই বিপথে গৈছিল ?

১৯। সিহঁতে[১৩] উত্তৰ দিব, তুমিয়ে পৰম পৱিত্ৰ, তোমাক এৰি অইনক ৰক্ষকস্বৰূপে গ্ৰহণ কৰা আমাৰ পক্ষে কোনোৰূপে যুগুত নাছিল[১৪]; কিন্তু তুমিয়ে সিহঁতক আৰু সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকক প্ৰচুৰ সম্বল দান কৰিছিলা, ফলত সিহঁতে ( তোমাক ) স্মৰণ[১৫] কৰিবলৈ পাহৰিলে; আৰু সিহঁত এনে এটা জাতি আছিল যাৰ সংহাৰ স্থিৰীকৃত আছিল।

২০। ( আল্লাই কব, ) তোমালোকে যি কথা কোৱা স্বৰূপতে তাকে সিহঁতে মিছা বুলি প্ৰকাশ কৰিছে[১৬]; পিছত তোমালোকে ( প্ৰতিশ্ৰুত ) শাস্তি ঘূৰাই দূৰ কৰিবলৈ নোৱাৰিবা, আৰু নিজেই নিজকে সহায়ো কৰিবলৈ অক্ষম হবা; আৰু তোমালোকৰ মাজৰ যেয়ে অন্যায় কৰিব তাক আমি ডাঙৰ শাস্তিৰ সোৱাদ লবলৈ দিম।

২১। আৰু তোমাৰ পূৰ্ব্বে যি সকল ৰচুলকেই আমি প্ৰেৰণ কৰিছিলোঁ সেইসকলে নিশ্চয় আহাৰ কৰিছিল, আৰু হাট বজাৰলৈকো অহা-যোৱা কৰিছিল[১৭]।

---

১৩। মিছা উপাস্যবিলাকে।

১৪। যিহেতু আমি নিজেই অইনক তোমাৰ অংশী পতা নাই, আমি সিহঁতক কিয় পথ-ভ্ৰান্ত কৰিম ?

১৫। জিক্‌ৰৰ অৰ্থ সোঁৱৰণী, স্মৰণ। দ্বিতীয় অৰ্থ উপদেশ। ইয়াত দুয়ো অৰ্থ খাটে।

১৬। আচল কথা ওলাই পৰিল, তোমালোকে নিজেই নিজ ইচ্ছাৰে বিপথে গৈছিলা; তোমালোকৰ উপাস্যবিলাকৰ একো দোষ নাই।

১৭। ওপৰৰ ৮ আয়তৰ প্ৰশ্নৰ ইয়াত উত্তৰ দিছে।

আৰু আমি পৰীক্ষাস্বৰূপ[১৮] কৰিছোঁ তোমালোকৰে কিছুমানক কিছুমানৰ কাৰণে। তোমালোকে ধৈৰ্য্য ধাৰণ কৰি থাকিবা নে? আৰু তোমাৰ প্ৰভু প্ৰকৃততে সকলো নিৰীক্ষণ কৰোঁতা।

১৮। মানুহৰ অৱস্থাৰ প্ৰভেদ পৰীক্ষাৰ কাৰণ। এজন দুখীয়া, আন এজন ধনী; এজন ৰজা, আনজন প্ৰজা; এজন অন্ধ, খোৰা, আন এজন দৃষ্টিশালী, ভৰি থকা; এজন বলী, আন এজন দুৰ্ব্বল। এনেবিলাক প্ৰভেদৰ মাজেদি যি ধৈৰ্য্য ধৰি থাকে আৰু শেহলৈকে আল্লাৰ ওপৰত নিৰ্ভৰ কৰে সিহে সফলকাম হয়।

# ৰুকু ৩

ইচ্‌লামৰ বিৰুদ্ধে শত্ৰুবিলাকৰ চেষ্টা অসাৰ্থক হব ;
বদৰৰ যুদ্ধ সম্পৰ্কে ভবিষ্যৎ-বাণী ; কোৰান
ক্ৰমান্বয়ে অৱতীৰ্ণ হোৱাৰ তাৎপৰ্য্য।

২২। আৰু যিবিলাকৰ ( মনত ) আমাৰ সম্মুখীন হোৱাৰ ভয় নাই সিহঁতে কয়, আমাৰ প্ৰতি ফিৰিশ্‌তাসকলক[১৯] কিয় নমাই পঠোৱা হোৱা নাই ? নাইবা, আমাৰ প্ৰভুক আমি ( নিজ চকুৰে ) দেখা নোপোৱাৰ[২০] কাৰণ কি ? স্বৰূপতে সিহঁতে আপোন অন্তৰসমূহত অহঙ্কাৰ পোষণ কৰিছে, আৰু দুৰ্ধোৰ উদ্ধতালি কৰিব লাগিছে।

২৩। যিদিনা সিহঁতে ফিৰিশ্‌তাসকলক দেখিবলৈ পাব, সেইদিনা অপৰাধী-বিলাকৰ নিমিত্তে কোনো শুভ-সংবাদ নাথাকিব। আৰু তেতিয়া ফিৰিশ্‌তাসকলে কব, চোৱাঁ, অভেদ্য প্ৰতিবন্ধক[২১] অৱস্থিত ( তোমালোকৰ সম্মুখত )।

২৪। আৰু ( ৰচুলৰ বিৰুদ্ধে ) সিহঁতে যি কাৰ্য্য কৰিছে তাৰ পিনে আমি মন কৰিম, আৰু আমি সেইবোৰ কাৰ্য্য সমূলি উৰাই নিম[২২], যেনেকৈ ( বতাহে ) ধূলিকণা উৰাই নিয়ে।

২৫। সেইদিনা স্বৰ্গৰ লোকসকলে লাভ কৰিব বাস-বসতি কৰিবলৈ উত্তম স্থান, আৰু বিশ্ৰাম লবলৈ উৎকৃষ্ট ঠাই।

---

১৯। আমাৰ ওচৰলৈ যদি ফিৰিশ্‌তা নাহে আমি কেনেকৈ বিশ্বাস কৰিম যে মহম্মদৰ ( স্ব ) ওচৰলৈ ফিৰিশ্‌তা আহে ?

২০। চোৱাঁ, ২ : ৫৬। ইহুদীবিলাকে মুচাক ( আ ) কৈছিল, প্ৰকাশ্যে আল্লাক নেদেখিলে তোমাৰ কথাত আমি বিশ্বাস নকৰোঁ।

২১। কোনো ফিৰিশ্‌তাই তোমালোকলৈ শুভ সংবাদ নানে, কিয়নো তোমালোকৰ দুৰাচাৰেই এটা ভাওৰ প্ৰতিবন্ধক, যি তোমালোকে অতিক্ৰম কৰিব নোৱাৰা।

২২। এই ভবিষ্যৎবাণী বদৰৰ যুদ্ধৰ দিনা পূৰ্ণ হৈছিল। মক্কাবাসী কোৰেইশ্‌ পৰাস্ত হ'ল, আৰু সিহঁতৰ কেইবাজন ক্ষমতাশালী নেতা নিহত হ'ল। গোটেই ৰাতি বৰষুণ দিছিল ( আঃ ২৬ )। বদৰৰ যুদ্ধ সম্বন্ধে চোৱাঁ চুৰা ৮, ৰুকু ১ আৰু ২।

২৬। আৰু সেই দিনা আকাশ মেঘৰাশি সৈতে ফাটি পৰিব, আৰু ( তাৰ মাজেদি ) ফিৰিশ্‌তাসকলক শাৰী শাৰীকৈ[২৩] নমাই পঠোৱা হ'ব।

২৭। সেইদিনা যথাৰ্থতে ৰাজত্বৰ অধিপতি হ'ব আল্লা ; আৰু অবিশ্বাসী-বিলাকৰ নিমিত্তে হ'ব সেই দিন নিতান্ত কঠিন।

২৮। আৰু সেইদিনা সি অন্যায়কাৰী[২৪] সি নিজৰ দুইখন হাত কামুৰি এইদৰে আক্ষেপ কৰিব, হায়, মই ৰচুলৰে সঙ্গত থাকি সুপথ অনুসৰণ নকৰিলোঁ কিয়!

২৯। ধিক মোৰ প্ৰতি! হায়! ( মোক বিপথে নিয়া ) ব্যক্তিজনক[২৫] মই বন্ধুৰূপে গ্ৰহণ কৰিলোঁ কিয়!

৩০। স্বৰূপতে মোৰ ওচৰলৈ সোঁৱৰণী[২৬] অহাৰ পাছত সেইজনে মোক বিপথে নিছিল। আৰু শ্বয়তানৰ কামেই হৈছে মানুহক প্ৰতাৰণা কৰা।

৩১। আৰু ৰচুলে কব, হে মোৰ প্ৰভু, নিশ্চয় মোৰ জাতিয়ে এই কোৰানখন এটা পৰিত্যক্ত[২৭] বস্তু বুলি ধাৰণা কৰিছে।

৩২। আৰু এইদৰে আমি অপৰাধীবিলাকৰ মাজৰ পৰা কিছুমানক প্ৰতিজন

---

২৩। ফিৰিশ্‌তা দ্বাৰা সহায় কৰাৰ অৰ্থ অলৌকিক উপায়েৰে সহায় কৰা। চোৰা ৮ : ১০, য'ত এহেজাৰ ফিৰিশ্‌তাৰ কথা উল্লেখ হৈছে।' টী ৬ আৰু ৮ দ্ৰষ্টব্য। 'তন্‌জীলা' শব্দৰ ভাঙনি ৮ : ১০ আয়তত 'মুৰ্‌দেফীন' অনুসৰি কৰা হৈছে। তাত কোৱা হৈছে ফিৰিশ্‌তা-সকল দল পাতি আহিছিল, ইদলৰ পিছত সিদল।

২৪। যেনে আকৃবা, বিশ্বাসঘাতকতাৰ কাৰণে তাক প্ৰাণদণ্ড দিয়া হৈছিল।

২৫। কোনো এজন বিশেষ মানুহৰ নাম উলিয়াবৰ প্ৰয়োজন নাই। এনে যুদ্ধ-বিগ্ৰহৰ সময়ত ইজনে সিজনক কু-পৰামৰ্শ দিয়াটো সাধাৰণ কথা।

২৬। চোৰা টী ১৫। জিক্‌ৰ্‌ শব্দৰ অৰ্থ উপদেশ, আল্লাৰ বিশেষ সংবাদ, কোৰান।

২৭। দুৰ্ব্বলচিতীয়া মানুহবিলাকক লক্ষ্য কৰি ৰচুলে ( স্ব ) এই আবাৰ কথা আল্লাক কৈছে। মুচলমানসকলৰ অৱনতিৰ প্ৰধান কাৰণ চিন্তাশীলসকলৰ মতে এয়ে যে তেওঁলোকে কোৰানৰ নীতি-নিয়মবোৰ বৰ্ত্তমান কালত অৱলম্বন কৰিবলৈ আওহেলা কৰিব লাগিছে। কোৰানৰ নীতিসমূহক দৃঢ়কৈ ধৰি থাকিবলৈ মুচলমানক কোৰানতে আদেশ দিয়া হৈছে। 'তোমালোক সকলোৱে একতা-বদ্ধ হৈ আল্লাৰ অবিভাজ্য দৃঢ়ৰূপে ধৰি থাকিবা আৰু ভিন্ ভিন্ নহবা।'— ৩ : ১০৪। কোৱা বাহুল্য যে আল্লাৰ জৰি হৈছে কোৰান।

ৰচুলৰ শত্ৰু স্থিৰ কৰিছোঁ[২৮]। কিন্তু পথপ্ৰদৰ্শক আৰু সাহায্যকাৰীৰূপে তোমাৰ প্ৰভুৱেই যথেষ্ট।

৩৩। আৰু অবিশ্বাসীবিলাকে কয়, তেওঁৰ প্ৰতি সম্পূৰ্ণ কোৰানখন এবেলিতেই কিয় অৱতীৰ্ণ কৰা নহল? এইদৰেই (ক্ৰমান্বয়ে) কোৰান অৱতীৰ্ণ কৰা হৈছে[২৯]। আমি যেন এই উপায়ে তোমাৰ হৃদয় সুদৃঢ় কৰিব পাৰোঁ; আৰু তাকে আমি বৈ বৈ লাহে লাহে আবৃত্তি কৰিবলৈ দিওঁ।

৩৪। আৰু তোমাৰ আগলৈ সিহঁতে এনে কোনো উপমা আনিবলৈ নোৱাৰে যাৰ গূঢ় তত্ত্ব আৰু উৎকৃষ্ট ব্যাখ্যা আমি তোমাক পূৰ্ব্বেই বুজাই দিয়া নাই[৩০]।

৩৫। সিহঁতক নৰকত একেলগ কৰি উবুৰিয়াই পেলোৱা হব; সিহঁতক থাকিবলৈ দিয়া হব অতি নিকৃষ্ট ঠাই; আৰু সিহঁত সুপথৰ পৰা আঁতৰি যাব বহুত দূৰলৈ।[৩১]

## ৰুকু ৪

আল্লাৰ অবাধ্যতাৰ শাস্তি; ধৰ্ম্ম-বিৰোধী জাতিৰ
দৃষ্টান্ত; কোৰেইশ্‌বিলাকে শিক্ষা গ্ৰহণ
নকৰে; বৃথা আকাঙ্ক্ষাও এবিধ শিৰ্‌ক্।

৩৬। আৰু স্বৰূপতে আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ মুচাক, আৰু তেওঁৰ লগতে তেওঁৰ ভ্ৰাতা হাৰুনক তেওঁৰ সহকাৰীৰূপে[৩২] নিযুক্ত কৰিছিলোঁ।

---

২৮। নবী-ৰচুলৰ অসংখ্য শত্ৰু হোৱা স্বাভাৱিক কথা। এই বুলি হজ্‌ৰতক আল্লাই প্ৰবোধ দিছে।

২৯। গোটেই কোৰানখন অৱতীৰ্ণ হোৱাত ২৩ বছৰ লাগিল—১৩ বছৰ মক্কাত আৰু ১০ বছৰ মদিনাত। অৱস্থা আৰু আৱশ্যকতা অনুসৰি কোৰানৰ আয়তসমূহ হজ্‌ৰত মহম্মদৰ (স্ব) প্ৰতি অৱতীৰ্ণ হৈছিল। যেতিয়া যেনে আদেশ আৱশ্যকীয় হৈছিল তেনে বাণী ৰচুলে (স্ব) আল্লাৰ পৰা পাই লিখুৱাই ৰাখিছিল।

৩০। কোৰানত সংশ্লিষ্ট হোৱা আদেশসমূহৰ যুক্তি আৰু প্ৰমাণ কোৰানতেই দিয়া হৈছে। এইটো কোৰানৰ বৈশিষ্ট্য।

৩১। চোৰা ওপৰৰ আঃ ২৫ য'ত সৎকৰ্ম্মীসকলৰ অৱস্থা বৰ্ণনা কৰা হৈছে। ইয়াত অবিশ্বাসী, অন্যায়কাৰীবিলাকৰ পৰিণামৰ উল্লেখ হৈছে।

৩২। চোৰা, ২০: ৩০। 'ৱজীৰ'ৰ আচল অৰ্থ, বোজা বহন কৰোঁতা, সহায় কৰোঁতা।

৩৭। তাৰ পাছত আমি এই আদেশ দিলোঁ যি জাতিয়ে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছে সিহঁতৰ ওচৰলৈ তোমালোক দুয়ো যোৱাঁ ; অৱশেষত সিহঁতক আমি সমূলি বিধ্বংস কৰিলোঁ ;

৩৮। আৰু নুহৰ[৩৩] জাতিকো ; যেতিয়া সিহঁতে ৰচুলসকলক মিছলীয়া ভাবি অগ্ৰাহ্য কৰিছিল আমি সিহঁতক বুৰাই মাৰিলোঁ ; আৰু মানৱজাতিৰ নিমিত্তে আমি সিহঁতক নিদৰ্শনস্বৰূপ কৰিলোঁ, আৰু অন্যায়কাৰীহঁতৰ নিমিত্তে আমি বেদনা-দায়ক শাস্তি সাজু কৰি থৈছোঁ।

৩৯। আৰু 'আদ জাতি আৰু ছমুদ জাতিক আৰু ৰচ্‌চৰ অধিবাসীবিলাকক[৩৪] আৰু এইবিলাকৰ মাজৰ সময়তে আৰু বহু জাতিকে (আমি ধ্বংস কৰি আনৰ নিমিত্তে নিদৰ্শন স্থিৰ কৰিছিলোঁ )।

৪০। আৰু প্ৰতিটো জাতিৰ আগত সিহঁতৰ কাৰণে বহু উপমা উপনীত কৰিছিলোঁ ; কিন্তু ( সিহঁতে বিৰুদ্ধাচৰণ কৰাত ) প্ৰত্যেকটোকে বিধ্বংস কৰিলোঁ।

৪১। আৰু যিখন নগৰত[৩৫] দুৰ্যোৰ বৰষুণ পেলোৱা হৈছিল তাৰ কাষেদি সিহঁতে নিশ্চয় অহা-যোৱা কৰিছিল, অথচ সেই নগৰী সিহঁতে লক্ষ্য কৰা নাছিল নে ? নহয়, ( সিহঁতে নিশ্চয় লক্ষ্য কৰিছিল, কিন্তু ) পুনৰুত্থানৰ আশা সিহঁতে কৰা নাছিল।

৪২। আৰু সিহঁতে তোমাক দেখা পালে তোমাকলৈ উপহাস কৰে মাথোন, ( এই বুলি ) কি ! আল্লাই ৰচুল নিযুক্ত কৰি পঠালে এনেজনক হে !

৪৩। আমি নিজা উপাস্যসকলক দৃঢ়ৰূপে ধৰি নথকাহলে তেওঁ নিশ্চয় আমাক সেইসকলৰ ( পূজাৰ ) পৰা আঁতৰাই প্ৰায় বিপথে লৈ গৈছিল ; কিন্তু আগলৈ যেতিয়া সিহঁতে অহা শাস্তি লক্ষ্য কৰিব, তেতিয়া সিহঁতে জানিব পাৰিব কোন নো সুপথৰ পৰা অধিকতৰ বিভ্ৰান্ত ?

---

৩৩। নুহৰ জাতি আৰু 'আদ আৰু ছমুদ জাতিৰ বিস্তৃত বিৱৰণৰ নিমিত্তে চোৱাঁ ২৬ : ১০৬—১৬০।

৩৪। 'আছ্‌হাবুৰ্‌-ৰচ্‌' কোন আছিল, সঠিককৈ নিৰ্ণয় কৰা কঠিন। সাধাৰণ মত এই যে সিহঁত মদ্‌য়ন নগৰত বাস কৰিছিল। ৰোমীয় বুৰঞ্জীত এইখন নগৰ Ctesiphon নামে জনাজাত। চোৱাঁ, ১১ : ৮৫–৯৬। কিছুমানৰ মতে আছ্‌হাবুল্‌-উখ্‌দুদ্‌ ( ৮৫ : ৫ ) আছ্‌হাবুৰ্‌-ৰচ্‌ একেটা জাতি। হজ্‌ৰত খো'আইবৰ আৱিৰ্ভাৱ এই জাতিৰ মাজত হৈছিল।

৩৫। চদম্‌ নগৰ। চোৱাঁ, ১৫ চুৰা, ৫ম ৰুকু আৰু টী।

৪৪। যি নিজৰ বৃথা অভিলাষক[৩৬] নিজৰ ( প্ৰকৃত ) উপাস্য স্বৰূপ গ্ৰহণ কৰিছে তেনে মানুহক তুমি দেখা পাইছা নে? এনেজনৰ কাৰ্য্য-সম্পাদক তুমি হব খুজিছা নে?

৪৫। তুমি ইয়াকে অনুমান কৰিছা নে, সিহঁতৰ সৰহ ভাগ মানুহে তোমাৰ ( উপদেশ ) কাণদি শুনে, অথবা উপলব্ধি কৰিব পাৰে? ইয়াত কোনো সন্দেহ নাই, সিহঁত হৈছে পশুৰ নিচিনা, বৰং সেইবোৰতকৈয়ো অধিকতৰ বিভ্ৰান্ত!

## ৰুকু ৫

প্ৰকৃতিত আল্লাৰ নিদৰ্শন ; নবীয়ে মৃত জাতিক পুনৰ্জ্জীৱিত কৰে ; ন্যায় আৰু অন্যায়ৰ মাজত অনন্ত বিৰোধ ; যুক্তি আৰু প্ৰমাণ ধৰ্মপ্ৰচাৰকৰ অস্ত্ৰ।

৪৬। তোমাৰ প্ৰভুৰ প্ৰতি তুমি লক্ষ্য কৰা নাই নে, তেওঁ কেনেকৈ ছাঁ ( ক্ৰমেই ) দীঘল কৰে? আৰু তেওঁ ইচ্ছা কৰা হলে সেই ছাঁকে নিশ্চয় ( একে ভাগে ) স্থিৰ কৰি ৰাখিলে হেতেন। আৰু আমি তাৰ গতি নিৰ্দ্দেশ কৰিবলৈ সূৰ্য্যকে প্ৰমাণ স্বৰূপ কৰিছোঁ[৩৭];

৪৭। পিছত সেই ছাঁ আমি নিজৰ ফাললৈ আকৰ্ষিত কৰোঁ আনুক্ৰমিক[৩৮] আকৰ্ষণেৰে।

৪৮। আৰু তোমালোকৰ নিমিত্তে তেৱেঁই নিশা সৃষ্টি কৰিছে আৱৰণ স্বৰূপ, আৰু টোপনি জিৰণি স্বৰূপ; আৰু তেওঁ দিন সৃষ্টি কৰিছে তোমালোকে উঠি-ফুৰি কাম-কাজ কৰিবৰ নিমিত্তে।

---

৩৬। মনৰ বৃথা বাঞ্ছা আৰু কু-প্ৰবৃত্তিৰ অভিলাষো এবিধ শিৰ্‌ক্ (আল্লাত ভিন্ন আইনক পূজা কৰা)। ইয়াকে ছূফীসকলে 'শিৰ্‌কে খফী' বোলে, অৰ্থাৎ মনত্তে নিহিত থকা শিৰ্‌ক্।

৩৭। ছাঁ দীঘল বা চুটি হোৱা পৃথিৱীৰ চক্ৰগতি আৰু সূৰ্য্যৰ আলোকৰ ওপৰত নিৰ্ভৰ কৰে। হজ্‌ৰত মহম্মদ ( ছ ) সূৰ্য্য তুল্য।

৩৮। মানুহৰ আধ্যাত্মিক উন্নতিও ক্ৰম-বিকাশ বিধানৰ অধীন।

৪৯। আৰু তেৱেঁই শীতল বতাহ প্ৰেৰণ কৰে নিজ কৰুণাৰ অগ্ৰগামী[৩৯] কৰি, আনন্দ-বাৰ্ত্তা বাহকৰূপে, আৰু আমি আকাশৰ পৰা নমাই আনো অতি নিৰ্ম্মল পানী,—

৫০। যাতে তাৰ দ্বাৰা যি নগৰ মৃত তাক সজীৱ[৪০] কৰোঁ, আৰু আমি সৃজন কৰা বহু পশু আৰু মানৱক সেই পানী পান কৰিবলৈ দিওঁ।

৫১। আৰু স্বৰূপতে এনে উপমা আমি সিহঁতৰ আগত ঘূৰাই ঘূৰাই বৰ্ণনা কৰোঁ, সিহঁতে যেন উপদেশ গ্ৰহণ কৰিব পাৰে; কিন্তু মানৱৰ সৰহভাগেই অকৃতজ্ঞতা ত্যাগ নকৰি ( সত্যক ) অস্বীকাৰ হে কৰে।

৫২। আৰু আমি ইচ্ছা কৰা হলে প্ৰত্যেক ( বিৰোধী ) নগৰতে নিশ্চয় একোজন সাৱধান কৰোঁতা উত্থাপন কৰিলোঁহেতেন।

৫৩। গতিকে ( হে মহম্মদ, ) তুমি অবিশ্বাসীবিলাকৰ বাধ্যতা স্বীকাৰ নকৰিবা, আৰু ইয়াকে ( এই কোৰানকে ) হাতত লৈ সিহঁতৰ সৈতে মহা-সংগ্ৰামত[৪১] প্ৰবৃত্ত হোৱাঁ।

৫৪। আৰু তেৱেঁই দুখন সাগৰ[৪২] প্ৰবাহিত কৰিছে; এখনৰ পানী মধুৰ, তৃষ্ণা নিবাৰণ কৰিব পৰা; আৰু সিখনৰ পানী লোনা, বেজ্‌বেজীয়া; আৰু দুয়োৰ মাজতে তেওঁ স্থাপন কৰিছে অন্তৰায়[৪৩] আৰু অভেদ্য অৱৰোধ।

৫৫। আৰু পানীৰ পৰা তেওঁ মানৱক সৃজন কৰিছে;[৪৪] তাৰ পিছত

---

৩৯। সুফীসকলে লিখিছে, ৰচুলৰ আগমনৰ অলপ আগতে বহু আল্লা-প্ৰেমিক সকলে ইলহামৰ জৰীয়াত জানিব পাৰে এজন নবীৰ আবিৰ্ভাৱ শীঘ্ৰে হব লগীয়া। বৰষুণৰ আগতে শীতল বতাহ বৰলৈ ধৰে; আল্লাৰ পূৰ্ণ প্ৰত্যাদেশৰ ( ৱহে'ৰ ) আগতে ৱলী-দৰ্‌বেশসকলে ইলহাম পায় শুভসংবাদ ৰূপে।

৪০। মৃত জাতিক নবীয়ে দুনাই জীৱিত কৰে।

৪১। মৌলিক ধৰ্ম্মনীতি সম্বন্ধে আপোচ-মিটমাট হব নোৱাৰে। অৱস্থা বুজি ব্যৱস্থা অইন ঠাইত খাটে, কিন্তু ধৰ্ম্মত নাখাটে। যদি খটাহেতেন প্ৰাণ বিসৰ্জন কৰাৰ ( শ্বহাদতৰ ) কোনো অৰ্থ নাথাকে। এই সংগ্ৰামৰ অস্ত্ৰ হৈছে কোৰান, তৰোৱাল নহয়। অইন-কথাত, ধৰ্ম্ম-প্ৰচাৰ কোৰানৰ নৈতিক আৰু আধ্যাত্মিক শিক্ষাৰ দ্বাৰা হব লাগিব, বল প্ৰয়োগৰ দ্বাৰা নহয়।

৪২। বিশ্বাস-অবিশ্বাস, সত্য-অসত্য, ন্যায়-অন্যায়, পুণ্য-পাপ।

৪৩। চোৱাঁ ওপৰৰ আ: ২৩। তাতো একে শব্দ ব্যৱহাৰ কৰা হৈছে।

৪৪। চোৱাঁ, ২১ : ৩১ ; ২৪ : ৪৬ আৰু টী।

তাৰ কাৰণে আত্মীয় স্থিৰ কৰিছে, ৰক্ত সম্পৰ্কীয় আৰু বিয়াহ সম্বন্ধীয়; আৰু তোমাৰ প্ৰভু সৰ্ব্ব-শক্তিমান।

৫৬। আৰু সিহঁতে আল্লাত ভিন্ন এনেবিলাকৰ পূজা-অৰ্চ্চনা কৰে যিবিলাকে সিহঁতৰ উপকাৰো কৰিব নোৱাৰে, আৰু সিহঁতৰ অপকাৰো কৰিব নোৱাৰে; আৰু যি অবিশ্বাসী সি নিজ প্ৰভুৰ বিৰুদ্ধে (অসত্যক হে) প্ৰশ্ৰয় দিয়ে।

৫৭। আৰু (হে মহম্মদ,) আমি তোমাক প্ৰেৰণ কৰিছোঁ মাথোন আনন্দ-বাৰ্ত্তা বাহকৰূপে আৰু সতৰ্ককাৰীৰূপে।

৫৮। তুমি কোৱাঁ, তোমালোকক বুজনি দিয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতিদান নিবিচাৰোঁ,—ইয়াকে মাথোন বিচাৰোঁ, যাৰ ইচ্ছা সি যেন নিজ প্ৰভুৰ ফাললৈ অগ্ৰগতি হোৱাৰ পথ অৱলম্বন কৰে।[৪৫]

৫৯। আৰু সেই চিৰ-জীৱন্ত আল্লাৰ ওপৰত তুমি ভাৰসা ৰাখাঁ যি অমৰ, আৰু তেওঁৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰাঁ প্ৰশংসাৰে সৈতে; আৰু তেওঁৰ ভৃত্যবিলাকে যি পাপ-কাৰ্য্য কৰে সেই সম্বন্ধে তেওঁ যথেষ্টৰূপে অৱগত।[৪৬]

৬০। তেৱেঁই গগণমণ্ডল আৰু পৃথিৱী, আৰু দুয়োৰে মাজত অৱস্থিত সকলোকে ছয় দিনত[৪৭] সৃষ্টি কৰিলে; তেতিয়া তেওঁ মহা-সিংহাসনত[৪৮] বিৰাজমান হ'ল;[৪৯] তেওঁ পৰম কৰুণাময়; গতিকে তেওঁৰ সম্বন্ধে সেইজনক প্ৰশ্ন কৰাঁ যিজন উত্তমৰূপে অভিজ্ঞ।

৬১। আৰু যেতিয়া সিহঁতক কোৱা হয়, তোমালোকে পৰম কৰুণাময় আল্লাক সাষ্টাঙ্গে প্ৰণিপাত কৰাঁ, সিহঁতে কয়, কিন্তু পৰম কৰুণাময় কাক বুলিছা;

৪৫। কোৰানত এই ধৰণৰ বহু আয়ত আছে যাৰ পৰা স্পষ্টকৈ বুজিব পাৰি, ধৰ্ম্ম-প্ৰচাৰৰ কামত বল প্ৰয়োগ কৰা একেবাৰে নিষিদ্ধ। যুক্তি, প্ৰমাণ, আল্লাৰ নিদৰ্শন তৰোৱালতকৈ অধিকতৰ-চোকা অস্ত্ৰ।

৪৬। সেই দেখি আল্লাই ভালকৈ জানে কোন অপৰাধীক শাস্তি দিব লাগে, আৰু কাৰ অপৰাধ মাৰ্জ্জনা কৰিব লাগে।

৪৭। ছয়টা নিৰ্দ্দিষ্ট যুগত। চোৱাঁ, ৭:৫৪ আৰু টী; ১০:৪; ১১:৮ আৰু টী ৬।

৪৮। চোৱাঁ, ৭:৫৪, টী ৫; ১৩:৩; ২০:৫; ৩২:৫; আৰু ৫৭:৫। আল্লাই মহা-সিংহাসনত প্ৰতিষ্ঠিত বা বিৰাজমান হোৱাৰ অৰ্থ বিশ্বজগতত তেওঁৰ ক্ষমতা বিস্তাৰ, আৰু তেওঁৰ বিধিবিধানৰ ব্যাপক নিয়ন্ত্ৰণ।

৪৯। (১) আল্লাৰ সম্বন্ধে হজ্‌ৰতক (স্ব) প্ৰশ্ন কৰাঁ; (২) হজ্‌ৰতৰ (স্ব) সম্বন্ধে আল্লাক সোধাঁ। দুয়ো অৰ্থ খাটে।

তুমি আমাক আদেশ দিছা বুলিয়ে আমি তেওঁক সাষ্টাঙ্গে প্ৰণিপাত কৰিম নে ? আৰু ( এনে উপদেশ দিয়াত ) সিহঁতৰ ঘৃণা হে বৃদ্ধি হয়।

[ সপ্তম চজ্‌দা ]

## ৰুকু ৬

ইচ্‌লামে মানৱজীৱনত এটা বিপ্লৱ ঘটাইছে ; আল্লাৰ সেৱক-
সকলৰ গুণ বৰ্ণনা আৰু প্ৰতিদান ; বিৰোধী-
বিলাকৰ প্ৰতি মহান শাস্তি।

৬২। আল্লা মঙ্গলময়, যিজনে আকাশত ( নক্ষত্ৰৰ ) ৰাশিচক্ৰসমূহ সৃষ্টি কৰিছে, আৰু তাৰে মাজত সৃষ্টি কৰিছে প্ৰদীপস্বৰূপ সূৰ্য্য আৰু সমুজ্জ্বল চন্দ্ৰ।

৬৩। আৰু যেয়ে উপদেশ গ্ৰহণ কৰিবলৈ ইচ্ছা কৰে অথবা ( আল্লাৰ ) শলাগ লবলৈ কামনা কৰে তাৰ নিমিত্তে তেৱেঁই নিশা আৰু দিনক পৰম্পৰৰ অনুবৰ্ত্তনশীল কৰিছে।

৬৪। আৰু সেইসকলেই করুণাময় আল্লাৰ প্ৰকৃত সেৱক যিসকলে পৃথিৱীত বিনীতভাৱে ভ্ৰমণ কৰে, আৰু যেতিয়া অজ্ঞানবিলাকে তেওঁলোকক সম্বোধন কৰে[৫০] তেওঁলোকে প্ৰত্যুত্তৰত ইয়াকে মাথোন কয়, ( তোমালোকৰ প্ৰতি ) শান্তি[৫১] হওক।

৬৫। আৰু সেইসকলে নিজ প্ৰভুক সাষ্টাঙ্গে প্ৰণিপাত কৰি, আৰু থিয় দি আৰাধনা কৰি নিশা অতিবাহিত কৰে ;

৬৬। আৰু সেইসকলে প্ৰাৰ্থনা কৰে এই বুলি : হে আমাৰ প্ৰভু, নৰকৰ শাস্তি তুমি আমাৰ পৰা আঁতৰাই নিয়া ; নিশ্চয় তাৰ শাস্তি বিষম বেদনা-দায়ক।

৬৭। নিশ্চয় নৰক সদায় থাকিবৰ নিকৃষ্ট স্থান, আৰু জিৰণিৰ জঘন্য ঠাই।

---

৫০। বিদ্ৰূপ কৰে বা জোকাই খং তোলায়।

৫১। বিদ্ৰূপৰ উত্তৰ বিদ্ৰূপৰে নিদিয়ে। দ্বন্দ-হাৰ কলহ-বিবাদৰ পৰা আঁতৰি থকা আৰু শান্তিৰে জীৱন নিৰ্ব্বাহ কৰা হৈছে মুচ্‌লিমৰ কৰ্ত্তব্য। ইচ্‌লাম শব্দৰ মূল অৰ্থয়ে হৈছে শান্তিৰ ধৰ্ম।

৬৮। আৰু ধন ব্যয় কৰোঁতে সেইসকলে অপব্যয় নকৰে আৰু কৃপণতাও নকৰে, বৰং দুয়োৰ মাজতে মধ্যবৰ্ত্তী[৫২] পথ অনুসৰণ কৰে।

৬৯। আৰু সেইসকলে অইনক আল্লাৰ সঙ্গী পাতি উপাস্যৰূপে আহ্বান নকৰে; আৰু আল্লাই যি জীৱ হত্যা কৰিবলৈ নিষেধ কৰিছে[৫৩] সেইসকলে তাক হত্যা নকৰে, ন্যায্য কাৰণ[৫৪] বিনে; আৰু সেইসকলে ব্যভিচাৰ[৫৫] নকৰে; আৰু যেয়ে এনে গৰ্হিত কাৰ্য্য কৰে সি সেই অসৎ কৰ্ম্মৰ উচিত প্ৰতিফল ভোগ কৰিব।

৭০। পুনৰুত্থানৰ দিনা সেই শাস্তি তাৰ নিমিত্তে দুগুণ কৰা হব, আৰু সি লাঞ্ছিত অৱস্থাত নৰকতে বহুকাল পৰি থাকিব,—

৭১। এনেজনৰ বাহিৰে যিজনে অনুতাপ কৰে আৰু বিশ্বাস স্থাপন কৰে, আৰু সজ কাম কৰে; কিয়নো এনেসকলৰ অমঙ্গল আল্লাই মঙ্গলত পৰিণত কৰিব; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

৭২। আৰু যিজনে সন্তাপ কৰে আৰু সজ কাম কৰে, সেইজনে আল্লাৰ ফাললৈ ঘূৰি আহে যিদৰে ঘূৰি অহা শ্ৰেয়ঃ।[৫৬]

৭৩। আৰু সেইসকলে মিছা সাক্ষী নিদিয়ে; আৰু যেতিয়া বৃথা তৰ্ক-বিতৰ্কৰ (মেলৰ) কাষেদি যাব লগীয়া হয়, তেওঁলোকে নিজ মৰ্য্যাদা ৰক্ষা কৰি আঁতৰি যায়।

৭৪। আৰু সেইসকলৰ আগত যেতিয়া নিজ প্ৰভুৰ নিদৰ্শনসমূহ উল্লেখ কৰা হয়, তাকে লৈ তেওঁলোকে ক'লা আৰু অন্ধৰ[৫৭] দৰে ব্যৱহাৰ নকৰে।

---

৫২। চোৰা, ২ : ১৪৪। মুচ্‌লিমক বহু ঠাইত প্ৰত্যেক কামতে মধ্যপন্থী হবলৈ আদেশ দিয়া হৈছে। খৰচ কৰোঁতে মিতব্যয়ী হোৱা উচিত।

৫৩। ইচ্‌লামৰ পূৰ্ব্বে আৰববিলাকৰ মাজত মানুহৰ প্ৰাণৰ মূল্য একোকে নাছিল। প্ৰতিশোধ লোৱাৰ নিয়ম প্ৰচলিত আছিল, (Law of Vendetta)। ইচ্‌লামে হত্যা-প্ৰতিশোধ তুলি দিলে, আৰু মানৱ প্ৰাণৰ অলঙ্ঘনীয়তা আৰু পৱিত্ৰতাৰ ঘোষণা কৰিলে।

৫৪। কোনটো কাৰণ ন্যায্য আৰু কোনটো কাৰণ ন্যায্য নহয় ৰাষ্ট্ৰৰ আদালতে বিচাৰ কৰিব।

৫৫। স্ত্ৰী-পুৰুষ সংক্ৰান্ত নৈতিকতাৰ ওপৰত সমাজৰ স্থিতি। ব্যভিচাৰে পৰিয়ালৰ শান্তি ভঙ্গ কৰে, আৰু পিছত গৈ সামাজিক বান্ধোন চিঙি পেলায়।

৫৬। পাপীৰ নিমিত্তে নিভাঁজ আন্তৰিক অনুতাপৰ দুৱাৰ সতত মুকলি; কিন্তু দুনাই পাপত সি যেন লিপ্ত নহয় তাৰে কঠোৰ যত্ন লোৱা উচিত।

৫৭। আল্লাৰ আয়তসমূহ যেতিয়া পাঠ কৰা হয় তেওঁলোকে মন দি শুনে আৰু মনৰ দৃষ্টিৰে নিদৰ্শন লক্ষ্য কৰে।

৭৫। আৰু সেইসকলে প্ৰাৰ্থনা কৰি থাকে এই দৰে : হে আমাৰ প্ৰভু, আমাৰ পত্নীবিলাকৰ আৰু আমাৰ সন্তান-সন্ততিৰ দ্বাৰা তুমি আমাৰ নয়নসমূহ শীতল কৰা,[৫৮] আৰু আমাক ধৰ্ম্মনিষ্ঠসকলৰ কাৰণে নেতৃত্ব[৫৯] দান কৰা।

৭৬। তেওঁলোকে যে ধৈৰ্য্য ধাৰণ কৰিছিল তাৰ বাবে তেওঁলোকক প্ৰতিদান স্বৰূপ ( স্বৰ্গত বাস কৰিবলৈ ) উচ্চ প্ৰাসাদ[৬০] দিয়া হব, আৰু তাত তেওঁলোকক সম্বৰ্দ্ধনা জনোৱা হব, সম্ভাষণ আৰু শান্তিৰ ( চালামৰ ) সৈতে ;

৭৭। তাতে সেইসকলে বাস কৰিব স্থায়ীৰূপে ; অৱস্থান কৰিবলৈ সেয়ে উত্তম ঠাই আৰু বিশ্ৰামৰো উৎকৃষ্ট স্থান।

৭৮। তুমি ( অবিশ্বাসীবিলাকক ) কোৱা, তোমালোকে যদি মোৰ প্ৰভুৰ উপাসনা নকৰা, তাৰ বাবে তেওঁ তোমালোকক গ্ৰাহ্যকে নকৰে ;[৬১] যিহেতু তোমালোকে স্বৰূপতে ( সত্য ) অস্বীকাৰ কৰিছিলা তাৰ ফলত অদূৰ ভৱিষ্যতে অনিবাৰ্য্য শাস্তি তোমালোকৰ ওপৰত পৰিব।

৫৮। ইচ্‌লামৰ মতে পাৰিবাৰিক জীৱন হৈছে আদৰ্শ জীৱন। ইচ্‌লামৰ ভিতৰত উদাসীনতাৰ স্থান নাই।

৫৯। মন কৰিব লগীয়া এই, আমাক ধৰ্ম্মপৰায়ণ কৰা এই বুলি প্ৰাৰ্থনা কৰা নাই ; প্ৰাৰ্থনা কৰা হৈছে, আমাক ধৰ্ম্মনিষ্ঠসকলৰ নেতা কৰা, অৰ্থাৎ আমি এনেভাৱে জীৱন যাপন কৰিব পাৰো যাতে আমাৰ জীৱন ধৰ্ম্মপৰায়ণ সকলৰ চকুতো আদৰ্শ জীৱন বুলি পৰিগণিত হয়।

৬০। স্বৰ্গৰ উচ্চ স্থান অথবা ওখ প্ৰাসাদ পোৱাৰ অৰ্থ আল্লাৰ সন্নিধানৰ আৰু সন্তুষ্টিৰ পৰম সুখ লাভ কৰা।

৬১। আমাৰ প্ৰাৰ্থনাৰ আমাৰ ৰোজা-নমাজৰ, আল্লাৰ একোকে আৱশ্যক নাই। ধৰ্ম্মৰ ৰীতি-নীতি পালন আমাৰেই উপকাৰৰ নিমিত্তে।

# চুৰা ২৬

# আশ্ব্-শু'অৰা ঃ কৱিবিলাক

## মক্কাত অৱতীৰ্ণ

১১ ৰুকু ; ২২৭ আয়ত

এই চুৰাটি আৰু অহা দুইটি চুৰা, ২৭ আৰু ২৮, হজ্ৰতৰ (স্ব) মক্কা যুগৰ মাজ ভাগত অৱতীৰ্ণ হৈছিল। সেই সময়তে মক্কানিবাসীবিলাকে নতুন ধৰ্ম্ম ইচ্লামৰ ঘোৰ বিৰোধিতা কৰে। আৰু হজ্ৰত মহম্মদক (স্ব) নানা প্ৰকাৰ কষ্ট-ক্লেশ দিয়ে। এই চুৰাত কেইজনমান ৰচুলৰ দৃষ্টান্ত দি আল্লাই হজ্ৰতক (স্ব) শান্ত্বনা দিছে এই বুলি, সত্যৰ বিৰোধী-বিলাকৰ শেষ পৰিণাম কেতিয়াও ভাল হব নোৱাৰে আৰু সত্যৰ জয় সুনিশ্চিত কথা।

ইয়াৰ আগৰ চুৰাত হজ্ৰতক (স্ব) এটা মহান্ স্বতন্ত্ৰতাৰ প্ৰতিশ্ৰুতি দিয়া হৈছে। পাছৰ তিনিটা চুৰাৰ প্ৰতিটোয়েই সেই সত্যৰ বিশ্লেষণ কৰিছে।

হজ্ৰত্ মুচাৰ (আ) বিবৰণ তিনিটা ৰুকু জুৰি উল্লেখ কৰা হৈছে। মিছৰৰ সম্ৰাট ফিৰৌনে নিজ অহঙ্কাৰ আৰু উদ্ধতালিৰ কি ফল পালে? লোহিত সাগৰত সৈন্যবাহিনীৰ সৈতে তেওঁ বুৰি মৰিল। পঞ্চম ৰুকুত হজ্ৰত্ ইব্ৰাহিমৰ (আ) তৌহীদ প্ৰচাৰৰ কথা কোৱা হৈছে। তাৰ পাছৰ পাচোঁটা ৰুকুত নুহ, হুদ, স্বালেহ, লুত আৰু শো'আইবৰ (আ) বিশদ বিবৰণ দিয়া হৈছে।

সামৰণিত অবিশ্বাসীবিলাকে যে কোৰান আল্লাৰ বাণী নহয়, কোনো এজন কৱিৰ ৰচনা বুলি কৈছিল তাৰে প্ৰতিবাদ কৰা হৈছে।

## ৰুকু ১

অবিশ্বাসীবিলাক যেন বিশ্বাসী হয় হজ্ৰতৰ (স্ব) একান্ত কামনা ;
বিদ্ৰূপ কৰোঁতাবিলাকৰ ওপৰত আল্লাৰ শাস্তি পৰিব ;
উৎকৃষ্ট বস্তুৰ সৃজন মানৱৰ কাৰণে।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। ত্বা, চীন, মীম।[১]

১। (১) আল্লাৰ তিনটা গুণৰ চমুকৰণ: ত্বা=ত্বাহিৰ্, পৱিত্ৰ ; চীন=চমী', সৰ্ব্ব শ্ৰোতা ; মীম='আলীম, সৰ্ব্বজ্ঞাতা। (২) ত্বুৰ, চীনা, মুচা। এই চুৰাত মুচাৰ (আ) কথা বেচিকৈ বৰ্ণনা কৰা হৈছে, আৰু পৰবৰ্ত্তী দুই চুৰাতো। দুইটাত ত্বা-চীন-মীম আছে, আৰু এটাত কেৱল ত্বা-চীন। ত্বুৰ পৰ্ব্বতত আল্লাই মুচাক নবুৱত আৰু আদেশ-ফলি দান কৰিছিল।—৭ : ১৪৫, ৬ আৰু ১৫৫।

৩। এইবিলাক সুস্পষ্টকাৰী ধৰ্ম্মগ্ৰন্থৰ[২] আয়তসমূহ।

৪। যিহেতু সিহঁতে বিশ্বাস স্থাপন নকৰে তাৰ কাৰণে সম্ভৱতঃ তুমি তোমাৰ প্ৰাণ হেৰুৱাবলৈ[৩] উদ্যত হৈছা।

৫। আমি ইচ্ছা কৰা হলে আকাশৰ পৰা সিহঁতৰ প্ৰতি এনে নিদৰ্শন নমাই পঠালোঁহেতেন[৪] যাৰ বাবে সিহঁতৰ কণ্ঠবোৰ অৱনত হৈ পৰিলহেতেন।

৬। আৰু করুণাময় আল্লাৰ কাষৰ পৰা সিহঁতলৈ এনে কোনো নতুন[৫] উপদেশ অহা নাই যাৰ পৰা সিহঁত বিমুখ হোৱা নাই।

৭। স্বৰূপতে সত্যক সিহঁতে মিছা বুলি প্ৰত্যাখ্যান কৰিছে ; গতিকে যি কথালৈ সিহঁতে বিদ্ৰূপ কৰিছিল সেয়ে সিহঁতৰ সম্মুখত উপনীত হব ;

৮। সিহঁতে পৃথিৱীৰ ফালে লক্ষ্য নকৰে নে, য'ত আমি নানাবিধ উৎকৃষ্ট উদ্ভিদ উৎপাদন কৰিছোঁ ?

৯। যথাৰ্থতে তাৰ মাজত নিশ্চয় আছে নিদৰ্শন ; কিন্তু সিহঁতৰ সৰহভাগেই বিশ্বাস স্থাপন নকৰে।

১০। আৰু ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰভু সৰ্ব্বশক্তিমান, পৰম দানশীল।

## ৰুকু ২

ফিৰৌনৰ ওচৰলৈ মূচাৰ (আ) সংবাদ বাহন ; ইস্ৰাইলৰ
উদ্ধাৰৰ দাবী ; আল্লাৰ একত্ব আৰু প্ৰভুত্ব ;
মূচাৰ দুইটা বিশেষ নিদৰ্শন।

১১। আৰু (মনত পেলোৱা) যেতিয়া তোমাৰ প্ৰভুৱে মূচাক আহ্বান কৰি কলে, (হে মূচা,) তুমি যোৱা অন্যায়কাৰী লোকবিলাকৰ ওচৰলৈ,—

---

২। কোৰান-মযীদ।

৩। হজৰতে (স্ব) আৰৱ অবিশ্বাসীবিলাকক বিশ্বাসৰ পথলৈ আনিবলৈ যাৰ পৰ নাই চেষ্টা কৰিছিল। কত কষ্ট যে তেওঁ ভোগ কৰিছিল তাৰ অন্ত নাই! তেওঁৰ ব্ৰত আছিল, প্ৰাণ যায় যাওক, কিন্তু তেওঁৰ ভাই-ককাই কোৰেইখে আৰু অইন অবিশ্বাসীবিলাকে যেন ইচ্‌লাম গ্ৰহণ কৰে।

৪। সেই সময় আহিল বদৰৰ যুদ্ধৰ দিনা, আৰু তাৰো পিছত মক্কা-বিজয়ৰ দিনা।

৫। মানুহৰ প্ৰকৃতি আৰু প্ৰবৃত্তি এনে যে সি অতীত ধৰ্মত চলিবলৈ ভাল পায়, কিয়নো নতুন ধৰ্ম গ্ৰহণ কৰিলে অলেখ বাধা-বিঘিনিৰ সৃষ্টি হয় ;

১২। ফিৰৌনৰ জাতিলৈ,—সিহঁত ধৰ্ম্মপৰায়ণ নহব নে ?

১৩। তেওঁ কলে, হে মোৰ প্ৰভু, সচাকৈয়ে মই ভয় কৰোঁ, জানোচা সিহঁতে মোক মিছলীয়া ভাবি অগ্ৰাহ্য কৰে।

১৪। আৰু ( মই আশঙ্কা কৰোঁ ) মোৰ হিয়া[৬] সঙ্কীৰ্ণ হৈ পৰিব, আৰু মোৰ জিভা[৭] ( কথা কওঁতে ) খকজা লাগিব ; গতিকে হাৰুনৰ[৮] প্ৰতিও ( মোৰ লগতে যাবলৈ ) আদেশ প্ৰেৰণ কৰা।

১৫। তদুপৰি মোৰ বিৰুদ্ধে সিহঁতৰ এটা ( গুৰুতৰ ) অভিযোগ[৯] আছে ; তাৰ কাৰণে মই ভয় কৰোঁ সিহঁতে সুযোগ পাই মোক বধ কৰিব।

১৬। আল্লাই কলে, এনে হব নোৱাৰে ; এতিয়া তোমালোক দুয়ো যাত্ৰা কৰা আমাৰ নিদৰ্শনসমূহৰে সৈতে ;[১০] আমি নিশ্চয় তোমাৰ লগতে থাকি ( সকলো কথা ) শুনি থাকিম।

১৭। গতিকে তোমালোক উভয়ে ফিৰৌনৰ ওচৰলৈ গৈ ইয়াকে কোৱা, নিশ্চয় আমি সেইজনৰ প্ৰেৰিত ৰচুল যিজন বিশ্বজগতৰ প্ৰতিপালক।

১৮। ( আল্লাৰ এই আদেশ, ) বনি-ইস্ৰাইলক তুমি আমাৰ লগতে ওলাই যাবলৈ দিয়াঁ।

১৯। ( মুচাই গৈ এই বাৰ্ত্তা দিয়াত ) ফিৰৌনে কলে, আমি তোমাক আমাৰ মাজতে ৰাখি লৰাকালৰ পৰা ডাঙৰ দীঘল কৰা নাই নে ? আৰু তোমাৰ জীৱনৰ ভালেমান বছৰ আমাৰ মাজতে তুমি অতিবাহিত কৰা নাই নে ?

৬। চোৱা ১৫ : ৯৮। হিয়া সঙ্কীৰ্ণ হোৱাৰ অৰ্থ সাহ নোহোৱা। মুচাই ( আ ) ফিৰৌনৰ ওচৰলৈ যোৱাৰ আগতে প্ৰাৰ্থনা কৰিছিল, হে মোৰ প্ৰভু, মোৰ হিয়া প্ৰশস্ত কৰা। চোৱা ২০ : ২৬ আৰু টী ১৭। ৯৪ চুৰাত আল্লাই হজ্ৰত মহম্মদক ( ছ ) সম্বোধন কৰি একে ভাষা ব্যৱহাৰ কৰিছে—হে মহম্মদ, মই তোমাৰ হিয়া প্ৰশস্ত কৰা নাই নে ? আৰু এঠাইত ( ৬ : ১২৭ ) হিয়া প্ৰশস্ত হোৱা আৰু সঙ্কীৰ্ণ হোৱা দুইৰেঁ উল্লেখ আছে ; এই সম্বন্ধে ১১২ টীকা দ্ৰষ্টব্য।

৭। চোৱা, ২০ : ২৮, আৰু টী ১৮।

৮। চোৱা, ২০ : ৩০, ৩১ ; ২৮ : ৩৫, ৩৪।

৯। মিছৰীয়া এজনে এজন ইস্ৰাইলী মানুহৰ লগত কিলাকিলি কৰা দেখি মুচাই (আ) ইস্ৰাইলীজনক সহায় কৰিছিল। তেওঁৰ কিলৰ আঘাতত মিছৰীয়াজন মৃত্যুৰ মুখত পৰিল, যদিও তেওঁৰ তাক হত্যা কৰিবৰ মুঠেই অভিপ্ৰায় নাছিল। ধৰা পৰাৰ ভয়তে মুচা ৰাজ-প্ৰাসাদৰ পৰা পলাই গৈছিল। চোৱা, ২ : ৪১ ; ২৬ : ২০-২২ ; ২৮ : ১৬।

১০। চোৱা, ২০ : ৪২-৪৫।

২০। আৰু যি দোষ কৰিলা তুমি কৰিলায়ে, তথাপি তুমি সেইবিলাকৰ অন্তৰ্গত হ'লা যিবিলাকে কৃতজ্ঞতা স্বীকাৰ নকৰে।

২১। তেওঁ কলে, অৱশ্যে মই সেই দোষ কৰিছিলোঁ, কিন্তু জানি শুনি কৰা নাই।[১১]

২২। সেইকাৰণে তোমালোকৰ ভয়তে তোমালোকৰ কাষৰ পৰা মই পলাই গৈছিলোঁ।[১২] অৱশেষত মোৰ প্ৰভুৱে মোক তত্ত্বজ্ঞান দান কৰিলে, আৰু মোক ৰচুলসকলৰ দলত ভুক্ত কৰিলে।

২৩। আৰু মোৰ প্ৰতি যি অনুগ্ৰহ কৰিলা বুলি এতিয়া মোক সোঁৱৰাইছা তাৰ বাবে তুমি ইস্ৰাইল-সন্ততিক দাসত্বৰ বান্ধোনেৰে বান্ধি ৰাখিছা নে কি?[১৩]

২৪। ফিৰৌনে কলে, যি বিশ্বজগতৰ প্ৰতিপালকৰ তুমি কথা কলা তেওঁ নো কোন?

২৫। মুচাই উত্তৰ দিলে, আকাশমণ্ডলী আৰু পৃথিৱীৰ আৰু উভয়ৰ মাজত যি অৱস্থিত সকলোৰে তেৱেঁই প্ৰতিপালক, যদিহে তোমালোকে নিশ্চিতৰূপে বিশ্বাস কৰা।

২৬। ফিৰৌনে তেওঁৰ কাষৰ মানুহবিলাকক কলে, (মুচাৰ কথা) তোমালোকে শুনি পোৱা নাই নে?

২৭। মুচাই কলে, তেওঁ তোমালোকৰ প্ৰভু, আৰু তোমালোকৰ পূৰ্ব্বগামী পিতৃপুৰুষসকলৰো প্ৰভু।

২৮। ফিৰৌনে (বিষয়াবিলাকক) কলে, চোৱাঁ, তোমালোকৰ প্ৰতি যিজন ৰচুলক প্ৰেৰণ কৰা হৈছে নিশ্চয় সেইজন উন্মাদ।[১৪]

১১। 'দ্বাল' শব্দৰ সাধাৰণ অৰ্থ হৈছে, পথ-ভ্ৰষ্ট, বিভ্ৰান্ত। এই স্থলত ইয়াৰ অৰ্থ অজ্ঞাত, নজনা। মুচাৰ (আ) জনা নাছিল যে তেওঁৰ কিল খাই তাৰ মৃত্যু হব। তথাপি তেওঁৰ ডাঙৰ দোষ হৈছিল ইয়াত সন্দেহ নাই। তাৰ বাবে তেওঁ আল্লাৰ ওচৰত ক্ষমা ভিক্ষা কৰিছিল। চোৱাঁ, ২৮ : ১৭।

১২। তেওঁ মিছৰৰ পৰা মিদ্য়নলৈ পলাই গৈছিল। চোৱাঁ, ২০ : ৪১; ২৮ : ২১—২৪।

১৩। মোৰ প্ৰতি তোমাৰ প্ৰচুৰ অনুগ্ৰহ; মই স্বীকাৰ কৰোঁ আৰু মই তোমাৰ শলাগ লৈছোঁ। কিন্তু বনি-ইস্ৰাইলৰ প্ৰতি তুমি যি অত্যাচাৰ কৰিছা, তাৰ পৰা উদ্ধাৰ কৰিবলৈ হে আল্লাই মোক পঠাইছে।

১৪। নবীসকলৰ বিৰোধীবিলাকে তেওঁলোকক সদায় 'উন্মাদ', 'উন্মত্ত' বুলি কয়। হজ্ৰত মহম্মদকো (স্ব) তেওঁৰ শত্ৰুবিলাকে 'মযনুন' কৈছিল, ১৫ : ৭; ৩৭ : ৩৭; ৪৪ : ১৫; ৬৮ : ৩।

২৯। মুচাই কলে, পূৰ্ব্ব আৰু পশ্চিমৰ[১৫] আৰু উভয়ৰ মাজত যি অৱস্থিত সকলোৰে তেৱেঁই প্ৰভু, যদিহে তোমালোকৰ বোধশক্তি থাকে।

৩০। ফিৰৌনে ক'লে, যদি তুমি মোত ভিন্ন আন উপাস্যক গ্ৰহণ কৰা,[১৬] তেন্তে ইয়াত কোনো সন্দেহ নাই মই তোমাক বন্দীবিলাকৰ অন্তৰ্গত কৰিম।

৩১। মুচাই কলে, মই তোমাৰ আগত সুস্পষ্ট প্ৰমাণ উপস্থিত কৰিলেও ( মোক বন্দী কৰিবা নে ? )

৩২। ফিৰৌনে কলে, ভাল, তুমি তেনে প্ৰমাণ উপস্থিত কৰা, যদিহে তুমি সত্যবাদীবিলাকৰ মাজৰ।

৩৩। তেতিয়া তেওঁ নিজৰ লাখুটিডাল নিক্ষেপ কৰিলে ; নিক্ষেপ কৰা মাত্ৰ সেইডাল দেখাকৈ সাপত পৰিণত হ'ল।[১৭]

৩৪। তাৰ উপৰি তেওঁ নিজৰ হাত এখন মেলিলে ; চোৱাঁ, হাতখন দৰ্শন কৰোঁতাবিলাকৰ চকুত সমুজ্জ্বল হৈ পৰিল।[১৮]

# ৰুকু ৩

সম্ৰাট ফিৰৌনৰ দৰবাৰত মুচাৰ ( আ ) ধৰ্ম্ম প্ৰচাৰ ; সত্যৰ সম্মুখত যাদুক্ৰিয়াৰ স্থিতি নাই : শেহত যাদুকৰবিলাকৰ সত্য ধৰ্ম্ম গ্ৰহণ।

৩৫। ফিৰৌনে তেওঁৰ আশে-পাশে থকা প্ৰধান পাৰিষদবিলাকক কলে, কোনো সন্দেহ নাই, এওঁ এজন নিপুণ যাদুকৰ ;

---

১৫। অৰ্থাৎ বিশ্বব্ৰহ্মাণ্ডৰ প্ৰভু। অইন ঠাইত ( ৭ : ১৩৮ ; ৭০ : ৪১ ) বহু-বচন ব্যৱহাৰ কৰা হৈছে, পূৰ্ব্ব সমূহ আৰু পশ্চিম সমূহ। আৰু এঠাইত ( ৩৭ : ৫ ) কেৱল 'পূৰ্ব্ব-সমূহ'ৰ উল্লেখ কৰা হৈছে।

১৬। সেই সময়ত মিছৰ দেশত মূৰ্ত্তিপূজা, জন্তুপূজা, বিশেষকৈ শক্তিপূজাৰ প্ৰচলন আছিল। ফিৰৌন মিছৰীয়াবিলাকৰ চকুত শক্তিৰ প্ৰতিৰূপ আছিল।

১৭। চোৱাঁ, ৭ : ১০৮, টী ৯৯। আৰু চোৱাঁ, ২০ : ১৯-২২।

১৮। ৭ : ১০৯, টী ১০০ ; ২০ : ২৩, ৪।

৩৬। তেওঁ তোমালোকক নিজ দেশৰ পৰা উলিয়াই দিবলৈ সঙ্কল্প কৰিছে ঃ নিজ যাদুৰ বলেৰে ; এতিয়া তোমালোকে কি পৰামৰ্শ দিয়া ?

৩৭। সিহঁতে কলে, তেওঁক আৰু তেওঁৰ ভ্ৰাতাক ( কিছুকাল ) অপেক্ষা কৰিবলৈ দিয়া, আৰু ( ইয়াৰ মাজতে ) নগৰসমূহলৈ মানুহ-চপাওঁতা কিছুমানক পঠিয়াই দিয়া,

৩৮। যাতে সিহঁতে প্ৰত্যেক অভিজ্ঞ নিপুণ যাদুকৰক তোমাৰ ওচৰলৈ লৈ আহে।

৩৯। অৱশেষত এটা স্থিৰীকৃত দিনৰ নিৰ্দ্দিষ্ট[২০] সময়ত যাদুকৰবিলাকক সমবেত কৰা হ'ল ;

৪০। আৰু জনসাধাৰণকো জাননী দিয়া হ'ল, তোমালোকেও সমবেত হবা নে ?[২১]

৪১। ( তেন্তে তোমালোকো উপস্থিত থাকিবা ) যাতে আমি যাদুকৰবিলাকৰ অনুগামী হব পাৰোঁ, যদিহে সিহঁতে জয়লাভ কৰে।

৪২। যাদুকৰবিলাক আহিয়ে ফিৰৌনক সুধিলে, আমি যদি জয়ী হব পাৰোঁ, সচাকৈয়ে আমি পুৰস্কাৰ[২২] লাভ কৰিম নে ?

৪৩। তেওঁ কলে, নিশ্চয় ; তদুপৰি ইয়াত কোনো সন্দেহ নাই, তোমালোকে ( তেতিয়া ) মোৰ সন্নিধানৰ ভাজনসকলৰ মাজৰ হবা।

৪৪। মুচাই সিহঁতক কলে, তোমালোকৰ যিহকে পেলাবৰ ইচ্ছা তাকে পেলোৱা।[২৩]

---

১৯। ফিৰৌনৰ উদ্দেশ্য, মুচাৰ বিৰুদ্ধে ৰাজ্যৰ বিদ্ৰোহী হোৱাৰ অভিযোগ আনি পৰিষদৰ সদস্যবিলাকক উত্তেজিত কৰা। তেওঁ সিহঁতক কৈছিল, মুচাৰ ইচ্ছা হৈছে তোমা-লোকক দেশৰ পৰা খেদাই ইস্ৰাইলক লৈ নিজে ৰাজপাট কৰে।

২০। সিহঁতৰ পৰ্ব্বৰ তিথিৰ দিনা, পূৰ্ব্বাহ্ণত। চোৱা, ২০ : ৬০।

২১। যাদুৰ প্ৰতিদ্বন্দ্বিতা পৰিদৰ্শন কৰিবলৈ।

২২। যাদুকৰবিলাকৰ নিচিনা ধৰ্ম্ম-যাজকবিলাকৰো অৰ্থৰ লোভ যথেষ্ট আছিল। টকা নোলোৱাকৈ কোনো কামতেই হাত নিদিছিল।

২৩। এইখিনিতে আমি এই শিক্ষা লব পাৰোঁ যে ধৰ্ম্ম বিষয়ে তৰ্ক হলে আক্ৰমণ প্ৰথমে নকৰি আত্মৰক্ষা হে কৰিব লাগে।'—মৌ মুৰুদ্দিন।

৪৫। তেতিয়া সিহঁতে নিজৰ জৰিবোৰ আৰু নিজৰ লাখুটিবোৰ পেলাই এটা চিঞৰ মাৰিলে, ফিৰৌনৰ ক্ষমতাৰ[২৪] গুণে নিশ্চয় আমিয়ে জয় লাভ কৰিম।

৪৬। তাৰ পিছত মুচাই নিজা লাখুটিডাল নিক্ষেপ কৰিলে; চোৱা, সিহঁতে যি মিছা কৌশল[২৫] দেখুৱাইছিল গোটেইবোৰকে ই (সাপ হৈ) গ্ৰাস কৰিব লাগিলে।

৪৭। তাকে দেখি যাদুকৰবিলাক সাষ্টাঙ্গে প্ৰণিপাত কৰিবলৈ বাধ্য হ'ল।

৪৮। সিহঁতে স্বীকাৰ কৰিলে, আমি বিশ্বাস স্থাপন কৰিলোঁ[২৬] বিশ্বজগতৰ প্ৰতিপালকৰ প্ৰতি,

৪৯। যিজন মুচা আৰু হাৰুনৰ প্ৰভু।

৫০। ফিৰৌনে কলে, কি! মই তোমালোকক অনুমতি নৌ দিওঁতে তোমালোকে তেওঁত বিশ্বাস স্থাপন কৰিলা নে? এই জনেই তোমালোকক যাদুবিদ্যা শিকাইছে; তেৱেঁই নিশ্চয় তোমালোকৰ দলপতি[২৭]; আগলৈ নিশ্চয় তোমালোকে জানিব পাৰিবা। কোনো সন্দেহ নাই, মই তোমালোকৰ হাতবোৰ আৰু তোমালোকৰ ভৰিবোৰ বিপৰীতফালৰ পৰা কাটি পেলাম, আৰু তোমালোক সকলোকে মই নিশ্চয় পেৰেঙনিত বান্ধি মাৰিম।

৫১। সিহঁতে কলে, একো ভয় নাই;[২৮] (এনেও এদিন) নিজ প্ৰভুৰ ফাললৈ আমি উভতি যাব লাগিবই।

৫২। আমাৰ এয়ে আকাঙ্ক্ষা, আমাৰ প্ৰভুৱে যেন আমাৰ অপৰাধসমূহ মাৰ্জ্জনা কৰে; বাস্তৱিকতে বিশ্বাসীসকলৰ মাজত আমিয়ে হৈছোঁ আগুৱান।

---

২৪। অৰ্থাৎ, ফিৰৌনৰ সম্মান, মৰ্য্যাদাৰ শপত, আমিহে জয়ী হম। আল্লাৰ নাম নলৈ ফিৰৌনৰ নামহে ল'লে।

২৫। চকুত বান মাৰি যাদুৰ যি ক্ৰিয়া দেখুৱাইছিল।

২৬। চোৱা, ৭: ১২২ আৰু টী। নিদৰ্শনৰ অলৌকিকতা দেখি যাদুকৰবিলাকৰ কিছুমানে আল্লাত বিশ্বাস স্থাপন কৰিলে, কিন্তু অহঙ্কাৰী ফিৰৌনৰ এই সৌভাগ্য নহল।

২৭। চোৱা, ৭: ১২৪, ৫। তোমালোকে মুচাৰ ষড়যন্ত্ৰত যোগ দি ৰাজ্যদ্ৰোহীৰ সমুচিত শাস্তিৰ উপযোগী হ'লা।

২৮। যিবিলাকে আগতে ফিৰৌনৰ পৰা পুৰস্কাৰ বিচাৰিছিল, বিশ্বাস স্থাপনৰ পাছত সেইবিলাকেই কি বিস্ময়কৰ বীৰত্ব দেখুৱাইছিল!

# ৰুকু ৪

মুচা ( আ ) আৰু তেওঁৰ অনুগামী ইস্ৰাইলসকল সাগৰ পাৰ হ'ল,
আৰু ফিৰৌনৰ দল বুৰি মৰিল ; কেনান দেশ
আল্লাই বনি-ইস্ৰাইলক দান কৰিলে।

৫৩। আৰু আমি মুচাৰ প্ৰতি প্ৰত্যাদেশ কৰিলোঁ, নিশা থাকোঁতেই তুমি মোৰ ভৃত্যবিলাকক[২৯] লগত লৈ ( মিছৰৰ পৰা ) উলাই যোৱাঁ, কিয়নো নিশ্চয় তোমালোকৰ অনুসৰণ কৰা হব।

৫৪। পিছত ফিৰৌনে নগৰসমূহলৈ দূত কিছুমানক পঠালে, ( এই কথা প্ৰচাৰ কৰিবলৈ )—

৫৫। ইহঁত ( বনি-ইস্ৰাইল ) এটা তাকৰীয়া সামান্য দল মাত্ৰ ;

৫৬। আৰু ইয়াত একো সন্দেহ নাই, সিহঁতে ( বিৰোধী হৈ ) আমাৰ ক্ৰোধ উদ্ৰেক কৰিছে ;

৫৭। কিন্তু আমি সকলো নিশ্চয় সতৰ্ক হৈ আছোঁ ;[৩০]

৫৮। সেই দেখি আমি সিহঁতক উলিয়াই দিছোঁ উদ্যানসমূহ আৰু জুৰিবিলাকৰ পৰা ;

৫৯। আৰু ধনৰ বহু ভঁৰাল আৰু সম্মানজনক বাসস্থানৰ পৰা।[৩১]

৬০। ঘটনা এইদৰে ঘটিছিল। আৰু ( কালক্ৰমে ) আমি ইস্ৰাইলৰ সন্তান-সন্ততিক সেই অনুৰূপ দেশৰ[৩২] উত্তৰাধিকাৰী কৰিলোঁ।

---

২৯। চোৱাঁ, ৪৪ : ২৪। বনি-ইস্ৰাইলক লোহিত সাগৰৰ সিপাৰে লৈ যোৱাঁ।

৩০। সিহঁতৰ সংখ্যা লঘু হলেও সিহঁতক তুচ্ছ জ্ঞান কৰিব নালাগে। হব পাৰে সিহঁতে উভতি আহি যুদ্ধবিগ্ৰহৰ আয়োজন কৰে। গতিকে আমি সতৰ্ক হৈ থকা আৱশ্যক।

৩১। চোৱাঁ, ৪৪ : ২৬-২৯। আঃ ৫৮ আৰু ৫৯ কাৰ উক্তি এই সম্বন্ধে দুটা মত আছে। (১) ফিৰৌনৰ উক্তি ; আমি ইস্ৰাইলক দেশৰ পৰা উলিয়াই দিছোঁ। (২) আল্লাৰ কথা, ফিৰৌনৰ বংশই বনি-ইস্ৰাইলক মিছৰৰ পৰা উলিয়াই দিয়াৰ কাৰণে আমি মিছৰ দেশ হস্তান্তৰ কৰিলোঁ।

৩২। পেলেষ্টাইন, কেনান দেশ। বাইবেলত সেই দেশকে 'গাখীৰ আৰু মধুৰে ওপচি পৰা দেশ' বুলিছে। বনি-ইস্ৰাইলে মিছৰ দেশৰ আধিপত্য লাভ কৰা নাছিল। আল্লাই তেওঁলোকক প্ৰতিশ্ৰুত দেশৰ অধিপতি কৰিছিল, অৰ্থাৎ কেনান দেশ।

৬১। পিছত বেলি ওলোৱাৰ সময়ত সিহঁতে ( ফিৰৌনৰ দলে ) সিহঁতক ( মুচাৰ অনুগামীবিলাকক ) খেদি গৈছিল।

৬২। ইদলে সিদলক দেখা পালত মুচাৰ লগৰীয়াবিলাকে কলে, সচাকৈয়ে এতিয়া আমি ধৰা পৰিলোঁ!

৬৩। তেওঁ কলে, কেতিয়াও এনে হব নোৱাৰে; নিশ্চয় মোৰ প্ৰভু মোৰ লগতে আছে;[৩৩] তেৱেঁই মোক অনতিবিলম্বে সঠিক বাটেদি লৈ যাব।

৬৪। সেই সময়তে আমি মুচাৰ প্ৰতি প্ৰত্যাদেশ কৰিলোঁ, তুমি নিজৰ লাখুটিডালেৰে সাগৰত আঘাত কৰা। মুচাই তেনে কৰাত সাগৰ ফাটি পৰিল, আৰু প্ৰতিটো অংশই প্ৰকাণ্ড টিপৰ আকাৰ ধাৰণ কৰিলে।[৩৪]

৬৫। আৰু আমি ফিৰৌনৰ দলকো সেই ঠাইৰ ওচৰলৈ আনিলোঁ।

৬৬। আৰু মুচাক আৰু তেওঁৰ লগৰীয়াসকলক আমি উদ্ধাৰ কৰিলোঁ।

৬৭। আৰু আনবিলাকক আমি সাগৰত বুৰাই মাৰিলোঁ।

৬৮। এই ঘটনাত যে আল্লাৰ নিদৰ্শন আছে ই নিসন্দেহ, কিন্তু সিহঁতৰ সৰহ ভাগেই বিশ্বাস স্থাপন কৰা নাছিল।

৬৯। আৰু ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰভু যথাৰ্থতে শক্তিসম্পন্ন, পৰম দানশীল।

---

৩৩। মুচাৰ ( আ ) প্ৰতিৰূপ হজ্ৰত মহম্মদকো ( স্ব ) কোৰেইশে দেশ ত্যাগ কৰিবলৈ বাধ্য কৰিছিল, আৰু মদিনালৈকে মুচ্লিম দেশত্যাগীসকলৰ অনুসৰণ কৰিছিল। সিহঁতৰ পৰিণামো একেই হ'ল। এই প্ৰসঙ্গত উল্লেখ কৰিব লগীয়া, শত্ৰু যেতিয়া ছোৰ গুহাৰ ওচৰ পাইছিল হজ্ৰতে ( স্ব ) আবু বকৰক ( ৰ ) কৈছিল, ভয় নকৰিবা আল্লা আমাৰ লগতে আছে; কিন্তু ফিৰৌনৰ দল ওচৰ পাওঁতে মুচাই ( আ ) কৈছিল, আল্লা মোৰ লগতে আছে। পাৰ্থক্যৰ তাৎপৰ্য্য এই, আধ্যাত্মিকৰূপে হজ্ৰত মহম্মদ ( স্ব ) মুচাতকৈ ( আ ) বহু ওপৰত। —৯ : ৪১।

৩৪। চোৰা, ২০ : ৭৮। ত'ত এইদৰে উল্লেখ আছে—'সেইবিলাক যেন পাৰ হব পাৰে এনে এটা শুকান বাট সাগৰৰ মাজত আঘাত কৰি বিচাৰি লোৱা।' চোৱা সেই আয়তৰে টী ৪৪।

# ৰুকু ৫

হজৰত ইব্ৰাহিমৰ (আ) তৌহীদ প্ৰচাৰ; তেওঁৰ প্ৰাৰ্থনা; এক আল্লাৰ উপাসকসকলৰ বাসস্থান স্বৰ্গ, আৰু বহু ঈশ্বৰবাদীবিলাক হব নৰকৰ অধিবাসী।

৭০। আৰু তুমি সিহঁতৰ আগত ইব্ৰাহিমৰ আখ্যান ব্যক্ত কৰা,—

৭১। যেতিয়া তেওঁ আপোন দদায়েক[৩৫] আৰু নিজ জাতিক প্ৰশ্ন কৰিছিল, তোমালোকে কাৰ উপাসনা কৰা ?

৭২। সিহঁতে উত্তৰ দিলে, আমি উপাসনা কৰোঁ প্ৰতিমাবিলাকৰ; আৰু আমি সততে সেইবিলাকৰেই শৰণীয়া হৈ আছোঁ।

৭৩। তেওঁ কলে, তোমালোকে যেতিয়া সিহঁতক আহ্বান কৰা, সিহঁতে তোমালোকৰ কথা শুনি পায় নে ?[৩৬]

৭৪। নাইবা সিহঁতে তোমালোকৰ উপকাৰ অথবা অপকাৰ সাধন[৩৭] কৰে নে ?

৭৫। সিহঁতে কলে, নহয়; আমি নিজ পিতৃপুৰুষসকলক এনে ভাৱে উপাসনা কৰা দেখা পাইছোঁ[৩৮]।

৭৬। তেওঁ কলে, তোমালোকে চিন্তা কৰি চাইছা নে, কাৰ পূজা-অৰ্চ্চনা কৰিছা—

---

৩৫। চোৰা, ৬ : ৭৬। আৰবী শব্দ আব্ বাপেক বা দদায়েক দুয়োকে বুজায়। চোৰা, ৬ : ৭৬ আৰু টী ৬৫।

৩৬। হজৰত ইব্ৰাহিমৰ প্ৰশ্নৰ অৰ্থ হৈছে, আল্লাই আমাৰ প্ৰাৰ্থনা শুনে আৰু গ্ৰহণ কৰে; যি উপাস্যই আমাৰ প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ নিদিয়ে বা দিব নোৱাৰে সি উপাসনাৰ যোগ্য নহয়। অলী আৰু নবীসকলে আল্লাৰ সৈতে বাক্যালাপ কৰে: তেওঁলোকক ইল্‌হাম আৰু অহে দ্বাৰা আল্লাই অনুগৃহীত কৰে।

৩৭। আমাৰ সুখ-দুখৰ গৰাকী আল্লা। আল্লাই আমাক সুখ-সন্তোষ দিয়ে, আৰু তেৱেঁ কষ্টতো পেলায়; সেই কষ্টও আমাৰে মঙ্গলৰ নিমিত্তে।

৩৮। মানুহ ধৰ্মসম্পৰ্কীয় ৰীতি-নীতি আগৰ দৰে ৰাখিবলৈ আগ্ৰহান্বিত, কিন্তু সামাজিক, আৰ্থিক, আৰু ৰাজনৈতিক বিষয়ে পৰিবৰ্ত্তন বিচাৰি থাকে। সেই দেখি ধৰ্ম-সংস্কাৰ অতি কঠিন কাম। তেনে কাম কৰিবলৈ আল্লাই নবীক বিশেষ শক্তি দিয়ে।

৭৭। তোমালোক নিজে, আৰু তোমালোকৰ পূৰ্ব্বগামী পিতৃ-পুৰুষবিলাকে ?

৭৮। আৰু নিশ্চয় সেইবিলাকেই মোৰ শত্ৰু,[৩৯] বিশ্বজগতৰ প্ৰতিপালকত ভিন্ন ;

৭৯। তেৱেঁই মোক সৃজন কৰিছে ; তাৰ পিছত তেৱেঁই মোক সুপথ প্ৰদৰ্শন কৰিছে ;

৮০। আৰু তেৱেঁই মোক অন্ন দিয়ে খাবলৈ, আৰু মোক পানী দিয়ে পান কৰিবলৈ ;

৮১। আৰু যেতিয়া মই নৰিয়াত পৰোঁ,[৪০] তেৱেঁই মোক সুস্থ কৰে ,

৮২। আৰু তেৱেঁই মোৰ মৃত্যুৰ বিধান কৰিব ; তাৰ পিছত তেৱেঁই মোক ( পুনৰায় ) জীৱন দান কৰিব ;

৮৩। আৰু মই ইয়াকে অভিলাষ কৰোঁ, শেষ বিচাৰৰ দিনা তেৱেঁই যেন মোৰ অপৰাধসমূহ[৪১] মাৰ্জ্জনা কৰে।

৮৪। হে মোৰ প্ৰভু, মোক পৰমাৰ্থিক[৪২] জ্ঞান দান কৰা ; আৰু ধৰ্ম্মপৰায়ণ সকলৰ সৈতে মোক সম্মিলিত কৰা ;

৮৫। আৰু পৰবৰ্ত্তীবিলাকৰ মাজত সত্যৰ সৈতে মোৰ সুনাম[৪৩] বিস্তৃত কৰা ;

---

৩৯। কিয়নো সিইঁত আল্লাৰ শত্ৰু ; অসত্য সত্যৰ শত্ৰু। হজৰত ইব্ৰাহিমে ( আ ) মানৱক তৌহীদৰ শিক্ষা দিছিল। ইচ্‌লামৰ উৎপত্তি ইব্ৰাহিমৰ ( আ ) ধৰ্ম্মৰ পৰা। চোৱা, ৩ : ৬৮ ; আৰু ৬ : ১৬৩।

৪০। এইখিনিতে সুফীসকলে লিখিছে, ইব্ৰাহিমে ( আ ) ইয়াত আল্লাৰ যথোচিত সম্মান ( আদব্‌ ) দেখুৱাইছে। তেওঁ কৈছে ৰোগ নিজৰ পৰা, আৰোগ্য আল্লাৰ পৰা ; প্ৰকৃততে দুয়ো আল্লাই দিয়ে।

৪১। ইচ্‌লামৰ মতে সকলো নবী মা'ছুম্, অৰ্থাৎ পাপৰ পৰা মুক্ত। ইব্ৰাহিমৰ ( আ ) 'অপৰাধ' পাপ নহয়, সামান্য দোষ যি মানুহ মাত্ৰৰে থাকে। হজৰত মহম্মদক ( স্ব ) এঠাইত ( ৪০ : ৫৫ ) আল্লাই আদেশ দিছে, 'তুমি নিজৰ অপৰাধৰ কাৰণে ক্ষমা ভিক্ষা কৰা'। এই ঠাইত 'খতা', সেই ঠাইত 'জম্ব্‌'—দুয়োৰ একে অৰ্থ।

৪২। এই তত্ত্বজ্ঞানকে সুফী সকলে 'ইৰ্‌ফানে-এলাহী' বা সংক্ষেপে 'মাৰেফত্‌' বোলে।

৪৩। চোৱা, ১৯ : ৫১। প্ৰকৃত তৌহীদৰ প্ৰৱৰ্ত্তক স্বৰূপে ইহুদী, খৃষ্টিয়ান, আৰু মুচ্‌লিম্ সকলোৱে হজৰত ইব্ৰাহিমক সম্মান কৰি আহিছে। মুচ্‌লিম ধৰ্ম্মসাহিত্যত তেওঁক আবুল্-আম্বিয়া, অৰ্থাৎ নবীসকলৰ পিতৃ বোলা হয়।

৮৬। আৰু বিনন্দীয়া উদ্যানৰ যিসকল উত্তৰাধিকাৰী মোক সেইসকলৰ অন্তৰ্ভুক্ত কৰা ;

৮৭। আৰু মোৰ দদাইকো ক্ষমা দান কৰা, কিয়নো তেওঁ সচাকৈয়ে যিবিলাক ভ্ৰান্তিত[৪৪]পৰি আছে সেই বিলাকৰেই মাজৰ এজন ;

৮৮। আৰু পুনৰুত্থানৰ দিনা সকলো মানৱৰ আগত মোক লাঞ্ছিত নকৰিবা,—

৮৯। যিদিনা ধন-সম্পত্তি আৰু সন্তান-সন্ততি কোনো কামতেই নালাগিব—

৯০। সেইজনক এৰি যিজন নিৰ্ম্মল, প্ৰশান্ত[৪৫] অন্তঃকৰণ লৈ আল্লাৰ সম্মুখত উপস্থিত হব ;

৯১। আৰু ধৰ্ম্মপৰায়ণসকলৰ কাৰণে স্বৰ্গোদ্যান ওচৰ চপাই[৪৬] নিয়া হব,

৯২। আৰু নৰক বিপথগামীবিলাকৰ সম্মুখলৈ অনা হব ;

৯৩। আৰু সিহঁতক প্ৰশ্ন কৰা হব, সেইবিলাক ( আজি ) ক'ত যিবিলাকৰ তোমালোকে পূজা-অৰ্চ্চনা কৰিছিলা,

৯৪। আল্লাক এৰি ? সিহঁতে তোমালোকক সহায় কৰিব নে, নাইবা সিহঁতে নিজকেই সহায় কৰিব পাৰিব নে ?

৯৫। তেতিয়া সেই নৰকতে সিহঁতক নিক্ষেপ কৰা হব তললৈ মূৰ কৰি, আৰু বিদ্ৰোহীবিলাককো,

৯৬। আৰু শ্বয়তানৰ সমগ্ৰ সৈন্যদলক।

৯৭। সিহঁতে তাতে পৰস্পৰ তৰ্ক-বিতৰ্ক কৰি ইয়াকে কব,—

৯৮। আল্লাৰ শপত, ইয়াত অলপো সন্দেহ নাই, আমি প্ৰকাশ্য ভ্ৰান্তিত পৰি আছিলোঁ,[৪৭]

৯৯। যেতিয়া আমি বিশ্বজগতৰ প্ৰতিপালকৰ সমানে তোমালোকক উপাস্য পাতিছিলোঁ ;

৪৪। এক অদ্বিতীয় আল্লাৰ আৰাধনা নকৰি অইনৰ উপাসনা কৰা এটা ডাঙৰ ভ্ৰম।

৪৫। সত্য উপলব্ধি কৰাৰ অনুভূতি থকা অন্তৰকে 'কলবে চলীম' বোলে। চোৰা, ৩৭ : ৮৫ আৰু টী। এনে অন্তৰত শান্তি বিৰাজ কৰে ; ইয়াত ভীতি আৰু সংশয় থাকিব নোৱাৰে।

৪৬। অৰ্থাৎ ধৰ্ম্মভীৰুসকলে স্বৰ্গত প্ৰবেশ কৰিবলৈ কোনো বাধা নাপায়।

৪৭। আজি সত্য প্ৰকাশ হ'ল, আৰু সিহঁতে নিজৰ ভ্ৰান্তি স্বীকাৰ কৰিবলৈকো বাধ্য হ'ল।

১০০। আৰু এই অপৰাধীবিলাকক এৰি আমাক কেও বিপথে নিয়া নাছিল ;

১০১। গতিকে ( আজি ) আমাৰ হৈ মধ্যস্থতা কৰিবলৈ কেও নাই ;

১০২। আৰু সৰল, অকপট বন্ধু এজনো নাই ;

১০৩। হায় ! ( পৃথিৱীলৈ ) আমি এবাৰ উভতি যাব পৰা হলে, আমি বিশ্বাসীসকলৰ অন্তৰ্গত হলোঁহেতেন !

১০৪। প্ৰকৃততে ইয়াৰ মাজতে নিশ্চয় আছে এটা নিদৰ্শন, কিন্তু সিহঁতৰ সৰহ ভাগেই বিশ্বাস স্থাপন নকৰে।

১০৫। আৰু ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰভু যথাৰ্থতে শক্তিসম্পন্ন; পৰম দানশীল।[৪৮]

## ৰুকু ৬

হূহৰ ( আ ) সত্য প্ৰচাৰ ; ধনী, অহঙ্কাৰীলোকে তেওঁক অগ্ৰাহ্য কৰিলে, কিন্তু দৰিদ্ৰ সামান্য মানুহে গ্ৰহণ কৰিলে ; তেওঁৰ প্ৰাৰ্থনা ; বিৰোধীবিলাকৰ পৰিণাম।

১০৬। নুহৰ জাতিয়ে[৪৯] ৰচুলসকলক মিথ্যাবাদী বুলি গণ্য কৰিছিল।

১০৭। সিহঁতৰে ভ্ৰাতৃ[৫০] নুহে যেতিয়া সিহঁতক কলে, তোমালোকে আল্লাক ভয় নকৰা নে ?

১০৮। তোমালোকৰ নিমিত্তে মই নিশ্চয় এজন ( আল্লাৰ ) বিশ্বস্ত ৰচুল।

১০৯। এতেকে আল্লালৈ ভয় ৰাখিবা, আৰু মোৰ বাধ্য হৈ থাকিবা ;

১১০। আৰু ইয়াৰ কাৰণে মই তোমালোকৰ পৰা কোনো প্ৰকাৰ প্ৰতিদান নিবিচাৰোঁ ; মোৰ প্ৰতিদান আছে একমাত্ৰ বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ওচৰত।

---

৪৮। চোৱা, ওপৰৰ আ: ৬৯, আৰু তলৰ আ: ১২৩, ১৪১, ১৬০, ১৯২। প্ৰত্যেক ৰুকুৰ একে আয়তে সামৰণি মাৰিছে গীতৰ দোহাৰ দৰে।

৪৯। নুহৰ জাতি প্ৰতাপী আৰু সমৃদ্ধিশালী আছিল। টাইগ্ৰিচ আৰু ইয়ুফ্‌ৰেটিচ্‌ এই দুই নদীৰ মাজৰ অঞ্চলত সিহঁতে বসতি কৰিছিল।

৫০। জাতিৰ মাজৰে পৰা ৰচুল উত্থাপন কৰাৰ মানে, ৰচুলৰ চৰিত্ৰ সম্বন্ধে তেওঁৰ জাতিয়ে সাক্ষী, কিয়নো সিহঁতে তেওঁক সক কালৰ পৰা ভালকৈ জানে।

১১১। অতএৱ আল্লালৈ ভয় ৰাখি চলিবা, আৰু মোৰ বাধ্য হৈ থাকিবা।

১১২। সিহঁতে কলে, আমি তোমাত কিয় বিশ্বাস কৰিম,[৫১] যিহেতু ( আমি দেখা পাইছোঁ ) যিবিলাক তোমাৰ অনুগামী হৈছে সিহঁত অতি সামান্য নিম্ন তৰপৰ মানুহ।

১১৩। তেওঁ কলে, সেইবিলাকে কৰা কাৰ্য্য সম্বন্ধে মোৰ একো জ্ঞান নাই ;

১১৪। সেইবিলাকৰ হিচাপ কেৱল মোৰ প্ৰতিপালকৰ ওচৰত, যদিহে তোমালোকে ভাবি চোৱা ;

১১৫। আৰু বিশ্বাসীসকলক ( হেয় ভাবি ) মই কেতিয়াও উলিয়াই দিব নোৱাৰোঁ ;[৫২]

১১৬। ( কিয়নো ) মই এজন প্ৰত্যক্ষ সাৱধান কৰোঁতা মাথোন।

১১৭। সিহঁতে উত্তৰ দিলে, হে নুহ, ( এই কাৰ্য্যৰ পৰা ) যদি তুমি বিৰত নাথাকা, নিশ্চয় শিল দলিয়াই তোমাক সংহাৰ কৰা হব।

১১৮। তেতিয়া তেওঁ ( আল্লাৰ আগত ) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, বাস্তৱতে মোৰ জাতিয়ে মোক মিথ্যাবাদী বুলি গণ্য কৰিছে ;

১১৯। গতিকে মোৰ আৰু সিহঁতৰ মাজত তুমিয়ে ন্যায় বিচাৰ কৰা আৰু মোৰ সঙ্গী বিশ্বাসীসকলক ৰক্ষা কৰা।

১২০। পিছত তেওঁক আৰু তেওঁৰ সঙ্গীসকলক আমি ভাৰবে পৰিপূৰ্ণ নাওখনত তুলি ( মহা প্লাৱনৰ পৰা ) ৰক্ষা কৰিলোঁ,[৫৩]

১২১। তাৰ পাছত অৱশিষ্টবিলাকক বুৰাই মাৰিলোঁ।

১২২। কোনো সন্দেহ নাই, ইয়াৰ মাজত আছে নিদৰ্শন, কিন্তু সিহঁতৰ সৰহভাগৰেই তাত বিশ্বাস নাই।

১২৩। আৰু নিশ্চয় তোমাৰ প্ৰভু শক্তিসম্পন্ন, পৰম দানশীল।

৫১। অৱস্থাপন্ন আৰু বিলাসিতা-প্ৰিয় লোকৰ অহঙ্কাৰে ৰছুলৰ বাণী গ্ৰহণ কৰাৰ পথত বহুত সময়ত বাধা-জন্মায়। ৰচুলৰ প্ৰথম অনুগামীসকল সাধাৰণতে দৰিদ্ৰ আৰু হীন। চোৱা, ৯১ : ২৮ আৰু টী।

৫২। মোৰ কাম হৈছে ধনী-দুখীয়া, ডাঙৰ-সৰু সকলোকে সমানে আল্লাৰ সংবাদ জনাই দিয়া, আৰু আল্লাৰ ফাললৈ আহ্বান কৰা।

৫৩। নুহৰ সময়ৰ মহা প্লাৱনৰ কথা কোৰানে ঠায়ে ঠায়ে উল্লেখ কৰিছে। বিশেষকৈ চোৱা, ১১ : ৩৭—৪৯।

## ৰুকু ৭

'আদ জাতিৰ মাজত হুদৰ ( আ )-ধৰ্ম-প্ৰচাৰ; ধনী আৰু প্ৰতাপী হোৱাৰ কাৰণে সিহঁতৰ অহঙ্কাৰ আৰু বিৰোধিতা; সিহঁতৰ ধ্বংস-সাধন।

১২৪। 'আদ জাতিয়েও ৰচুলসকলক মিথ্যাবাদী বুলি অমান্য কৰিছিল।

১২৫। চোৱাঁ, যেতিয়া সিহঁতৰ ভ্ৰাতৃ হুদে[৫৪] সিহঁতক কলে, তোমালোকে আল্লাৈল ভয় নাৰাখা নে ?

১২৬। তোমালোকৰ নিমিত্তে মই নিশ্চয় আল্লাই প্ৰেৰণ কৰা এজন বিশ্বস্ত ৰচুল;

১২৭। এতেকে আল্লাৈল ভয় ৰাখি চলিবা আৰু মোৰ বাধ্য হৈ থাকিবা;

১২৮। আৰু এই উপদেশ দিয়াৰ কাৰণে মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই; বিশ্বজগতৰ প্ৰতিপালকৰ ওচৰতহে আছে মোৰ প্ৰতিদান।[৫৫]

১২৯। তোমালোকে বহু ওখ ঠাইত এনেবোৰ স্মৃতি-চিহ্ন নিৰ্ম্মাণ কৰিছা যি সমূলি অসাৰ।[৫৬]

১৩০। আৰু এনেবোৰ দুৰ্গ সাজি লৈছা, যেন সেইবোৰৰ মাজত তোমালোকে বহুকাল অৱস্থান কৰিবা।

১৩১। আৰু যেতিয়া তোমালোকে ( মানুহৰ প্ৰতি ) উপদ্ৰৱ কৰা, নিতান্ত অত্যাচাৰী হৈ উপদ্ৰৱ কৰা।

১৩২। অতএব ( মোৰ এয়ে উপদেশ ), তোমালোকে আল্লাৈল ভয় ৰাখিবা, আৰু মোৰ বাধ্য হৈ থাকিবা;

১৩৩। আৰু সেইজনৈল ভয় ৰাখিবা যিজনে তোমালোকক সকলো বিষয়ে প্ৰচুৰ জ্ঞান দান কৰিছে;

---

৫৪। হুদ ( আ ) সম্বন্ধে চোৱাঁ, ৭ : ৬৫—৭৩; ১১ : ৫১—৬১; ২৬ : ১২৪—১৪১। 'আদজাতি সম্বন্ধে চোৱাঁ, চুৰা ১১, টী ৩৬; চুৰা ৭৭, টী ৬৩।

৫৫। চোৱাঁ উপৰৰ আঃ ১১০। যদি তোমালোকে সত্য গ্ৰহণ কৰা সেয়ে মোৰ যথেষ্ট প্ৰতিদান।

৫৬। 'আদ জাতিয়ে ঠায়ে ঠায়ে কীৰ্ত্তি-স্তম্ভ, মৈদাম, প্ৰাসাদ আৰু দুৰ্গ নিৰ্ম্মাণ কৰিছিল। এনে কাৰ্য্যত সিহঁতৰ বিশেষ দক্ষতা আছিল। আধ্যাত্মিক উৎকৰ্ষত সিহঁতৰ মুঠেই লক্ষ্য নাছিল।

১৩৪। আৰু অনেক ঘৰচীয়া জন্তু আৰু বহু সন্তান-সন্ততি দান কৰি তোমালোকক সহায় কৰিছে,

১৩৫। আৰু ( তাৰ উপৰি ) উদ্যানসমূহ আৰু জৰণাসমূহ ( প্ৰদান কৰিছে )।[৫৭]

১৩৬। বাস্তৱতে মই ইয়াকে আশঙ্কা কৰিছোঁ, তোমালোকৰ প্ৰতি মহাদিনৰ[৫৮] শাস্তি পৰিবহি।

১৩৭। সিহঁতে কলে, তুমি ( আমাক ) উপদেশ দিয়া, অথবা উপদেশ নিদিয়া, দুয়ো আমাৰ কাৰণে সমান ;

১৩৮। এইদৰে উপদেশ দিয়া কাৰ্য্য পূৰ্ব্ববৰ্ত্তী বিলাকৰ আছিল এটা স্বভাৱ মাত্ৰ ;[৫৯]

১৩৯। ( আমাৰ বিশ্বাস ) আমাক কদাপি শাস্তি দিয়া নহব।

১৪০। পিছত সিহঁতে তেওঁক মিথ্যাবাদী বুলি গণ্য কৰি অমান্য কৰিলে ; গতিকে আমি সিহঁতক সংহাৰ কৰিলোঁ ; নিশ্চয় ইয়াত আছে এটা নিদৰ্শন ; কিন্তু সৰহভাগেই বিশ্বাস স্থাপন নকৰে ;

১৪১। আৰু নিশ্চয় তোমাৰ প্ৰভু সৰ্ব্বশক্তিমান, পৰম দানশীল।

## ৰুকু ৮

ছমুদ জাতিৰ প্ৰতি স্বালেহৰ ( আ ) ধৰ্ম্ম প্ৰচাৰ ; সিহঁতৰ ধন-গৌৰৱ আৰু বিলাসিতা ; উট এজনীৰ দ্বাৰা সিহঁতৰ পৰীক্ষা গ্ৰহণ।

১৪২। ছমুদ[৬০] জাতিয়েও ৰচুলসকলক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছিল।

---

৫৭। এইবোৰ সুখৰ পৰিচায়ক ; ইহ জীৱনত সিহঁতৰ কোনো অভাৱ নাছিল।

৫৮। শাস্তিৰ নিমিত্তে আল্লাই নিজ জ্ঞানত যি সময় নিৰ্দ্ধাৰিত কৰিছে সেই সময়।

৫৯। বৰ্ত্তমানেও আমি এনেবোৰ কথা শুনিবলৈ পাওঁ,—এইবোৰ পুৰণিকালৰ মানুহৰ কথা ; এনে কথাত কাণ দিব নালাগে।

৬০। ছমুদ জাতিৰ আদি আৰু ৰাজত্ব সম্বন্ধে চোৱাঁ চুৰা ৭, টী ৬৭ ; চুৰা ১১, টী ৪৩ ; আৰু চুৰা ৫৪, ৰুকু ২। প্ৰকৃততে সেই জাতিৰ আদি পুৰুষৰ নাম আছিল ছমুদ ; আৰু স্বালেহ্ ( আ ) আছিল তেওঁৰ বংশধৰ।

১৪৩। চোৰ্বা, সিহঁতৰ ভ্ৰাতৃ স্বালেহে সিহঁতক কলে, তোমালোকে আল্লাক ভয় নাৰাখা নে ?

১৪৪। তোমালোকৰ নিমিত্তে মই নিশ্চয় আল্লাই প্ৰেৰণ কৰা বিশ্বস্ত ৰচুল ;

১৪৫। এতেকে আল্লাক ভয় ৰাখিবা, আৰু মোৰ বাধ্য হৈ চলিবা।

১৪৬। আৰু এই উপদেশ দিয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই ; কেৱল বিশ্ব-জগতৰ প্ৰতিপালকৰ ওচৰতহে আছে মোৰ প্ৰতিদান।

১৪৭। কি ! তোমালোকক এৰি দিয়া হব নে, ইয়াত যি সম্পদ আছে নিৰাপদে ভোগ কৰিবলৈ,[৬১]

১৪৮। উদ্যানসমূহৰ মাজত, আৰু জৰণিসমূহৰ মাজত,

১৪৯। আৰু শস্যক্ষেত্ৰৰ মাজত, আৰু সুন্দৰ খাজুৰ গছবোৰৰ মাজত, যাৰ থোপাবোৰ ওলমি পৰিছে ;

১৫০। আৰু তোমালোকে পৰ্ব্বতসমূহৰ শিল ভাঙি ঘৰ সাজি লৈছা,[৬২] সুখ-শান্তিৰে বাস কৰিবলৈ।

১৫১। গতিকে আল্লাক ভয় ৰাখি চলিবা, আৰু মোৰ বাধ্য হৈ থাকিবা ;

১৫২। আৰু সীমালঙ্ঘনকাৰীহঁতৰ আদেশ কেতিয়াও পালন নকৰিবা,

১৫৩। কিয়নো সিহঁতে পৃথিৱীত অশান্তিৰ সৃষ্টি কৰে, আৰু ( নিজৰ আৰু পৰৰ ) সংস্কাৰ নকৰে।

১৫৪। সিহঁতে ( স্বালেহক ) কলে, যথাৰ্থতে তুমি যাদুগ্ৰস্ত[৬৩] লোকৰ এজন,

১৫৫। তুমি আমাৰে নিচিনা এজন মানৱ মাথোন ; বাৰু, কোনো এটা নিদৰ্শন লৈ আহাঁ, যদিহে তুমি সত্যবাদী হোৱা।

---

৬১। ছমুদ জাতি অশেষ ঐশ্বৰ্য্যৰ গৰাকী আৰু অতিপাত বিলাসিতাপ্ৰিয় আছিল।

৬২। চোৰ্বা, ৭ : ৭৫ আৰু টী। আজিও সেই অঞ্চলত দুৰ্গৰ দৰে শিলৰে সজা ওখ ঘৰবোৰৰ ভগ্নাংশ পোৱা যায়, বিশেষকৈ যি দেশত ছমুদৰ ৰাজত্ব আছিল। ইয়ুচুফ আলিৰ কোৰান, পৰিশিষ্ট ৯ চোৰ্বা।

৬৩। (ক) বলিয়া, উন্মত্ত ; (খ) যাক যাদুবিদ্যাৰ শিক্ষা দিয়া হৈছে ; (গ) প্ৰকৃত কথা নেদেখা, অবুজা মানুহ, যাৰ চকুত অজ্ঞানতাৰ ধূলি পৰিছে।

১৫৬। তেওঁ কলে এই উটজনীয়ে ( নিদৰ্শন ; )[৬৪] নিৰূপিত দিনত[৬৫] তাইৰ পানী পান কৰিবৰ অধিকাৰ আছে যেনেকৈ তোমালোকৰো সেই পানী পান কৰিবৰ অধিকাৰ আছে ;

১৫৭। আৰু কষ্ট দিবলৈ তাইক স্পৰ্শ নকৰিবা ; তাকে যদি কৰা এটা ভীষণ দিনৰ শাস্তিয়ে তোমালোকক আহি ধৰিব।

১৫৮। কিন্তু সিহঁতে তাইৰ পাচ চেউৰা কাটি তাইক খোঁৰা কৰিলে[৬৬] ; পিছত তাৰ বাবে সিহঁত অনুতপ্ত হৈছিল।

১৫৯। তাৰ ফলত সিহঁতক ( প্ৰতিশ্ৰুত ) শাস্তিয়ে[৬৭] আহি ধৰিল। ইয়াত কোনো সন্দেহ নাই, এই ঘটনাত আছে নিদৰ্শন ; কিন্তু সিহঁতৰ সৰহভাগেই বিশ্বাস স্থাপন নকৰে।

## ৰুকু ৯

১৬০। আৰু নিশ্চয় তোমাৰ প্ৰভু সৰ্বশক্তিমান, পৰম দানশীল।

লুতৰ ( আ ) উপদেশ দান ; তেওঁৰ জাতিৰ অস্বাভাবিক
কাম প্ৰবৃত্তি ; সিহঁতৰ প্ৰতি ভীষণ শিলাবৃষ্টিৰ শাস্তি ;
লুতৰ ( আ ) পত্নীৰ দুৰ্বল বিশ্বাস।

১৬১। লুতৰ[৬৮] জাতিয়েও ৰছুলসকলক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছিল ;

৬৪। চোৰা, ৭ : ৭৪ য'ত উটজনীক আল্লাৰ নিদৰ্শন বোলা হৈছে। সেই কালত সেই ঠাইত পানী পোৱা বৰ দুষ্কৰ আছিল বুলি অনুমান কৰিব পাৰি। এৰি দিয়া উটজনীক জৰণিৰ পানী খাবলৈ সিহঁতে নিদিছিল। তাইক য'তে ত'তে চৰিবও নিদিছিল। চোৰা, ৯১ : ১২—১৫।

৬৫। মানুহে পানী নিয়াৰ দিন আৰু জন্তুক পানী পিবলৈ দিয়া দিন পৃথক আছিল।

৬৬। চোৰা, ৭ : ৭৮।

৬৭। এই শাস্তি ভীষণ ভূমিকম্প ৰূপে আহিছিল, ৭ : ৭৯। সিহঁতৰ ওখ শিলৰ ঘৰ-বোৰৰ চিন নোহোৱা হ'ল, আৰু হাজাৰে হাজাৰে মানুহ মৰিল।

৬৮। লুতৰ ( আ ) কথা কোৰানৰ কেইবা ঠাইত উল্লেখ হৈছে, যেনে, ৭ : ৮১—৮৫ ; ১১ : ৭৮—৮৪ ; ১৫ : ৬২—৭৪ ; ২৬ : ১৬৯—১৭৪।

১৬২। তোমালোকৰ সিহঁতৰ ভ্ৰাতৃ[69] লূতে সিহঁতক কলে, তোমালোকে আল্লাৰ ভয় নাৰাখা নে?

১৬৩। তোমালোকৰ কাৰণে মই নিশ্চয় আল্লাই প্ৰেৰণ কৰা এজন বিশ্বস্ত ৰছুল,

১৬৪। এতেকে আল্লাৰ ভয় ৰাখি চলিবা, আৰু মোৰ বাধ্য হৈ থাকিবা।

১৬৫। আৰু এই উপদেশ দিয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতি-দান বিচৰা নাই; কেৱল বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ওচৰতহে আছে মোৰ প্ৰতিদান।

১৬৬। কি! তোমালোকে কামভাৱ লৈ মানৱজাতিৰ পুৰুষবিলাকৰ ওচৰ চাপা নে?[70]

১৬৭। আৰু তোমালোকৰ প্ৰভুৱে তোমালোকৰ নিমিত্তে যি পত্নীবিলাক সৃষ্টি কৰিছে সেইবিলাকক পৰিহাৰ কৰিছা! নহয়, তোমালোক এনে এটা জাতি যি সততে সীমা অতিক্ৰম[71] কৰি থাকে।

১৬৮। সিহঁতে কলে, হে লূত, যদি তুমি (এই কাৰ্য্যৰ পৰা) বিৰত নাথাকা, নিশ্চয় তুমি সেইবিলাকৰ মাজৰ এজন হবা যিবিলাকক (দেশৰ পৰা) উলিয়াই দিয়া হব।

১৬৯। তেওঁ কলে, তোমালোকৰ এনে (গৰ্হিত) কাৰ্য্য দেখি মই নিশ্চয় অতিশয় অসন্তুষ্ট।

১৭০। (তেওঁ তেতিয়া প্ৰাৰ্থনা কৰিলে,) হে মোৰ প্ৰভু, সিহঁতে যি গৰ্হিত কাৰ্য্য কৰিছে তাৰ পৰা মোক আৰু মোৰ পৰিয়ালক ৰক্ষা কৰা।[72]

১৭১। ইয়াৰ ফলত তেওঁক আৰু তেওঁৰ গোটেই পৰিয়ালক আমি ৰক্ষা কৰিলোঁ,—[73]

---

৬৯। চোৰা, ৭ : ৮১ আৰু টী ৭২।

৭০। চোৰা, ৭ : ৮২। হজ্ৰত 'আলিয়ে (ৰ) লিখিছে, ইয়াৰ পূৰ্ব্বে এনে কু-প্ৰবৃত্তিৰ মানুহ পৃথিৱীত আছে বুলি মোৰ অনুমানেই নাছিল।

৭১। এই আয়তত 'আদূন্' শব্দ আছে; আ: ৭ : ৮২ত এইবিলাকক 'মুচ্ৰেফুন্' খোলা হৈছে। অৰ্থত কোনো প্ৰভেদ নাই।

৭২। আল্লাৰ ৰছুলসকলৰ এয়ে অভ্যাস; আপদ-বিপদৰ সময়ত তেওঁলোকে আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰে, ৰক্ষা পাবৰ নিমিত্তে। আমাৰ নিমিত্তে এইটো মহৎ আদৰ্শ।

৭৩। লূতৰ (আ) পত্নীৰ সতীত্ব সম্বন্ধে কোনো সন্দেহ নাই। তেওঁৰ বিশ্বাস দৃঢ় নাছিল, তেওঁ লূতৰ দলৰ লগত ওলাই বাৰলৈ থকা দৈয়া কৰিছিল। চোৰা, ৭ : ৮৪, টী ৭৬।

১৭২। মাত্ৰ তেওঁৰ বৃদ্ধা পত্নীক এৰি; তেওঁ পিছ পৰি বৈ থকাবিলাকৰ মাজৰ আছিল;

১৭৩। কিন্তু অৱশিষ্টবিলাকক আমি বিধ্বংস কৰিলোঁ;

১৭৪। আৰু আমি সিহঁতৰ ওপৰত ভীষণ বৰষুণ[৭৪] নমালোঁ আৰু সতৰ্ক কৰি দিয়া লোকৰ নিমিত্তে সেই বৰষুণ আছিল কি ভয়ানক!

১৭৫। ইয়াত কোনো সন্দেহ নাই, এই ঘটনাত অৱশ্যে আছিল নিদৰ্শন, কিন্তু সিহঁতৰ সবহভাগেই বিশ্বাস স্থাপন কৰা নাছিল।

১৭৬। আৰু নিশ্চয় তোমাৰ প্ৰভুৱেই সৰ্ব্বশক্তিমান, পৰম দানশীল।

## ৰুকু ১০

মিদ্‌য়নবাসীবিলাকৰ মাজত শ্বো'আইবৰ ধৰ্মপ্ৰচাৰ; ব্যৱসা-বাণিজ্যত সাধুতাৰ উপদেশ; আল্লাৰ উগ্ৰ দণ্ডৰূপে ভূমিকম্প।

১৭৭। বনবাসী[৭৫] জাতিয়েও ৰচুলসকলক মিথ্যাবাদী বুলি অস্বীকাৰ কৰিছিল।

১৭৮। চোৱা, সিহঁতক শ্বো'আইবে কলে, তোমালোকে আল্লালৈ ভয় নাৰাখা নে?

১৭৯। তোমালোকৰ নিমিত্তে মই নিশ্চয় আল্লাই প্ৰেৰণ কৰা এজন বিশ্বস্ত ৰচুল।

১৮০। এতেকে আল্লালৈ ভয় ৰাখি চলিবা, আৰু মোৰ বাধ্য হৈ থাকিবা।

১৮১। আৰু এই উপদেশ দিয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই, কেৱল বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ওচৰতহে আছে মোৰ প্ৰতিদান।

১৮২। (ব্যৱসাত) তোমালোকে জোখ পূৰাই বস্তু বেচিবা[৭৬], আৰু পৰৰ ক্ষতি কৰোঁতাহঁতৰ মাজৰ নহবা;

৭৪। শিলাবৃষ্টি। চোৱা, ৭: ৮৫; টী ৭৭।

৭৫। এই জাতিৰ আচল নাম মিদ্‌য়ন জাতি। সিহঁতে চিনাইৰ হাবি বননি থকা এখন ঠাইত পোনপ্ৰথমে বাস কৰিছিল। পিছত তাতে লাহে লাহে মিদ্‌য়ন নগৰ স্থাপিত হ'ল। চোৱা, ৭: ৮৬; টী ৭৮, আৰু ১১: ৮৫, টী ৬১।

৭৬। মিদ্‌য়ন জাতি ব্যৱসা-বাণিজ্য দ্বাৰা ধনী আৰু সমৃদ্ধি-শালী হৈ উঠিছিল। ব্যৱসাত ন্যায়পৰায়ণ হবলৈ শ্বো'আইৱে (আ) সিহঁতক উপদেশ দিছিল।

১৮৩। আৰু সঠিক পোণ তৰ্জ্জুৰে বস্তুৰ জোখ-মাপ কৰিবা ;

১৮৪। আৰু লোকক (বেচোঁতে) সিহঁতৰ প্ৰাপ্য বস্তুৰ জোখ কম নকৰিবা, আৰু দেশত অশান্তিৰ সৃষ্টি কৰি নুফুৰিবা।

১৮৫। আৰু সেইজনলৈ ভয় ৰাখিবা যিজনে সৃজন কৰিছে তোমালোকক আৰু পূৰ্ব্বগামী জাতিবিলাককো।

১৮৬। আৰু সিহঁতে (শ্বো'আইবক) কলে, যথাৰ্থতে তুমি যাদু-গ্ৰস্ত[৭৭] লোকৰ এজন ;

১৮৭। আৰু তুমি আমাৰে নিচিনা এজন মানুহ মাথোন ; আৰু অৱশ্যে আমি তোমাক মিথ্যাবাদী লোকৰ এজন বুলি গণ্য কৰোঁ।

১৮৮। যদি তুমি সত্যবাদীসকলৰ এজন হোৱা, তেন্তে আমাৰ ওপৰত আকাশৰ[৭৮] এটা অংশ পেলাই চোৱাঁ।

১৮৯। তেওঁ কলে, তোমালোকে যি অন্যায় কাৰ্য্য কৰিব লাগিছা মোৰ প্ৰভুৱে ভালকৈ জানে।

১৯০। কিন্তু সিহঁতে তেওঁক মিথ্যাবাদী বুলি অমান্য কৰিছিল। সেই কাৰণে এদিন আচ্ছাদনৰূপে[৭৯] আমাৰ শাস্তি সিহঁতৰ ওপৰত পৰিল, প্ৰকৃততে সি আছিল এটা ভীষণ দিনৰ শাস্তি।

১৯১। কোনো সন্দেহ নাই, এই ঘটনাত অৱশ্যে আছিল নিদৰ্শন ; কিন্তু সিহঁতৰ সৰহভাগেই বিশ্বাস স্থাপন কৰা নাছিল ;

১৯২। আৰু নিশ্চয় তোমাৰ প্ৰভুৱেই সৰ্ব্বশক্তিমান, পৰম দানশীল।

---

৭৭। চোৱাঁ ওপৰৰ টী ৬৩।

৭৮। আকাশ ভাঙি শাস্তি অনাৰ অৰ্থ হৈছে ঐশ্বৰিক শাস্তি নমাই অনা, অৰ্থাৎ এটা অসাধাৰণ ভীষণ শাস্তি। চোৱাঁ আঃ ১৯০।

৭৯। চোৱাঁ, ৭ : ৯২ ; ১১ : ৯৫। ভূমিকম্পৰ লগে লগে আগ্নেয়গিৰিৰ পৰা নানা উত্তপ্ত পদাৰ্থ ওলায়, আৰু ধোঁৱা মৰা ধোঁৱাই ওচৰৰ অঞ্চল ঢাকি লয়। সেইকাৰণে তাকে আচ্ছাদনৰ শাস্তি বুলিছে।

# ৰুকু ১১

ইচ্‌লামৰ আগমন সম্বন্ধে আগৰ ধৰ্ম্মগ্ৰন্থসমূহৰ ভৱিষ্যৎবাণী ;
কোৰানৰ বাহক যিব্ৰাইল ফিৰিশ্‌তা ; ধৰ্ম্ম-
প্ৰচাৰ পোনপ্ৰথমে হজ্‌ৰতৰ (স্ব)
আত্মীয় সকলৰ মাজত।

১৯৩। আৰু এইখন কোৰান ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ পৰা অৱতীৰ্ণ হোৱা প্ৰত্যাদেশ ;

১৯৪। তাকে বিশ্বস্ত আত্মাই[৮০] নমাই আনিছে,

১৯৫। তোমাৰ অন্তৰলৈ[৮১],—তুমি যেন (মানুহৰ প্ৰতি) সতৰ্ককাৰী সকলৰ মাজৰ হব পাৰা (এই কোৰান লৈ),

১৯৬। সুস্পষ্ট আৰ্‌বী ভাষাত।

১৯৭। আৰু ইয়াত কোনো সন্দেহ নাই, পূৰ্ব্ববৰ্ত্তীবিলাকৰ ধৰ্ম্মগ্ৰন্থসমূহত[৮২] এই কোৰানৰ (আগমনৰ) উল্লেখ আছে,

১৯৮। বনি-ইস্ৰাইলৰ বিদ্বানসকলে যে এই সত্য জানিব পাৰিছে, ই সিহঁতৰ কাৰণে এটি নিদৰ্শন নহয় নে ?

১৯৯। আৰু এই কোৰান (আৰববাসী মহম্মদৰ প্ৰতি অৱতীৰ্ণ নকৰি) কোনো এজন অনা-আৰবৰ প্ৰতি আমি অৱতীৰ্ণ কৰা হলে,

২০০। আৰু এনেজনে তাকে (নিজ ভাষাত) পাঠ কৰা হলেও, সিহঁতে তাত বিশ্বাস স্থাপন নকৰিলেহেঁতেন[৮৩]।

৮০। ফিৰিশ্‌তা যিব্ৰাইলক (Gabriel) বুজাইছে। তেওঁৱে আল্লাৰ বাণী হজ্‌ৰতৰ (স্ব) প্ৰতি বহন কৰিছিল।

৮১। হজ্‌ৰতৰ (স্ব) পবিত্ৰ প্ৰশস্ত অন্তঃকৰণ আছিল কোৰানৰ আয়তসমূহৰ ভঁৰাল। চোৱাঁ, ৫৩ : ১—৬।

৮২। ইচ্‌লামৰ আগমন সম্বন্ধে বাইবেলৰ বহু ঠাইত ভৱিষ্যৎবাণী কৰা হৈছে। চোৱাঁ, দ্বি বি, ১৮ : ১৫, ১৯ ; ৩৩ : ২ ; গাঁ, ৩ : ২২ ; ৭ : ৩৭ ; ম, ২১ : ৪৩ ; বি, ৪৫ : ১১ ; ৫৪ : ১৯ ; আইজেয়া, ৪২ : ১১।

৮৩। আগৰ ভৱিষ্যৎবাণীসমূহত এজন আৰববাসী ৰছুল সম্বন্ধে নিৰ্দ্দেশ দিয়া হৈছে। সেই দেখি বিদেশী ভাষাত কোৰান অৱতীৰ্ণ হোৱা হলেও সিহঁতে নিজ উদ্ধতালিৰ কাৰণে ইয়াত বিশ্বাস নকৰিলেহেঁতেন।

২০১। অপৰাধীবিলাকৰ অন্তৰসমূহত আমি এইদৰে অস্বীকাৰ কৰিবৰ উদগনি জন্মাওঁ।

২০২। সিহঁতে যন্ত্ৰণাদায়ক শাস্তি চকুৰে নেদেখালৈকে (কোৰানৰ) প্ৰত্যাদেশত বিশ্বাস স্থাপন নকৰে।[৮৪]

২০৩। পিছত সেই শাস্তি সিহঁতৰ সম্মুখত অকস্মাৎ এনেভাৱে উপনীত হ'ব যে সিহঁতে তাৰ গমকে নাপাব।

২০৪। তেতিয়া সিহঁতে এইদৰে সুধিব, আমাক (কিছুকালৰ নিমিত্তে) অবকাশ দিয়া হ'ব নে ?

২০৫। কি! তথাপি সিহঁতে ইয়াকে বিচাৰে নে যে আমাৰ শাস্তি সিহঁতৰ ওপৰত শীঘ্ৰে আহি পৰে ?

২০৬। তুমি চিন্তা কৰি চাইছা নে, আমি যদি সিহঁতক (জীৱনৰ) সম্বল আৰু কেইবা বছৰলৈ ভোগ কৰিবলৈ দিওঁ,

২০৭। তাৰ পিছত সেই প্ৰতিশ্ৰুত শাস্তি সিহঁতৰ ওচৰ পায়হি,

২০৮। তেতিয়া সিহঁতক যি সম্বল দান কৰা হৈছিল তাৰ বাবে সিহঁতৰ একো লাভ নহ'ব ?[৮৫]

২০৯। আৰু আমি কেতিয়াও কোনো এখন নগৰকে ধ্বংস কৰা নাই যাৰ অধিবাসীবিলাকৰ প্ৰতি আগতে এজন সতৰ্ক কৰোঁতা প্ৰেৰণ কৰা নাই—

২১০। (সিহঁতক) উপদেশ দিবৰ কাৰণে; কিয়নো আমি কদাপি অন্যায় নকৰোঁ।[৮৬]

২১১। আৰু এই কোৰান শয়তানবিলাকে নমাই অনা নাই;

২১২। আৰু এনে (পৱিত্ৰ) কাৰ্য্য সাধনৰ কাৰণে সিহঁত উপযোগী নহয় আৰু সক্ষমো নহয়;

২১৩। নিশ্চয় এই কোৰানৰ শ্ৰৱণ-পৰিসৰৰ পৰা সিহঁত বহু আঁতৰত।[৮৭]

---

৮৪। সিহঁতে লোকক কোৰানৰ আয়ত পাঠ কৰিবলৈকে নিষেধ কৰিছিল। চোৱা, ৪১ : ২৭।

৮৫। সিহঁতৰ মন ইমান কঠোৰ যে কিছুদিনৰ অবসৰ দিলেও সিহঁতে অন্যায়ৰ আচাৰ পৰিহাৰ নকৰে।

৮৬। চোৱা, ১৭ : ১৯। ব্যাপক শাস্তি অহাৰ আগতে দুষ্কৰ্মীবিলাকক আত্ম-সংশোধন কৰিবলৈ সুযোগ দিয়া হয়। এয়ে আল্লাৰ চিৰকলীয়া ৰীতি।

৮৭। চোৱা টী ৮০। আল্লাৰ বাণীৰ বাহক ফিৰিশ্‌তা; শয়তান হ'ব নোৱাৰে। কিয়নো শয়তানৰ কাম হৈছে কুকৰ্মৰ উদগণি দিয়া।

২১৪। গতিকে তুমি আল্লাৰ সঙ্গী কৰি অইন উপাস্যক আহ্বান নকৰিবা, তেনে যদি কৰা, যিবিলাকক শাস্তি দিয়া হব সিহঁতৰ মাজত তুমিও এজন হৈ পৰিবা।[৮৮]

২১৫। আৰু তুমি নিজৰ ওচৰসম্পৰ্কীয় আত্মীয়স্বজনক[৮৯] (উপদেশ দি) সাৱধান কৰিবা ;

২১৬। আৰু বিশ্বাসীসকলৰ মাজৰ যিজনে তোমাৰ অনুসৰণ কৰে সেইজনাৰ প্ৰতি তোমাৰ পাখি অৱনত[৯০] কৰিবা।

২১৭। কিন্তু সিহঁত যদি তোমাৰ অবাধ্য হয়, তেন্তে তুমি (সিহঁতক) কোৱাঁ, তোমালোকে যি কাৰ্য্য কৰা তাৰ বাবে মই দায়ী নহওঁ।

২১৮। আৰু যিজন শ্ৰেষ্ঠ ক্ষমতাশালী, পৰম দানশীল, সেইজনৰেই ওপৰত নিৰ্ভৰ কৰিবা,—

২১৯। যিজনে তোমাক নিৰীক্ষণ কৰে যেতিয়া তুমি থিয় দি প্ৰাৰ্থনা কৰা.

২২০। আৰু যেতিয়া তুমি আল্লাক সাষ্টাঙ্গে প্ৰণিপাত কৰোঁতাসকলৰ (শাৰীৰ) মাজত উঠা-বহা কৰা।

২২১। তেৱেঁই নিশ্চয় শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

২২২। শয়তানবিলাক অৱতীৰ্ণ হয় কেনে মানুহৰ প্ৰতি মই তোমালোকক জানিবলৈ দিম নে ?

২২৩। যি মিথ্যাবাদী পাপীষ্ঠ তেনে মানুহৰ প্ৰতি সিহঁত অৱতীৰ্ণ হয় ;

২২৪। আৰু সিহঁতে ইফাল সিফালৰ পৰা শুনা অসাৰ কথা কাণত পেলায় ; আৰু সিহঁতৰ বেচি ভাগেই মিথ্যাবাদী।

২২৫। আৰু কৱিবিলাক ; পথহাৰাবিলাকেহে সিহঁতৰ বেচিকৈ অনুসৰণ কৰে ;[৯১]

---

৮৮। হজ্ৰতে (স্ব)· ৰচুলৰ পদ পোৱাৰ পূৰ্ব্বেও কেতিয়াও এক আল্লাৰ বাহিৰে আন উপাস্যৰ উপাসনা কৰা নাই। তেওঁক আল্লাই তৌহীদ প্ৰচাৰৰ কাৰণে বাচি লৈছে। ইয়াত হজ্ৰতক (স্ব) সম্বোধন কৰাৰ মানে তেওঁৰ জৰীয়াৰে অনুগামীবিলাকক সম্বোধন কৰা।

৮৯। হজ্ৰতে (স্ব) ইচ্লাম প্ৰচাৰৰ কাম নিজ ঘৰৰ পৰাই আৰম্ভ কৰে। তেওঁৰ কেই গৰাকী আত্মীয়ে পোন প্ৰথমে ইচ্লাম গ্ৰহণ কৰে, যেনে বিবি খদীযা, হজ্ৰত আলী, প্ৰভৃতি।

৯০। সেইবিলাকৰ প্ৰতি সদয় হবা। চোৱাঁ ৩৫ : ৮৯ ; ১৭ : ২৫।

৯১। যি কাৰ্য্যৰ বাস্তৱতাৰ ওপৰত ভিত্তি নাথাকে আৰু ধৰ্ম আৰু সত্যৰ পৰা আঁতৰ তেনে কাব্যবহে ইয়াত নিন্দা কৰিছে। হাচ্চান বিন্ ছাবিত্ হজৰতৰ (স্ব) সম-সাময়িক

২২৬। তুমি লক্ষ্য কৰা নাই নে, (কল্পনাৰ) নানা উপত্যকাত সিহঁত বিবুদ্ধি হৈ ঘূৰি ফুৰে ?

২২৭। আৰু সিহঁতে যি উক্তি কাৰ্য্যত পৰিণত নকৰে তাকে (মুখেৰে) কয়,—

২২৮। সেইসকলক এৰি যিসকলে বিশ্বাস কৰে, আৰু সৎকাৰ্য্য কৰে, আৰু আল্লাক বেছিকৈ স্মৰণ কৰে ; আৰু উৎপিড়ীত হোৱাৰ পাছতহে আত্মৰক্ষা কৰে। আৰু অত্যাচাৰীবিলাকে আগলৈ জানিব পাৰিব, প্ৰত্যাবৰ্ত্তনৰ কেনে (নিকৃষ্ট) ঠাইলৈ সিহঁতে প্ৰত্যাবৰ্ত্তন কৰিব।

এগৰাকী খ্যাতনামা কবি। তেওঁ মাজে সময়ত হজ্ৰতৰ আগত নিজৰ কবিতাবোৰ আবৃত্তি কৰিছিল, আৰু হজ্ৰতে শুনি বৰ ৰং পাইছিল। তেওঁ হাচ্চানৰ সম্বন্ধে কৈছিল, 'হাচ্চানক কবিতা ৰচনা কৰিবলৈ জিব্ৰাইলে শিক্ষা দিছে। হজ্ৰতে ভাল পোৱা আৰু এজন কবিৰ নাম হৈছে, আব্দুল্লা-বিন্-ৰৱাহা।

# চুৰা ২৭

# আন্-নমল্

## মক্কাত অৱতীৰ্ণ

৭ ৰুকু, ৯৪ আয়ত

নমল্ জাতিৰ বিৰুদ্ধে হজ্ৰত চুলেইমানৰ (আ) সামৰিক অভিযানৰ ফলত শেবাৰ ৰাণীয়ে আত্মসমৰ্পণ কৰিছিল। এই জাতিৰ নামেৰে এই চুৰাৰ নামকৰণ হৈছে। নমল্ চুৰাটি মক্কাত অৱতীৰ্ণ হোৱা সম্বন্ধে মতভেদ নাই।

হজ্ৰত মহম্মদৰ (স্ব) হজ্ৰত মুচাৰ (আ) সৈতে ঘনিষ্ঠ সাদৃশ্য। কোৰানৰ বহুত ঠাইত এই কথাৰ উল্লেখ হৈছে। তুৰ পৰ্ব্বতত মুছাক (আ) আল্লাই দৰ্শন আৰু দহোটা আদেশ (Ten Commandments) দিছিল। ২৩ বছৰ জুৰি কোৰান ক্ৰমে ক্ৰমে অৱতীৰ্ণ হৈছিল মহম্মদৰ (স্ব) প্ৰতি। তাৰ সূত্ৰপাত হৈছিল হিৰা পৰ্ব্বতৰ গুহাত।

বনি-ইস্ৰাইলৰ ৰাজত্বৰ চুলেইমানৰ (আ) হাতত উন্নতিৰ চৰম সীমা পাইছিল। তদুপৰি আল্লাই তেওঁক ৰাজত্বতকৈ শ্ৰেষ্ঠতৰ দান নবুৱতৰে ভূষীত কৰিছিল। যেনেকৈ সম্ৰাট অশোকে ভাৰতত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰিছিল তেনেকৈ চুলেইমানে (আ) তৌৰাতৰ ধৰ্ম্ম দেশত প্ৰচাৰ আৰু বিস্তাৰ কৰিছিল। ৰাণী বিল্‌কিচেও সেই ধৰ্ম্ম গ্ৰহণ কৰি চুলেইমানক স্বামীৰূপে গ্ৰহণ কৰে।

এই চুৰাত স্বালেহ্ (আ) আৰু লুত্বো (আ) ধৰ্ম্ম প্ৰচাৰৰ বিৱৰণ সংক্ষেপে দিয়া হৈছে। শেষ ৰুকুত হজ্ৰত মহম্মদক (স্ব) আশ্বাস দিয়া হৈছে, তেওঁ যেন সত্যৰ শত্ৰুবিলাকৰ বিৰুদ্ধ আচৰণৰ কাৰণে বেজাৰ নকৰে, আৰু নিজৰ কাম কৰি গৈ থাকে। সত্যৰ জয় অসত্যৰ পৰাজয় আল্লাৰ চিৰকলীয়া বিধান, তাকে তেওঁ যেন স্মৰণ ৰাখে।

## ৰুকু ১

চিনাই পৰ্ব্বতত মুচাৰ (আ) প্ৰতি আল্লাৰ আহ্বান;
তৌৰাত দান; তৌৰাত আৰু ইন্‌জীলৰ
পূৰ্ণ বিকাশ কোৰানত।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। ত্বা-চীন ;[১] এইবিলাক কোৰানৰ আয়তসমূহ ;—সেই সুস্পষ্ট গ্ৰন্থ,—

৩। যি পথ-প্ৰদৰ্শন আৰু শুভ-সংবাদ বিশ্বাসীসকলৰ নিমিত্তে,

৪। যিসকলে নমাজ প্ৰতিষ্ঠিত কৰে আৰু জকাত দান কৰে ; আৰু সেই-সকলেই পৰলোকত নিশ্চিতকৈ বিশ্বাস কৰে।

৫। যিবিলাকে পৰলোকত বিশ্বাস নকৰে, আমি সিহঁতে কৰা কুকাৰ্য্য-সমূহ সিহঁতৰ চকুত নিশ্চয় শোভনীয় কৰিছোঁ ;[২] আৰু সিহঁত অন্ধৰ দৰে খেপিয়াই ফুৰে।

৬। সিহঁতৰে নিমিত্তে আছে কঠোৰ শাস্তি, আৰু পৰকালতো সিহঁত হ'ব অধিক ক্ষতিগ্ৰস্ত।

৭। আৰু বাস্তৱিকতে তোমাক কোৰানৰ শিক্ষা দিয়া হৈছে সৰ্ব্বজ্ঞানী, শ্ৰেষ্ঠ জ্ঞাতা আল্লাৰ সন্নিধানৰ[৩] পৰা।

৮। চোৱাঁ, মুচাই নিজ পৰিয়ালক কলে, মই নিশ্চয় অগ্নি দেখিবলৈ পাইছোঁ[৪], তাৰ বিষয়ে ( সঠিক ) সংবাদ মই অনতিবিলম্বে লৈ আহোঁগৈ, নাইবা তোমালোকৰ কাৰণে জ্বলন্ত এঙাৰ এডোখৰ আনিম, যাতে তাৰ দ্বাৰা অগ্নিৰ তাপ লব পাৰা।

৯। পিছত যেতিয়া তেওঁ সেই অগ্নিৰ ওচৰ পালেগৈ, ঐশ্বৰিক বাক্য এফাকি শুনা গ'ল : অতি মঙ্গলময়, যিজন অগ্নিৰ সন্ধানত, আৰু অগ্নিৰ চাৰিওফালে যিবিলাক ! প্ৰকৃততে বিশ্বজগতৰ প্ৰতিপালক পৰম পৱিত্ৰ !

১০। হে মুচা, নিশ্চয় ময়ে আল্লা, সৰ্ব্বশক্তিমান, সৰ্ব্বজ্ঞানী।

১১। এতিয়া তুমি তোমাৰ লাখুটিডাল নিক্ষেপ কৰাঁ চোন। তেওঁ তেনে

১। চোৱাঁ, ২৬ : ২ আৰু টী। ইবনে যৰীৰে লিখিছে, 'ত্বা' 'ত্বাহি'ৰৰ সংক্ষেপ ; অৰ্থ, আল্লা পৰম পৱিত্ৰ ; 'চীন', 'চমী' ৰ সংক্ষেপ, অৰ্থ, আল্লা শ্ৰেষ্ঠ শ্ৰোতা। কিছুমান তফচীৰকাৰৰ মতে 'ত্বা-চীনে' পৰ্ব্বত 'তুৰে চীনা'ক বুজাইছে। এই পৰ্ব্বতত মুচাই ( আ ) আল্লাৰ জ্যোতি দেখা পাইছিল, আৰু তাৰে দাঁতিত আল্লাই তেওঁক তৌৰাত দান কৰিছিল। হজৰত মহম্মদৰ ( স্ব ) প্ৰতিও কোৰান পোন প্ৰথমে অৱতীৰ্ণ হৈছিল মক্কাৰ ওচৰৰ পৰ্ব্বত গুহা হিৰাত।

২। চোৱাঁ, ৬ : ৪৪। আল্লাই মানৱক ভাল বেয়াৰ জ্ঞান, বিবেক, আৰু অনুভূতি দিছে। যি বেয়া বাট ধৰে তাৰ নিমিত্তে সি নিজেই দায়ী। এয়ে আল্লাৰ নিৰূপিত নিয়ম।

৩। ইস্ৰাইল বংশৰ সৰ্ব্বশ্ৰেষ্ঠ নবী মুচাক (আ) আল্লাই দান কৰিছিল তৌৰাত ধৰ্ম্ম-গ্ৰন্থ। বিশ্ব-নবী হজৰত মহম্মদৰ ( স্ব ) প্ৰতি সেই দান পূৰ্ণ হল কোৰানৰ দ্বাৰা।

৪। চিনাই পৰ্ব্বতত মুচাই আল্লাৰ আদেশ পোৱাৰ ঘটনা চুৰা ২০ প্ৰথম ৰুকুত বহলকৈ বৰ্ণনা কৰিছে। আৰু চোৱাঁ ২৮ : ১—৫।

কৰাৰ পাছত সেই লাখুটিডাল[৫] বগাই যাব লাগিলে যেনে ই এডাল সাপ ; তেওঁ পিছ হুঁহকি আঁতৰ হ'ল আৰু ঘূৰিও নাচালে। ( আমি মাত দিলোঁ ) হে মুচা, ভয় নকৰিবা ; বাস্তৱতে মোৰ সন্নিধানত ৰচুলসকলৰ একো ভয় নাই।

১২। আন কি, এনেজনৰো একো ভয় নাই যিজনে অন্যায় কৰাৰ পাছত অমঙ্গলৰ পৰিবৰ্ত্তে মঙ্গল কৰিব লাগি যায়, কিয়নো মই নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

১৩। আৰু তুমি তোমাৰ হাত এথন সোমোৱাই নিজ বুকুত ৰাখাঁ ; হাতখন উজ্জ্বল হৈ ওলাব[৬], কোনো প্ৰকাৰ ব্যাধিৰ চিন নোহোৱাকৈ। ফিৰৌন আৰু তেওঁৰ সম্প্ৰদায়ৰ কাৰণে যি ন'টি নিদৰ্শন নিৰ্ণয় কৰা হৈছে, এই দুইটি তাৰে অন্তৰ্ভুৰ্ক্ত ; ইয়াত কোনো সন্দেহ নাই সিহঁত অবাধ্য লোক।

১৪। পিছত সিহঁতৰ ওচৰলৈ আমাৰ জলজ্জলীয়া[৭] নিদৰ্শনসমূহ আহিলত সিহঁতে এই আষাৰ কথা মাথোন কলে, (এইবোৰৰ) প্ৰত্যেকটো প্ৰকাশ্য কুহক ভিন্ন একো নহয়।

১৫। আৰু অন্যায় আৰু অহঙ্কাৰ কৰি সিহঁতে সেইবোৰ নিদৰ্শন অস্বীকাৰ কৰিলে, অথচ সেইবোৰৰ সত্যতা সিহঁতৰ অন্তৰসমূহে ভালকৈ অনুভৱ কৰিছিল ; সেই দেখি তুমি চিন্তা কৰি চোৱাঁ, যিবিলাকে অশান্তি সৃষ্টি কৰিছিল শেহত সিহঁতৰ কি দশা হ'ল।

---

৫। মুচাক ( আ ) আল্লাই ন'টা নিদৰ্শন দিছিল ; তাৰ মাজত বিশেষ গুণ থকা তেওঁৰ লাখুটি ডাল আৰু উজ্জ্বল হব পৰা হাত দুখন। চোৱাঁ ৭ : ১৩৪, টী ১১, ৬ ; আৰু ১৭ : ১০২ ; ২০ : ১৯, ২৩ ; ২৮ : ৩২, ৩।

৬। নিদৰ্শনৰ তাৎপৰ্য্য এই ; মুচাৰ ( আ ) বুকু আল্লাৰ প্ৰেমৰে পৰিপূৰ্ণ, আৰু তেওঁৰ হৃদয়ত আছিল আধ্যাত্মিক জ্যোতি। সেইগতিকে তেওঁ ফিৰৌনৰ নিচিনা ক্ষমতাশালী সম্ৰাটক অসীম সাহেৰে সত্যৰ পিনে আহ্বান কৰিব পাৰিছিল।

৭। অৰ্থাৎ যি নিদৰ্শনৰ দ্বাৰা ভাল বেয়া বিচাৰ কৰিবলৈ আমি অনুভূতি লাভ কৰোঁ, আৰু সেই বিষয়ে আমাৰ একো সংশয় নাথাকে।

# ৰুকু ২

## হজ্ৰত চুলেইমান ( আ ) আৰু চবাৰ ৰাণী বিল্‌কিচৰ বিবৰণ।

১৬। আৰু ( মন কৰা ) স্বৰূপতে দাউদ আৰু চুলেইমানক আমি জ্ঞান[৮] দান কৰিছিলোঁ ; আৰু উভয়ে ( তাৰ বাবে শলাগ লৈ ) কৈছিল, সকলো প্ৰশংসা সেই আল্লাৰ যোগ্য যিজনে বিশ্বাস স্থাপনকাৰী সেৱকসকলৰ বহুতৰে ওপৰত আমাক শ্ৰেষ্ঠ[৯] কৰিছে।

১৭। আৰু দাউদৰ উত্তৰাধিকাৰী হ'ল চুলেইমান ; আৰু তেওঁ কৈছিল, হে লোকবিলাক, আমাক পক্ষীৰ বাক্যৰ[১০] অৰ্থ শিকোৱা হৈছে আৰু সমগ্ৰ ( লাগতিয়াল ) বস্তু আমাক ( প্ৰচুৰ পৰিমাণে ) দিয়া হৈছে ; ইয়াত কোনো সন্দেহ নাই, এনে দান আল্লাৰ প্ৰকাশ্য অনুগ্ৰহ।

১৮। আৰু চুলেইমানৰ অধীনত যিন্[১১] আৰু মানৱ আৰু পক্ষীদ্বাৰা (বিৰাট) সেনাবাহিনী গঠন কৰা হৈছিল ; পিছত সেই সমগ্ৰ সৈন্যদলক শ্ৰেণীমতে বিভক্ত কৰা হৈছিল।

---

৮। সাংসাৰিক আৰু আধ্যাত্মিক দুয়ো প্ৰকাৰ জ্ঞান। পিতা পুত্ৰ দুয়োৰে অসাধাৰণ বিচাৰ শক্তি আছিল।

৯। আল্লাই উভয়কে নবুৱতৰ লগতে ৰাজত্বও দিছিল। তেওঁ দুয়ো দেশ শাসনৰ উপৰি সকলোকে ধৰ্মৰ পথ দেখুৱাই নবীৰ কৰ্ত্তব্যও পালন কৰিছিল। চুলেইমান ( খৃঃ পূঃ ৯৯২—৯৫২ ) এটা বিশাল ৰাজ্যৰ অধিপতি আছিল।

১০। চুলেইমানৰ ( আ ) পক্ষী সম্বন্ধে ব্যাখ্যাকাৰ সকলে নানা অৰ্থ কৰিছে। (১) চুলেইমানে ( আ ) পক্ষী পোষণ বিদ্যা বিশেষকৈ শিকিছিল। (২) কেইবা বিধৰ পক্ষীক পত্ৰবাহকৰূপে ব্যৱহাৰ কৰিছিল, আৰু পক্ষীৰ জাঁক সমৰ বাহিনীৰ এটা অঙ্গ আছিল। (৩) দ্ৰুতবেগী ঘোঁৰাকো 'ত্বৈৰ' বোলা হয়, সিইতৰ যেন পাখি আছে। চুলেইমানে যুদ্ধৰ কাৰণে অশ্বাৰোহী সেনা বেছিকৈ ৰাখিছিল। তেওঁ নিজেও ঘোঁৰা ভাল পাইছিল, আৰু নিপুণ অশ্বাৰোহী যোদ্ধা আছিল। চোৱা, ৩৮ : ৩২ – ৩৪।

১১। চোৱা, ৬ : ১০২, টী ৮৮। পৰ্ব্বতীয়া জাতি আৰু উপজাতি সাধাৰণতে ৰণ-প্ৰিয়। চোৱা, ১৫ : ২৮।

১৯। যেতিয়া সিহঁত নম্‌ল্ জাতি বাস কৰা উপত্যকা[১২] পালেহি এজনী নম্‌লে ( চিঞঁৰ মাৰি ) কলে, হে নম্‌ল্ জাতি, তোমালোক নিজ ঘৰবোৰৰ ভিতৰলৈ ততালিকে সোমাই যোৱাঁ, চুলেইমান আৰু তেওঁৰ সেনাদলে তোমালোকক যেন নজনাকৈ[১৩] গচকি আহত-নিহত নকৰে।

২০। তাইৰ মাত কাণত পৰিলত, চুলেইমানে মিচিকিয়ালে। আৰু তেওঁ এইদৰে ( আল্লাৰ ওচৰত ) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, তুমি মোৰ প্ৰতি আৰু মোৰ পিতৃ-মাতৃৰ প্ৰতি যি অনুগ্ৰহ বৰ্ষণ কৰিছা সেই অনুগ্ৰহৰ বাবে মই যেন তোমাৰ ওচৰত কৃতজ্ঞ হৈ থাকিব পাৰোঁ, আৰু তুমি যি ন্যায়কাৰ্য্যত সন্তুষ্ট মই যেন তাকে কৰিব পাৰোঁ, এনে শক্তি মোক দান কৰাঁ ; আৰু তোমাৰ কৰুণা গুণে মোক তোমাৰ ধৰ্ম্মপৰায়ণ সেৱকসকলৰ অন্তৰ্গত কৰি লোৱাঁ।

২১। আৰু তেওঁ পক্ষী ( সদৃশ ) দলক ( অশ্বাৰোহী সেনাক ) পৰিদৰ্শন কৰিলত কলে, হুদ্‌হুদক[১৪] মই দেখা নাই। ইয়াৰ কাৰণ কি ? সি ( আজি ) অনুপস্থিতবিলাকৰ মাজৰ নে ?

২২। তাক মই কঠোৰ শাস্তি দিম, নাইবা মৃত্যুদণ্ড দিম। যদিহে সি ( অনুপস্থিতিৰ) সন্তোষজনক প্ৰমাণ দিব নোৱাৰে।[১৫]

২৩। আৰু বেচি সময় নৌ যাওঁতে সি ( উপস্থিত হ'লহি আৰু চুলেইমানক ) কলে, যি তোমাৰ অবিদিত তাৰ সকলোখিনি মই জানি আহিছোঁ, আৰু চবা নগৰৰ পৰা মই তোমাৰ নিমিত্তে সুনিশ্চিত সংবাদ আনিছোঁ।

২৪। স্বৰূপতে মই গৈ দেখিলোঁ সিহঁতৰ ( চবাবাসী লোকৰ ) ওপৰত

---

১২। যিত্ৰীন্ আৰু আচ্‌কলানৰ মাজৰ স্থাইফৰ অঞ্চলত নম্‌ল্ জাতি বাস কৰিছিল।

১৩। বাইবেলে চুলেইমানৰ ( আ ) অনেক দাইদোষৰ নিৰ্দ্দেশ দিছে ; কিন্তু কোৰানৰ মতে তেওঁ নিৰ্দ্দোষ।

১৪। হুদ্‌হুদ্ দৰাচলত পানীত চৰি থকা এবিধ চৰাই। বহুত মানুহৰ চৰাই বা আন জন্তুৰ নামেৰে নাম ৰখা হয়। চুলেইমানৰ ( আ ) এজন ভাণ্ডৰ বিষয়াৰ নাম হুদ্‌হুদ্ আছিল। বাইবেলত তেওঁৰ নাম হদাদ্ উল্লিখিত হৈছে ; চোৱাঁ, I Kings, ১১ : :৫, ২১। সম্ভৱত তেওঁ ৰাণী বিলকিচৰ দদায়েক। কিন্তু বিৰোধ কৰাৰ কাৰণে তেওঁক ৰাণীয়ে ভাল পোৱা নাছিল। আৰু এবাৰ আগতে তেওঁ চাকুৰি এৰি পলাই গৈছিল।

১৫। হুদ্‌হুদ্ যে বিষয়াৰ নাম তাৰ প্ৰমাণ এই যে তেওঁ অনুপস্থিতিৰ কৈফিয়ত্ দিব নোৱাৰিলে তেওঁক প্ৰাণদণ্ড দিয়া হব। চৰাইৰ প্ৰাণদণ্ডৰ কোনো অৰ্থ নাই।

এজনী তিৰোতাই[১৬] ৰাজত্ব কৰি আছে, আৰু তেওঁক ( আল্লাৰ ফালৰ পৰা ) প্ৰচুৰ সম্বল প্ৰদান কৰা হৈছে, আৰু তেওঁ এখন মহান সিংহাসনৰ গৰাকী।

২৫। মই দেখিলোঁ সেই ৰাণীয়ে আৰু তেওঁৰ লোকবিলাকে সূৰ্য্যক প্ৰণিপাত কৰে[১৭], আৰু সিহঁতৰ এনে কাৰ্য্যসমূহ শয়তানে সিহঁতৰ চকুত সুসজ্জিত কৰি তুলিছে, আৰু ( সৰল ) বাটৰ পৰা সিহঁতক প্ৰতিৰোধ কৰিছে ; সেইগতিকে সিহঁতে সুপথে চলিব পৰা নাই।

২৬। তাৰ ফলত সিহঁতে আল্লাক সাষ্টাঙ্গে প্ৰণিপাত নকৰে, যিজনে আকাশ-মণ্ডলী আৰু পৃথিৱীত যি অদৃশ্য সকলো উলিয়াই আনে, আৰু যিজনে তোমালোকে যি গোপনে কৰা আৰু যি প্ৰকাশ্যে কৰা আটাইবিলাক জানে।

২৭। তেৱেঁই আল্লা ; তেওঁত ভিন্ন আন উপাস্য নাই ; তেৱেঁই মহান সিংহাসনৰ গৰাকী।

২৮। চুলেইমানে কলে, তুমি সচা বাতৰি দিছা নে তুমি মিছলীয়াবিলাকৰ এজন, আমি অলপতেই জানিব পাৰিম।

২৯। মোৰ এই পত্ৰ লৈ যোৱা, আৰু তেওঁলোকৰ হাতত দিয়া, পিছত তেওঁলোকৰ পৰা নিলগহৈ অপেক্ষা কৰিবা। জানোছা তেওঁলোকে পত্ৰৰ উত্তৰ দিয়ে।

৩০। ( পত্ৰ পাই ) ৰাণীয়ে ( দৰ্‌বাৰীসকলক ) কলে, হে মোৰ মুখিয়াল বিষয়াসকল, মোৰ প্ৰতি এখন সম্মানজনক পত্ৰ প্ৰেৰণ কৰা হৈছে ;

৩১। সচাকৈয়ে পত্ৰখন আনিছে চুলেইমানৰ দৰবাৰৰ্ পৰা, আৰু ই এইদৰে আৰম্ভ হৈছে : পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত ;

৩২। মোৰ বিৰুদ্ধে তোমালোকে আক্ৰমণ নচলাবা, বৰং মোৰ ওচৰলৈ আহি আত্মসমৰ্পন কৰা।[১৮]

---

১৬। চোৰা, ৩৫ : ১৬—২১। আৰু বাঃ I. Kings, ১—১০। চবা (Sheba) ইয়মন ৰাজ্যৰ ৰাজধানীৰ নাম। ৰাণীৰ নাম কিল্‌কিচ্। তেওঁ আৰু তেওঁৰ পুতেক মেনিলিক এবিচিনিয়াৰ ৰাজবংশৰ আদি-পুৰুষ।

১৭। চবা নিবাসীবিলাকে সূৰ্য্য, চন্দ্ৰ আৰু নানা গ্ৰহনক্ষত্ৰক পূজা কৰিছিল।

১৮। চুলেইমান ( আ ) আল্লাৰ ৰচুল। তেওঁ যে চবাৰ ৰাণীক সূৰ্য্য-নক্ষত্ৰৰ পূজা ত্যাগ কৰিবলৈ আৰু সত্য ধৰ্ম্ম গ্ৰহণ কৰিবলৈ আহ্বান কৰিছিল, ই স্বাভাৱিক কথা। উল্লেখযোগ্য যে আয়তত 'মুচ্‌লেমীন' শব্দ আছে ; আৰু মুচ্‌লিম্ শব্দৰ অৰ্থ আত্মসমৰ্পণকাৰী।

# ৰুকু ৩

চবাৰ পিনে চুলেইমানৰ যাত্ৰা; ৰাণী বিল্‌কিচৰ আত্মসমৰ্পণ; তেওঁৰ সমাদৰ; তেওঁৰ সত্য ধৰ্ম গ্ৰহণ।

৩৩। ৰাণীয়ে কলে, হে দৰবাৰী বিষয়াসকল, মোৰ এই কাৰ্য্য সম্বন্ধে তোমালোকৰ অভিমত মোক জানিবলৈ দিয়াঁ; তোমালোকে উপস্থিত থাকি (পৰামৰ্শ নিদিয়ালৈকে) মই কোনো (গুৰুত্বপূৰ্ণ) বিষয়ে শেষ মীমাংসা নকৰোঁ।[১৯]

৩৪। তেওঁলোকে উত্তৰ দিলে, আমি বলী আৰু বীৰ ৰণুৱা, কিন্তু আদেশ দিয়াৰ গৰাকী তুমি; প্ৰতিকে তুমি ভাবি চোৱাঁ (এই অৱস্থাত) কি আদেশ দিয়া যুগুত।

৩৫। ৰাণীয়ে কলে যেতিয়া ৰজাবিলাক (বিজয়ী হৈ) কোনো এখন নগৰত প্ৰবেশ কৰে, সেই নগৰক উচ্ছন্ন কৰি পেলায়, আৰু তাৰ গণ্য-মান্যসকলক অৱমনিত কৰে; আৰু এনে কাৰ্য্য কৰা সিহঁতৰ অভ্যাস।[২০]

৩৬। আৰু (প্ৰথমে) মই তেওঁলোকলৈ উপঢৌকন পঠাবলৈহে স্থিৰ কৰিছোঁ, পিছত দূতবিলাক কি সংবাদ লৈ উভতি আহে তাৰে অপেক্ষা কৰিম।

৩৭। পিছত চুলেইমানৰ ওচৰত দূত এজন আহিলত তেওঁ তাক কলে, তোমালোকে মোক সহায় কৰিবলৈ ধন-ৰত্ন আনিছা নে কি? কিন্তু যি সম্বল আল্লাই মোক প্ৰদান কৰিছে সি তোমালোকক দিয়া সম্বলতকৈ অনেক গুনে শ্ৰেষ্ঠ[২১]; অথচ যি উপঢৌকন তোমালোকে আনিছা সেইখিনিতেই তোমালোক উল্লাসিত!

---

১৯। ইয়াৰ পৰা বুজিব পাৰি, চবাৰ ৰাণী বিল্‌কিচ্ স্বেচ্ছাচাৰিণী নাছিল। তেওঁ মন্ত্ৰীসকলৰ মত লৈ ৰাজ্য শাসন কৰিছিল।

২০। ৰাণীয়ে চুলেইমানৰ সমৰ-শক্তিৰ কথা আগতে শুনি পাইছিল—আৰু জানিছিল তেওঁৰ বিৰুদ্ধে যুদ্ধ-বিগ্ৰহৰ চেষ্টা নিস্ফল হব। সেই গতিকে আত্মসমৰ্পণ কৰিবলৈ মন মেলিলে।

২১। মোৰ ধন সম্পত্তিৰ লৈতে তোমালোকৰ ধনৰ তুলনায়ে হব নোৱাৰে। তাৰ উপৰি আল্লাই মোক নুবৱতৰ অমূল্য ধন ৰত্ন দান কৰিছে।

৩৮। তুমি তেওঁলোকৰ ওচৰলৈ উভতি যোৱাঁ, তোমাৰ পাছে পাছে আমিও নিশ্চয় এনে সেনাদল লৈ সিহঁতৰ সম্মুখীন হম যাৰ প্ৰতিৰোধ কৰিবলৈ সিহঁতৰ মুঠেই শক্তি নাই, আৰু সেই ঠাইৰ পৰা সিহঁতক অপমানৰে সৈতে উলিয়াই দিম ; আৰু অৱশেষত সিহঁত অবমানিত হৈ পৰিব।

৩৯। চুলেইমানে কলে[২১], হে মোৰ মুখিয়ালাল বিষয়াসকল, তেওঁলোক মোৰ প্ৰতি আত্মসমৰ্পণ কৰিবলৈ অহাৰ আগতে তেওঁলোকৰ কোনো এজনে ৰাণীৰ নিমিত্তে এখন সিংহাসন[২৩] মোৰ ওচৰলৈ লৈ আহিব পাৰিব নে ?

৪০। যিন্ সদৃশ ওখ বলৱান মানুহ[২৪] এজনে কলে, তুমি এই ঠাই এৰি অইন ঠাইলৈ যোৱাৰ পূৰ্ব্বেই মই সিংহাসন এখন লৈ আহিম ; আৰু কোনো সন্দেহ নাই, এই কাৰ্য্য সম্পন্ন কৰিবৰ ক্ষমতা মোৰ আছে, আৰু মই বিশ্বাসযোগ্য।

৪১। ধৰ্ম্মগ্ৰন্থবিজ্ঞ এজন মানুহে[২৫] কলে, তোমাৰ চকু টিপ মৰাতে ( অতি শীঘ্ৰে ) মই সিংহাসন এখন লৈ আহিম। অৱশেষত[২৬] যেতিয়া চুলেইমানে সিংহাসন এখন নিজৰ কাষত পাতি থোৱা দেখিবলৈ পালে, তেওঁ কলে, ই মোৰ প্ৰভুৰেই অনুগ্ৰহ ! ইয়াৰ দ্বাৰা তেওঁ মোৰ পৰীক্ষা লৈছে, মই ( তেওঁৰ অনুগ্ৰহৰ বাবে ) তেওঁৰ শলাগ লওঁ নে শলাগ নলওঁ। আৰু যি তেওঁৰ শলাগ লয় সি ( প্ৰকৃততে ) নিজ আত্মাৰ (কল্যাণৰ ) নিমিত্তেহে শলাগ লয় ; আৰু যি শলাগ নলয় ( সি যেন জানি ৰাখে ) মোৰ প্ৰভু অভাৱহীন, সন্মানৰ গৰাকী।

৪২। তেওঁ কলে, যিখন সিংহাসন ৰাণীৰ নিমিত্তে আনিছা তাৰ ৰূপ

---

২২। বুজিব লাগিব, ইয়াৰে মাজতে সন্ধি-চুক্তিৰ স্বৰ্ত্তবিলাক নিৰ্ণয় কৰা হল। ৰাণী স্বয়ং আহি আত্মসমৰ্পণ কৰিব লাগিব। অৱশ্যে তেওঁৰ সম্বৰ্দ্ধনাৰ যথোচিত আয়োজন কৰা হব। কোৰান বুৰঞ্জী নহয়, বিস্তাৰিত বিবৰণ অনেক ঠাইত নিদি কেৱল ঘাই কথা খিনি উল্লেখ কৰে।

২৩। এই সিংহাসন সম্বন্ধে লেখকসকলে নানা মত প্ৰকাশ কৰিছে। চুলেইমানে ৰাণীৰ সিংহাসনকে আনিবলৈ কৈছিল নে যি কোনো এখন সিংহাসন যোগাৰ কৰি আনিবলৈ আদেশ দিছিল। কোৰানবিদ্ মৌঃ মুকদ্দিনে দ্বিতীয় অৰ্থটোহে লৈছে।

২৪। আমালেকা জাতিৰ মানুহ ( Amalekites ) এজনে এই কামৰ ভাৰ লৈছিল।

২৫। এজন ইস্ৰাইলী পণ্ডিত।

২৬। নিশ্চয় ইয়াৰ মাজতে ৰাণীৰ অভ্যৰ্থনাৰ আয়োজন হ'ল ; আৰু এখন সিংহাসনো যোগাৰ কৰা হ'ল।

পৰিবৰ্ত্তন[27] কৰা যাতে আমি বুজিবলৈ পাৰোঁ তেওঁ সত্য কথা জানিব পাৰে[28] নে সত্য ঢুকি নাপায়।

৪৩। পিছত ৰাণী আহিলত তেওঁক প্ৰশ্ন কৰা হল, তোমাৰ সিংহাসন এই প্ৰকাৰ নে? তেওঁ উত্তৰ দিলে, মোৰ সিংহাসনখন প্ৰায় এইখনৰেই নিচিনা[29]। বাস্তৱতে ইতিপূৰ্ব্বে আমাক (সত্যৰ) জ্ঞান দিয়া হৈছিল, আৰু আমি আত্মসমৰ্পণকাৰী হৈছিলোঁ।

৪৪। আৰু ৰাণী যে আল্লাক এৰি অইনৰ উপাসনা কৰিছিল তাৰ পৰা চুলেইমানে তেওঁক নিবৃত্ত কৰিছিল;[30] প্ৰকৃততে তেওঁ (আগতে) আছিল অবিশ্বাসী দলৰ অন্তৰ্ভুক্ত।

৪৫। তেওঁক কোৱা হল, এই প্ৰাসাদৰ ভিতৰলৈ সোমাই আহাঁ। তেতিয়া (সোমাই আহোঁতে, মজিয়াৰে তিৰ্‌বিৰণি) দেখি তেওঁ তাত পানীৰ ধাৰা বৈছে বুলি অনুমাণ কৰিলে, আৰু অতিশয় ব্যাকুল[31] হৈ পৰিল। চুলেইমানে কলে কাঁচৰে নিৰ্ম্মাণ কৰা প্ৰাসাদৰ মজিয়াহে জিলিকিছে; (ই পানী নহয়)। (সকলো কথা বুজি) ৰাণীয়ে কলে, হে মোৰ প্ৰভু আল্লা, বাস্তৱতে মই নিজ আত্মাৰ প্ৰতি অন্যায়[32] কৰিছিলোঁ, আৰু এতিয়া চুলেইমানৰ লগ লাগি বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লাৰ প্ৰতি আত্মসমৰ্পণ কৰিলোঁ।

২৭। সোণ দি মণি মুক্তা লগাই সুশোভিত কৰা যেন ৰাণীৰ নিজ সিংহাসনৰ তুলনাত এইখন দেখিবলৈ বহুগুণে ধুনীয়া হয়।

২৮। কিছুমানে সাধাৰণ অৰ্থ হৈছে; তেওঁ এইখন দেখি নিজৰ সিংহাসন বুলি কয় নে অইন এখন বুলি ভাবে।

২৯। এইখনৰে নিচিনা সুন্দৰ আৰু বহুমূলীয়া।

৩০। বাইবেলৰ মতে চবাৰ ৰাণীয়ে সূৰ্য্য-নক্ষত্ৰৰ পূজা কৰিছিল। চুলেইমানৰ পত্নী হোৱাৰ পাছতো নিজৰ ধৰ্ম্ম ত্যাগ কৰা নাছিল। কোৰানে ইয়াৰ প্ৰতিবাদ কৰি স্পষ্টকৈ উল্লেখ কৰিছে তেওঁ চুলেইমানৰ সত্য ধৰ্ম্ম গ্ৰহণ কৰি এক আল্লাৰ উপাসনা কৰিব লাগিছিল। আ: ৪৫।

৩১। আৰ্‌বী 'কশ্‌ফ আনিচ্‌-চাক্' বিশেষ ৰূপক অৰ্থৰ ব্যৱহৃত হৈছে, ভয়ত ব্যাকুল, বিবুদ্ধি হোৱা। কোৰানৰ আৰু দুই ঠাইত এনে অৰ্থ বুজাবলৈ এই বাক্য-পদ্ধতি প্ৰয়োগ কৰা হৈছে। চোৰা, ৬৮: ৪৩, আৰু ৭৫: ৩০। ইমাম ৰাজী আৰু 'আল্লামা জমখ্‌শৰীয়েও এই অৰ্থ সমৰ্থন কৰিছে।

৩২। সূৰ্য্য চন্দ্ৰ, নক্ষত্ৰৰ পূজা কৰি নিজৰ আত্মাৰে ক্ষতি কৰিছিলোঁ।

# ৰুকু ৪

স্বালেহ্ (আ) আৰু লূতৰ (আ) উপদেশ; অভিসন্ধি কৰোঁতাবিলাকৰ শেষ পৰিণাম; মহম্মদ (স্ব) সম্বন্ধে নিহিত ভবিষ্যৎবাণী।

৪৬। আৰু স্বৰূপতে ছমূদজাতিৰ[৩৩] ওচৰলৈ সিহঁতৰ নিজৰ ভ্ৰাতৃ স্বালেহক আমি প্ৰেৰণ কৰিছিলোঁ, এই আদেশ দি, তোমালোকে এক আল্লাৰ উপাসনা কৰা। কিন্তু চোৱাঁ, সিহঁত দুই দলত[৩৪] বিভক্ত হৈ পৰস্পৰ বিবাদ কৰিব লাগিলে।

৪৭। তেওঁ কলে, হে মোৰ জাতি, তোমালোকে মঙ্গলৰ আগতে অমঙ্গল আনিবলৈ কিয় খৰ-খেদা কৰিছা? আল্লাৰ পৰা কিয় ক্ষমা ভিক্ষা নকৰা, যাতে তোমালোকৰ প্ৰতি করুণা বৰ্ষণ কৰা হয়?

৪৮। সিহঁতে উত্তৰ দিলে, আমাৰ যে (এতিয়া) দুৰ্ভাগ্য ঘটিছে সি তোমাৰ আৰু তোমাৰ সঙ্গীবিলাকৰ কাৰণে হে। তেওঁ কলে, (নহয়) তোমালোকৰ দুৰ্ভাগ্য আল্লাৰ কাষৰ পৰা সূচিত হৈছে, বৰং তোমালোক এনে এটা জাতি যাৰ এতিয়া পৰীক্ষা লোৱা হৈছে।

৪৯ আৰু সেই নগৰত ন'জন[৩৫] (অন্যায়কাৰী) মানুহ আছিল; সেইকিজনে দেশত অশান্তিৰ সৃষ্টি কৰি আছিল, আৰু (নিজৰ আৰু সমাজৰ) সংশোধন কৰা নাছিল।

৫০। সিহঁতে কলে, তোমালোকে আল্লাৰ নাম লৈ ইজনে সিজনৰ সম্মুখত শপত খোৱাঁ,—নিশ্চয় আমি নিশা থাকোঁতেই স্বালেহ আৰু তেওঁৰ গোটেই পৰিয়ালক

৩৩। হজ্‌ৰত স্বালেহ্ আৰু ছমুদ জাতিৰ সম্বন্ধে চোৱাঁ চুৰা ৭, ৰুকু ৮।

৩৪। দুখীয়া নিৰীহ লোকৰ এটা দল, আৰু দ্বিতীয় দল চহকি অহঙ্কাৰী-বিলাকৰ।

৩৫। স্বালেহৰ (আ) বিৰুদ্ধে ছমুদৰ ন'জন প্ৰধান নেতা থিয় দিছিল। সিহঁতৰ কু-অভিসন্ধি নিষ্ফল হ'ল, শত্ৰুবিলাক ধ্বংস হ'ল। এই ঘটনাত মহম্মদ (স্ব) সম্বন্ধে এটা ভবিষ্যৎ বাণী নিহিত আছে। বদৰৰ যুদ্ধত ন'জন কোৰেইশ নেতা নিহত হ'ল। সিহঁতৰ নাম হৈছে, আবু মহল্, ওলীদ, নদৰ, উৎবা, শেইবা, উমৈয়া, আকবা, হাৰিছ্ আৰু আবু লহব্। প্ৰথম ৮ জন যুদ্ধ ক্ষেত্ৰতেই নিহত হল, আৰু আবু লহব অলপ দিনৰ পাছতে মক্কাত মৰিল।

হঠাতে আক্ৰমণ কৰিম ; তাৰ পিছত ( সোধ-পোছ হলে ) তেওঁৰ উত্তৰাধিকাৰীক আমি ইয়াকে কম, তেওঁৰ পৰিয়াল কেনেকৈ নিহত হল আমি চকুৰে দেখা নাই ; আৰু ইয়াত সন্দেহ নাই আমি সচা কথাহে কৈছোঁ।[৩৬]

৫১। প্ৰকৃততে সিহঁতে এটা অভিসন্ধি পাতিছিল, আৰু আমিও ( সিহঁতৰ বিৰুদ্ধে ) কৌশল সাজিলোঁ ; আৰু সিহঁতে ( তাৰ ) গমকে নাপালে।

৫২। গতিকে ( এতিয়া ) ভাবি চোৱাঁ, সিহঁতৰ অভিসন্ধিৰ পৰিণাম কেনে হ'ল ! সিহঁতক আৰু সিহঁতৰ সমস্ত জাতিটোকে আমি বিনাশ কৰিলোঁ।

৫৩। পিছত সিহঁতে যে অন্যায় কৰিছিল তাৰ বাবে সিহঁতৰ আটাইবোৰ ঘৰবাৰী হেৰেপা খাই পৰি থাকিল। বাস্তৱতে এই ঘটনাত জ্ঞানৱান লোকৰ নিমিত্তে নিশ্চয় নিদৰ্শন আছে।

৫৪। আৰু যিসকলে বিশ্বাস স্থাপন কৰিছিল আৰু আল্লাক ভয় কৰিছিল সেইসকলক আমি ৰক্ষা কৰিলোঁ।

৫৫। আৰু ( আমিয়ে প্ৰেৰণ কৰিছিলোঁ ) লূত্বক [৩৭] ; চোৱাঁ, নিজৰ জাতিক তেওঁ কৈছিল, কি ! তোমালোকে দেখাদেখিকৈ এনে কাৰ্য্য কৰিব লাগিছাঁ নে যি নিতান্ত নিৰ্গত ?

৫৬। কি ! তোমালোকে কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ অভিপ্ৰায়ে নাৰী-বিলাকক এৰি পুৰুষবিলাকৰ ওচৰ চাপা গৈ ! নহয়, তোমালোক এটা ( অতি ) নিৰ্ব্বোধ জাতি।

৫৭। কিন্তু তেওঁৰ জাতিৰ একেষাৰ কথাৰ বাজে আন উত্তৰ নাছিল ; লূত্বৰ সন্তান-সন্ততিক তোমালোকে নিজৰ নগৰৰ পৰা নিৰ্ব্বাসিত কৰাঁ ; বাস্তৱতে সিহঁতে ( লোকক ) ইয়াকেহে দেখুৱাব ইচ্ছা কৰে সিহঁত যেন অতি পৱিত্ৰ।

৫৮। পিছত আমি তেওঁক আৰু তেওঁৰ গোটেই পৰিয়ালক ৰক্ষা কৰিলোঁ, তেওঁৰ পত্নী[৩৮] ভিন্ন ; আমি আগতে স্থিৰ কৰিছিলোঁ, তেওঁ যেন পিছ পৰিথকা বোৰৰ লগতে বৈ যায়।

৩৬। এনে অভিসন্ধি কোৰেইশ বৰমূৰীয়াবিলাকেও হজৰতৰ (স্ব) বিৰুদ্ধে পাতিছিল। আল্লাই সেই অভিসন্ধি বিফল কৰি হজ্ৰতক ( স্ব ) শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিলে। চোৱাঁ, ৫ : ৬৮ আৰু টী।

৩৭। লূত্ব্ ( আ ) সম্বন্ধে চোৱাঁ ৭ : ৮১—৮৫ ; ২৬ : ১৬১—১৭৩ ; ৫৪ : ৩৪—৪১।

৩৮। চোৱাঁ, ৭ : ৮৪, টী ৭৬।

৫৯। আৰু সিহঁতৰ ওপৰত আমি ভীষণ বৰষুণ[৩৯] নমালোঁ। ভাবি চোৱাঁ, যিবিলাকক সতৰ্ক কৰি দিয়া হৈছিল (অথচ অন্যায়ৰ আচৰণ সিহঁতে এৰি দিয়া নাছিল) সিহঁতৰ ওপৰত এই শিলাবৃষ্টি আছিল কেনে নিকৃষ্ট!

## ৰুকু ৫

আল্লাতৰ্ভিন্ন আন উপাস্য নাই; নিঃসহায়ৰ
সহায় তেৱেঁই; তেওঁৰ হাততেই
সৃষ্টি আৰু পুনৰুত্থান।

৬০। তুমি কোৱাঁ, সকলো প্ৰশংসা আল্লাৰে যোগ্য! আৰু তেওঁৰ যি সেৱকসকলক তেওঁ বাচি লৈছে সেইসকলৰ প্ৰতি শান্তি! ভাবি চোৱাঁ আল্লা শ্ৰেষ্ঠতৰ নে সেইবিলাক উপাস্য যিবিলাকক সিহঁতে আল্লাৰ সমানে পাতি লৈছে?

৩৯। আৰবী শব্দৰ মন্তব্য অৰ্থ টী ৭৭ত দিয়া হৈছে। চোৱাঁ ৭: ৮৪।

৬১। আকাশমণ্ডলী আৰু পৃথিৱী কোনে সৃজন কৰিছে, আৰু আকাশৰ পৰা তোমালোকৰ নিমিত্তে বৰষুণ কোনে নমাইছে? আৰু তাৰ দ্বাৰা সুন্দৰ মনোৰম উদ্যানসমূহ আমিয়ে উৎপাদন কৰিছোঁ। সেইবিলাকৰ গছ-গছনিও উৎপন্ন কৰা তোমালোকৰ সাধ্য নাই। কি! আল্লাৰ সঙ্গীস্বৰূপ আন উপাস্য থাকিব পাৰে নে?[৪০] কেতিয়াও নহয়, প্ৰকৃততে সিহঁত সীমালঙ্ঘনকাৰী লোক।

৬২। কোনে পৃথিৱীক সংস্থাপিত কৰিছে, আৰু তাৰ মাজেদি জুৰিসমূহ প্ৰবাহিত কৰিছে, আৰু তাৰ ওপৰত স্থাপিত কৰিছে পৰ্ব্বতমালা? আৰু দুখন সাগৰৰ মাজত কোনে অৱৰোধ[৪১] সৃষ্টি কৰিছে। কি! আল্লাৰ সঙ্গীস্বৰূপ আন উপাস্য থাকিব পাৰে নে? কেতিয়াও নোৱাৰে; প্ৰকৃততে সিহঁতৰ সৰহভাগেই অজ্ঞান।

৬৩। যিজনে নিৰুপায় হৈ তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰে সেইজনক প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ কোনে দিয়ে, আৰু কোনে (অহা) অমঙ্গল দূৰীভূত কৰে, আৰু পৃথিৱীৰ উত্তৰাধিকাৰী তোমালোকক কোনে কৰে? কি! আল্লাৰ সঙ্গীস্বৰূপ আন উপাস্য থাকিব পাৰে নে? অতি তাকৰহে উপদেশ তোমালোকে গ্ৰহণ কৰা।

৬৪। স্থল আৰু জলৰ গভীৰ অন্ধকাৰৰ মাজেদি তোমালোকক কোনে পথপ্ৰদৰ্শন কৰে,[৪২] আৰু নিজস্ব কৰুণাৰ আগতে শুভ সংবাদৰ[৪৩] সূচনাৰূপে মলয়া বতাহ কোনে বলায়? কি! আল্লাৰ সঙ্গীৰূপে আন উপাস্য হব পাৰে নে? সিহঁতে যাক আল্লাৰ সমানে উপাস্য পাতিছে তাতোকৈ আল্লা বহুত উৰ্দ্ধত।

৬৫। এই জগত আদিতে কোনে সৃজন কৰিছে; পিছত তাকে কোনে

---

৪০। সৃষ্টিৰ শৃঙ্খলা আৰু বিত্তোপন সৌন্দৰ্য্য লক্ষ্য কৰিলে আল্লাৰ অসীম ক্ষমতা আৰু একত্বত আমাৰ বিশ্বাস দৃঢ় হয়। সেই দেখি অহা আয়তসমূহৰ প্ৰত্যেকটোত এই ফাকি গীতৰ দোহাৰ দৰে ব্যৱহাৰ হৈছে।

৪১। দুখন সাগৰক সংলগ্ন কৰা ঠাই; যোজক।

৪২। এটা ৰূপক অৰ্থও আছে। প্ৰথম অৱস্থাত মুচ্‌লিমসকল নিঃসহায়, উপায়হীন আছিল। অনেক বাধা-বিঘিনি তেওঁলোকে অতিক্ৰম কৰি আৰু ক্ৰমে ক্ৰমে কেইবাখন দেশ জয় কৰে।

৪৩। আধ্যাত্মিক জগতত নবী আৰু ৰচুল সকলৰ আগমন বসন্তকালৰ আগমনৰ সদৃশ। আল্লাৰ ভক্ত সেৱকসকলে ৰচুলৰ আবিৰ্ভাৱৰ আগ-জাননি ৰূপে ইল্‌হাম্ (দৈববাণী) পাই থাকে।

পুনৰায় উদ্ভৱ কৰে ; আৰু আকাশ[৪৪] আৰু পৃথিৱীৰ পৰা তোমালোকক কোনে উপজীৱিকা প্ৰদান কৰে ? কি ! আল্লাৰ সঙ্গীস্বৰূপ আন উপাস্য হ'ব পাৰে নে ? তুমি কোৱাঁ, তোমালোকে ( ইয়াৰ ) প্ৰমাণ উপস্থিত কৰা, যদিহে তোমালোক সত্যবাদী হোৱা ।

৬৬। তুমি কোৱাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ অদৃশ্য বিষয়ে আল্লাত ভিন্ন আন কাৰো জ্ঞান নাই ; আৰু সিহঁতৰ কেতিয়া পুনৰুত্থান হ'ব তাকো সিহঁতে নাজানে ।

৬৭। প্ৰকৃত কথা এই, পৰকালৰ বিষয়লৈকে সিহঁতৰ জ্ঞানে ঢুকি নাপায় ; বৰং সেই বিষয়ে সিহঁত সংশয়তহে পৰি আছে ; নহয়, সেই বিষয়ে সিহঁত সমূলি অন্ধ ।

## ৰুকু ৬

পৰলোকত দৃঢ় বিশ্বাস ; পুণ্যবানৰ প্ৰতিদান আৰু পাপিষ্ঠৰ
শাস্তি আল্লাৰ বিধি-বদ্ধ ; ইহুদী আৰু খৃষ্টিয়ান
সকলৰ মাজৰ বিৰোধৰ মীমাংসা ।

৬৮। আৰু অবিশ্বাসীবিলাকে কয়, কি ! আমি আৰু আমাৰ পিতৃপুৰুষসকল মাটিত বিলীন হৈ যোৱাৰ পিছতো সচাকৈয়ে আমাৰ পুনৰুত্থান হ'ব নে ?[৪৫]

৬৯। স্বৰূপতে পূৰ্ব্বেও আমাৰ প্ৰতি আৰু আমাৰ পূৰ্ব্বপুৰুষসকলৰ প্ৰতি এই ধৰণৰ অঙ্গীকাৰ কৰা হৈছিল ; ই প্ৰাচীন লোকৰ কাহিনী[৪৬] মাথোন ।

৭০। তুমি কোৱাঁ তোমালোকে পৃথিৱীত পৰিভ্ৰমণ কৰাগৈ, পিছত চিন্তা কৰি চোৱাঁ, দোষীবিলাকৰ শেষ পৰিণাম কেনে হৈছিল !

---

৪৪। 'চমা' শব্দৰ অৰ্থ বহু ঠাইত মেঘ লোৱা হৈছে। বৰষুণ নহলে শস্য, ফল আদি উৎপন্ন নহয় ।

৪৫। আল্লাৰ আগত আমি নিজ কৰ্ম্মৰ বাবে দায়ী । পুনৰুত্থানৰ দিনা তেওঁ আমাৰ কাৰ্য্যাবলীৰ হিচাপ লব । এনে বিশ্বাস সত্যধৰ্ম্মৰ মূল শিক্ষা ।

৪৬। নাস্তিক আৰু অজ্ঞেয়বাদীবিলাকে এনেৰোপ কথা কৈ থাকে । সিহঁতে কয় ধৰ্ম্ম একো নহয়, কেৱল মানুহৰ অন্তৰৰ ভয় গুচাবৰ এটা উপায় ।

৭১। আৰু সিহঁতৰ কাৰণে তুমি বেজাৰ নকৰিবা ;[৪৭] আৰু সিহঁতে যে (তোমাৰ বিৰুদ্ধে) কুমন্ত্ৰণা কৰে, তাৰ বাবে মন সঙ্কুচিত নকৰিবা।

৭২। আৰু সিহঁতে সোধে, এই অঙ্গীকাৰ পূৰ্ণ হুবৰ সময় কেতিয়া, যদি হে তোমালোক সত্যবাদী ?

৭৩। তুমি কোৱাঁ, যি শাস্তিলৈ তোমালোকে খৰ্খেদা কৰিছা, হুব পাৰে তাৰ কিছুভাগ তোমালোকৰ ওচৰ চাপেছি[৪৮] লাগে।

৭৪। আৰু ইয়াত একো সন্দেহ নাই, মানৱৰ প্ৰতি তোমাৰ প্ৰভু কৃপালু ; কিন্তু সিহঁতৰ সৰহভাগেই কৃতজ্ঞতা স্বীকাৰ নকৰে।

৭৫। আৰু সিহঁতৰ অন্তৰসমূহে যি গোপন কৰি ৰাখে আৰু যি প্ৰকাশ কৰে সকলো তোমাৰ প্ৰভুৱে নিশ্চয়কৈ জানে।

৭৬। আৰু আকাশ আৰু পৃথিৱীৰ মাজত এনে কোনো গুপ্ত বিষয় নাই যি (আল্লাৰ) সুস্পষ্ট গ্ৰন্থত[৪৯] আদিতে লিপিবদ্ধ হোৱা নাই।

৭৭। বাস্তৱতে ইস্ৰাইল বংশৰ লোকে যি কথাত পৰস্পৰ বিৰোধ কৰিছিল তাৰ সৰহভাগকে এই কোৰানে তেওঁলোকৰ আগত স্পষ্টৰূপে বৰ্ণনা[৫০] কৰিছে।

৭৮। আৰু ইয়াত কোনো সন্দেহ নাই, এই কোৰান বিশ্বাসীসকলৰ নিমিত্তে পথপ্ৰদৰ্শন আৰু (আল্লাৰ) কৰুণা।

৭৯। তোমাৰ প্ৰভুৱে সিহঁতৰ মাজত মীমাংসা কৰিব নিজস্ব অভ্ৰান্ত বিচাৰশক্তি দ্বাৰা ; আৰু তেৱেঁই শ্ৰেষ্ঠ শক্তিশালী, সৰ্ব্বজ্ঞাতা।

---

৪৭। সিহঁতে যে বিশ্বাস নকৰি সত্যৰ বিৰোধিতা কৰে তাৰ কাৰণে বেজাৰ কৰা বুজাইছে। চোৱাঁ, ১৮ : ৭।

৪৮। আৰ্বী শব্দ 'ৰদ্‌ফ'ৰ অৰ্থ, পিছে পিছে অহা বা যোৱা। মানে এই, প্ৰতিশ্ৰুত শাস্তি অলপ পিছতেই পাবহি। হজ্‌ৰতৰ (স্ব) মক্কাত্যাগৰ এবছৰৰ ভিতৰতে সেই শাস্তি বদৰৰ যুদ্ধৰূপে প্ৰকাশ হ'ল। চোৱাঁ, ৩৪ : ৩১।

৪৯। বিশ্বজগতত যি ঘটে সি আল্লাৰ বিধিৰ নিৰ্ব্বন্ধ।

৫০। আৰু খৃষ্টিয়ানসকলৰ মাজত ধৰ্ম্ম সম্বন্ধে যি বিৰোধৰ সৃষ্টি হৈছিল কোৰানে তাৰ মীমাংসা কৰিছে। হজ্‌ৰত ঈচাই (আ) দাবী কৰিছিল, তেৱেঁই প্ৰতিশ্ৰুত মচীহ ; কিন্তু ইহুদীবিলাকে এই দাবী প্ৰত্যাখ্যান কৰি তেওঁক 'অভিশপ্ত' বুলিহে কৈছিল, যিহেতু ক্ৰুচত তেওঁৰ মৃত্যু ঘটিছিল। কোৰানে ইয়াৰ তীব্ৰ প্ৰতিবাদ কৰিছে ; তেওঁৰ ক্ৰুচত মৃত্যু হোৱা নাছিল, আৰু তেওঁ ইহলোক আৰু পৰলোকত আছিল আল্লাৰ ওচৰত সম্মানিত নবী। চোৱাঁ, ৩ : ৪৬ ; ৪ : ১৫৮, টী ১৮১, ১৮২।

৮০। গতিকে তুমি আল্লাৰ প্ৰতি নিৰ্ভৰশীল হোৱা ; নিশ্চয় তুমি প্ৰকাশ্য সত্যৰ ওপৰত প্ৰতিষ্ঠিত।

৮১। বাস্তৱিকতে যি নিৰ্জ্জীৱ[৫১] তাক তুমি কোনো কথাকে শুনাব নোৱাৰা, আৰু যিবিলাক বধিৰ সিহঁতৰ কাণতো (আল্লাৰ) সংবাদ পেলোৱা ব্যৰ্থ চেষ্টা, কিয়নো সিহঁত পিঠি দেখুৱাই ঘূৰি যায়।

৮২। আৰু যিবিলাক দৃষ্টিহীন সিহঁতক বিপথৰ পৰা তুমি পোন বাটলৈ আনিব নোৱাৰা, কেৱল সেইসকলৰহে (আমাৰ বাণী) কৰ্ণগোচৰ কৰিব পাৰা যিসকলে আমাৰ নিদৰ্শনসমূহত বিশ্বাস স্থাপন কৰে, কিয়নো সেইসকল আত্মসমৰ্পণকাৰী।

৮৩। আৰু যেতিয়া সিহঁতৰ সম্বন্ধে (আমাৰ) বাণী পূৰ্ণ হবৰ সময় পাবহি, আমি মাটিৰ পৰা এনে এটা জীৱ[৫২] উলিযাম যি সিহঁতক আহত কৰিব, ইয়াৰ কাৰণ এই, সেই মানুহবোৰে আমাৰ নিদৰ্শনসমূহত নিশ্চিতকৈ বিশ্বাস নকৰে।

## ৰুকু ৭

আল্লাৰ নিদৰ্শন অগ্ৰাহ্য কৰা বিষয়ে তেওঁৰ মীমাংসা ;
মক্কাৰ পৱিত্ৰতাৰ সংৰক্ষণ ; আল্লাৰ
অসীম ক্ষমতাৰ বিকাশ।

৮৪। আৰু সেইদিনা প্ৰত্যেক সম্প্ৰদায়ৰ পৰা এনেবিলাক লোকক আমি সমবেত কৰিম যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা বুলি ভাবিছিল, পিছত সেইবিলাকক শ্ৰেণীবদ্ধ কৰি (আমাৰ সন্মুখত) থিয় কৰোৱা হব।

---

৫১। 'নিৰ্জ্জীৱ', 'বধিৰ', আৰু 'দৃষ্টিহীন' (আঃ ৮২) আধ্যাত্মিক অৰ্থত ব্যৱহাৰ কৰা হৈছে।

৫২। এই জীৱ সম্বন্ধে ব্যাখ্যাকাৰসকলে নানা অভিমত প্ৰকাশ কৰিছে। কিছুমানে তাৰ অদ্ভুত ৰূপ বৰ্ণনা কৰিছে। এই জীৱৰ উৎপত্তিৰ সময় লৈ কিন্তু সকলো একমত। সেই সময় হৈছে কিয়ামত্ ওচৰ চপাৰ পূৰ্ব্বে। বিজ্ঞানে জীৱাণুৰ জীৱ আছে বুলি কয়। প্ৰত্যেকটো সংক্ৰামক ৰোগৰ একোটা বিশেষ জীৱাণু (bacillus) বিজ্ঞানে আবিষ্কাৰ কৰিছে। নিৰ্ণয় কৰা এই সময়তে যে নানা ধৰণৰ নতুন নতুন সংক্ৰামক ৰোগ জগতত ব্যাপি পৰিব এই কথা হদীছৰ বহু ঠাইত পোৱা যায় ;—ম, মৌ,।

৮৫। যেতিয়া সিহঁত (আল্লাৰ সম্মুখত) উপস্থিত হব, তেওঁ প্ৰশ্ন কৰিব, তোমালোকে মোৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰিছিলা নে? অথচ তোমালোকে যি কাৰ্য্য কৰিছিলা তাক নিজ জ্ঞানেৰে[৫৩] উপলব্ধি কৰা নাছিলা।

৮৬। আৰু সিহঁতে যে অন্যায় কৰিছিল তাৰ বাবে (আল্লাৰ) বাণী সিহঁতৰ বিৰুদ্ধে প্ৰতিপন্ন হ'ল। তাৰ ফলত সিহঁত নিমাত হৈ পৰিল।

৮৭। সিহঁতে ভাবি নাচায় নে, আমি নিশা সৃষ্টি কৰিছোঁ যাতে সিহঁতে সেই সময়ত বিশ্ৰাম কৰিব পাৰে, আৰু দিন (সৃষ্টি কৰিছো) পোহৰ দিবৰ কাৰণে? ইয়াত কোনো সন্দেহ নাই, যি লোকসকলে বিশ্বাস স্থাপন কৰিছে সেই সকলৰ নিমিত্তে ইয়াত অৱশ্যে আছে বহু নিদৰ্শন।[৫৪]

৮৮। আৰু সেই দিনা ফু মাৰি শিঙা বজোৱা হব[৫৫]; ফলত আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলো ভয়ত বিহ্বল হৈ পৰিব, কেৱল আল্লাই যাক ইচ্ছা তাক এৰি; আৰু সকলো তেওঁৰ সম্মুখত উপস্থিত হব বিনীত ভাৱে।[৫৬]

৮৯। আৰু যি পৰ্ব্বতসমূহ দৃঢ়ৰূপে স্থিৰ হৈ আছে বুলি জ্ঞান কৰিছা তুমি দেখিবলৈ পাবা সেইবোৰ মেঘ চলা দৰে উৰি যাব লাগিছে[৫৭]; ই সেই আল্লাৰ নিপুণ কাৰ্য্য যিজনে সকলো বস্তুৰে পূৰ্ণ বিকাশ কৰিছে, তোমালোকে যিহকে কৰা সেই সম্বন্ধে নিশ্চয় তেওঁ পৰিজ্ঞাত।

৯০। (শেষ বিচাৰৰ দিনা) যিজনে সৎকাৰ্য্য লৈ আহিব সেইজনৰ নিমিত্তে থাকিব তাতোকৈ উত্তম প্ৰতিদান; আৰু সেই দিনা আতুৰনিব পৰা তেওঁলোকে ৰক্ষা পাব?

৯১। কিন্তু যিবিলোকে অসৎ কাৰ্য্য লৈ আহিব, সিহঁতক উবুৰিয়াই অগ্নিত নিক্ষেপ কৰা হব; (আৰু সিহঁতক কোৱা হব) তোমালোকে যি কু-কৰ্ম্ম কৰিছিলা তাৰ প্ৰতিফল তোমালোকক ইয়াৰ বাহিৰে আৰু কি দিয়া হব?

---

৫৩। জ্ঞান হৈছে পোহৰ, আৰু অজ্ঞানতা আঁধাৰ। জ্ঞান আৰু বুদ্ধি দ্বাৰা আমি সত্য অসত্যৰ মাজত প্ৰভেদ বুজিব পাৰোঁ।

৫৪। ৰূপক অৰ্থ: যিসকলে সত্য উপলব্ধি কৰে সেইসকল আঁধাৰত নাথাকে। চোৱাঁ, ৫:১৭; ৬:২।

৫৫। অৰ্থাৎ আল্লাৰ মহা-বিচাৰৰ দিনৰ ঘোষণা কৰা হব।

৫৬। আল্লাৰ অপৰিসীম মাহাত্ম্য প্ৰকাশ হৈ পৰিব।

৫৭। ৰূপক অৰ্থত প্ৰকাণ্ড ৰাজ্যবোৰৰ পতন বুজাইছে। কাইৰৰ্ আৰু কিচ্‌ৰাৰ বিশাল ৰাজ্য তুখন অতীতৰ গৰ্ভত বিলীন হৈ গ'ল।

৯২। মোক ইয়াকে মাথোন আদেশ দিয়া হৈছে যে মই আৰাধনা কৰোঁ এই পবিত্ৰ নগৰৰ[৫৮] গৰাকী আল্লাৰ, যিজনে ইয়াক সম্মানিত কৰিছে ; আৰু সকলো বিষয়ৰ তেৱেঁই অধিকাৰী। আৰু মোক এই আদেশো দিয়া হৈছে, মই যেন আত্মসমৰ্পণকাৰী সকলৰ অন্তৰ্ভুক্ত হওঁ,

৯৩। আৰু মই যেন এই কোৰান[৬০] পাঠ কৰোঁ। গতিতে যিজনে সুপথে চলে সেইজনে নিজ আত্মাৰ (মঙ্গলৰ) নিমিত্তেই সুপথে চলে ; কিন্তু যেয়ে বিপথে যায় (তাক) তুমি কৈ দিয়া মই কেৱল সাৱধান কৰি দিওঁতাসকলৰে অন্যতম।

৯৪। আৰু তুমি ইয়াকো কোৱাঁ, সকলো প্ৰশংসাৰ গৰাকী এক অদ্বিতীয় আল্লা ; তেৱেঁই নিজ নিদৰ্শনসমূহ তোমালোকক শীঘ্ৰেই দেখিবলৈ দিব[৬১] ; তেতিয়াহে সেইবোৰৰ চিন ধৰিব পাৰিবা আৰু তোমালোকে কৰা কাৰ্য্য বিষয়ে তোমাৰ প্ৰভু কেতিয়াও আওকণীয়া নহয়।

---

৫৮। ইচ্‌লামৰ উৎপত্তিৰ নগৰ আৰু কেন্দ্ৰ মক্কা শৰীফক বুজাইছে। মক্কাৰ অধিকাৰী আল্লা নিজেই। অৰ্থাৎ এইখন নগৰৰ ৰক্ষাৰ ভাৰ আল্লাই হাতত লৈছে।

৫৯। আৰ্‌বী শব্দ 'মুচ্‌লেমীন' প্ৰয়োগ কৰা হৈছে। পূৰ্ব্বগামী ৰচুল আৰু নবী সকলো মুচ্‌লিম আছিল। হজ্‌ৰতে (স্ব) ইচ্‌লামক আল্লাৰ নিৰ্দ্দেশ অনুসাৰে সম্পূৰ্ণ কৰিলে।

৬০। কাৰণ এই কোৰানতে ইচ্‌লামৰ সমস্ত ৰীতি-নীতি, নৈতিক আৰু আধ্যাত্মিক শিক্ষা সন্নিবিষ্ট।

৬১। যিহেতু ইচ্‌লাম এটা সজীৱ বিশ্বব্যাপী ধৰ্ম, নিদৰ্শনৰ অনুক্ৰমৰে আল্লাই ইয়াৰ সত্যতা সময় মতে প্ৰকাশ কৰে।

# চুৰা ২৮

## আল্-কচ্চচ্ : বিৱৰণ

### মক্কাত অৱতীৰ্ণ

৯ ৰুকু; ৮৯ আয়ত

এই চুৰাটি যে মক্কাত অৱতীৰ্ণ হৈছিল সেই সম্বন্ধে অনৈক্য নাই, যদিও কিছুমানে কয়, আ: ৮৬ হজ্‌ৰতে (স্ব) মক্কা এৰি মদীনালৈ যাত্ৰা কৰাৰ পাছত শান্ত্বনাৰূপে তেওঁৰ প্ৰতি প্ৰত্যাদেশ হৈছিল।

চুৰাটি ন'টা ৰুকুৰে গঠিত। প্ৰথম চাৰি ৰুকুত হজ্‌ৰত মুচাৰ (আ) জীৱন-কাহিনী বিশদভাৱে বৰ্ণোৱা হৈছে। মন কৰিব লগীয়া কথা এই যে কোৰান এখন ধৰ্ম পুস্তক, বুৰঞ্জী নহয়। ইয়াত কেৱল সেইবোৰ ঘটনাৱলী উল্লেখ কৰা হৈছে যি মুচাৰ (আ) আচল ধৰ্ম-কৰ্মৰ ঘাইকৈ প্ৰাসঙ্গিক। তেওঁৰ প্ৰধান কাম আছিল বনি-ইস্ৰাইলক মিচৰীয়া সম্ৰাট ফিৰৌনৰ অত্যাচাৰৰ পৰা মুক্ত কৰি প্ৰতিশ্ৰুত দেশ কিন্'আনলৈ নিৰাপদে লৈ যোৱা আৰু দেশত মিছা ধৰ্মৰ ঠাইত এক অদ্বিতীয় আল্লাত ব্যাপকৰূপে বিশ্বাস স্থাপন কৰা।

ইয়াৰ আগতে বহুত বাৰ উল্লেখ কৰা হৈছে, হজ্‌ৰত মহম্মদ (স্ব) মুচা ৰচুলৰ (আ) প্ৰতিৰূপ। তেওঁৰ প্ৰধান ঘটনাবোৰ হজ্‌ৰতৰ (স্ব) পৱিত্ৰ জীৱন-কাহিনীৰ সৈতে তুলনা কৰিব পাৰি। তদুপৰি মুচাই (আ) দুই হেজাৰ বছৰ আগতে হজ্‌ৰতৰ (স্ব) আগমন সম্বন্ধে ভৱিষ্যৎবাণী কৰিছিল। দহ হেজাৰ ধৰ্মনিষ্ঠ অনুগামী লৈ হজ্‌ৰতে (স্ব) মক্কা নগৰী জয় কৰাৰ কথাও মুচাই (আ) কৈ গৈছে। যিবিলাকে নিজৰ ধন-সম্পদ, দল-বলৰ ওপৰত গৰ্ব্ব কৰিছিল, আৰু হজ্‌ৰতক (স্ব) আৰু তেওঁৰ অনুবৰ্ত্তীসকলক অনেক যাতনা দিছিল, সিহঁতে তেওঁৰ ভৰিত পৰিব লগীয়া হ'ল। অৱশেষত সিহঁতৰ প্ৰতাপ আৰু প্ৰভাৱ নাইকিয়া হ'ল। মুচাৰ (আ) বিপক্ষে ফিৰৌন আৰু তেওঁৰ অসংখ্য সেনাবাহিনীৰো সেই অৱস্থা হ'ল। সিহঁত লোহিত সাগৰত বুৰি মৰিল, আৰু মুচাই (আ) ইস্ৰাইলক কিন্‌আনলৈ লৈ যাবলৈ সফলকাম হল।

শেষত (ৰুকু ৮) কাৰূণৰ দৃষ্টান্ত দিয়া হৈছে। ধন-সম্পদলৈ অহঙ্কাৰ কৰি মুচাৰ বিৰুদ্ধে থিয় দিয়াৰ কাৰণে কাৰূনে শাস্তি পালে, আৰু লগৰীয়াবিলাকৰ সৈতে ভূমিকম্পত মাটিত পোত খাই-বিলীন হ'ল।

## ৰুকু ১

ইস্ৰাইলৰ প্ৰতি ফিৰৌনৰ উপদ্ৰৱ ; ফিৰৌন আৰু তেওঁৰ জাতিৰ ধ্বংস-সাধন ; শিশু মুচাৰ অলৌকিক সংৰক্ষণ।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। ত্বা, চীন, মীম।[১]

৩। এইবোৰ সুস্পষ্ট[২] গ্ৰন্থৰ আয়তসমূহ।

৪। যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলৰ নিমিত্তে মুচা আৰু ফিৰৌনৰ ইতিবৃত্তৰ কিছু ভাগ আমি তোমাৰ আগত বৰ্ণনা কৰিছোঁ সত্যৰ সৈতে।

৫। বাস্তৱিকতে ফিৰৌনে দেশত নিজৰ আধিপত্য বিস্তাৰ কৰিছিল, আৰু তাৰ অধিবাসী জনসাধাৰণক ভিন্ ভিন্ দলত বিভক্ত কৰি সিহঁতৰ এদলক[৩] নিৰুপায় শক্তিহীন কৰিছিল ; সিহঁতৰ লৰাবিলাকক বধ কৰিছিল আৰু ছোৱালীবিলাকক জীয়াই ৰাখিছিল[৪] ; ইয়াত কোনো সন্দেহ নাই, সি আছিল অশান্তি সৃষ্টি কৰোঁতাবিলাকৰ এজন।

৬। আৰু আমি ইচ্ছা কৰিছিলোঁ, দেশত যিবিলাকক নিঃসহায় শক্তিহীন কৰা হৈছিল সিহঁতৰ প্ৰতি অনুগ্ৰহ প্ৰদৰ্শন কৰিম, আৰু সিহঁতকে নেতৃত্ব দান কৰিম, আৰু সিহঁতক ( সেই দেশৰ ) উত্তৰাধিকাৰী কৰিম[৫] ;

১। চোৰা ২৬ : ২, আৰু টী।

২। কোৰানে অসত্যৰ পৰা সত্যক পৃথক কৰে, আৰু আগৰ ধৰ্মপুথিবিলাকত মূল শিক্ষাৰ যি বিকৃতি ঘটিছিল তাৰ সংশোধন কৰে।

৩। বনি-ইস্ৰাইলক মিছৰীয়াবিলাকে বেগাৰ খটাইছিল আৰু নানা যন্ত্ৰণা দি পদদলিত কৰি ৰাখিছিল।

৪। চোৰা, ২ : ৫০।

৫। চোৰা ৩২ : ২৫। পদদলিত বনি-ইস্ৰাইলক অৱশেষত আল্লাই 'প্ৰতিশ্ৰুত দেশ' কিনানৰ অধিকাৰী কৰিলে। এই দৃষ্টান্তৰ মাজত মহম্মদ ( ছ ) আৰু তেওঁৰ অনুগামীসকলৰ সম্বন্ধে মহৎ ভৱিষ্যৎবাণী নিহিত আছে। তেওঁলোক অৱশ্যে আজি উৎপীড়িত, কিন্তু সেই সময় বেচি দূৰ নাই যেতিয়া তেওঁলোক গোটেই আৰব দেশৰ অধিপতি হব।

৭। আৰু দেশত আমি সেইবিলাকক ক্ষমতাপন্ন কৰিম; আৰু ফিৰৌন আৰু হামান[৬] আৰু সিহঁত দুয়োৰে সৈন্যদলে সেইবিলাকৰ পক্ষৰ পৰা কি আপদ অহাব ভয় কৰিছিল তাকে সিহঁতক দেখিবলৈ দিম।

৮। আৰু মূচাৰ মাতৃক আমি প্ৰত্যাদেশ[৭] কৰিছিলোঁ, এই সন্তানটিক (পোনতে) তোমাৰ স্তন পান কৰিবলৈ দিয়া; পিছত তোমাৰ মনত তাৰ প্ৰাণ হানিৰ আশঙ্কাৰ ভাব উদয় হলে কেচুৱাটিক নৈত পেলাই (উটি যাবলৈ) দিবা, আৰু তুমি ভয় নকৰিবা আৰু বেজাৰো নকৰিবা; আমি সেই সন্তানটিক (সময়ত) তোমাৰ কাষলৈ ওভতাই আনিম, আৰু (আগলৈ) তেওঁক ৰচুলসকলৰ অন্তৰ্ভুক্ত কৰিম।

৯। পিছত ফিৰৌনৰ জ্ঞাতিৰ এগৰাকীয়ে[৮] কেচুৱাটিক (নৈৰ পৰা) তুলি আনিলে। তাৰ ফল এই হ'ল যে (কালচক্ৰত) মূচা সিহঁতৰ শত্ৰু আৰু শোকৰ কাৰণ হৈ পৰিল। ইয়াত কোনো সন্দেহ নাই, ফিৰৌন আৰু হামানে আৰু দুয়োৰ সৈন্যদলে ডাঙৰ দোষ কৰিছিল।

১০। আৰু ফিৰৌনৰ পত্নীয়ে তেওঁক কৈছিল, আহা! কেচুৱাটি মোৰ আৰু তোমাৰ নয়ন শীতল কৰিব! ইয়াক কেতিয়াও বধ নকৰিবা, জানোচা ইয়াৰ দ্বাৰা আমাৰ মঙ্গল সাধন হব; নাইবা এইটিক আমি সন্তানৰূপে গ্ৰহণ কৰিম। এনে কাৰ্য্যৰ যে শেষ ফল[৯] কি হব তাৰ অনুমানে সিহঁতে কৰিব পৰা নাছিল।

১১। কিন্তু মূচাৰ মাতৰ মন নিশ্চিন্ত[১০] আছিল। তেওঁক বিশ্বাসীসকলৰ অন্তৰ্গত কৰিবৰ অৰ্থে আমি যদি তেওঁৰ বুকু ডাঠ নকৰাহলে তেওঁ মূচাৰ বিষয়ে গোপনীয় কথা প্ৰকাশ কৰি পেলালে হেতেন।

---

৬। এই হামান হৈছে ফিৰৌনৰ সৈন্যবাহিনীৰ এজন প্ৰধান বিষয়া। পাৰস্য সম্ৰাট জেৰেক্‌জেচৰ এজন মন্ত্ৰীৰ নামো হামান আছিল। ইয়াত ফিৰৌনৰ বিষয়াজনক হে বুজাইছে বুলি অনুমান কৰা যায়।

৭। সাধাৰণ বিশ্বাস এই যে আল্লাই নবী আৰু ৰচুলৰ বাহিৰে আনৰ প্ৰতি প্ৰত্যাদেশ নকৰে। মূচাৰ (আ) মাতৃ ৰচুল নাছিল, কিন্তু তেওঁ আল্লাৰ পৰা প্ৰত্যাদেশ পাইছিল। চোৰা, ২০ : ৪০।

৮। কথিত আছে, তেওঁ ফিৰৌনৰ জীয়েক আছিল।

৯। মূচা (আ) কালত নবুৱতৰ পদত অধিষ্ঠিত হব, আৰু ফিৰৌন আৰু তেওঁৰ জ্ঞাতিৰ বিনাশৰ কাৰণ হব।

১০। মনত কোনো সংশয়ৰ ভাব নাছিল; ই প্ৰত্যাদেশৰ স্বাভাবিক ফল।

১২। আৰু মুচাৰ মাকে তেওঁৰ বায়েকক কৈছিল, তুমি কেচুৰাটিৰ পিছে পিছে গৈ থাকাঁ। গতিকে তেওঁ আঁতৰৰ পৰা এনেভাৱে তাৰ লক্ষ্য ৰাখি গৈ আছিল যে সিহঁতে অকণো গম নাপালে।

১৩। আৰু তাৰ নিমিত্তে ধাইৰ দ্বাৰা স্তনপান[১১] আগৰে পৰা আমি নিষিদ্ধ কৰিছিলোঁ। অৱশেষত মুচাৰ বায়েকে কলে, মই তোমালোকক এনে এটা পৰিয়ালৰ নির্দ্দেশ দিম নে যি তোমালোকৰ হৈ কেচুৰাটিৰ পোহপালৰ ভাৰ লব, আৰু তাৰ কাৰণে যথোচিত যত্নবান হব?[১২]

১৪। পিছত (এই কৌশলৰে) শিশুটিক তাৰ মাতৃৰ কাষলৈ আমি ওভতাই আনিলোঁ, যাতে তেওঁৰ নয়ন শীতল হয় আৰু যাতে তেওঁ শোক অনুভৱ নকৰে, আৰু যাতে তেওঁ জানিব পাৰে, আল্লাৰ প্ৰতিশ্ৰুতি সত্য। কিন্তু সিহঁতৰ বেছিভাগৰে প্ৰকৃত জ্ঞান নাই।

## ৰুকু ২

হজ্‌ৰত মুচা (আ) দুৰ্ব্বলৰ বন্ধু আৰু অত্যাচাৰীৰ শত্ৰু; বন্ধুক সহায় কৰিব যাওঁতে এজন মিছৰীয়াৰ মৃত্যু ঘটে; এগৰাকী বন্ধুৰ পৰামৰ্শ মতে তেওঁৰ নগৰৰ পৰা পলায়ন।

১৫। আৰু যেতিয়া তেওঁ (মুচা) যৌৱন-প্ৰাপ্ত হ'ল আৰু পূৰ্ণ বয়সত পৰিল, আমি তেওঁক দান কৰিলোঁ, বিচাৰ-শক্তি আৰু জ্ঞান; আৰু এই দৰেই আমি প্ৰতিদান দিওঁ সৎকৰ্ম্মীসকলক।[১৩]

১৬। আৰু সেই নগৰৰ অধিবাসীবিলাক অসাৱধান থাকোঁতে তেওঁ তাৰ ভিতৰত প্ৰৱেশ কৰিলে, আৰু তাত দুজন মানুহে পৰস্পৰ যুঁজ কৰি আছে দেখিবলৈ

১১। মুচাই (আ) নিজৰ মাকৰ হে স্তনপান কৰিব ইয়াকে আল্লাই স্থিৰ কৰি থৈছিল। ফিৰৌনৰ-পৰিয়ালে গমকে নাপালে যে ধাইজনী মুচাৰেই মাক।

১২। চোৰা, ২০ : ৪১।

১৩। বিচাৰ-শক্তি আৰু প্ৰকৃত জ্ঞান এই দুইটি গুণেৰে ইয়ুচুফকো (অ) আল্লাই অনুগৃহীত কৰিছিল। চোৰা, ১২ : ২৩।

পালে ; ইজন নিজৰে দলৰ আৰু সিজন তেওঁৰ শত্ৰুৰ[১৪] দলৰ ; তেতিয়া তেওঁৰ দলৰ মানুহ জনে তেওঁৰ শত্ৰুদলৰ মানুহ জনৰ বিৰুদ্ধে তেওঁৰ সহায় বিচাৰিলে। এনেতে মুচাই সেই জনক ভুকু এটা মাৰিলে ; তাৰ ফলত সি মৃত্যুৰ মুখত পৰিল। তেওঁ কলে, শ্বয়তানৰ ( উদগণিত ) কৰা কাৰ্য্যৰ প্ৰতিফল এইৰূপ ![১৫] কোনো সন্দেহ নাই, শ্বয়তান মানুহৰ প্ৰকাশ্য শত্ৰু, ( কিয়নো ) সি মানুহক বিপথে পৰিচালিত কৰে।

১৭। তেওঁ এইদৰে প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, বাস্তৱতে মই নিজ আত্মাৰ প্ৰতি অন্যায় কৰিলোঁ[১৬] ; এতিয়া তুমি মোক ক্ষমা দান কৰা। প্ৰাথনা গ্ৰহণ কৰি তেওঁক আল্লাই ক্ষমা দান কৰিলে ; কোনো সন্দেহ নাই, তেৱেঁই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

১৮। ( ইয়াৰ উপৰিও ) তেওঁ কলে, হে মোৰ প্ৰভু, তুমি যে মোৰ প্ৰতি অনুগ্ৰহ কৰিছা, তাৰ বাবে ( মই এই অঙ্গীকাৰ কৰিছোঁ ) মই আগলৈ অপৰাধী[১৬] লোকক সমৰ্থন নকৰোঁ।[১৭]

১৯। তাৰ পিছত সেই নগৰত তেওঁ অৱস্থান কৰিছিল ( বিপদৰ ) আশঙ্কা কৰি, নিতান্ত সতৰ্ক হৈ। আগৰ দিনা যিজন মানুহে তেওঁৰ সহায় বিচাৰিছিল সেইজনেই অকস্মাৎ তেওঁক চিঞঁৰি মাতিব ধৰিলে। তাক মুচাই কলে, দেখাতে তুমি নিশ্চয় এজন বিভ্ৰান্ত পুৰুষ ![১৮]

২০। তেতিয়া যিজন দুয়োৰে শত্ৰু সেইজনক তেওঁ ধৰিবলৈ আগবঢ়াত সি কলে হে মুচা, কালি তুমি এজনক হত্যা কৰিলা ; ( আজিও ) তেনেকৈ মোক হত্যা কৰিবলৈ মনস্থ কৰিছা নে ? তুমি কেৱল অত্যাচাৰীৰূপে দেশত ঘূৰিবলৈ মন

---

১৪। কপ্‌টিক সম্প্ৰদায়ৰ এজন মিচৰীয়া ব্যক্তি।

১৫। তুমি শ্বয়তানৰ কাৰ্য্য কৰিলা দেখি মই তোমাক শাস্তি দিলোঁ। মুচা আল্লাৰ প্ৰিয়পাত্ৰ, পুণ্যবান। শ্বয়তানে তেওঁক উদগণি দিব নোৱাৰে।

১৬। তাক হত্যা কৰিবৰ ইচ্ছা মোৰ মুঠেই নাছিল, দৈবক্ৰমে তাৰ মৃত্যু হ'ল। এইটো মোৰেই দোষ বুলি স্বীকাৰ কৰিছোঁ। তাৰ বাবে, হে প্ৰভু, মোক ক্ষমা দিয়া।

১৭। সবলৰ বিৰুদ্ধে মই সদায় দুৰ্ব্বলক সহায় কৰিম।

১৮। তোমাক দেখোন দিনে প্ৰতি এজন নহয় এজনৰ পৰা উদ্ধাৰ কৰিব লগীয়া হয়। তুমি কন্দলৰ ঠাইৰ পৰা আঁতৰি থাকিব নোৱাৰা নে কি ?

মেলিছা; আৰু যি-সকলে শান্তি স্থাপন কৰে সেইসকলৰ অন্তৰ্গত হ'বলৈ সমূলি ইচ্ছা নকৰা।[১৯]

২১। আৰু সেই নগৰৰ সুদূৰ প্ৰান্তৰ পৰা মানুহ এগৰাকী ল'ৰি আহি কলে, হে মুচা, সভাসদবিলাকে তোমাৰ সম্বন্ধে পৰামৰ্শ কৰি ইয়াকে থিৰাং কৰিছে যে তোমাক সিহঁতে নিহত[২০] কৰিব; গতিকে তুমি এই নগৰৰ পৰা (ততালিকে) ওলাই যোৱাঁ; মই নিশ্চয় তোমাৰ হীতাকাঙ্খীবিলাকৰ এজন।

২২। সেই কথা শুনি তেওঁ নগৰ খনৰ পৰা ওলাই গল, বিপদৰ আশঙ্কা কৰি, ইফালে সিফালে লক্ষ্য ৰাখি। তেওঁ (আল্লাৰ ওচৰত) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু, এই অত্যাচাৰী জাতিৰ পৰা মোক তুমি ৰক্ষা কৰাঁ।

## ৰুকু ৩

মুচাৰ (আ) দেশত্যাগ, আৰু আশ্ৰয় স্থল বিচাৰি
মদযনলৈ যাত্ৰা; সেই চহৰত তেওঁৰ
বিবাহ, আৰু জীৱিকাৰ উপায়।

২৩। আৰু যেতিয়া মুচাই মদ্‌য়নলৈ[২১] যাবলৈ মন মেলিলে তেওঁ কলে, অতি সত্তৰ মোৰ প্ৰভুৱে মোক সঠিক বাটেদি লৈ যাব।

২৪। আৰু যেতিয়া তেওঁ মদ্‌য়নৰ কূপ এটাৰ ওচৰ পালেগৈ, সেই ঠাইত তেওঁ এজাক মানুহ দেখিবলৈ পালে; সিহঁতে নিজৰ ভেঁৰা ছাগলিক পানী খোৱাইছিল; আৰু সিহঁতৰ কাষতে দুই গৰাকী তিৰোতাকো দেখিবলৈ পালে, সিহঁতে নিজৰ ভেঁৰা ছাগলি আঁতৰত ৰাখিবলৈ বাধ্য হৈছিল। তেওঁ সুধিলে,

---

১৯। অনুমান এইজন মুচাৰ বন্ধু আছিল, আৰু চহৰৰ যি অংশত দৰ্‌বাৰী বিষয়াসকল থাকিছিল, সেই ঠাইতে এই জনৰো ঘৰ আছিল। মুচাৰ বিৰুদ্ধে চক্ৰান্তৰ কথা তেওঁৰ কাণত পৰিছিল। তাকে তেওঁ মুচাক (আ) কলে।

২০। হজ্‌ৰত মহম্মদকো (স্ব) হত্যা কৰিবৰ অভিসন্ধি শত্ৰুদলে কৰিছিল। সেই অভিসন্ধি নিষ্ফল হল। মুচাকো (আ) তেওঁৰ শত্ৰুবিলাকে বধ কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু সিহঁত সফল নহল। হজ্‌ৰত (স্ব) মুচাৰ প্ৰতিৰূপ। ইয়ুচুফৰ (আ) জীৱন কাহিনীৰো বহু ঘটনা হজ্‌ৰতৰ (স্ব) ঘটনা সমূহৰ আগ-জাননী। চোৱাঁ, চুৰা ১২ আৰু টীকা।

২১। মদ্‌য়ন্ সম্বন্ধে চোৱাঁ, ৭ : ৮৬, টী ৭৮; আৰু ১১ : ৮৫, টী ৬১।

তোমালোকক কি লাগে কোৱাঁ? তেতিয়া উভয়ে উত্তৰ দিলে; এই ভেঁৰা ৰখিয়া বিলাকে নিজৰ ভেঁৰাপালক (পানী খোৱাই) আঁতৰাই নিনিয়ালৈকে আমি নিজৰ ভেঁৰা ছাগলিক পানী খোৱাব নোৱাৰিছোঁ, আৰু আমাৰ পিতা নিতান্ত বুঢ়া[২২]।

২৫। তেতিয়া তেওঁ সিহঁতৰ ভেঁৰা ছাগলিক পানী খোৱালে; তাৰ পিছত তেওঁ গছ এজোপাৰ ছাঁৰ পিনে পিছ হুঁহকি গল; আৰু এইদৰে প্ৰাৰ্থনা কৰিলে[২৩]: হে মোৰ প্ৰভু, যি মঙ্গলৰ ভাগ তুমি মোক দান কৰিবা তাৰেই মই ভিখাৰী।

২৬। অৱশেষত দুয়োৰে এজনী (ঘৰৰ পৰা) তেওঁৰ ওচৰলৈ উভতি আহি লাজকুৰীয়া হৈ কলে, তুমি আমাৰ হৈ ভেঁৰা ছাগলিক যে পানী খোৱালা তাৰ উচিত প্ৰতিদান তোমাক নিশ্চয়কৈ দিবৰ অৰ্থে মোৰ পিতৃয়ে তোমাক আহ্বান কৰিছে। মুচা তেওঁৰ কাষলৈ আহি পূৰ্ব্বে ঘটা সমগ্ৰ ঘটনা[২৪] তেওঁৰ আগত বৰ্ণনা কৰিলে। (সকলো কথা শুনি) তেওঁ কলে, তুমি একো ভয় নকৰিবা; অন্যায়কাৰী লোকৰ পৰা তুমি ৰক্ষা পালা।

২৭। দুয়ো বাই-ভনিৰ মাজৰ এজনীয়ে কলে, হে মোৰ পিতা, কোনো সন্দেহ নাই, (ঘৰৰ) কাম-কাজ কৰিবলৈ এজনক যদি নিযুক্ত কৰিব লগীয়া হয় এইজনৰ নিচিনা বলিষ্ঠ বিশ্বস্ত মানুহ হোৱায়ে উত্তম[২৫]।

২৮। তেওঁ মুচাক কলে, স্বৰূপতে মই মোৰ এই দুইটি কন্যাৰ এজনীক তোমাক বিয়া দিবলৈ মন কৰিছোঁ; সৰ্ত্ত এই থাকিব, তুমি আঁঠ[২৬] বছৰ জুৰি

---

২২। সেই দেখি আমাৰ কৰ্ত্তব্য বুলি আমি এই কাম স্বচ্ছন্দে কৰোঁ। কিন্তু মুকলি ঠাই নাপাই বহুত পৰলৈ বৈ থাকিব লাগিব।

২৩। নবুৱত প্ৰাপ্ত হোৱাৰ পূৰ্ব্বেও মুচাৰ (আ) আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰাৰ অভ্যাস আছিল। চোৱাঁ আগৰ আঃ ২২।

২৪। ফিৰৌনৰ অত্যাচাৰ, ইস্ৰাইলৰ দুৰ্দশা আৰু অসহনীয় যাতনা, মিছৰীয়াজনৰ মৃত্যু, মুচাৰ দেশত্যাগ আৰু বৰ্ত্তমান আশ্ৰয়হীন অৱস্থা।

২৫। মুচাই (আ) যে তেওঁলোকৰ ভেঁৰা ছাগলিক পানী খোৱাবলৈ আগবাঢ়ি আহিল, আৰু দুয়োকে সহায় কৰি নীৰবে আঁতৰি গ'ল তাৰপৰা তেওঁলোকে তেওঁৰ শাৰীৰিক মানসিক আৰু নৈতিক বলৰ যথেষ্ট পৰিচয় পাই মুগ্ধ হ'ল।

২৬। উল্লেখযোগ্য যে হজ্‌ৰত মহম্মদেও (স্ব) মক্কাত্যাগৰ ৮ বছৰৰ পিছত উভতি আহি মক্কা জয় কৰে। পত্নী আৰু পত্নীৰ আত্মীয়সকলক সাহায্য কৰা নবীসকলৰ নিয়ম। হজ্‌ৰতে (স্ব) বিবি খদিযাৰ বেহাবেপাৰত দুবাৰ বিদেশলৈ গৈ সাহায্য কৰিছিল। ইয়াকুবে (আ) ১৪ বছৰ জুৰি তেওঁৰ শহুৰেকৰ কাম কৰি দিছিল বিয়াৰ সৰ্ত্ত পালন কৰি।

মোৰ বন কৰিবা ; কিন্তু যদি দহ বছৰ পূৰ্ণ কৰি দিয়া তেন্তে ই তোমাৰ ইচ্ছা ; আৰু তোমাক কষ্ট দিবলৈ মোৰ মুঠেই ইচ্ছা নাই ; আল্লাৰ ইচ্ছাত আগলৈ তুমি দেখিবলৈ পাবা মই এজন সদয় ব্যৱহাৰ কৰোঁতা মানুহ ।

২৯। মুচাই কলে, মোৰ আৰু তোমাৰ মাজত এই চুক্তি স্থিৰ হ'ল, এই দুটা নিৰ্দ্দিষ্ট কালৰ যেই সেই এটা মই পূৰ্ণ কৰিম, মোৰ প্ৰতি যেন একো অন্যায় কৰা নহয়, বাস্তৱতে আমি দুয়ো যে (আজি) অঙ্গীকাৰবদ্ধ হলোঁ তাৰ সম্পাদন কৰোঁতা আল্লা[২৭]।

## ৰুকু ৪

হজৰত মুচাৰ (আ) চিনাই পৰ্ব্বতত অগ্নি দৰ্শন ;
ফিৰৌনৰ ওচৰলৈ তেওঁৰ আৰু হাৰুনৰ যাত্ৰা ;
ফিৰৌনৰ উদ্ধতালি আৰু তাৰ প্ৰতি শাস্তি ।

৩০। পিছত যেতিয়া মুচাই অঙ্গীকৃত সময় সম্পূৰ্ণ কৰিলে, আৰু নিজৰ পৰিয়ালক লগত লৈ ভ্ৰমণাৰ্থে যাত্ৰা কৰিলে, তেওঁ অগ্নি[২৮] দেখিবলৈ পালে তুৰ পৰ্ব্বতৰ নামনিত। তেওঁ নিজ পৰিয়ালক কলে, তোমালোকে ইয়াতে অপেক্ষা কৰা ; সচাকৈয়ে মই অগ্নি দেখিবলৈ পাইছোঁ ; অতি সত্বৰ মই তাৰ সম্বেদ লৈ আহিব পাৰিম, নাইবা এঙাৰ এটুকুৰাকে আনিব পাৰিম যাতে তোমালোকে জুই ধৰি তাপ লব পাৰা ।

৩১। যেতিয়া তেওঁ অগ্নিৰ ওচৰ পালেগৈ, সেই উপত্যকাৰ সোঁ পাৰ্শ্বৰ মঙ্গলেৰে পৰিপূৰ্ণ এঠাইত গছ এজোপাৰ ফালৰ পৰা তেওঁক এইদৰে আহ্বান কৰা হল, হে মুচা, নিশ্চয় মেয়ে আল্লা, বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালক[২৯] !

---

২৭। মুচাই (আ) দহ বছৰ জুৰি মজুৰৰ বন কৰিব লগীয়া হৈছিল। মুফাসকলে ইয়াৰ তাৎপৰ্য্য উলিয়াইছে, তেওঁ লৰাকালৰ পৰা ডেকা বয়সলৈকে ফিৰৌনৰ ৰাজভৱনত থাকি ভোগ-বিলাসৰ জীৱন যাপন কৰিছিল। দেশত্যাগ কৰি বহু কষ্ট সহ কৰি দীন দুখিয়াৰ অৱস্থাৰো অভিজ্ঞতা লাভ কৰিছিল। এনে পৰীক্ষাৰ পাছতহে তেওঁ ৰছুলৰ পদত অধিষ্ঠিত হৈছিল। এনে সাধনাৰ ফলতহে আল্লাই তেওঁক ফিৰৌনৰ অত্যাচাৰৰ পৰা বনি-ইস্ৰাইলক উদ্ধাৰ কৰিবৰ শক্তি দিছিল।

২৮। তোৰী, ২০ : ১১, আৰু টী ২৭ : ৮।

২৯। তোৰী, ২০ : ১২—১৩।

৩২। আৰু আদেশ হল, তুমি নিজৰ লাখুটিডাল[৩০] (মাটিত) দলিয়াই পেলোৱাঁ। তেনে কৰাত তেওঁ সেই লাখুটিডাল সাপৰ দৰে ল'ৰি যোৱা দেখিবলৈ পালে; তেওঁ পিছ হুঁহকি আঁতৰ হল, আৰু ভয়ত পিছলৈ ঘূৰিও নাচালে। (মই মাত দিলোঁ) হে মুচা, আগবাঢ়ি আহাঁ আৰু ভয় নকৰিবা; নিশ্চয় তুমি নিৰাপদে থকা সকলৰ মাজৰ।

৩৩। তোমাৰ হাত[৩১] এখন নিজ বুকুত থঁহা; হাতখন উজ্জ্বল হৈ ওলাব, কোনো প্ৰকাৰ ব্যাধিৰ চিন নথকাকৈ; আৰু ভয় দূৰ কৰিবৰ অৰ্থে তোমাৰ বাহু নিজ কাষত (ভালকৈ) থঁহি লোৱাঁ। বাস্তৱতে ফিৰৌন[৩২] আৰু তেওঁৰ মুখীয়াল বিষয়াবিলাকৰ প্ৰতি এই দুইটি জ্বলন্ত প্ৰমাণ; সিহঁত নিশ্চয় এটা অশিষ্টাচাৰী জাতি।

৩৪। তেওঁ কলে, হে মোৰ প্ৰভু, বাস্তৱিকতে সিহঁতৰ এজন মানুহৰ মই মৃত্যু ঘটাইছিলোঁ; জানোচা সিহঁতেও মোক বধ কৰে সেয়ে মই ভয় কৰিছোঁ[৩৩]।

৩৫। আৰু মোৰ ভ্ৰাতা হাৰুন কথা কোৱাত মোতকৈ বহু গুণে বাগ্মী; এতেকে সহকাৰীৰূপে মোৰ লগতে তেওঁকো প্ৰেৰণ কৰাঁ; তেওঁ মোৰ সত্যতা সমৰ্থন কৰিব; সিহঁতে মোক মিথ্যাবাদী বুলি অগ্ৰাহ্য কৰিব, সচাকৈয়ে তাৰে মই আশঙ্কা কৰিছোঁ।

৩৬। আল্লাই উত্তৰ দিলে, আমি তোমাৰ ভ্ৰাতাক তোমাৰ সঙ্গী কৰি তোমাৰ বাহুত বল দিম, আৰু তোমালোক দুয়ো জনকে বীৰ্য্য দান কৰিম আমাৰ নিদৰ্শনসমূহ দ্বাৰা; তাৰ ফলত (তোমালোকৰ ক্ষতি কৰিবলৈ) সিহঁতে তোমালোকৰ কাষ

---

৩০। লাখুটি ডাল মুচাৰ (আ) বিশেষ নিদৰ্শন। ইয়াৰ সম্বন্ধে চোৱাঁ, চু ৭, টী ৯৯। আৰু চোৱাঁ ২০ : ১৮—২২ য'ত এই নিদৰ্শনৰ কথা বহলাই লিখা হৈছে। কিছুমানে কয়, এই অলৌকিক ঘটনা জাগ্ৰত অৱস্থাত আধ্যাত্মিক জগতত (৽'আলমে কশ্‌ফ্‌ত) ঘটিছিল। সেই সকলে প্ৰমাণ দিয়ে; কেৱল তুৱাৰ-এৰাৰ চিনাই পৰ্ব্বতত আল্লাৰ আহ্বান শুনিবৰ সময়ত আৰু দ্বিতীয়বাৰ ফিৰৌনৰ আগত, এই নিদৰ্শন পৰিলক্ষিত হৈছিল। এনে নহয় যে সকলো সময়তে মাটিত পেলালেই লাখুটিডাল সাপ হৈছিল।

৩১। চোৱাঁ, ৭ : ১০৯ আৰু টী। আৰু চোৱাঁ, ২০ : ২৩; ২৭ : ১৩ আৰু টী।

৩২। মুচা (আ) আৰু ফিৰৌনৰ আখ্যান কোৰানে বহু ঠাইত বৰ্ণনা কৰিছে। বিশেষকৈ চোৱাঁ, চুৰা ৭, ৰুকু ১৪; চুৰা ২০, ৰুকু ২; চুৰা ২৭, ৰুকু ১।

৩৩। চোৱাঁ, ২০ : ৪২, টী ২২।

চাপিবলৈ নোৱাৰিব; তোমালোক দুয়ো আৰু যিসকল তোমালোকৰ অনুগামী পৰাক্রমশালী[৩৪] হবা।

৩৭। অৱশেষত যেতিয়া মুচা আমাৰ প্রত্যক্ষ নিদর্শনসমূহ সৈতে সিহঁতৰ সম্মুখত উপস্থিত হ'ল, সিহঁতে (নিদর্শন দেখি) কলে, ইয়াৰ প্রত্যেকটো সাজি লোৱা কুহক মাথোন; আৰু এনে কুহকৰ কথা আমি পূর্ব্ববর্ত্তী পিতৃ-পুৰুষ সকলৰ জীৱনত কেতিয়াও শুনি পোৱা নাই।

৩৮। তেতিয়া মুচাই কলে, মোৰ প্রভুৱে ভালকৈ জানে, তেওঁৰ সন্নিধানৰ পৰা কোনে পথপ্রদর্শন আনিছে, আৰু গৰাকী কোন হব[৩৫] বিনন্দীয়া নিকেতনৰ কোনো সন্দেহ নাই, অন্যায়কাৰীবিলাক কদাপি সফলকাম হব নোৱাৰে।

৩৯। তেতিয়া ফিৰৌনে (বিষয়াবিলাকক) কলে, হে সভাসদসকল, মোক এৰি আন উপাস্য[৩৬] তোমালোকৰ নিমিত্তে আছে বুলি মই জনা নাছিলোঁ; (যদি আছে) তেন্তে হে হামান, তুমি মোৰ কাৰণে বোকামাটি জুইত পুৰি (ইটাৰে) মোৰ নিমিত্তে এটা ওখ প্রাসাদ নির্ম্মাণ কৰাঁ, যাতে (তাৰ চালত উঠি) মুচাৰ উপাস্য জনৰ সন্ধেদ লব পাৰোঁ[৩৭], কিন্তু প্রকৃততে মই নিশ্চয় তেওঁক মিথ্যাবাদী লোকৰ এজন বুলি জ্ঞান কৰোঁ।

৪০। আৰু ফিৰৌনে আৰু তাৰ সৈন্যদলে পৃথিৱীত অযথা গর্ব্ব কৰি ফুৰিছিল, আৰু সিহঁতে ভাবিছিল, সিহঁতক আমাৰ পিনে কদাপি ওভতাই অনা নহব।

৪১। সেইগতিকে আমি তাক আৰু তাৰ সৈন্যবাহিনীক ধৰিলোঁ; শেহত

---

৩৪। নবী আৰু তেওঁৰ ধর্ম্মকামত সহযোগীসকল সংগ্রামত কেতিয়াও পৰাস্ত নহয়। মুচা (আ) আৰু তেওঁৰ ভ্রাতা হাৰুনক (আ) আশ্বাস দিয়া হৈছে, সম্রাট ফিৰৌনৰ ভয় কৰিবৰ কোনো কাৰণ নাই। তেওঁ আৰু তেওঁৰ লগৰীয়াবিলাক পৰাভূত হব।

৩৫। শক্তিসম্পন্ন অত্যাচাৰীবিলাকৰ বিৰুদ্ধে দুর্ব্বল পুণ্যবানসকলক আল্লাই সহায় কৰিব, আৰু তেওঁলোকক জয়ী কৰিব, এয়ে মুচাৰ (আ) দৃঢ় বিশ্বাস।

৩৬। বহু ঈশ্বৰবাদীবিলাকে ক্ষমতাবান ৰজাৰ ঐশ্বৰিকতা অতি সহজে মানি লয়। ইয়োৰূপৰ মধ্য-যুগত ৰজাৰ এটা ডাঙৰ অস্ত্র আছিল ক্ষমতা বিস্তাৰ সম্বন্ধে ৰজাৰ ঐশ্বৰীক স্বত্ত্ব (Divine Right) জনসাধাৰণৰ বিশ্বাস।

৩৭। ফিৰৌনে এইকথা ইতিকিং কৰি হে কৈছে: মুচাৰ আল্লা আকাশত আছে নহয়? বাৰু, এটা বৰ ওখ দুর্গ সাজোঁ; তাৰ চালৰ পৰা জানোচা তেওঁৰ আল্লাক দেখা পাম।

সিহঁতক সাগৰত নিক্ষেপ কৰিলোঁ ; এতিয়া ভাবি চোৱাঁ, অত্যাচাৰীবিলাকৰ শেষ পৰিণাম কেনে হৈছিল।

৪২। আৰু আমি সিহঁতক নেতৃত্ব দান কৰিছিলোঁ ; ( তাৰে অপব্যয় কৰি ) সিহঁতে লোকক অগ্নিৰ পিনে আহ্বান কৰিছিল ; বাস্তৱতে পুনৰুত্থানৰ দিনা সিহঁতক অলপো সহায় দিয়া নহব।

৪৩। আৰু এই পৃথিৱীত আমি সিহঁতক এনে অৱস্থাত পেলালোঁ, অভিসম্পাতে যেন ( পদে পদে ) সিহঁতৰ অনুসৰণ কৰে ; আৰু পুনৰুত্থানৰ দিনা সিহঁত হব ঘৃণনীয় বিলাকৰ মাজৰ।

## ৰুকু ৫

মুচাক ( আ ) আল্লাৰ পুথি প্ৰদান ; তেওঁৰ আৰু হজৰত
মহম্মদৰ ( স্ব ) মাজত আধ্যাত্মিক আত্মীয়তা ;
হজ্ৰতৰ ( স্ব ) আগমন সম্বন্ধে আগৰ
ৰচুলসকলৰ ভবিষ্যৎবাণী।

৪৪। আৰু স্বৰূপতে বহু পূৰ্ব্ববৰ্ত্তী ( অন্যায়কাৰী ) জাতিক ধ্বংস কৰাৰ পিছত আমি মুচাক দান কৰিছিলোঁ ধৰ্ম্মগ্ৰন্থ যি মানৱজাতিৰ নিমিত্তে আছিল জ্বলন্ত প্ৰমাণসমূহৰ সমষ্টি আৰু পথ-প্ৰদৰ্শন আৰু কৰুণা[৩৮] ; সম্ভৱতঃ ( তাৰ পৰা ) সিহঁতে উপদেশ গ্ৰহণ কৰে।

৪৫। আৰু ( হে মহম্মদ, ) যি সময়ত আমি মুচাৰ প্ৰতি আদেশ-লিপি অৰ্পণ কৰিছিলোঁ সেই সময়ত ( চিনাই পৰ্ব্বতৰ ) পশ্চিম পাৰ্শ্বত তুমি উপস্থিত নাছিলা[৩৯], আৰু ( এই ঘটনা ) নিজ চকুৰে দৰ্শন কৰাও নাছিলা।

৪৬। কিন্তু ( মুচাৰ পাছতো ) আমি বহু জাতিক উত্থাপণ কৰিছিলোঁ,

৩৮। মুচাৰ ( আ ) ধৰ্ম্মগ্ৰন্থ তৌৰাত সম্বন্ধে ইয়াত যি বৈশিষ্ট্যৰ উল্লেখ কৰা হৈছে কোৰানখো সেই অনুৰূপ গুণ বৰ্ণনা কৰা হৈছে ; চোৱাঁ, ৭ : ২০৪। 'বচ্ছাইৰৰ' স্বৰূপ অৰ্থৰ নিমিত্তে চোৱাঁ টী ১৯৪।

৩৯। মুচাৰ ( আ ) তুৰ পৰ্ব্বতৰ ঘটনা আল্লাই প্ৰত্যাদেশ দ্বাৰা হজৰত মহম্মদক ( স্ব ) জনালে। আৰু মুচাইও ( আ ) আল্লাৰ প্ৰত্যাদেশ পাই হজৰতৰ ( স্ব ) মক্কাত আবিৰ্ভাৱৰ ভবিষ্যৎবাণী কৰিছিল। চোৱাঁ, বা, যাত্ৰা পুস্তক।

আৰু দীৰ্ঘকাল ধৰি সিহঁতে জীৱন কটাইছিল। আৰু তুমি ( হে মহম্মদ, ) মদয়নবাসী বিলাকৰ মাজতো আমাৰ নিদৰ্শনসমূহ ব্যক্ত কৰিবলৈ অৱস্থান কৰা নাছিলা[৪০] ; কিন্তু ( তাৰ পাছতো ) সদায় আমি ৰচুল প্ৰেৰণ কৰি আহিছোঁ।

৪৭। আৰু যি সময়ত আমি (তেওঁৰ প্ৰতি ধৰ্ম্ম প্ৰচাৰৰ কৰ্ত্তব্য ন্যস্ত কৰিবলৈ) মুচাক আহ্বান কৰিছিলোঁ সেই সময়তো তুমি ( হে মহম্মদ, ) তুৰ পৰ্ব্বতৰ পাৰ্শ্বত উপস্থিত নাছিলা[৪১] ; কিন্তু ই কেৱল তোমাৰ প্ৰভুৰ পৰা অহা কৰুণা যে তোমাক এনে এটা জাতিক সতৰ্ক কৰিবলৈ ভাৰ দিছে যিবিলাকৰ ওচৰলৈ তোমাৰ পূৰ্ব্বে কোনো সতৰ্ককাৰী অহা নাই, এই উদ্দেশ্যে সিহঁতে যেন উপদেশ গ্ৰহণ কৰে।

৪৮। আৰু সিহঁতে নিজ হাতে যি দুষ্কাৰ্য্য আগতে কৰিছিল তাৰ বাবে সিহঁতৰ ওপৰত বিপদ পৰিলে সিহঁতে যেন এইদৰে নকয়, হে আমাৰ প্ৰভু, কিয় তুমি আমাৰ প্ৰতি ৰচুল প্ৰেৰণ নকৰিলা তেতিয়া আমি তোমাৰ নিদৰ্শনসমূহৰ অনুসৰণ কৰিলোঁহেতেন আৰু বিশ্বাসীসকলৰ অন্তৰ্গত হলোঁহেতেন।

৪৯। কিন্তু এতিয়া আমাৰ কাষৰ পৰা সিহঁতৰ ওচৰলৈ সত্য আহিলত সিহঁতে কয়,[৪২] মুচাক যেনে পুথি দান কৰা হৈছিল তাৰে সদৃশ্ তেওঁক ( মহম্মদক ) দান কৰা নহল কিয় ? কি! মুচাক যি পুথি পূৰ্ব্বে দান কৰা হৈছিল তাতো সিহঁতে অবিশ্বাস কৰা নাছিল নে ? সিহঁতে ইয়াকে কয়, দুইখনেই পুথি কুহক স্বৰূপ ; ইটোৱে সিটোক সমৰ্থন কৰে ; আৰু সিহঁতে ইয়াকে কৈ থাকে, আমি প্ৰকৃততে দুয়োৰ কোনোটোতেই বিশ্বাস স্থাপন নকৰোঁ।

৫০। ( সিহঁতক ) কোৱাঁ, যদি তোমালোক সত্যবাদী, তেন্তে তোমালোকেই

---

৪০। অথচ গোটেই কাহিনী আল্লাই নিজ প্ৰত্যাদেশ দ্বাৰা হজ্ৰত্ক ( স্ব ) জনালে।

৪১। (১) মুচাই ( আ ) আল্লাৰ আহ্বান পোৱা ঘটনা হজ্ৰতে ( স্ব ) নিজ আধ্যাত্মিক চকুৰে দেখিবলৈ পাইছিল, যদিও তেওঁৰ কেইবা শতিকাৰ পূৰ্ব্বে এই ঘটনা ঘটিছিল। (২) মুচাইও ( আ ) হজ্ৰতৰ ( স্ব ) আগমন আধ্যাত্মিক চকুৰে দেখি বহুকাল পূৰ্ব্বে ভবিষ্যৎবাণী কৰিছিল।

৪২। যদি মহম্মদ ( স্ব ) মুচাৰ ( আ ) নিচিনা এজন ৰচুল আৰু তেওঁৰ প্ৰতিৰূপ, যেনে তেওঁ দাবী কৰে, তেন্তে তেওঁ মুচাৰ দৰে নিদৰ্শন নেদেখুৱায় কিয় ? ইয়াৰ উত্তৰ এই আয়তত দিয়া হৈছে,—ফিৰৌন আৰু তেওঁৰ প্ৰবৃত্তিৰ মানুহবোৰে নিদৰ্শন দেখিও মুচাৰ ( আ ) নবীত্বত বিশ্বাস কৰা নাছিল।

আল্লাৰ কাষৰ পৰা এনে এখন ধৰ্ম্মগ্ৰন্থ লৈ আহাঁ যি এই দুয়োখনতকৈ অধিক সুপথ প্ৰদৰ্শক ; মই তেনেখনৰেই অনুসৰণ কৰিবলৈ সাজু[৪৩]।

৫১। কিন্তু সিহঁতে যদি তোমাৰ কথাৰ উত্তৰ নিদিয়ে, তেন্তে জানিবা, সিহঁতে নিজৰ বৃথা বাঞ্ছাসমূহৰহে অনুসৰণ কৰিছে ; আৰু যেয়ে আল্লাই প্ৰদৰ্শন কৰা সুপথ এৰি নিজৰ বৃথা বাঞ্ছাৰ অনুসৰণ কৰে তাতোকৈ কোন বেচি পথভ্ৰান্ত হব পাৰে[৪৪] ? ইয়াত কোনো সন্দেহ নাই, আল্লাই অন্যায়কাৰী জাতিক সুপথ প্ৰদৰ্শন নকৰে।

## ৰুকু ৬

আল্লাৰ প্ৰত্যাদেশৰ শিকলি অভগ্ন ; ধৰ্ম্মপুথিসমূহৰ মাজত সামঞ্জস্য ; নবীৰ কাম ধৰ্ম্ম প্ৰচাৰ কৰা, পথপ্ৰদৰ্শন আল্লাৰ কাম ; সতৰ্ককাৰী প্ৰেৰণ নকৰাকৈ আল্লাই ব্যাপক শাস্তি নিদিয়ে।

৫২। আৰু স্বৰূপতে আমি ( নিজৰ এই ) বাণী ক্ৰমে ক্ৰমে অবিচ্ছেদে সিহঁতলৈ প্ৰেৰণ কৰিছোঁ, সিহঁতে যেন উপদেশ গ্ৰহণ কৰিব পাৰে[৪৫]।

৫৩। ইয়াৰ পূৰ্ব্বে যিসকলক আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ তেওঁলোকেও কোৰানৰ ( মূল শিক্ষাত ) বিশ্বাস কৰিছে।

৫৪। আৰু যেতিয়া তেওঁলোকৰ আগত কোৰান পাঠ কৰা হয়, তেওঁলোকে

---

৪৩। শতিকাৰ পাছত শতিকা আহিল আৰু গ'ল, কিন্তু আল্লাই প্ৰত্যাদেশ কৰা তত্ত্বজ্ঞানেৰে পৰিপূৰ্ণ পুথি তৌৰাত অথবা কোৰানৰ দৰে কোনো পুথি কোনেও ৰচনা কৰিব পৰা নাই। চোৱা ২ : ২৪, ১০ : ৩৯ ; ১১ : ১৪ ; ১৭ : ৮৯ ; ৫২ : ৩৪, ৫।

৪৪। এই কথা ধ্ৰুব সত্য, মানুহে যদি নিজৰ বৃথা অভিলাষবোৰ বৰ্জন কৰি আল্লাৰ ইচ্ছামতে জীৱন কাৰ্য্য সমাপন কৰে, তেন্তে জগতত বিৰোধ আৰু অশান্তি লোপ হব পাৰে।

৪৫। মানৱ যেন পোন বাটত থাকে আল্লাৰ প্ৰত্যাদেশ ক্ৰমান্বয়ে আহি থাকে। আদমৰ ( আ ) পৰা নবীৰ পাছত নবী মানৱৰ পথপ্ৰদৰ্শনৰ নিমিত্তে আহি আছিল। ধৰ্ম্মগ্ৰন্থসমূহৰ মাজতো মূল শিক্ষা লৈ অনৈক্য নাই।

কয়, আমি ইয়াত বিশ্বাস কৰিছোঁ ; কোনো সন্দেহ নাই, ই আমাৰ প্ৰভুৰ পৰা অহা সত্য ; প্ৰকৃততে ইয়াৰ পূৰ্ব্বেও আমি আল্লাৰ আজ্ঞাৰ বাধ্য[৪৬] আছিলোঁ।

৫৫। এই সকলক দ্বিগুণ[৪৭] প্ৰতিদান দিয়া হব, কিয়নো তেওঁলোকে ধৈৰ্য্য ধাৰণ কৰে, আৰু মঙ্গলৰ সৈতে অমঙ্গলৰ প্ৰতিকাৰ কৰে আৰু আমি তেওঁলোকক যি সম্বল দান কৰিছোঁ তাৰে পৰা ( সৎ কামত ) ব্যয় কৰে ;

৫৬। আৰু যেতিয়া তেওঁলোকে অনাবশ্যক বাহুল্য কথা শুনি পায় তাত কাণ নিদি ইয়াকে কৈ আঁতৰি যায়, আমাৰ কাৰ্য্যসমূহৰ বাবে আমি দায়ী, আৰু তোমালোকৰ কাৰ্য্যসমূহৰ বাবে তোমালোক দায়ী ; তোমালোকৰ প্ৰতি শান্তি ; আমি অজ্ঞানবিলাকৰ সঙ্গ নিবিচাৰোঁ[৪৮]।

৫৭। প্ৰকৃত কথা এই, যাকে তুমি ভাল পোৱা তাকে ( নিজ ইচ্ছা মতে ) সঠিক বাটেদি আনিব নোৱাৰা,[৪৯] কিন্তু আল্লাই যাকে ইচ্ছা তাকে পথ প্ৰদৰ্শন কৰে ; যিসকল সুপথে পৰিচালিত সেইসকলক তেওঁ বঢ়িয়াকৈ জানে।

৫৮। আৰু সিহঁতে ( তোমাক ) কয়, যদি আমি তোমাৰ সঙ্গী হৈ সুপথ অনুসৰণ কৰোঁ আমাক নিজ দেশৰ পৰা থাপ মাৰি উলিয়াই দি উচ্ছন্ন কৰা হব। কি ! আমি সিহঁতক এনে এখন পবিত্ৰ, শান্তিময় ঠাইত স্থাপিত কৰা নাই নে, যি ঠাইলৈ সকলো প্ৰকাৰ ফল ( প্ৰচুৰ পৰিমাণে ) অনা হয়, আমাৰ কাষৰ পৰা উপজীৱিকা স্বৰূপ ? কিন্তু সিহঁতৰ সৰহভাগৰেই জ্ঞান নাই।

৫৯। আৰু আমি কতবোৰ নগৰকে ধ্বংস কৰিছোঁ যাৰ অধিবাসীবিলাকে জীৱনৰ সুখ-স্বচ্ছন্দতাৰ গৰ্ব্ব কৰিছিল। কিন্তু চোৱাঁ, সিহঁতৰ বাসস্থানসমূহৰ কি

৪৬। আৰবী শব্দ 'মুচ্‌লিম' ব্যৱহাৰ কৰা হৈছে ; পুথিপোৱা লোকসকলৰ অনেকে ধৰ্ম্মগ্ৰন্থসমূহৰ মূল শিক্ষা মানি লৈছিল, আৰু আল্লাৰ একত্বত সাধাৰণতে তেওঁলোকৰ বিশ্বাস আছিল। চোৱাঁ, ৩ : ৬৫।

৪৭। অৰ্থাৎ বহুগুণ ; নিৰ্দ্দিষ্ট অনিৰ্দ্দিষ্টৰ কাৰণে।

৪৮। যিবিলাকৰ ধৰ্ম্মৰ অনুৰাগ নাই, যিবিলাকে ধাৰ্ম্মিকসকলক উপহাস কৰে, যিবিলাকৰ অন্তঃকৰণ কঠুৱা সিহঁতৰ সঙ্গ পৰিত্যাগ কৰিবলৈ কোৰানে আদেশ দিছে। আন হাতে ধাৰ্ম্মিক সত্যবাদীসকলৰ সঙ্গী হবলৈ উপদেশ দিছে। চোৱাঁ, ৯ : ১১৯।

৪৯। হজ্‌ৰতৰ দদায়েক আবুত্বালেব্। হজ্‌ৰতৰ ( স্ব ) একান্ত ইচ্ছা আছিল, তেওঁ যেন ইচ্‌লাম গ্ৰহণ কৰে। তেওঁক হজ্‌ৰতে নিজে সেই বিষয়ে উপদেশ দিছিল ; কিন্তু তেওঁ ইচ্‌লাম্ গ্ৰহণ নকৰিলে। ৰচুলৰ ওপৰত ভাৰ কেৱল আল্লাৰ বাণী স্পষ্টকৈ প্ৰচাৰ কৰা বাধ্য কৰা নহয়। চোৱাঁ ৭ : ৯৩।

দশা হল। সিহঁতৰ পিছত সেই ঘৰবোৰৰ (ভগ্না-ৱশেষত) থাকিবলৈ অলপ কিছুমানক এৰি মানুহেই নাছিল; অৱশেষত অকল আমিয়ে সেইবিলাকৰ উত্তৰাধিকাৰী হলোঁ।

৬০। আৰু তোমাৰ প্ৰভুৰ এই নিয়ম, তেওঁ কদাপি নগৰসমূহ ধ্বংস নকৰে, যেতিয়ালৈকে সেইসমূহৰ কেন্দ্ৰ[৫০] নগৰলৈ আগত্বে নগৰবাসীবিলাকৰ সম্মুখত আমাৰ নিদৰ্শনসমূহ ব্যক্ত কৰিবৰ অৰ্থে এজন ৰচুল উত্থাপন নকৰে। ইয়াৰ উপৰি আমি কেৱল সেই নগৰ সমূহকহে বিধ্বংস কৰোঁ যাৰ অধিবাসীবিলাক অতিপাতকৈ অন্যায়কাৰী।

৬১। আৰু তোমালোকক যিখিনি ধনসম্পত্তিৰ ভাগ দান কৰা হৈছে সি কেৱল পাথিৱ জীৱনৰ সম্বল, আৰু তাৰে শোভাস্বৰূপ; কিন্তু যি সম্বল আল্লাৰ কাষত আছে সি অতি উত্তম আৰু চিৰকলীয়া; তোমালোকে বুজি নোপোৱা নে?

## ৰুকু ৭

বিপথগামীহঁতৰ নেতৃবৃন্দক শেষ বিচাৰৰ দিনা প্ৰশ্ন কৰা হব; ৰচুলৰ নিৰ্বাচন আল্লাৰ কাম; গ্ৰহ-নক্ষত্ৰৰ সৃষ্টি মানৱৰ কাৰণে।

৬২। কি! যিজনক আমি (স্বৰ্গ সুখৰ) প্ৰতিশ্ৰুতি দান কৰিছোঁ, যি সেই প্ৰতিশ্ৰুতি নিশ্চয়কৈ পূৰ্ণ হব বুলি আশা কৰে, এনেজনৰ সদৃশ নে, যাক আমি পাথিৱ জীৱনৰ সুখ-সম্পদ প্ৰদান কৰিছোঁ, কিন্তু পুনৰুত্থানৰ দিনা যাক (অপৰাধী-ৰূপে) আমাৰ সম্মুখত উপস্থিত কৰা হব?

৬৩। আৰু সেই দিনা তেওঁ সিহঁতক আহ্বান কৰি কব, যিবিলাকক তোমালোকে মোৰ অংশী[৫১] বুলি ভাৱি লৈছিলা, (আজি) সিহঁত ক'ত?

---

৫০। মক্কা নগৰক বুজাইছে। মক্কাক 'উম্মুল্ কুৰা' বোলা হৈছিল, অৰ্থাৎ সকলো নগৰৰ মাতৃ। আৰব দেশত মক্কা এখন প্ৰধান নগৰ আছিল, ব্যৱসা-বাণিজ্যৰ কেন্দ্ৰ, আৰু কা'বা শৰীফ ইয়াতে অৱস্থিত থকাৰ কাৰণে ধৰ্মৰো কেন্দ্ৰ আছিল। আজি কালিও মক্কা ইচ্লামৰ কেন্দ্ৰ। প্ৰত্যেক বছৰত হয্ উপলক্ষে মক্কাত দেশ বিদেশৰ মুচলমানসকল গোট খায়, হব্ৰীতি সম্পন্ন কৰে, আৰু ভ্ৰাতৃভাব বৃদ্ধি কৰে।

৫১। মূৰ্ত্তিবিলাক, প্ৰকৃতিৰ শক্তি নানা ৰূপত; দুৰাচাৰী নেতাবিলাককো বুজাইছে। অহা আঃ ৬৪ চোৱা।

৬৪। যিবিলাকৰ বিৰুদ্ধে আমাৰ বিচাৰ-বাণী[৫২] প্ৰতিপন্ন হ'ল সিহঁতে কব, হে আমাৰ প্ৰভু, সিহঁতক আমিয়ে বিপথে নিছিলোঁ; যিদৰে আমি নিজে বিপথে গৈছিলোঁ সেইদৰে সিহঁতকো আমি বিপথে লৈ গৈছিলোঁ; সিহঁতৰ সম্বন্ধে তোমাৰ ওচৰত আমি প্ৰমুক্ত[৫৩], সিহঁতে কেতিয়াও আমাৰ পূজা কৰা নাছিল।

৬৫। আৰু সিহঁতক কোৱা হব, যিবিলাকক তোমালোকে আমাৰ সমানে উপাস্য পাতিছিলা সিহঁতক (সহায় কৰিবলৈ) আহ্বান কৰা; তেতিয়া সিহঁতে সিহঁতক আহ্বান কৰিব; কিন্তু সিহঁতে সিহঁতক কোনো উত্তৰেই নিদিব। ফলত সিহঁতে নিজৰ সম্মুখতে (আল্লাৰ) শাস্তি দেখিবলৈ পাব, আৰু শোক কৰিব[৫৪], সিহঁতে যদি-সুপথে চলাহেতেন!

৬৬। আৰু সেইদিনা সিহঁতক আল্লাই আহ্বান কৰি কব, তোমালোকে ৰচুলসকলৰ কথাৰ কি উত্তৰ দিছিলা?

৬৭। আৰু সেইদিনা (ভয়ত) কব লগীয়া কথাবোৰ (মনৰ পৰা) বিস্মৃত হৈ যাব; ফলত সিহঁতৰ ইজনে সিজনক সোধ পোছো কৰিব নোৱাৰিব[৫৫]।

৬৮। কিন্তু যিজনে অনুতাপ কৰে, (আল্লাত) বিশ্বাস স্থাপন কৰে, আৰু সৎকাৰ্য্য কৰে, অতি সত্বৰ সেইজন সফলমনোৰথসকলৰ অন্তৰ্ভুক্ত হব।

৬৯। আৰু তোমাৰ প্ৰভুৱে যি ইচ্ছা তাকে সৃষ্টি কৰে, আৰু যাকে ইচ্ছা (নিজৰ কামৰ নিমিত্তে) বাচি[৫৬] লয়; নিৰ্ব্বাচনৰ সিহঁতৰ কোনো অধিকাৰ নাই; আল্লা পৰম পৱিত্ৰ, আৰু সিহঁতে তেওঁৰ সমানে যি উপাস্য পাতে তাতোকৈ তেওঁ বহুত ওখত।

---

৫২। সিদ্ধান্ত, মীমাংসা, শাস্তিৰ আদেশ।

৫৩। শয়তানৰূপী ৰৰমুৰীয়াবিলাকে ক'ব, আমি স্বীকাৰ কৰিছোঁ, আমি সিহঁতক নানা প্ৰলোভনত পেলাইছিলো; কিন্তু সিহঁতে আমাৰ পূজা কৰা নাছিল, বৰং অইন বহু দেৱতাৰহে পূজা কৰিছিল।

৫৪। অনুশোচন কৰিবৰ সময় শাস্তি অহাৰ পূৰ্ব্বে। শাস্তিৰ সম্মুখীন হৈ তোৱা কৰা আল্লাৰ কাষত গ্ৰহণীয় নহয়।

৫৫। সিহঁতে তেতিয়া কোনো ওজৰ আপত্তি দেখুৱাব নোৱাৰি আৰু বিবুদ্ধি হৈ পৰস্পৰ সোধ-পোছ কৰিও উত্তৰ দিব নোৱাৰিব।

৫৬। যেনে নবী আৰু ৰচুলসকল। কোন ঠাইত, কোন সময়ত আৰু কোন জাতিৰ মাজত ৰচুল প্ৰেৰণ কৰা প্ৰয়োজনীয় সৰ্ব্বজ্ঞাতা আল্লাইহে জানে। সেই দেখি ৰচুল নিৰ্ব্বাচন আল্লাৰ কাম। গোৰ্বা, ৬: ১২৬ আৰু টী ১১১।

৭০। আৰু সিহঁতৰ অন্তৰসমূহে যি গোপন কৰে, আৰু যি প্ৰকাশ কৰে সকলো তোমাৰ প্ৰভুৱে জানে।

৭১। আৰু তেৱেঁই আল্লা; তেওঁত ভিন্ন আন কোনো উপাস্য নাই; সকলো প্ৰশংসাৰ যোগ্য তেৱেঁই, আদিতো আৰু অন্ততো; আৰু বিচাৰৰ গৰাকী তেৱেঁই; আৰু তেওঁৰেই ওচৰলৈ তোমালোকক ওভতাই নিয়া হব।

৭২। (হে মহম্মদ,) তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, যদি আল্লাই তোমালোকৰ কাৰণে নিশা পুনৰুত্থানৰ দিনলৈকে অবিচ্ছেদে অৱস্থিত ৰাখে, আল্লাত ভিন্ন আন কোন উপাস্য আছে যি তোমালোকলৈ (দিনৰ) পোহৰ আনিব পাৰে? তত্ৰাচ তোমালোকে কাণ দি শুনা নে[৫৭]?

৭৩। কোৱাঁ, তোমালোকে চিন্তা কৰি চাইছা নে, যদি আল্লই তোমালোকৰ কাৰণে দিনক পুণৰুত্থানৰ দিনলৈকে অবিচ্ছেদে স্থায়ী ৰাখে, আল্লাত ভিন্ন আন কোন উপাস্য আছে যি তোমালোকলৈ নিশা আকৌ আনিব পাৰে, যাতে সেই সময়ত তোমালোকে বিশ্ৰাম কৰিব পাৰা? তত্ৰাচ তোমালোকে লক্ষ্য নকৰা নে?

৭৪। আৰু তেওঁ নিজ কৰুণা দ্বাৰা তোমালোকৰ নিমিত্তে নিশা আৰু দিৱস সৃজন কৰিছে, তোমালোকে যেন সেই সময়ত বিশ্ৰাম[৫৮] কৰা আৰু (কামত লাগি) তেওঁৰ কৃপা[৫৯] বিচাৰা, আৰু তোমালোকে যেন আল্লাৰ শলাগ লোৱা।

৭৫। আৰু সেই দিনা তেওঁ সিহঁতক আহ্বান কৰিব আৰু সুধিব, যিবিলাকক তোমালোকে মোৰ সমানে উপাস্য পাতিছিলা সেইবিলাক (আজি) ক'ত?

৭৬। আৰু প্ৰত্যেক সম্প্ৰদায়ৰ পৰা একোজন সাক্ষী উলিয়াই আনি আমি কম, তোমালোকৰ যি প্ৰমাণ আছে (এতিয়া) উপস্থিত কৰাঁ। তেতিয়া সিহঁতে জানিব পাৰিব, সত্যৰ গৰাকী কেৱল আল্লা; আৰু সিহঁতে যি অসত্য সাজি লৈছিল সি সিহঁতৰ পৰা আঁতৰ হ'ল।

---

৫৭। এই আয়ত আৰু শেহৰ দুই আয়তত চিন্তাশীল মানৱৰ মন প্ৰকৃতিৰ অটল অলৰ বিধানৰ প্ৰতি আকৰ্ষণ কৰা হৈছে। ৰাতি আৰু দিনৰ অনুবৰ্ত্তন সেই বিধানৰ অধীন; সূৰ্য্য, চন্দ্ৰ, গ্ৰহ নক্ষত্ৰ সকলোক আল্লাই মানৱৰ সেৱাৰ নিমিত্তে সৃষ্টি কৰিছে। সেই দেখি সৃষ্টিক পূজা নকৰি স্ৰষ্টাকহে পূজা কৰা উচিত। চোৱাঁ, ৩: ১৯২; ১০: ৬, ৭।

৫৮। দিনৰ দিনটো কাম কৰি ৰাতি জিৰণি লোৱা, আৰু টোপনি যোৱা।

৫৯। কোৰানত বহু ঠাইত 'ফদ্‌ল'ৰ অৰ্থ ধন-সম্পত্তি। অৰ্জ্জন কৰা ধন আল্লাৰ কৃপা; চোৱাঁ, ৬২: ১১।

## ৰুকু ৮

ধন সম্পদৰ বাবে কাৰুনৰ দাম্ভিকতা ; মুচা (আ)
আৰু হাৰুনৰ বিৰুদ্ধে তাৰ বিদ্ৰোহ ;
শাস্তি ভূমিকম্পৰূপে।

৭৭। নিশ্চয় কাৰুন[৬০] আছিল মুচাৰ জাতিৰে এজন ; পিছত সি তেওঁলোকৰ বিৰোধী হৈছিল। আৰু তাক আমি ধনৰ ইমান আধিক্য দান কিৰিছিলোঁ যে সেই ধনৰ ভাৰ[৬১] বহন কৰোঁতে জনচেৰেক শকত মানুহো ক্লান্ত হৈ পৰিছিল। তাৰ নিজৰে জাতিৰ লোকে তাক কৈছিল, (ধনৰ প্ৰাচুৰ্য্যত) উল্লাসিত নহবা ; নিশ্চয় এনেবোৰ উল্লাসিত লোকক আল্লাই ভাল নাপায়।

৭৮। আৰু আল্লাই যি ঐশ্বৰ্য্য তোমাক দান কৰিছে তাৰ সদ্ব্যৱহাৰ কৰি পৰলোকত (সুখৰ) বাসস্থান লাভ কৰিবলৈ বাঞ্ছা কৰা, আৰু ইহলোকত তোমাৰ যি অংশ তাকো তুমি ভোগ কৰাত বাধা নাই[৬২] ; আৰু যিদৰে আল্লাই তোমাৰ উপকাৰ কৰিছে সেইদৰে তুমিও পৰৰ উপকাৰ কৰা ; আৰু দেশত অশান্তিৰ সৃষ্টি কৰিবলৈ মনস্থ নকৰিবা ; অশান্তিৰ সৃষ্টি কৰোঁতাবিলাকক নিশ্চয় আল্লাই ভাল নাপায়।

৭৯। কাৰুণে কলে, কোনো সন্দেহ নাই, মোৰ জ্ঞান, অভিজ্ঞতা আছে দেখিহে মোক এই ঐশ্বৰ্য্য দিয়া হৈছে[৬৩]। সি কি জানিব পৰা নাই নে স্বৰূপতে ইয়াৰ

---

৬০। বাইবেলত কাৰুনৰ নাম কোৰা লিখিছে। বিশদ বৰ্ণনাৰ বাবে চোৱা, বা, গন, পু, ১৬ : ১—৩৫।

৬১। 'মিফ্তাহ'ৰ বহুবচন 'মফাতীহ'। সাধাৰণতে দুটা অৰ্থ লোৱা হৈছে। (১) ধন, ঐশ্বৰ্য্য ; (২) ধন থোৱা বাকচৰ চাবি। কাৰুণৰ ধন-ভৰালত ইমান বেচি ধন আছিল যে তাকে স্থানান্তৰিত কৰিবলৈ কেইবাজন শকত মানুহৰ প্ৰয়োজন হৈছিল। দ্বিতীয় অৰ্থত, তেওঁৰ অসংখ্য চাবি আছিল, কেইবাজন মানুহৰ বোজা। প্ৰবাদ আছে যে কাৰুনে মৰুভূমিৰ মাজেদি এবাৰ যাব লগা হৈছিল। তেতিয়া বাকচবোৰ এৰি কেৱল চাবিবোৰ লৈ গৈছিল। চোৱা, ইয়ু আলিৰ কোৰান পৃঃ ১০২৩।

৬২। ইচ্লামৰ শিক্ষা এই, মুচ্লিমৰ আচল লক্ষ্য হব লাগে পৰলোকৰ সুখ-শান্তি ; কিন্তু সেই বুলি পাৰ্থিব জীৱনৰ কৰ্ত্তব্য বিষয়ে অমনোযোগী হব নালাগে। ইহজীৱনৰ সুখ-সন্তোষ লভিবলৈ আৰু ধন অৰ্জ্জন কৰিবলৈ কোৰানে নিষেধ কৰা নাই।

৬৩। কাৰুনে ভাবিছিল, তাৰ ধন-সম্পদ তাৰ নিজৰে বিদ্যা-বুদ্ধিৰ ফল ; আল্লাৰ অনুগ্ৰহ নহয়।

পূৰ্ব্বে আল্লাই এনেবোৰ জাতিকে বিনাশ কৰিছে যি তাতোকৈ অধিক শক্তিশালী আছিল, আৰু সিহঁতৰ দলৰ সংখ্যাও বহুত বেচি আছিল? আৰু (মোৰ) অপৰাধীবিলাকক সিহঁতৰ দোষবোৰৰ বাবে প্ৰশ্ন[৬৪] কৰিবৰ প্ৰয়োজন নহব।

৮০। পিছত সি তাৰ সাজ-পাৰ পিন্ধি অলঙ্কাৰবে সুসজ্জিত হৈ নিজ জাতিৰ আগত ওলালত পাৰ্থিৱ জীৱনৰ অভিলাষীবিলাকে (দেখি) কব ধৰিলে, হায়! কাৰুণক যি ধন-সম্পদ দিয়া হৈছে তেনে ধন-সম্পদ আমাৰ থকা হেতেন! ইয়াত কোনো সন্দেহ নাই সি মহৎ সৌভাগ্যৰ গৰাকী।

৮১। কিন্তু যিসকলক (সত্যৰ) জ্ঞান দান কৰা হৈছে সেইসকলে সিহঁতক কলে, ধিক তোমালোকৰ প্ৰতি! যিজনে বিশ্বাস স্থাপন কৰে আৰু সজ কাম কৰে সেইজনক আল্লাই যি প্ৰতিদান দিয়ে সি অতিশয় শ্ৰেষ্ঠ; আৰু ধৈৰ্য্যশীলসকলৰ বাহিৰে অইনক তেনে প্ৰতিদান উপভোগ কৰিবলৈ দিয়া নহয়।

৮২। গতিকে আমি কাৰুণক তাৰ ঘৰবাৰী সৈতে মাটিত বিলীন কৰিলোঁ[৬৫]; সেই অৱস্থাত আল্লাৰ বিৰুদ্ধে তাক সহায় কৰিবৰ কাৰণে এটা দলো নোলাল; আৰু নিজকে ৰক্ষা কৰিবলৈ তাৰ নিজৰো সামৰ্থ্য নাছিল।

৮৩। আৰু যিবিলাকে মাত্ৰ এদিন আগতে কাৰুণৰ (ধনসম্পদৰ) অৱস্থাৰ হেপাহ কৰিছিল পাছদিনা পুৱা সিহঁতে কব ধৰিলে, হায় (এতিয়াহে উপলব্ধি কৰিছোঁ আল্লাইহে নিজ সেৱকসকলৰ মাজত যাৰে ইচ্ছা তাৰে নিমিত্তে জীৱিকা প্ৰশস্ত কৰে, আৰু (প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে[৬৬]; আমাৰ প্ৰতি আল্লাৰ অনুগ্ৰহ নোহোৱা হলে, তেওঁ নিশ্চয় আমাকো (মাটিত) বিলীন কৰিলেহেতেন; হায়, এতিয়া হে বুজি পালোঁ; বাস্তৱতে অবিশ্বাসীবিলাক কেতিয়াও সাৰ্থক হব নোৱাৰে।

---

৬৪। কিয়নো সিহঁতৰ সকলোবোৰ দোষ আল্লাৰ জনা আছে।

৬৫। কথিত আছে ভীষণ ভূমিকম্পৰ ফলত কাৰুণৰ অট্টালিকা ধনৰ পেৰাবোৰৰ সৈতে ভূমিষ্ঠ হল; আৰু সিও মাটিত পোত গ'ল। মুচাই (আ) কিছুমানক সাৱধান কৰি কলে, তোমালোকে নিলগত তাবু ঘৰ পাতি তাতে আশ্ৰয় লোৱাঁ। সিহঁতে কাণ নিদিলে আৰু কাৰুনৰ লগতে সিহঁতো পোত গ'ল।

৬৬। ধন আল্লাৰ অনুগ্ৰহ। দাউদ (আ) আৰু চুলেইমান (আ) বিশাল ৰাজ্যৰ অধিকাৰী আছিল। তেওঁলোক নবী আছিল আৰু আল্লাৰ প্ৰিয়পাত্ৰ; আৰু ৰজা হৈয়ো অহঙ্কাৰ কৰা নাছিল; আৰু আল্লাই দিয়া ঐশ্বৰ্য্যৰ সদ্ব্যৱহাৰ কৰিছিল। কাৰুনে অহঙ্কাৰ কৰিছিল, আৰু জনসাধাৰণৰ হিতাৰ্থে ধন ব্যয় কৰা নাছিল। অতিপাত কৃপণতাৰ আৰু গৰ্ব্বৰ বাবে তেওঁ আল্লাৰ শাস্তিৰ ভাজন হ'ল। চোৱা, ১৩ : ২৭ ; ১৭ : ৩১।

# ৰুকু ৯

একাগ্ৰতাৰে, বিনীতভাৱে সজ কাম কৰা আল্লাৰ সন্তুষ্টি
লভিবৰ উপায়; কোৰান হজ্ৰতৰ প্ৰতি এটা
মহান অনুগ্ৰহ; মক্কালৈ হজ্ৰতৰ (স্ব)
প্ৰত্যাবৰ্ত্তন সম্বন্ধে ভবিষ্যৎবাণী।

৮৪। সেই পৰলোকৰ বাসস্থান আমি সেইসকলৰ নিমিত্তে নিৰ্দ্ধাৰণ কৰি থৈছোঁ যিসকলে দেশত গৰ্ব্ব কৰিবলৈ আৰু অশান্তিৰ সৃষ্টি কৰিবলৈ মুঠেই ইচ্ছা নকৰে; আৰু ধৰ্ম্মনিষ্ঠসকলৰ নিমিত্তে থাকিব শুভ পৰিণাম।

৮৫। যিজনে সৎকাৰ্য্য লৈ আহিব সেইজনে তাৰ বাবে শ্ৰেষ্ঠতৰ প্ৰতিদান লাভ কৰিব; কিন্তু যিবিলাকে অসৎ কাৰ্য্য লৈ আহিব সিহঁতক সিহঁতে যিবোৰ অসৎকাৰ্য্য কৰিছিল তাৰে প্ৰতিফল দিয়া হব[৬৭]।

৮৬। (হে মুহম্মদ,) বাস্তৱতে যিজনে তোমাৰ প্ৰতি কোৰানখন অলঙ্ঘনীয় বিধানৰূপে নমাইছে সেইজনেই নিশ্চয় তোমাক ওভতাই আনিব সেই পূৰ্ব্বৰ ঠাইলৈ[৬৮]। তুমি (সিহঁতক) কোৱাঁ, যিজনে সুপথ লাভ কৰিছে তেওঁক, আৰু যেয়ে প্ৰত্যক্ষ বিপথে যাব ধৰিছে তাক মোৰ প্ৰভুৱে বঢ়িয়াকৈ জানে।

৮৭। এই কোৰান গ্ৰন্থ যে তোমাৰ প্ৰতি অৱতীৰ্ণ কৰা হব, এনে আশা আগতে তুমি কৰা নাছিলা; ই মাথোন তোমাৰ প্ৰভুৰ ফালৰ পৰা অহা কৰুণা[৬৯]; গতিকে অবিশ্বাসীবিলাকক তুমি কেতিয়াও সমৰ্থন নকৰিবা।

---

৬৭। আল্লাৰ বিচাৰৰ তুলাদণ্ড অকণো লৰচৰ নহয়। দোষৰ গুৰুত্ব আৰু পৰিমাণ অনুসাৰে আল্লাই শাস্তি দিয়ে।

৬৮। মক্কা শৰীফ। ইব্নে 'আব্বাচৰ মতে এইটো কোৰানৰ মহৎ ভবিষ্যৎবাণী। মক্কাকালীন জীৱনত হজ্ৰতে (স্ব) অসহনীয় উৎপীড়নৰ হেঁচাত স্বদেশ ত্যাগ কৰিবলৈ বাধ্য হৈছিল। কিন্তু এনে এটা সময় আহিব যেতিয়া আল্লাই তেওঁক নিজৰ জন্মস্থান মক্কালৈ ওভতাই আনিব। এই ভবিষ্যৎবাণী আখৰে আখৰে পূৰ্ণ হ'ল মক্কা-বিজয়ৰ দিনা। হজ্ৰতে (স্ব) যে তেওঁৰ অৱশিষ্ট জীৱন মদিনাত কটালে; ইও আল্লাৰেই ইচ্ছা আছিল।

৬৯। ঠায়ে ঠায়ে টীকাত লিখা হৈছে, হজ্ৰত (স্ব) নিৰক্ষৰ আছিল আৰু নিয়মিতৰূপে শিক্ষা অৰ্জ্জন কৰা নাছিল। অথচ যি কোৰান তেওঁৰ প্ৰতি অৱতীৰ্ণ হৈছিল তাৰ নৈতিক আৰু আধ্যাত্মিক তত্ত্ব আৰু তথ্যসমূহ আজিলৈকে জিলিকি আছে, আৰু শেষলৈকে থাকিব। কোৰান যে আল্লাৰ প্ৰত্যাদেশ তাৰে ই বাই প্ৰমাণ।

৮৮। আল্লাৰ নিদৰ্শনসমূহ তোমাৰ প্ৰতি অৱতীৰ্ণ হোৱাৰ পাছত (চোৱা) সিহঁতে যেন তোমাক তাৰ পৰা নিবৃত্ত নকৰে; আৰু তুমি নিজ প্ৰভুৰ আগত প্ৰাৰ্থনাত লাগি থাকা, আৰু সেইবিলাকৰ অন্তৰ্গত নহবা যিবিলাকে আনক আল্লাৰ সমানে উপাস্য পাতে।

৮৯। আৰু আল্লাৰ সৈতে অন্যান্য উপাস্যক আহ্বান নকৰিবা; তেওঁত ভিন্ন আন উপাস্য নাই; তেওঁ অমৰ অনন্ত প্ৰবৃত্তিৰ[10], তেওঁত বিনে সমগ্ৰ বস্তুৱেই মৰণশীল; মহাবিচাৰৰ গৰাকী তেৱেঁই, আৰু তেওঁৰে কাষলৈ তোমালোকক ওভতাই নিয়া হব।

১০। আচল অৰ্থ মুখ; ইয়াত ঐশ্বৰীক প্ৰকৃতি বা প্ৰবৃত্তি বুজাইছে

# চুৰা ২৯

## আল্-'আন্‌কবুত্ ঃ মকৰা

### মক্কাত অৱতীৰ্ণ

৭ ৰুকু, ৭০ আয়ত

এই চুৰাটো আন্-কবুত্ অৰ্থাৎ মকৰা নামেৰে অভিভূত। ৪২ আয়তত পৌত্তলিক-বিলাকৰ অবিশ্বাসক মকৰাৰ সূক্ষ্ম জালৰ সৈতে তুলনা দিয়া হৈছে। যুক্তি আৰু প্ৰমাণৰ ওপৰত সিহঁতৰ স্থিতি নাই।

এই চুৰাটি আৰু পৰবৰ্ত্তী তিনিটি চুৰা মক্কা-যুগৰ মাজভাগত অৱতীৰ্ণ হৈছিল। প্ৰত্যেকটি চুৰা তিনিটা আখৰ আলিফ্-লাম মীমৰে আৰম্ভ হৈছে, যি 'আনাল্লাহু অ'লমু'ৰ চমুকৰণ, অৰ্থাৎ ময়ে আল্লা, সৰ্বজ্ঞাতা। ইয়াৰ দ্বাৰা মক্কাৰ উৎপীড়িত মুচ্‌লিমসকলক আশ্বাস দিয়া হৈছে—হে স্বহাবা সকল, আজি তোমালোকে সত্য ধৰ্ম্ম গ্ৰহণ কৰাৰ কাৰণে দাৰুণ দুখ-কষ্ট ভুগিছা, মক্কা ত্যাগ কৰিবলৈ বাধ্য হৈছা, কিন্তু কাইলৈ মই তোমালোকক মদিনাত পুনৰ স্থাপিত কৰিম, আৰু যদি তোমালোকৰ বিশ্বাস দৃঢ় থাকে তোমালোকৰ জৰীয়তে পৃথিৱীত ইচলাম বিস্তৃত হব; এনে এটা সময় অহা সুনিশ্চিত যেতিয়া তোমালোক বিশাল ৰাজ্যৰ অধিকাৰী হবা। ময়ে সৰ্বজ্ঞাতা আল্লা; মোৰ হাততে জাতিসমূহৰ উত্থান আৰু পতন, উন্নতি আৰু অৱনতি।

কোনো ভুল নাই, ধৰ্ম্মৰ পথত দুখ-দুৰ্দ্দশা কষ্ট-ক্লেশ আহিবই। অনেক সময়ত অনাচাৰ অত্যাচাৰ সহিব লাগিব। তাৰ ফলত আত্মা নিৰ্ম্মল হয়, আৰু পৰীক্ষাৰ পাছত বিশ্বাস দৃঢ়তৰ হয়। প্ৰথম ৰুকুত এনে পৰীক্ষাৰ কথা উল্লিখিত হৈছে। দ্বিতীয় আৰু তৃতীয় ৰুকুত মুহ, ইব্ৰাহিম আৰু লুত নবীসকলৰ (আ) উপদেশ অগ্ৰাহ্য কৰোঁতাবিলাকে কি শাস্তি ভুগিছিল তাকে বৰ্ণোৱা হৈছে। চতুৰ্থ ৰুকুত 'আদ, ছমুদ জাতিক আৰু কাৰুন, ফিৰৌন, আৰু হামানৰ কথা কোৱা হৈছে। সত্যৰ বিৰোধীক আল্লাই ধ্বংস কৰে; সেইদৰে হজ্ৰতৰ (স্ব) বিৰোধী-বিলাকৰো তেনে অৱস্থা হব। তিনি ৰুকুত মক্কাবাসী মুচ্‌লিমসকলক শান্তনা দিয়া হৈছে আৰু বিশ্বাসত অলৰ হৈ থাকি অনন্ত সুখ উপভোগ কৰিবলৈ প্ৰস্তুত হবলৈ আদেশ দিয়া হৈছে।

# ৰুকু ১

পৰীক্ষা অপৰিহাৰ্য্য; পৰীক্ষাৰ যোগেদি প্ৰকৃত বিশ্বাসী আৰু কপটাচাৰীৰ মাজত পাৰ্থক্য ওলাই পৰে; পিতৃ মাতৃৰ আদেশতকৈ আল্লাৰ আদেশ শ্ৰেষ্ঠতৰ।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ্, লাম, মীম[১]।

৩। (অজ্ঞান) মানুহবিলাকে কেৱল 'আমি বিশ্বাস কৰিছোঁ' এই আষাৰ কথা কলেই যে সিহঁতক এৰি দিয়া হব, আৰু সিহঁতৰ পৰীক্ষা লোৱা নহব, এনে অনুমান কৰিছে নে?

৪। আৰু স্বৰূপতে সিহঁতৰ পূৰ্ব্বগামীবিলাকৰো আমি পৰীক্ষা লৈছিলোঁ[২]। গতিকে আল্লাই সত্যপৰায়ণসকলক নিশ্চয়কৈ জানি বেলেগ কৰিব; আৰু নিশ্চয়কৈ জানি পৃথক কৰিব অসত্যবাদী বিলাকৰো।

৫। কি! যিবিলাকে কু-কাৰ্য্য কৰে সিহঁতে আমাৰ হাত সাৰিব বুলি ধাৰণা কৰিছে নে? এনে বিচাৰ কৰা সিহঁতৰ পক্ষে অন্যায়।

৬। যিজনে আল্লাৰ সাক্ষাত লাভৰ আশা কৰে, (তেওঁ যেন জানি ৰাখে) ইয়াত কোনো সন্দেহ নাই আল্লাই নিৰ্দ্ধাৰিত কৰা সময় আহিবই,[৩] আৰু তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

---

১। ময়ে আল্লা, সৰ্ব্বজ্ঞাতা; মোৰ অবিদিত একো নাই। চোৰা, ২ : ২, টী।

২। বিশ্বাসীসকলে ধৰ্ম্মৰ কাৰণে অনেক কষ্ট সহ্য কৰিব লগা হয়। ক্লেশ-কষ্ট দ্বাৰা আত্মা নিৰ্ম্মল হয়। আৰু পৰীক্ষা দ্বাৰা কপটীয়া আৰু অকপটীয়া লোকৰ মাজত প্ৰভেদ ওলাই পৰে। ইচ্‌লামৰ প্ৰথম চোৱাত কপটাচাৰীবিলাকৰ দলে আব্‌দুল্লা-ইব্‌নে-উবইৰ নেতৃত্বত হজ্‌ৰতক (স্ব) আৰু তেওঁৰ বিশ্বাসী অনুগামীসকলক অতিকৈ দুখ দিছিল। চোৰা, চুৰা ৬৩।

৩। পুণ্যৱানসকলে পৰলোকত আল্লাৰ দৰ্শন নিশ্চিয়তকৈ লাভ কৰিব; আৰু ইহ-লোকতো আল্লাই প্ৰিয়পাত্ৰসকলক দৰ্শন দিয়ে। ঐশীক দৰ্শনত প্ৰকৃতি আৰু গুণ সম্বন্ধে স্বফী-সকলে বহু পুথি ৰচনা কৰিছে; সেইবোৰ পাঠ কৰিলে এই তথ্য বিষয়ে ইচ্‌লামৰ দৃষ্টিভঙ্গী বিচ্ছাকৈ বুজিব পাৰি।

৭। আৰু যিজনে ( আল্লাৰ কাৰণে ) কঠোৰ পৰিশ্ৰম কৰে। যথাৰ্থতে তেওঁ নিজ আত্মাৰ মঙ্গলৰ নিমিত্তেহে তেনে পৰিশ্ৰম কৰে ; একো সন্দেহ নাই, বিশ্ব জগতৰ সমগ্ৰ বিষয়ে আল্লা অভাৱহীন।

৮। আৰু যিসকলে বিশ্বাস স্থাপন কৰে আৰু সৎকাৰ্য্য কৰে, আমি তেওঁলোকৰ পৰা তেওঁলোকৰ অমঙ্গলসমূহ নিশ্চয়কৈ দূৰীভূত কৰিম[৪] ; আৰু তেওঁলোকে যি সৎকাৰ্য্য কৰিছিল তাৰ বাবে আমি তেওঁলোকক অতি উৎকৃষ্ট প্ৰতিদান দিম।

৯। আৰু আমি মানৱক নিজ পিতৃ-মাতৃৰ সৈতে সদয় ব্যৱহাৰ কৰিবলৈ উপদেশ দিছোঁ। কিন্তু যদি তুয়ো তোমাক মোৰ এনে অংশী পাতিবলৈ বৰকৈ টানি ধৰে যাৰ সম্বন্ধে তোমাৰ কোনো জ্ঞান[৫] নাই, তেন্তে সিহঁতৰ কথা নুশুনিবা ; মোৰ ওচৰলৈ হে হব তোমালোকৰ প্ৰত্যাবৰ্ত্তন ; তেতিয়া যি কাৰ্য্যকে কৰিছিলা সেই বিষয়ে মই তোমালোকক জানিবলৈ দিম।

১০। আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে তেওঁলোকক আমি নিশ্চয় ধৰ্ম্মপৰায়ণসকলৰ অন্তৰ্ভুক্ত কৰিম।

১১। আৰু মানুহৰ মাজত এনেবিলাকো আছে যিলিলাকে কয়, আমি আল্লাত বিশ্বাস স্থাপন কৰিছোঁ ; কিন্তু যেতিয়া আল্লাৰ পথত উৎপীড়িত হয়, মানুহে দিয়া ক্লেশ-কষ্টক সিহঁতে আল্লাৰ শাস্তিস্বৰূপ জ্ঞান কৰে[৬]। আৰু যদি তোমাৰ প্ৰভুৰ ফালৰ পৰা সাহায্য আহে, সিহঁতে অৱশ্যে কয়, সচাকৈয়ে আমি তোমালোকৰ লগতেই আছিলোঁ। সমগ্ৰ জগতৰ মানৱজাতিৰ অন্তৰসমূহত যি আছে সকলো আল্লাই বটিয়াকৈ নেজানে নে ?

---

৪। পাপৰ স্পৃহা দূৰ কৰিবৰ একমাত্ৰ উপাৱ হৈছে সজ কাম কৰাত লাগি যোৱা।

৫। সৎকাৰ্য্যৰ মূল হৈছে বাস্তৱৰ জ্ঞান। যদি বাপেক মাকে সন্তানক শিৰ্ক্‌ কৰ ( বহু ঈশ্বৰ পূজা ) আদেশ দিয়ে, আৰু সন্তানৰ বাস্তৱ জ্ঞান আৰু বিবেকে তৌহীদ ( এক ঈশ্বৰবাদ ) গ্ৰহণ কৰিবলৈ প্ৰেৰণা দিয়ে, এনে অৱস্থাত পিতৃ মাতৃৰ অবাধ্য হোৱাত দোষ নাই। একালে পিতৃ-মাতৃৰ আদেশ, অইন ফালে আল্লাৰ আদেশ ; সন্তানক নিশ্চিত কৰ্ত্তব্য সুস্পষ্ট।

৬। কপটীয়াবিলাকৰ ধৰ্ম বিশ্বাস অতি দুৰ্ব্বল। ধৰ্মৰ কাৰণে সিহঁতে অলপো কষ্ট সহ্য কৰিব নোৱাৰে ; আৰু বিশ্বাসী সকলৰ সঙ্গ ত্যাগ কৰে। কিন্তু যেই আল্লাৰ বিশেষ সাহায্য দ্বাৰা আপদ-বিপদ দূৰ হয়, সিহঁতে আকৌ বিশ্বাসীসকলৰ লগ ধৰে।

১২। আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলক আল্লাই নিশ্চয়কৈ জানি লৈ বেলেগ কৰিব, আৰু তেওঁ নিশ্চয়কৈ জানি লৈ পৃথক কৰিব কপটীয়া বিলাককো[৭]।

১৩। আৰু (তেতিয়া) অবিশ্বাসীবিলাকে বিশ্বাসীসকলক কব, আমাৰ পথ অনুসৰণ কৰা; তেনেহলে তোমালোকৰ অপৰাধীসমূহৰ ভাৰ আমি নিজেই[৮] বহন কৰিম। কিন্তু (জানি ৰাখা।) সিহঁতে সেইসকলৰ অকামানো ভাৰ বহন নকৰিব; ইয়াত কোনো সন্দেহ নাই, সিহঁত প্ৰকৃততে অসত্যবাদী।

১৪। আৰু অৱশ্যে সিহঁতে নিজৰ ভাৰ, আৰু নিজৰ ভাৰৰ লগতে আন বহুলোকৰ ভাৰো বহন কৰিব লাগিব[৯]; আৰু সিহঁতে যি মিছা সাজিছিল সেই সম্বন্ধে পুনৰুত্থানৰ দিনা সিহঁতক নিশ্চয় প্ৰশ্ন কৰা হব।

## ৰুকু ২

নুহৰ (আ) আখ্যান; ইব্ৰাহিমৰ (আ) আগমন
আৰু আল্লাৰ একতাৰ প্ৰচাৰ; মানৱৰ জন্ম,
জীৱন আৰু মৃত্যু; জাতিৰ উত্থান
আৰু পতন।

১৫। আৰু স্বৰূপতে আমি নুহক তেওঁৰ[১০] জাতিৰ ওচৰলৈ প্ৰেৰণ কৰিছিলোঁ; আৰু তেওঁ সিহঁতৰ মাজত পঞ্চাশ বছৰ কম এহেজাৰ[১১] বছৰ জুৰি অৱস্থান কৰিছিল। আৰু সিহঁতক মহা প্লাৱনে আগুৰি ধৰিছিল, কিয়নো সিহঁত আছিল অন্যায়কাৰী।

---

৭। চোৰা ওপৰৰ আ: ৪।

৮। অৰ্থ এই, তোমালোকে আমাৰ অনুসৰণ কৰি যদি কোনো কষ্টত পৰা, আমি তোমালোকৰ কষ্ট নিজৰ গাত লম।

৯। সিহঁতৰ ভাৰ দুগুণ হব, পথভ্ৰষ্ট হৈ নিজা দোষৰ ভাৰ, আৰু আনক বিপথে নিয়াৰ ভাৰ।

১০। নুহৰ (আ) বিশদ বিৱৰণৰ নিমিত্তে পাঠ কৰা, চু ১১, ৰু ৩ আৰু ৪।

১১। বাইবেলত তেওঁৰ বয়স ৯৫২ বছৰ বুলি উল্লেখ হৈছে। আইজ ৯ : ২৮, ২৯। নুহৰ (আ) জন্মৰ পৰা ইব্ৰাহিমৰ (আ) জন্মলৈকে মুঠতে ৯৫০ বছৰ ধৰিব পাৰি। আচল অৰ্থ এই যে নুহক (আ) আল্লাই দিয়া বিধান ইব্ৰাহিমৰ সময়লৈকে বলবৎ আছিল। এই দুয়োজন বচুলৰ মাজত অৱশ্যে বহু নবীৰ উত্থাপন হৈছিল। ২৫ : ৩৮।

১৬। তেতিয়া আমি তেওঁক আৰু নাৱত উঠা মানুহবোৰক ৰক্ষা কৰিছিলোঁ, আৰু এই ঘটনাক[১২] সমগ্ৰ জগতৰ কাৰণে নিদৰ্শনস্বৰূপ কৰিছিলোঁ।

১৭। আৰু ( আমি প্ৰেৰণ কৰিছিলোঁ ) ইব্ৰাহিমকো। তেওঁ নিজ জাতিক ( উপদেশ দি ) কৈছিল, তোমালোকে আল্লাৰেই আৰাধনা কৰিবা, আৰু তেওঁলৈ ভয় ৰাখি চলিবা ; সেয়ে তোমালোকৰ কাৰণে মঙ্গলজনক, যদিহে তোমালোকৰ জ্ঞান থাকে।

১৮। তোমালোকে আল্লাক এৰি প্ৰতিমাসমূহৰ পূজা কৰিছা মাথোন ; আৰু অসত্যৰ সৃষ্টি কৰিছা ; বাস্তৱিকতে যিবিলাকৰ পূজা কৰিছা সেইবিলাক তোমালোকক জীৱিকা দিবলৈ অক্ষম। গতিকে তোমালোকে আল্লাৰ কাষৰ পৰাহে জীৱিকা বিচাৰা, আৰু তেওঁৰেই আৰাধনা কৰা আৰু তেওঁৰেই শলাগলৈ থাকাঁ ; তেওঁৰ পিনে তোমালোকক ওভতাই নিয়া হব।

১৯। কিন্তু যদি তোমালোকে ( আল্লাৰ প্ৰেৰিতসকলক ) মিথ্যাবাদী বুলি অগ্ৰাহ্য কৰা, ( তেন্তে জানিবা ) তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ বহুতেও ( সেইদৰে ) তেওঁলোকক মিথ্যাবাদী বুলি অগ্ৰাহ্য কৰিছিল ; বাস্তৱিকতে লোকক ( সত্যৰ ) আহ্বান মুকলিকৈ জনাবৰ[১৩] বাহিৰে ৰচুলৰ ওপৰত আৰু দায়িত্ব নাই।

২০। সিহঁতে ভাবি চোৱা নাই নে, আল্লাই কেনেকৈ ( মানৱক ) আদিতে সৃষ্টি কৰে, তাৰ পিছত তেৱেঁই পুনৰায় জীৱিত কৰে ? এনে কাৰ্য্য নিশ্চয় আল্লাৰ পক্ষে অতি সহজ।

২১। ( হে মহম্মদ, ) তুমি কোৱাঁ, তোমালোকে পৃথিৱীত পৰিভ্ৰমণ কৰি চোৱাঁ, তেওঁ কেনেকৈ জগতৰ সৃষ্টি আৰম্ভ কৰিলে ; পিছত তেওঁ ক্ৰমান্বয়ে শেহৰ সৃষ্টিৰ বিকাশ কৰে[১৪] ; নিশ্চয় সকলো প্ৰকাৰ সৃষ্টিৰ পূৰ্ণ ক্ষমতা আছে আল্লাৰ।

---

১২। মহা-প্লাৱনৰ ঘটনা। আৰবী সৰ্ব্বনামটোৱে নাওখনকো বুজাব পাৰে : নাওখন যুদী পৰ্ব্বতত লাগিল গৈ, আৰু আৰোহীবিলাকে প্লাৱনৰ পৰা ৰক্ষা পালে। চোৱাঁ, ১১ : ৪৫।

১৩। চোৱাঁ, ৫ : ৯৩ ; ১৩ : ৪১ আদি আ:।

১৪। কোৰানবিদ সকলে ইয়াৰ দুটা অৰ্থ লৈছে। পাৰ্থিব জীৱন অন্ত হলে মানৱে অইন এটা জীৱন লাভ কৰে। কিয়ামত শব্দৰ স্বৰূপ অৰ্থ উত্থান।, প্ৰাথমিক উত্থান হৈছে মৃত্যুৰ পাছৰ উত্থান। তাকে 'কিয়ামতে সুগ্‌ৰা' (minor resurrection) বোলে । প্ৰলয়ৰ পাছতে মহাবিচাৰৰ দিনৰ আগতে এটা বিশ্বব্যাপী উত্থান হব। সেই উত্থান 'কিয়ামতে কুব্‌ৰা' (major resurrection) নামে জনাজাত। দুই উত্থানৰ মাজৰ অৱস্থা 'আলমে

২২। তেওঁ যাকে ইচ্ছা তাকে শাস্তি দিয়ে আৰু যাকে ইচ্ছা তাকে করুণা দান কৰে ; আৰু তেওঁৰে কাষলৈ তোমালোকক ওভতাই নিয়া হব।

২৩। আৰু তোমালোকে ( বিধিৰ বিধান ) প্ৰতিৰোধ কৰিবলৈ সমূলি অপাৰগ, পৃথিৱীত নাইবা আকাশত ; আৰু আল্লাত বিনে তোমালোকৰ কোনো বন্ধু নাই, আৰু কোনো সহায় কৰোঁতাও নাই।

## রুকু ৩

হজ্ৰত ইব্ৰাহিমৰ ( আ ) অগ্নি-পৰীক্ষা ; তেওঁৰ তৌহীদ প্ৰচাৰ ; অবিশ্বাস, অস্বাভাবিক পাপ ত্যাগ কৰিবলৈ লূতৰ নিজ জাতিক উপদেশ।

২৪। আৰু যিবিলাকে আল্লাৰ নিদৰ্শনসমূহত আৰু তেওঁৰ দৰ্শনলাভত বিশ্বাস নকৰে, সিহঁতে মোৰ[১৫] করুণাৰ আশা পৰিহাৰ কৰিছে ; আৰু সিহঁতৰ কাৰণেই থাকিব যন্ত্ৰণাদায়ক শাস্তি।

২৫। আৰু ইব্ৰাহিমৰ জাতিৰ ( তেওঁৰ আহ্বানৰ ) উত্তৰ একেষাৰ কথাৰ বাজে আন একো নাছিল; ( সিহঁতে নিজ দলক কৈছিল ) ইব্ৰাহিমক নিহত কৰা, নাইবা তেওঁক জুইত পুৰি মাৰা। কিন্তু আল্লাই তেওঁক অগ্নিৰ পৰা ৰক্ষা কৰিলে[১৬] ; বিশ্বাস স্থাপনকাৰীসকলৰ নিমিত্তে নিশ্চয় ইয়াত আছে বহু নিদৰ্শন।

২৬। আৰু ইব্ৰাহিমে কলে, পাৰ্থিৱ জীৱনত তোমালোকে পৰস্পৰৰ

---

ৰব্ জথ্ নামে অভিহিত। ২৩ : ১০১ টী ৬৬ ; ২৫ : ৫৪ ; আৰু ৫৫ : ২১ চাবলগীয়া। (২) জাতীয় উত্থান-পতন বুজাইছে। প্ৰথমে এটা জাতিৰ উত্থান হয় ; তাৰ পতনৰ পাছত আইন এটা জাতিৰ উত্থান হয়। উত্থানৰ পাছত উত্থান, সৃষ্টিৰ পাছত সৃষ্টি ; ইয়াৰ মাজেদি আল্লাৰ অটল অলৰ বিধান কালৰ সোঁতত চলি থাকে।

১৫। আল্লাৰ সাক্ষাৎ ধৰ্মনিষ্ঠসকলে লাভ কৰিব পাৰে, কিন্তু ই সুকীয়াকৈ মানুহৰ সৎকৰ্মৰ ফল নহয় ; ই আল্লাৰ নিজস্ব করুণা।

১৬। চোৱা, ২১ : ৭০, ৭১। কেনেকৈ ইব্ৰাহিমক ( আ ) আল্লাই জুইৰ পৰা ৰক্ষা কৰিলে সেই বিষয়ে আচৰিত হবৰ কোনো কাৰণ নাই। জুইত পৰিও তেওঁ জীয়াই থাকিল, যিদৰে ঈচাক ( আ ) ক্ৰচৰ পৰা আল্লাই ৰক্ষা কৰিলে। আকস্মিকৰূপে জুই মাৰ যাবও পাৰে।

বন্ধুত্ব[১৭] অক্ষুণ্ণ ৰাখিবৰ অৰ্থে আল্লাক এৰি কেৱল প্ৰতিমাসমূহৰ ( পূজা কৰিবলৈ ) লৈছা ; কিন্তু শেহত পুনৰুত্থানৰ দিনা তোমালোকৰ ইজনে সিজনক অস্বীকাৰ কৰিব, আৰু তোমালোকৰ ইজনে সিজনক অভিশাপ দিব ; আৰু তোমালোকৰ আশ্ৰয়স্থল হব নৰকৰ অগ্নি, আৰু তোমালোকৰ সহায়কাৰী কেও নোলাব।

২৭। পিছত লুতে তেওঁত বিশ্বাস কৰিলত ইব্ৰাহিমে কলে, অৱশ্যে মই আল্লাৰ ওপৰত নিৰ্ভৰ কৰি দেশ ত্যাগ[১৮] কৰিবলৈ ওলাইছোঁ ; নিশ্চয় তেৱেঁই শক্তি-সম্পন্ন, শ্ৰেষ্ঠ জ্ঞানী।

২৮। আৰু আমি ইব্ৰাহিমক ইচ্‌হাক্ আৰু ইয়া'কুব দান কৰিছিলোঁ আৰু তেওঁৰ বংশধৰ সকলৰ প্ৰতি ( বিশেষ দান স্বৰূপ ) নিৰ্ণয় কৰিছিলোঁ নবী প্ৰেৰণ[১৯] আৰু ধৰ্ম্মগ্ৰন্থ ; আৰু ইহলোকত তেওঁক তেওঁৰ প্ৰাপ্য প্ৰতিদান দিছিলোঁ ; আৰু কোনো সন্দেহ নাই পৰলোকতো তেওঁ ধৰ্ম্মপৰায়ণসকলৰ অন্তৰ্গত হব।

২৯। আৰু ( আমিয়ে প্ৰেৰণ কৰিছিলোঁ ) লুতকো[২০] ; তেতিয়া তেওঁ নিজৰ জাতিক কৈছিল, তোমালোকে নিশ্চয় এনে কাৰ্য্য কৰিছা যি দেখাতেই অতি নিৰ্গত, যি সমগ্ৰ জগতত তোমালোকৰ পূৰ্ব্বে কোনেও কৰা নাছিল[২১]।

৩০। তোমালোকে ( কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ ) পুৰুষবিলাকৰ ওচৰ চাপাগৈ, আৰু দস্যুতা কৰিবৰ অৰ্থে পথ অবৰোধ কৰা ; আৰু তোমালোকে নিজৰ সভা সমিতিত অসৎ কাৰ্য্য সম্বন্ধে পৰামৰ্শ কৰা। কিন্তু তেওঁৰ জাতিৰ একেবাৰ কথাৰ বাজে আন উত্তৰ নাছিল,—ভাল, তুমি আমাৰ প্ৰতি আল্লাৰ শাস্তি নমাই আনা, যদিহে তুমি সত্যবাদীসকলৰ এজন হোৱা।

---

১৭। সাধাৰণতে আমি দেখিবলৈ পাওঁ, নতুন সত্য গ্ৰহণ কৰিবৰ পথত বন্ধু-বান্ধৱ আৰু আত্মীয়স্বজনে নানাপ্ৰকাৰ বাধা জন্মায়। অনেকে অন্তৰত সত্য উপলব্ধি কৰে, কিন্তু পাৰিবাৰিক সম্বন্ধ ছিণ্ডা বৰ টান।

১৮। চোৱা টী ৪৯, চু, ৯১। আৰু চোৱা, ১৯ : ৫০, ৫১।

১৯। বনি-ইস্ৰাইলৰ উৎপত্তি ইয়াকুবৰ ( আ ) পৰা ; এই কথা অনেকে জানে যে বনি-ইস্ৰাইলৰ মাজত বহুসংখ্যক নবীৰ আবিৰ্ভাৱ হয়। বিবি হাযিৰাৰ গৰ্ভৰ পৰা ইস্মাইলৰ ( আ জন্ম। তেওঁৰ বংশধৰ হজ্‌ৰত মহম্মদ ( স্ব )। টী ৫০, চু ১১।

২০। লুত নবী (আ) সম্বন্ধে বিশদ বিবৰণ চোৱা, চু ১১, ৰু ৭। লুত হজ্‌ৰত ইব্ৰাহিমৰ ভতিজায়েক আছিল ; চোৱা টী ৭২, চু ৭।

২১। ৭ : ৮১ আৰু টী।

৩১। তেওঁ ( আল্লাৰ ওচৰত্ ) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰভু. অনিষ্টকাৰী বিলাকৰ বিৰুদ্ধে মোক তুমি সহায় কৰা।

## ৰুকু ৪

লুত নবী ( আ ) আৰু তেওঁৰ পৰিয়ালৰ উদ্ধাৰ ; মদ্‌য়ন্,
'আদ, আৰু ছমুদ' জাতিৰ বিৰুদ্ধাচৰণৰ শাস্তি ;
কাৰুণ, ফিৰৌন, আৰু হামান প্ৰভৃতিৰ
অধঃপতন ; পৌত্তলিকবিলাকৰ
স্থিতি আশকতীয়া।

৩২। আৰু তেতিয়া আমাৰ প্ৰেৰিত দূতসকল[২২] শুভ-সংবাদ লৈ ইব্ৰাহিমৰ ওচৰলৈ আহিল ; তেওঁলোকে কলে, এই নগৰৰ অধিবাসীবিলাকক আমি নিশ্চয় ধ্বংস কৰিবৰ অৰ্থে আহিছোঁ[২৩] ; ইয়াৰ অধিবাসীবিলাক প্ৰকৃততে অন্যায়কাৰী।

৩৩। তেও কলে, ইয়াৰ ভিতৰত ( কিন্তু ) নিশ্চয় লুতো আছে। তেওঁলোকে কলে, এইখন নগৰত কোন আছে আমি ভালকৈ জানো ; আমি তেওঁক, আৰু তেওঁৰ গোটেই পৰিয়ালক নিশ্চয় ৰক্ষা কৰিম, তেওঁৰ পত্নীক এৰি ; তেওঁৰ পত্নী আছিল পিছ পৰি থকাবিলাকৰ অন্তৰ্গত।

৩৪। আৰু যেতিয়া আমাৰ দূতসকল লুতৰ ওচৰলৈ পালেহি, তেওঁলোকৰ বাবে তেওঁ দুখ কৰিলে,[২৪] আৰু তেওঁলোকক ৰক্ষা কৰিবৰ ক্ষমতা তেওঁৰ নাই ভাবি উদ্বিগ্ন হ'ল। তাকে দেখি তেওঁলোকে কলে, তুমি ভয় নকৰিবা আৰু বেজাৰো

২২। আল্লাই পঠোৱা ফিৰিশ্‌তাসকল। চোৱা ১১ : ৭০ ; আৰু টী ৪৯। শুভ-সংবাদ হৈছে ইচ্‌হাকৰ জন্মৰ সংবাদ।

২৩। ফিৰিশ্‌তাসকলে লুতকো তেওঁলোকৰ অহাৰ উদ্দেশ্য কৈছিল। চোৱা, ১১ : ৮২। ইয়াতো গোটেই পৰিয়ালক ৰক্ষা কৰিবৰ উল্লেখ কৰা হৈছে, তেওঁৰ পত্নীক এৰি। এই বিষয়ে আৰু চোৱা ৭ : ৮৪, আৰু টী ৭৬। কোৰানৰ মতে তেওঁৰ পত্নী দুষ্ট চৰিত্ৰৰ তিৰোতা নাছিল ; তেওঁৰ বিশ্বাসৰ দুৰ্ব্বলতাৰ বাবে বিশ্বাসীসকলৰ লগতে ওলাই যাব নোৱাৰিলে।

২৪। চোৱা ১১ : ৭৮ টী ৫৪।

নকৰিবা ; আমি তোমাক, আৰু তোমাৰ পত্নী ভিন্ন তোমাৰ গোটেই পৰিয়ালক নিশ্চয় ৰক্ষা কৰিম ; তেওঁ পিছ পৰি থকাবিলাকৰ অন্তৰ্গত।

৩৫। এইখন নগৰৰ অধিবাসীবিলাকৰ প্ৰতি আকাশৰ পৰা নিশ্চয় আমি (আল্লাৰ স্থিৰীকৃত) শাস্তি নমাই আনিম,[২৫] কিয়নো সিহঁতে বিৰুদ্ধাচৰণ কৰিছিল।

৩৬। আৰু স্বৰূপতে ইয়াৰ মাজতে বোধশক্তি থকা লোকৰ কাৰণে আমি নিশ্চয় সুস্পষ্ট নিদৰ্শন ৰাখি থৈছোঁ ;

৩৭। আৰু মদ্‌য়ন্ জাতিলৈ সিহঁতৰ ভাই-ককাইৰ মাজৰ শ্বো'আইব[২৬] নামে এজনক আমি প্ৰেৰণ কৰিছিলোঁ ; আৰু তেওঁ এনেদৰে উপদেশ দিছিল, হে মোৰ জাতি, কেৱল আল্লাহেই আৰাধনা কৰিবা, আৰু (বিচাৰৰ) শেষ দিনলৈ ভয় ৰাখি চলিবা, আৰু অন্যায় আচৰণ দ্বাৰা দেশত অশান্তি বিস্তাৰ নকৰিবা।

৩৮। কিন্তু সিহঁতে তেওঁক মিথ্যাবাদী গণ্য কৰি তেওঁৰ কথাত কাণ নিদিলে ; ফলত সিহঁতক ভূমিকম্পই[২৭] ধৰিলে ; সিহঁত নিজৰ ঘৰতে উবুৰি খাই পৰি থাকিল।

৩৯। আৰু 'আদ[২৮] আৰু ছমুদ দুয়ো জাতিকে (আমি ধ্বংস কৰিছিলোঁ), আৰু সিহঁতৰ বাসস্থানসমূহৰ (ভগ্নাৱশেষৰ) পৰা সিহঁতৰ কি অৱস্থা হৈছিল তোমালোকৰ আগত প্ৰকাশ হৈ পৰিছে। বাস্তৱতে শয়তানে সিহঁতৰ কাৰ্য্যাবলী সিহঁতক শোভনীয় কৰি দেখুৱাইছিল, আৰু সুপথৰ পৰা সিহঁতক প্ৰতিৰোধ কৰিছিল, অথচ সিহঁত আছিল দৃষ্টিশালী।

৪০। আৰু কাৰুণ[২৯] আৰু ফিৰৌন আৰু হামানকো[৩০] (আমি বিধ্বংস কৰিছিলোঁ), স্বৰূপতে প্ৰত্যক্ষ প্ৰমাণসমূহ লৈ মুচা সিহঁতৰ ওচৰলৈ আহিলতো সিহঁতে দেশত অতিকৈ অহঙ্কাৰ কৰি ফুৰিছিল ; কিন্তু সিহঁতে শাস্তিৰ পৰা হাত সাৰিব নোৱাৰিলে।

২৫। চিদম্ আৰু গমৰা দুযোখন নগৰ ধ্বংস হল। বিবৰণ লুতৰ (আ) সম্বন্ধে চোৱা ১৫ : ৬২—৭৮।

২৬। শ্বো'আইব নবীৰ (আ) আখ্যান সম্পৰ্কে চোৱা, চু ১১, ৰু ৮।

২৭। চোৱা, ১১ : ৯৪, ৯৫।

২৮। 'আদ আৰু ছমুদ জাতিৰ ইতিবৃত্ত চু ৭, ৰু ৯ আৰু ১০ ত দিয়া হৈছে।

২৯। কাৰুণৰ বিষয়ে চোৱা, ২৮ : ৭৭—৮৩ আৰু টী।

৩০। চোৱা ২৮ : ৭ আৰু টী।

৪১। কথা এই, আমি প্ৰত্যেককে তাৰ পাপৰ বাবে ধৰিলোঁ। সিহঁতৰ কিছুমানৰ প্ৰতি প্ৰবল ধুমুহা বতাহ[৩১] প্ৰবাহিত কৰিলোঁ; আৰু সিহঁতৰ কিছুমানক ভীষণ ভূমিকম্পৰ গুম্‌গুমনিয়ে[৩২] ধৰিলে; আৰু সিহঁতৰ কিছুমানক আমি মাটিত পোত খোৱাই[৩৩] বিলীন কৰিলোঁ; আৰু সিহঁতৰ আন কিছুমানক পানীত বুৰাই মাৰিলোঁ[৩৪]। কিন্তু কাৰো প্ৰতি অন্যায় কৰা আল্লাৰ নিয়ম নহয়; বৰং সিহঁতে নিজেই নিজৰ প্ৰতি অন্যায় কৰিছিল।

৪২। যিবিলাকে আল্লাত ভিন্ন আন বন্ধুবিলাক গ্ৰহণ কৰে সিহঁতৰ তুলনা বজে মকৰাৰ সৈতে; মকৰাই (অতি পৰিশ্ৰমেৰে) নিজৰ ঘৰ (জাল) সাজে; কিন্তু নিশ্চয় ঘৰবোৰৰ মাজত মকৰাৰ ঘৰেই হৈছে সৰ্ব্বাপেক্ষা আশকতীয়া[৩৫]; যদিহে সিহঁতে তাকে জনা হেতেন!

৪৩। সিহঁতে আল্লাক এৰি যিহকেই উপাস্যৰূপে আহ্বান কৰে তেওঁ জানে; আৰু তেৱেঁই সৰ্ব্বশক্তিমান, শ্ৰেষ্ঠ গুণী।

৪৪। আৰু মানৱজাতিৰ কাৰণে আমি এনেবোৰ উপমাৰ অৱতাৰণা কৰোঁ, কিন্তু জ্ঞানবানসকলৰ বাজে কোনেও সেইবোৰ উপলব্ধি নকৰে।

৪৫। আল্লাই গগণ-মণ্ডল আৰু পৃথিৱী সত্যৰ সৈতে সৃজন কৰিছে; কোনো সন্দেহ নাই, বিশ্বাসীসকলৰ নিমিত্তে ইয়াৰ মাজত অৱশ্যে আছে নিদৰ্শন।

---

৩১। ধুমুহা বতাহৰ লগত শিলাবৃষ্টি। লুতৰ জাতিক এই ধৰণৰ শাস্তি দিয়া হৈছিল। চু ৫৪, আ: ৩৫; ইয়াত একে শব্দ 'হাস্বিব' ব্যৱহাৰ কৰা হৈছে।

৩২। এই শাস্তি ছমুদ জাতিৰ ওপৰত পৰিছিল; ৭: ৭৯; ১১: ৬৮।

৩৩। যেনে কাৰুন আৰু তেওঁৰ লগৰীয়াবিলাকক।

৩৪। যেনে ফিৰৌন আৰু তেওঁৰ সেনাবাহিনীক।

৩৫। পৌত্তলিকবিলাকৰ স্থিতি মকৰাৰ জালৰ সদৃশ অৰ্থাৎ মূৰ্ত্তি পূজাৰ কোনো যুক্তি আৰু প্ৰমাণ নাই; সিহঁতৰ বিশ্বাস ভিত্তিহীন।

## ৰুকু ৫

ইচ্‌লামৰ উদাৰতা ; ধৰ্ম-তৰ্কত হিংসাৰ ভাৱ থাকিব নালাগে ;
কোৰান আল্লাৰ প্ৰত্যাদেশ, হজ্‌ৰতৰ (ছ)
ৰচনা নহয় ; নিদৰ্শন আল্লাই ইচ্ছা
অনুসাৰে প্ৰকাশ কৰে।

৪৬। (হে মহম্মদ,) যি ধৰ্ম্মগ্ৰন্থ তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰা হৈছে তাকে পঢ়া পাঠ কৰা[৩৬] ; আৰু নমাজৰ অনুষ্ঠান কৰা ; বাস্তৱতে নমাজে প্ৰকাশ্য অশ্লীলতা আৰু অসৎ আচৰণৰ পৰা (মানুহক) বিৰত ৰাখে ; আৰু অৱশ্যে আল্লাৰ স্মৰণ সৰ্ব্বশ্ৰেষ্ঠ [৩৭] ; আৰু তোমালোকে যি কাৰ্য্যকে কৰা আল্লাই তাক (ভালকৈ) জানে।

৪৭। আৰু পুথিপোৱাসকলৰ সৈতে তোমালোকে এনেভাৱেহে (ধৰ্ম্ম বিষয়ে) তৰ্ক কৰিবা যি অতি উত্তম ; অৱশ্যে তেওঁলোকৰ মাজত এনেবিলাকো আছে যি অন্যায়কাৰী[৩৮] ; আৰু তেওঁলোকক কোৱা, আমাৰ প্ৰতি যি অৱতীৰ্ণ কৰা হৈছে, আৰু তোমালোকৰ প্ৰতিও যি অৱতীৰ্ণ কৰা হৈছে তাত আমি বিশ্বাস কৰিছোঁ, আৰু আমাৰ উপাস্য আৰু তোমালোকৰ উপাস্য একেজনেই[৩৯] ; আৰু তেওঁৰেই প্ৰতি আমি আত্মসমৰ্পণ কৰিছোঁ।

৪৮। আৰু এইদৰেই তোমাৰ প্ৰতি আমি ধৰ্ম্মগ্ৰন্থ (কোৰান) অৱতীৰ্ণ কৰিছোঁ। সেই দেখি যিসকলক আমি (পূৰ্ব্বে) ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ সেইসকলে

---

৩৬। কোৰান পাঠ কৰাৰ অৰ্থহে হৈছে আল্লাৰ আদেশসমূহ পালন কৰা, আৰু জীৱন কোৰানৰ আদৰ্শ মতে গঢ়ি তোলা।

৩৭। শৰীৰ, মন আৰু আত্মা আল্লাত উৎসৰ্গ কৰা হৈছে আল্লাৰ স্মৰণৰ সন্নিহিত। তাকে ছুফীসকলে 'জিক্‌ৰে হৰ্‌ফী' অথবা 'জিক্‌ৰে কুল্‌' বোলে।

৩৮। যথাৰ্থ মানে এই, সিঁহতৰ গালি-শপনিত কাণ নিদিবা ; সিঁহতৰ অন্যায় অগ্ৰাহ্য কৰিবা ; সিঁহতৰ সৈতে কঠোৰ ব্যৱহাৰৰ প্ৰয়োজন নাই।

৩৯। চোৱা ৩ : ২০০। মুচলমানে তৌৰাত আৰু ইন্‌জীলত মুকলি মনেৰে বিশ্বাস কৰে ; কিন্তু ইহুদী আৰু খৃষ্টিয়ানসকলে কোৰানত বিশ্বাস নকৰে। এইটো ইচ্‌লামৰ উদাৰতাৰ জলন্ত প্ৰমাণ।

তাত ( আচলতে ) বিশ্বাস কৰে[৪০] ; আৰু ( মক্কাবাসীবিলাকৰো ) কিছুমানে[৪১] তাত বিশ্বাস কৰে। কিন্তু আমঠ অবিশ্বাসীবিলাকক এৰি আমাৰ নিদৰ্শনসমূহ কোনেও অবিশ্বাস নকৰে।

৪৯। আৰু ( হে মহম্মদ, ) ইতিপূৰ্ব্বে তুমি কোনো পুথি পাঠ কৰা নাছিলা, আৰু নিজৰ সোঁ হাতেৰে এনে পুথি লিখাও নাছিলা ; তেনে কৰা হলে সেইবিলাকে নিশ্চয় সন্দেহ কৰিলেহেঁতেন যিবিলাকে অসত্য কথা কবলৈ দ্বিধা নকৰে[৪২]।

৫০। যথাৰ্থ কথা এই, যিসকলক ( সত্যৰ ) জ্ঞান দিয়া হৈছে সেইসকলৰ অন্তৰসমূহত এই কোৰান সুস্পষ্ট নিদৰ্শনসমূহৰূপে বিৰাজমান ; আৰু যিবিলাক অন্যায়কাৰী সিহঁতৰ বাহিৰে কোনেও আমাৰ নিদৰ্শনসমূহ অস্বীকাৰ নকৰে।

৫১। আৰু সিহঁতে সোধে, তেওঁৰ প্ৰতি তেওঁৰ প্ৰভুৰ পৰা নিদৰ্শনসমূহ কিয় অৱতীৰ্ণ হোৱা নাই ? তুমি উত্তৰ দিয়াঁ, নিদৰ্শনসমূহ আছে আল্লাৰ সন্নিধানত[৪৩] ; বাস্তৱতে মই এজন প্ৰকাশ্য সতৰ্ককাৰী মাথোন।

৫২। আমি যে তোমাৰ প্ৰতি গ্ৰন্থখন ( কোৰান ) অৱতীৰ্ণ কৰিছোঁ, যি সিহঁতৰ আগত পাঠ কৰা হয়, ই সিহঁতৰ নিমিত্তে যথেষ্ট নহয় নে ? ইয়াত সন্দেহ নাই, বিশ্বাসী লোকসকলৰ নিমিত্তে ইয়াৰ মাজত আছে কৰুণা আৰু সোঁৱৰণী।

---

৪০। কোৰান আৰু ইচ্‌লাম সম্বন্ধে তোৰাত আৰু বাইবেলত যি ভবিষ্যৎবাণী কৰা হৈছে ইহুদী আৰু খৃষ্টিয়ান পণ্ডিতসকলৰ অল্প কিছুমানে সত্য বুলি মানে। চু ৭, টী ১৪৫।

৪১। মক্কাবাসী আৰববিলাকৰ কিছুমানে কোৰানৰ সত্যতা মানিছিল, কিন্তু সিহঁত পৌত্তলিকবিলাকৰ বিৰুদ্ধে যাবলৈ সাহ কৰিব পৰা নাছিল।

৪২। হজ্‌ৰতক (দ) কেইবা ঠাইত নবী-উল-উম্মী, নিৰক্ষৰ নবী বোলা হৈছে। চোৱা : ১৫৮, টী, ১৪৪। যদি হজ্‌ৰতে ( দ ) আয়তসমূহ নিজ হাতে লিখিব পৰা হলে, ইচ্‌লামৰ বিৰোধীবিলাকে সন্দেহ কৰিলেহেঁতেন যে কোৰান আল্লাৰ প্ৰত্যাদেশ নহয়, ই মহম্মদৰ ( দ ) ৰচনা।

৪৩। আল্লাইহে নিজ ইচ্ছামতে নিদৰ্শন দেখুৱায়, সময় আৰু অৱস্থাৰ উপযোগিতা অনুসাৰে।

## ৰুকু ৬

বচুলৰ ( ছ ) মক্কা-ত্যাগৰ পাছত ব্যাপক শাস্তি ; মুহাজেৰীন-
সকলক উৎসাহ দান ; তেওঁলোক পৃথিৱীত
বিৰাট ৰাজ্যৰ অধিকাৰী হ'ব।

৫৩। ( হে মহম্মদ, ) তুমি কোৱাঁ, মোৰ আৰু তোমালোকৰ মাজত সাক্ষীৰূপে আল্লাই যথেষ্ট ; আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সমস্ত তেওঁ জানে ; আৰু যিবিলাকে অসত্যত বিশ্বাস কৰে, কিন্তু আল্লাত বিশ্বাস নকৰে, সেইবিলাকেই হ'ব ক্ষতিগ্ৰস্ত।

৫৪। আৰু সিহঁতে তোমাৰ ওচৰত ( প্ৰতিশ্ৰুত ) শাস্তি অহা বিষয়ে খৰ-খেদা কৰিছে ; কিন্তু তাৰ সময় নিৰূপিত[৪৪] নথকা হলে, অৱশ্যে সেই শাস্তি ( এতিয়ালৈকে ) সিহঁতৰ ওচৰ পালেহিহেতেন। আৰু সেই শাস্তি নিশ্চয়কৈ সিহঁতৰ ওপৰত আকস্মিকভাৱে[৪৫] পৰিব, আৰু সিহঁতে তাৰ গমকে নাপাব।

৫৫। সিহঁতে ( প্ৰতিশ্ৰুত ) শাস্তি অহা সম্বন্ধে তোমাৰ ওচৰত খৰখেদা কৰিব ধৰিছে ; ইয়াত সন্দেহ নাই, অবিশ্বাসীবিলাকক নৰকে[৪৬] অৱশ্যে আগুৰি ধৰিব।

৫৬। সেইদিন আহিব ধৰিছে যেতিয়া সিহঁতক শাস্তিয়ে সিহঁতৰ ওপৰৰ[৪৭] পৰা আৰু সিহঁতৰ ভৰিৰ তলৰ পৰা আবৰিত কৰিব, আৰু ( তেতিয়া ) আল্লাই ক'ব, যেনে কাৰ্য্য তোমালোকে কৰিছিলা, আজি তাৰ ( প্ৰতিফলৰ ) সোৱাদ লোৱাঁ।

৫৭। হে মোৰ ভৃত্যসকল, যিসকলে মোত বিশ্বাস স্থাপন কৰিছা

---

৪৪। আল্লাৰ শাস্তিৰ নিৰ্দ্ধাৰিত সময় হৈছে হজ্ৰতৰ ( ছ ) মক্কা ত্যাগৰ পাছত। পূৰ্ব্বৰ ধৰ্ম-পৰিত্ৰো ( বা, ইচায়া, অধ্যায় ৩০ ) প্ৰতিশ্ৰুত শাস্তিৰ উল্লেখ আছে।

৪৫। ঐশ্বৰিক শাস্তি-ব্যাপকতাৱে অকস্মাতে আৰু অলৌকিক ৰূপে আহে। মানুহে তাৰ কাৰণ সহজে নিৰ্ণয় কৰিব নোৱাৰে।

৪৬। ইহলোকৰ ব্যাপক শাস্তিকো বুজাব পাৰে, যি নৰকৰ শাস্তিৰ প্ৰতীক।

৪৭। ওপৰৰ শাস্তি, যেনে শিলাবৃষ্টি ; তলৰ শাস্তি, যেনে ভূমিকম্প। [illegible] [illegible] আৰু [illegible]।

জানিবা ) মোৰ পৃথিৱী নিশ্চয় প্ৰশস্ত,[৪৮] গতিকে অকল মোৰেই আৰাধনা কৰা।

৫৮। প্ৰত্যেক প্ৰাণীকেই মৃত্যুৰ সোৱাদ লোৱা অনিবাৰ্য্য ; তাৰ পাছত তোমালোকক আমাৰ ফাললৈ ওভতাই নিয়া হ'ব।

৫৯। আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে সেই-সকলক যাৰ তলেদি জুৰিসমূহ বৈ গৈছে এনে ( স্বৰ্গৰ ) উদ্যানসমূহত অৱস্থিত ওখ প্ৰাসাদবোৰত আমি নিশ্চয় থাকিবলৈ দিম ; তাতে তেওঁলোকে স্থায়ীৰূপে অৱস্থান কৰিব ; সৎকৰ্ম্মীসকলৰ কাৰণে ই কেনে উৎকৃষ্ট প্ৰতিদান[৪৯] !

৬০। তেওঁলোকে ধৈৰ্য্য ধাৰণ [৫০] কৰে আৰু নিজ প্ৰভুৰ ওপৰত ভৰসা ৰাখে।

৬১। আৰু কতবোৰ জীৱজন্তু আছে যি নিজ জীৱিকাৰ ভাৰ লৈ বিচৰণ নকৰে[৫১] ; আল্লাইহে জীৱিকা দান কৰে সেইবিলাকক আৰু তোমালোককো ; আৰু তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৬২। আৰু যদি তুমি সিহঁতক প্ৰশ্ন কৰা, আকাশমণ্ডলী আৰু পৃথিৱী কোনে সৃজন কৰিছে, আৰু সূৰ্য্য আৰু চন্দ্ৰক কোনে নিজ বিধানৰ অধীনে ৰাখিছে ? অৱশ্যে সিহঁতে উত্তৰ দিব, আল্লাই ; তেন্তে ( ভাবি চোৱা ) সিহঁতক কোন পিনে বিপথে নিয়া হৈছে।

৬৩। আল্লাই নিজ ভৃত্যবিলাকৰ মাজৰ যাৰে ইচ্ছা তাৰেই কাৰণে জীৱিকা

---

৪৮। উৎপীড়ন অসহনীয় হলে মক্কা ত্যাগ কৰিবলৈ সঙ্কোচ বোধ নকৰিবা, কিয়নো মোৰ প্ৰশস্ত পৃথিৱীত থাকিবলৈ বহুত ঠাই আছে। ধৰ্ম্মৰ নিমিত্তে দেশত্যাগ কৰিব লগীয়া হলে আল্লাই বিদেশতো আৱশ্যকীয় সম্বল দান কৰিব। মুহাযেৰীন ( দেশত্যাগী ) সকলে হিব্‌ৰতৰ মহান আদৰ্শ দেখুৱাই গৈছে। সেই দেখি তেওঁলোক আমাৰ শ্ৰদ্ধাৰ ভাজন।

৪৯। পৃথিৱীতো এই ভৱিষ্যৎবাণী পূৰ্ণ হল। ছহাবাসকলে কাইচৰ্ আৰু কিচ্‌ৰাৰ বিৰাট ৰাজ্য জয় কৰিলে, আৰু হজাৰ ওখ প্ৰাসাদসমূহ তেওঁলোকৰ হাতলৈ আহিল।

৫০। তেওঁলোকে অত্যাচাৰ অনাচাৰ সকলো সহ্য কৰে, অথচ তেওঁলোকৰ বিশ্বাস অকণো বিচলিত নহয়, দুৰ্ব্বল নহয়।

৫১। জীৱজন্তুৱে পৰিশ্ৰম কৰি নিজৰ খাদ্যৰ যোগাৰ কৰে। ছহাবাসকলক বুজ দিয়া হৈছে, তেওঁলোকে যেন বিদেশত খাদ্য বা আৱশ্যকীয় বস্ত্ৰ-বস্তুৰ অনাটনৰ আশঙ্কা নকৰে। পৰিশ্ৰম কৰিলে আল্লাই তাৰ ফল য'তে ত'তে নিশ্চয় দিব।

প্ৰশস্ত কৰে, আৰু কাৰো কাৰণে (প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে[৫২]; নিশ্চয় আল্লা সকলো বিষয়ে পৰিজ্ঞাত।

৬৪। আকৌ যদি তুমি সিহঁতক প্ৰশ্ন কৰা, মেঘৰ পৰা কোনে বৰষুণ নমাই পৃথিৱীক তাৰ মৃত্যুৰ পিছত সঞ্জীৱিত কৰে? অৱশ্যে সিহঁতে উত্তৰ দিব, আল্লাই। তুমি কোৱাঁ, সকলো প্ৰশংসাৰ যোগ্য আল্লা; কিন্তু সিহঁতৰ সৰহ ভাগেই নুবুজে।

## ৰুকু ৭

পাৰলৌকিক জীৱনৰ তুলনাত পৃথিৱীৰ জীৱন আমোদ-আহ্লাদ-মাথোন; মক্কা নগৰীৰ অলঙ্ঘনীয়তা; ইচ্‌লাম আৰু ইমানৰ অৰ্থ আত্মত্যাগ, আত্মবিসৰ্জন।

৬৫। আৰু এই পাৰ্থিৱ জীৱন আমোদ-প্ৰমোদ আৰু ৰং-ধেমালিৰ[৫৩] বাহিৰে একো নহয়; আৰু কোনো সন্দেহ নাই পৰলোকৰ আলয়ৰ জীৱনহে অনন্ত জীৱন[৫৪], যদিহে সিহঁতে তাকে জনাহেতেন।

৬৬। আৰু যেতিয়া সিহঁতে (ভ্ৰমণৰ অৰ্থে) জাহাজত উঠে, তেতিয়া আল্লাৰ ওচৰত ধৰ্ম্মনিষ্ঠ হৈ সৰল একাগ্ৰ মনেৰে প্ৰাৰ্থনা কৰে; কিন্তু যেই আমি সিহঁতক নিৰাপদে পাৰ পাৰ লগাওঁ সিহঁতে আল্লাৰ সমানে আন উপাস্য পাতিব ধৰে।

৬৭। তাৰ ফলত আমি যি সম্পদ সিহঁতক দান কৰিছোঁ তাৰ বাবে সিহঁত অশলাগী হয়; আৰু তাৰ ফলত (পৃথিৱীৰ) খন্তেকীয়া সুখ-সন্তোষ উপভোগ কৰে; কিন্তু আগলৈ সিহঁতে সকলো জানিব পাৰিব।

৬৮। সিহঁতে ভাবি নাচায় নে, আমি (মক্কাক) এখন সম্মানিত, শান্তিপূৰ্ণ

---

৫২। মুহাযিৰ, ধৰ্মপৰায়ণসকলক আল্লাই অধিক পৰিমাণে জীৱিকা দান কৰিব, কিন্তু সত্যৰ বিৰোধীবিলাকৰ কাৰণে জীৱিকা উপাৰ্জন কঠিন হৈ পৰিব। এয়ে আল্লাৰ অঙ্গীকাৰ।

৫৩। যি বস্তুয়ে বা কাৰ্য্যে আল্লাৰ পৰা মানুহৰ মন আতঁৰাই পাৰ্থিৱ সুখ-সন্তোষলৈ আকৃষ্ট কৰে তাকে বুজাইছে।

৫৪। আধ্যাত্মিক দৃষ্টিভঙ্গীৰে চালে, পাৰ্থিৱ জীৱন মৃত্যু আৰু পাৰলৌকিক জীৱনহে প্ৰকৃত জীৱন, অসীম, অনন্ত।

নগৰ কৰিছোঁ [৫৫]; অথচ সিহঁতৰ আশে-পাশে অৱস্থিত ঠাইৰ পৰা লোকক ঠাতে থাপ মাৰি উলিয়াই নিয়া হয়? কি! এনেস্থলতো সিহঁতে অসত্যত বিশ্বাস কৰিব নে, আৰু আল্লাৰ অনুগ্ৰহৰ বাবে শলাগ [৫৬] নলব নে?

৬৯। আৰু যেয়ে আল্লাৰ সম্বন্ধে মিছা সাজে, আৰু তাৰ ওচৰলৈ সত্য আহিলতো তাকে অসত্য ভাবি অস্বীকাৰ কৰে, তাতোকৈ অধিক অন্যায়কাৰী কোন? কি! অবিশ্বাসীবিলাকৰ নিমিত্তে নৰকৰ ভিতৰত থাকিবৰ ঠাই নাই নে?

৭০। আৰু যিসকলে আমাৰ কাৰণে সাধ্যমতে প্ৰচেষ্টা কৰে, [৫৭] ইয়াত অকণো সন্দেহ নাই, আমি তেওঁলোকক অৱশ্যে পৰিচালিত কৰিম আমাৰ সুপথসমূহে দি; আৰু আল্লা নিশ্চয়কৈ সৎকৰ্ম্মীসকলৰ সঙ্গী।

---

৫৫। মক্কা যেন এখন শান্তিময় নগৰৰূপে জগতত তৌহীদৰ কেন্দ্ৰ হৈ থাকে তাৰ বাবে হজ্‌ৰত ইব্ৰাহিমৰ (আ) প্ৰাৰ্থনা চোৱাঁ, ৬৭ : ৩৬—৩৮। মক্কা নগৰীৰ পবিত্ৰতা অলঙ্ঘনীয়, এই বিষয়ে আল্লাই প্ৰতিশ্ৰুতি দিছে।

৫৬। মক্কাৰ অবিশ্বাসীবিলাকে কৈছিল, আমি সংখ্যাত তাকৰ, মক্কাৰ চাৰিওফালে থকা হাজাৰে হাজাৰ আৰৱ পৌত্তলিকবিলাকে আমাক মাৰি কাটি পেলাব। তেওঁলোকক আশ্বাস দিয়া হৈছে, মক্কাবাসী মুচ্‌লিমসকল নিৰাপদে থাকিব।

৫৭। 'যাহাদ' শব্দৰ অৰ্থ কেৱল ধৰ্ম্মযুদ্ধ কৰাৱে নহয়; ইয়াৰ প্ৰশস্ত মানে হৈছে আল্লাৰ কাৰণে ধন, মন, প্ৰাণ সকলো বিসৰ্জন কৰা। কিছুমান ৰীতি-নীতি মানি চলাকে ইমান নোবোলে। মু'মিন্ যথাৰ্থতে কাক বোলে, তাৰ বাবে এটি সুন্দৰ আয়ত আছে (৪৯ : ১৩)—"কেৱল সেইসকলেই মু'মিন (বিশ্বাসী) যিসকলে আল্লা আৰু তেওঁৰ ৰচুলত বিশ্বাস কৰে, তাৰ পাছত কোনো সংশয়ত নপৰে, আৰু আল্লাৰ পথত পাৰেমানে চেষ্টা কৰে, নিজৰ ধন আৰু প্ৰাণ উৎসৰ্গ কৰি; তেওঁলোকেই যথাৰ্থতে সত্য গ্ৰহণ কৰোঁতা।"

# চুৰা ৩০

# ৰোমীয়সকল

## মক্কাত অৱতীৰ্ণ

### ৬ ৰুকু, ৬১ আয়ত

এই চুৰা যে হিয ৰতৰ ৬ বা ৭ বছৰৰ পূৰ্ব্বে, খৃঃ ৬১৫, ৬১৬ চনত মক্কাত অৱতীৰ্ণ হৈছিল এই বিষয়ে কোৰানবিদসকলৰ মাজত কোনো মতভেদ নাই বুলিলেও হয়। ৬০২ চনৰ পৰা ৰোমীয় আৰু পাৰস্যবিলাকৰ মাজত প্ৰচণ্ড যুদ্ধ চলি আছিছিল। এই চুৰা অৱতীৰ্ণ হোৱাৰ সময়ত পাৰস্যবিলাকে জয়লাভ কৰিলে, আৰু ৰোমীয়বিলাক পৰাজিত হ'ল। খৃষ্টিয়ানসকলৰ পবিত্ৰ নগৰ যেৰুজেলেম অগ্নিপূজক পাৰস্যবিলাকৰ হাতলৈ আহিল; আৰু চীৰিয়াৰ ৰাজধানী ডেমেচ্‌কচতো তেওঁলোকৰ জয়পতাকা উৰিব ধৰিলে। মিছৰ দেশো অধিকৃত হ'ল। এনে পৰিস্থিত কোনেও ভাবিব পৰা নাছিল যে অদূৰ ভবিষ্যতত অৱস্থাৰ ঘোৰ পৰিবৰ্ত্তন ঘটিব। কিন্তু কোৰানে এই চুৰাৰ প্ৰথম ছয় আয়তত এই পৰিবৰ্ত্তনৰ ভৱিষ্যৎবাণী কৰিলে, আৰু এই ঘোষণা কৰিলে ৰোমীয়বিলাকে ৮।৯ বছৰৰ ভিতৰতেই জয়লাভ কৰিব। খৃঃ ৬২৪ চনত এই ভবিষ্যৎবাণী পূৰ্ণ হ'ল।

কোৰান এখন ধৰ্ম্মপুথি, যুদ্ধ-বিগ্ৰহৰ বুৰঞ্জী নহয়। গতিকে এই জাতীয় জয়-পৰাজয়ৰ উল্লেখত এটা মহৎ সত্য নিহিত আছে—সত্যৰ জয়, অসত্যৰ পৰাজয়। পাৰস্যবিলাকৰ জয়ত উল্লাসিত হৈ কোৰেইশে তাৰবীয়া নতুন ধৰ্ম্মাবলম্বী মুচ্‌লিমসকলক বিদ্ৰূপ কৰি কৈছিল, তোমালোকে পুথিপোৱা লোক বুলি গৰ্ব্ব কৰা; তোমালোকৰ দৰে পুথিপোৱা খৃষ্টিয়ান ৰোমীয়বিলাকেও অহঙ্কাৰ কৰিছিল, পিছত কি হ'ল? অগ্নিপূজক পাৰস্যবিলাকে ৰোমীয়-বিলাকৰ বিৰাট ৰাজ্যখন জয় কৰিলে। আমিও মুষ্টিমেয় মুচ্‌লিম জাতিক নিৰ্ম্মূল কৰিম। কি বিস্ময়ৰ কথা! কোৰানৰ ভবিষ্যৎবাণী অনুসাৰে যি চনত (৬২৪) ৰোমীয়বিলাকে পাৰস্যবিলাকক পৰাজিত কৰিলে সেই চনতে বদৰৰ যুদ্ধত মুচ্‌লিমসকলে কোৰেইশক পৰাভূত কৰিবলৈ সক্ষম হ'ল। ইয়াৰ ছয় বছৰৰ পাছতে মক্কাবিজয়ৰ দিনা কোৰেইশে আত্মসমৰ্পণ কৰিব লগীয়া হ'ল।

# ৰুকু ১

ৰোমীয় আৰু পাৰস্তবিলাকৰ মাজত যুদ্ধ ; ৰোমীয়বিলাকৰ প্ৰথমতে পৰাজয়, আৰু পিছত জয় ; পূৰ্ব্ববৰ্ত্তী বহু শক্তিশালী জাতিৰ পৰিণাম।

১। পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ্, লাম, মীম [১]।

৩। ৰোমীয়বিলাক পৰাভূত হৈছে,[২]

৪। ওচৰৰদেশত [৩] ; কিন্তু সিহঁতে নিজ পৰাজয়ৰ পাছত অদূৰ ভবিষ্যতে জয়লাভ কৰিব,[৪]

৫। বছৰ-চেৰেকৰ ভিতৰতেই ; মীমাংসা আল্লাৰেই, অতীতত আৰু ভবিষ্যততো ; আৰু সেইদিনা বিশ্বাসীসকল উল্লাসিত হব [৫] —

৬। আল্লাৰ সাহায্য দ্বাৰা ; যাকে ইচ্ছা তাকে তেওঁ সাহায্য দান কৰে ; আৰু তেৱেঁই পৰাক্রমশালী, পৰম দানশীল।

৭। এয়ে আল্লাই দিয়া প্ৰতিশ্ৰুতি, আৰু নিজৰ প্ৰতিশ্ৰুতি আল্লাই কদাপি ভঙ্গ নকৰে ; কিন্তু মানৱৰ সৰহভাগেয়ে নেজানে।

---

১। ময়ে আল্লা, সৰ্ব্বজ্ঞাতা। আনল্লাহ আ'লমুৰ সংক্ষেপ।

২। ৰোমীয় আৰু পাৰস্তবিলাকৰ মাজত দুৰ্যোৰ যুদ্ধ লাগিছিল। সেই সময়ত ৰোমীয় সম্রাট আছিল হিৰাকলিয়চ্ ; আৰু পাৰস্ত ৰজা আছিল দ্বিতীয় কোচ্ৰোজ। পাৰস্তবিলাকে চীৰিয়া আৰু পেলেষ্টাইন দখল কৰিলে ; যেৰুজেলেম্ খৃষ্টিয়ানসকলৰ পৱিত্ৰ ঠাই কোচ্ৰোজৰ হাতলৈ আহিল, খৃঃ ৬১৪ চনত।

৩। চীৰিয়া আৰু পেলেষ্টাইন আৰব দেশৰ ওচৰতেই অৱস্থিত।

৪। দহ বছৰৰ পিছতেই, ৬২৪ চনত, ৰোমীয়বিলাকে হেৰুৱা দেশ পেলেষ্টাইন পুনৰ দখল কৰিলে, তাৰ ওপৰি মিডিয়াৰ এটা ডাঙৰ অংশ জয় কৰিলে।

৫। আৰব্ পৌত্তলিকবিলাকৰ সহানুভূতি আছিল পাৰস্তবিলাকৰ লৈতে, কিয়নো সিহঁতে নক্ষত্ৰ আৰু অগ্নিৰ পূজা কৰিছিল। খৃষ্টিয়ান ৰোমীয়বিলাকে যেতিয়া পাৰস্তবিলাকক পৰাজিত কৰিলে, মুচ্লিমসকল স্বাভাবিকতে উল্লাসিত হ'ল। উলাহৰ দ্বিতীয় কাৰণ হ'ল বদৰৰ যুদ্ধত মুচ্লিমসকলৰ জয়। দুয়ো ঘটনা প্ৰায় একে সময়তে ঘটিছিল, হিৰ্ৰতৰ দুবছৰ পাছতে।

৮। সিহঁতে পাৰ্থিৱ জীৱনৰ বাহ্যিক শোভাহে জানে ; কিন্তু পৰলোক সম্বন্ধে সিহঁত অাওকণীয়া।

৯। সিহঁতে নিজৰ মনতে চিন্তা নকৰে নে, কেৱল সত্যৰ সৈতে আৰু নিৰূপিত কালৰ[৬] কাৰণেহে আল্লাই আকাশমণ্ডলী আৰু পৃথিৱীক, আৰু উভয়ৰ মাজত যি আছে সকলোকে সৃজন কৰিছে ? কিন্তু ইয়াত অকণো সন্দেহ নাই, মানুহৰ সৰহভাগেই নিজ প্ৰভুৰ সন্দৰ্শন লাভৰ অস্বীকাৰ কৰে।

১০। সিহঁতে পৃথিৱীত পৰিভ্ৰমণ কৰি দেখিবলৈ পোৱা নাই নে, সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ কি পৰিণাম হ'ল ? ইহঁততকৈ সিহঁত অধিক শক্তিশালী আছিল আৰু সিহঁতে মাটি খান্দিছিল,[৭] আৰু তাৰ ওপৰত ইহঁতে যি পৰিমাণে ওখ অট্টালিকাসমূহ নিৰ্ম্মাণ কৰিছিল পূৰ্ব্ববৰ্ত্তীবিলাকে তাতোকৈ বহুগুণে বেচি নিৰ্ম্মাণ কৰিছিল। আৰু সিহঁতৰ ওচৰলৈ ৰচুলসকল আহিছিল প্ৰত্যক্ষ প্ৰমাণসমূহ লৈ ; গতিকে সিহঁতৰ প্ৰতি অন্যায় কৰা আল্লাৰ নিয়মসঙ্গত নাছিল,[৮] বৰং সিহঁতে নিজেই নিজৰ প্ৰতি অন্যায় কৰিছিল।

১১। অৱশেষত যিবিলাকে অমঙ্গল সাধন কৰিছিল সিহঁতৰ পৰিণামো হ'ল অমঙ্গল, কিয়নো সিহঁতে আল্লাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল আৰু সেইবোৰকে লৈ সিহঁতে উপহাস কৰিব লাগিছিল।

---

৬। সৃষ্টি কেতিয়ালৈকে বিদ্যমান থাকিব আৰু কেতিয়া প্ৰলয় হব সৰ্ব্বজ্ঞাতা, মহাজ্ঞানী আল্লাইহে জানে, সময় নিৰ্ণয় কৰা মানুহৰ সাধ্যাতীত।

৭। তফ্চৰকাৰসকলে দুইটা অৰ্থ লৈছে ; (১) মাটি খান্দি হালবৈ খেতি কৰা ; (২) ঘৰ, অট্টালিকা, দুৰ্গ ইত্যাদি নিৰ্ম্মাণ কৰা। চোৰা, ৩০ : ১০।

৮। মঙ্গলৰ ফল মঙ্গল, অমঙ্গলৰ ফল অমঙ্গল, এয়ে হৈছে আল্লাৰ চিৰকলীয়া অলঙ্ঘনীয় বিধি-বিধান।

## ৰুকু ২

পুনৰুত্থানৰ দিনা মানুহে নিজৰ কামৰ বাবে আল্লাৰ আগত হিচাপ দিব লাগিব; পাঁচোটা বাধ্যতা-মূলক নমাজৰ অনুষ্ঠান; জাতিৰ পতন আৰু উত্থান।

১২। আল্লাই সৃষ্টিৰ আৰম্ভ কৰিছে, পিছত তেওঁ তাকে আকৌ নতুনকৈ সৃজন কৰিব[৯]; তাৰ পিছত তোমালোকক তেওঁৰ ফালে ওভতাই নিয়া হব।

১৩। আৰু যিদিনা (পুনৰুত্থানৰ) নিৰ্দ্ধাৰিত সময় পাবহি, অপৰাধীবিলাক নিৰাশ হৈ পৰিব।

১৪। আৰু যিবিলাকক সিহঁতে আল্লাৰ সমানে উপাস্য পাতিছিল সিহঁতৰ কোনেও (আল্লাৰ ওচৰত) সিহঁতৰ হৈ মধ্যস্থতা নকৰিব; আৰু তেতিয়া সিহঁতে আল্লাৰ সমানে পাতি লোৱা উপাস্যবিলাকক নিজেই অস্বীকাৰ কৰিব।

১৫। আৰু যিদিনা (পুনৰুত্থানৰ) নিৰ্দ্দিষ্ট সময় পাবহি সেইদিনা সিহঁত পৃথক পৃথক হৈ পৰিব।[১০]

১৬। কিন্তু যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে, তাৰ ফলত (স্বৰ্গৰ) ফুলনিত সেইসকলক অবিৰাম সুখশান্তি উপভোগ কৰিবলৈ দিয়া হব।

১৭। আনপিনে যিবিলাকে অবিশ্বাস কৰিছে, আৰু আমাৰ নিদৰ্শনসমূহ আৰু পৰলোকৰ সাক্ষাৎ মিছা বুলি বিবেচনা কৰিছে, সিহঁতক (আমাৰ) শাস্তিৰ সম্মুখীন কৰা হব।

১৮। গতিকে আল্লাৰেই পৱিত্ৰতাৰ কীৰ্ত্তন কৰা, যেতিয়া তোমালোকে সন্ধ্যাবেলা পোৱা, আৰু যেতিয়া ৰাতিপুৱা উঠা;[১১]

---

৯। মৃত্যুৰ পাছত আল্লাই মানুহক পুনৰায় জীৱিত কৰে। এই উক্তি কোৰানৰ ঠায়ে ঠায়ে পোৱা যায়। বিশেষকৈ চোৱা ৩৬ : ৭৯, ৮০।

১০। অৰ্থাৎ ইজনে সিজনক কিঞ্চিৎমানো সহায় কৰিব নোৱাৰিব।

১১। সন্ধ্যাৰ দুই নমাজ, অৰ্থাৎ মগ্‌ৰিব্ আৰু ইশা; পুৱাৰ নমাজ হৈছে ফযৰৰ নমাজ। মধ্যাহ্নৰ মাজ জোহৰ্; আৰু আবেলিৰ নমাজ 'আস্বৰৰ উল্লেখ কৰিছে অহা ১৯ আয়তত।

১৯। আৰু আকাশমণ্ডলী আৰু পৃথিৱীত সকলো প্ৰশংসা তেওঁৰেই, আবেলি আৰু যেতিয়া তোমালোকে মধ্যাহ্নৰ সময় পোৱা।

২০। আল্লাই মৃতকৰ পৰা জীৱিতক উদ্ভৱ কৰে, আৰু যি জীৱিত তাৰ মৃত্যুৰ বিধান কৰে ;[১২] তেৱেঁই পৃথিৱীক তাৰ মৃত্যুৰ পিছত সঞ্জীৱিত কৰে ; আৰু এইদৰেই তোমালোক সকলোকে ( মৃত্যুৰ পাছত ) পুনৰ উত্থিত কৰা হব।

## ৩ ৰুকু

আল্লাৰ অস্তিত্ব, শক্তি, আৰু নিয়ন্ত্ৰণৰ অলেখ চিন প্ৰকৃতিত বিদ্যমান ; এইবিলাকে মানুহৰ পাৰমাৰ্থিক বিশ্বাস দৃঢ় কৰে।

২১। আৰু আল্লাৰ নিদৰ্শনসমূহৰ মাজৰ এটা এই, তেওঁ তোমালোকক মাটিৰ পৰা সৃষ্টি কৰিছে ; ফলত তোমালোক মানৱস্বৰূপ ( পৃথিৱীত ) বিয়পি পৰিছা।

২২। আৰু তেওঁৰ নিদৰ্শনসমূহৰ আৰু এটা এই, তেওঁ তোমালোকৰ নিজৰে[১৩] মাজৰ পৰা তোমালোকৰ কাৰণে সঙ্গিনীবিলাক সৃজন কৰিছে, যাতে সিবিলাকৰ সঙ্গত তোমালোকে সুখ-শান্তি লভিব পাৰা ; আৰু তেওঁ তোমালোকৰ পৰস্পৰৰ হৃদয়ত প্ৰীতি আৰু কৰুণা জাগ্ৰত কৰিছে ;[১৪] কোনো সন্দেহ নাই, যিসকলে চিন্তা কৰে সেইসকলৰ নিমিত্তে ইয়াত নিশ্চয় আছে বহু নিদৰ্শন।

---

দুয়ো আয়তে পাঁচোটা বাধ্যতামূলক নমাজৰ আদেশ দিয়া হৈছে। নমাজত তচ্‌বীহো আছে আৰু তহ্‌মীদো আছে : আল্লাৰ পৱিত্ৰ কীৰ্ত্তন আৰু আল্লাৰ প্ৰশংসা গান। চোৱাঁ, ১৭ : ৭৯, ৮০।

১২। বহুতে ইয়াৰ ৰূপক অৰ্থ লৈছে : এটা জাতিৰ পতনৰ পাছত অইন এটা জাতিৰ উত্থান হয়।

১৩। পুৰুষ আৰু নাৰীৰ মাজত আচলতে কোনো প্ৰভেদ নাই ; শাৰীৰিক গঠন বেলেগ কিন্তু প্ৰকৃতি এক। সেই দেখি আল্লাৰ আগত দুয়ো সমানে দায়ী।

১৪। এই আয়তত আদৰ্শ বৈবাহিক জীৱনৰ আভাস দিছে। পত্নী স্বামীৰ সঙ্গিনী, সহধৰ্ম্মিনী, দাসী নহয়, খেলাৰ পুতলা নহয়। স্বামী-স্ত্ৰী জীৱন-যাত্ৰাত পৰস্পৰৰ সাৰথি ; তদুপৰি ইজন সিজনৰ আভৰণ, ২ : ১৮৮।

২৩। আৰু আকাশমণ্ডলী আৰু পৃথিৱীৰ সৃষ্টি, আৰু তোমালোকৰ ভাষাবোৰৰ আৰু তোমালোকৰ বৰ্ণসমূহৰ[১৫] বিভিন্নতা তেওঁৰ নিদৰ্শনাৱলীৰ অংশ ; কোনো সন্দেহ নাই, জ্ঞানৱানসকলৰ নিমিত্তে ইয়াত অৱশ্যে আছে বহু নিদৰ্শন।

২৪। আৰু নিশা আৰু দিনত তোমালোকে টোপনি যোৱা, আৰু তেওঁৰ কৃপাৰ[১৬] ভাগ বিচৰা ; ইও তেওঁৰ নিদৰ্শনাবলীৰ ভিতৰতেই ; কোনো সন্দেহ নাই, যিসকলে ( উপদেশ ) শ্ৰৱণ কৰে সেইসকলৰ কাৰণে ইয়াত অৱশ্যে আছে বহু নিদৰ্শন।

২৫। আৰু তেওঁৰ নিদৰ্শনসমূহৰ মাজৰ আৰু এটা এই, তেওঁ তোমালোকৰ মনত ভয় আৰু আশা[১৭] দুয়ো উদ্ৰেক কৰিবৰ অৰ্থে বিজুলি প্ৰদৰ্শন কৰে, আৰু মেঘৰ পৰা বৰষুণ নমায় ; তাৰ ফলত পৃথিৱীক তাৰ মৃত্যুৰ পিছত পুনৰায় জীৱিত কৰে ;[১৮] কোনো সন্দেহ নাই, বুদ্ধিমন্ত লোকসকলৰ নিমিত্তে অৱশ্যে ইয়াত আছে বহু নিদৰ্শন।

২৬। আৰু আকাশ আৰু পৃথিৱী যে তেওঁৰ আদেশত সংস্থাপিত; তেওঁৰ নিদৰ্শনসমূহৰ ইও এটা। অৱশেষত তেওঁ যি মুহূৰ্ত্ততে তোমালোকক একেটা আহ্বানৰে আহ্বান কৰিব, সেই মুহূৰ্ত্ততে মাটিৰ পৰা তোমালোক বাহিৰলৈ ওলাই পৰিবা।

২৭। আৰু আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সকলোৰে গৰাকী তেৱেঁই ; তেওঁৰেই বাধ্য সকলো।

২৮। আৰু তেৱেঁই সৃষ্টি আৰম্ভ কৰিছে, পিছত তাকে তেওঁ আকৌ

---

১৫। মানুহৰ ভাষা বেলেগ, ৰীতি-নীতি পৃথক ; কিন্তু জাতি একেটা। বৈষম্যত ঐক্য হৈছে আল্লাৰ এটা মহান নিদৰ্শন।

১৬। কোৰানৰ ভাষ্যত বহু ঠাইত আল্লাৰ কৃপা বিচৰাৰ অৰ্থ, জীৱিকা উপাৰ্জ্জন কৰা ; ব্যবসা-বাণিজ্যৰ দ্বাৰা ধন উপাৰ্জ্জন কৰা। চোৰা, ৬২ : ১১।

১৭। হজ্ৰত মহম্মদে ( স্ব ) বহুবাৰ এই আবাৰ কথা কৈছিল, 'সত্য বিশ্বাসৰ স্থিতি ভীতি আৰু প্ৰত্যাশাৰ মাজত'। আল্লাৰ অসীম শক্তি আৰু তেওঁৰ মহিমা চিন্তা কৰিলে মনত ভয় নিশ্চয় হব ; আৰু তেওঁ যে স্নেহশীল, ক্ষমাৱান এই কথা ভাবিলে মানুহ কেতিয়াও নিৰাশ হব নোৱাৰে। এই দুই সীমাৰ মাজতে আল্লাত যথাৰ্থ বিশ্বাস অৱস্থিত।

১৮। মেঘৰ পৰা বৰষুণ নামে ; উৰ্দ্ধলোকৰ পৰা আল্লাৰ প্ৰত্যাদেশ অৱতীৰ্ণ হয়। বৰষুণৰ দ্বাৰা শুকান প্ৰাণহীন জগত নতুনকৈ জীৱিত হৈ পৰে ; প্ৰত্যাদেশ দ্বাৰা ৰছুলসকলে আধ্যাত্মিক মৃত্যুৰ পিছত মানৱক নতুন জীৱন দিয়ে।

নতুনকৈ সৃজন কৰিব ; আৰু ই তেওঁৰ পক্ষে অতি সহজ ;[১৯] আৰু আকাশমণ্ডলী আৰু পৃথিৱীত বিকশিত হৈছে তেওঁৰেই উচ্চতম উপমা ; আৰু তেৱেঁই সৰ্ব্ব-শক্তিমান, মহাজ্ঞানী।

## ৰুকু ৪

ইচ্‌লামৰ ভিত্তি আল্লাৰ একত্বত বিশ্বাস ; বহু
উপাস্যত বিশ্বাস মানৱৰ বুদ্ধি আৰু
বিবেকে সমৰ্থন নকৰে।

২৯। আল্লাই তোমালোকৰ নিজৰেই অৱস্থা অনুযায়ী এটি উপমা তোমালোকৰ কাৰণে বৰ্ণনা কৰিছে। তোমালোকক আমি যি উপজীৱিকা দান কৰিছোঁ তাকে তোমালোকৰ সমানে অংশীৰূপে ভোগ কৰিবলৈ সেইবিলাকৰ অধিকাৰ আছে নে যিবিলাক তোমালোকৰ সোঁহাতৰ অধীন ? সেয়ে যদি হয় এই বিষয়ে তোমালোক সিহঁতৰ সমতুল্য হৈ পৰিবা,[২০] যাৰ ফলত নিজৰ আত্মীয়স্বজনক যেনেকৈ ভয় কৰা তেনেকৈ সিহঁতকো ভয় কৰিব লগা হ'বা।[২১] এইদৰে আমি নিদৰ্শনসমূহ বহলাই বৰ্ণনা কৰোঁ বোধশক্তি থকা লোকৰ কাৰণে।

৩০। নহয়, যিবিলাক অন্যায়কাৰী সিহঁতে অজ্ঞানতাৰ বাবে নিজ বৃথা বাঞ্ছাসমূহৰ[২২] অনুসৰণ কৰে। গতিকে যাক আল্লাই পথভ্ৰান্ত কৰিছে তাক কোনে সুপথে লৈ যাব পাৰে ? আৰু সহায় কৰোঁতাবিলাকৰ এজনো সিহঁতৰ পক্ষে নাথাকিব।

১৯। যিজন আল্লাই আমাক অবিদ্যমান অৱস্থাৰ পৰা সৃষ্টি কৰিলে তেওঁ নিশ্চয় মৃত্যুৰ পাছত আমাক পুনৰ্জ্জিৱীত কৰিব পাৰে। এই সম্বন্ধে চোৱাঁ, ৩৬ : ৭৮-৮৪।

২০। প্ৰভু আৰু দাস সমান হব নোৱাৰে। তুমি দাসক খাবলৈ দিয়া, পিন্ধিবলৈ দিয়া, তথাপি তোমাৰ সম্পত্তিত তাৰ অংশ নাই। আল্লা আমাৰ প্ৰভু, আমি তেওঁৰ দাস, দাস আল্লাৰ অংশী কেনেকৈ হব পাৰে ? উপমাৰ এয়ে তাৎপৰ্য্য।

২১। মানুহে সমতুল্য মানুহক ভয় কৰিব পাৰে, নিজৰ দাসক ভয় নকৰে। ইচ্‌লামৰ স্থিতি একেশ্বৰবাদৰ ওপৰত। চোৱাঁ, আ: ৩১।

২২। জ্ঞান, বুদ্ধি বিচাৰশক্তি, বিবেকৰ সহায় ললে আমি নিজে একেশ্বৰবাদ সত্য বুলি স্বীকাৰ কৰিবলৈ বাধ্য। বৃথা বাঞ্ছাই আমাক বিপথে নিয়ে।

৩১। গতিকে ( হে মহম্মদ,) আল্লাৰ একনিষ্ঠ সেৱক হৈ সত্য ধৰ্ম্মৰ ফালে মন সুস্থিৰ কৰি ৰাখাঁ; যি প্ৰকৃতিত মানুহক আল্লাই সৃষ্টি কৰিছে ( এই ধৰ্ম্মও ) সেই প্ৰকৃতিৰ ধৰ্ম্ম; আল্লাৰ সৃষ্টিৰ নিয়মৰ কোনো পৰিবৰ্ত্তন নাই; সেয়ে হৈছে সঠিক, সুপ্ৰতিষ্ঠিত ধৰ্ম্ম; কিন্তু মানুহৰ সৰহ ভাগেই নেজানে।[২৩]

৩২। আল্লাৰ ওচৰলৈ বিনীতভাৱে বাৰে বাৰে ঘূৰি আহি ( সেই ধৰ্ম্ম পালন কৰিবা, ) আৰু তেওঁলৈ ভয় ৰাখিবা; আৰু নমাজৰ অনুষ্ঠান কৰিবা; আৰু যিবিলাকে আল্লাৰ সমানে অইন উপাস্য পাতে সিহঁতৰ দলৰ নহবা,—

৩৩। সেইবিলাকৰ মাজৰ, যিবিলাকে নিজ ধৰ্ম্মত বিচ্ছেদ সৃষ্টি কৰিছে আৰু বিভিন্ন দলত বিভক্ত হৈ পৰিছে; প্ৰত্যেকটো দল সিহঁতৰ কাষত যি আছে[২৪] তাকে লৈ উল্লাসিত।

৩৪। আৰু যেতিয়া লোকক ক্লেশ-কষ্টই স্পৰ্শ কৰে সিহঁতে নিজ প্ৰভুৰ ফালে ঘূৰি বিনীতভাৱে-তেওঁক আহ্বান কৰিব ধৰে; পিছত যেতিয়া তেওঁ সিহঁতক নিজ কৰুণাৰ সোৱাদ লবলৈ দিয়ে, চোৱাঁ, সিহঁতৰ একোটা দলে নিজ প্ৰভুৰ সমানে আন উপাস্য পাতি লয়;

৩৫। ফলত, আমি সিহঁতক যি দান কৰিছোঁ তাৰ বাবে সিহঁতে শলাগ নলয়; তেন্তে তোমালোকে পাৰ্থিৱ সুখ-সম্পদ ( অলপ দিনলৈ ) ভোগ কৰি লোৱাঁ, কিন্তু আগলৈ[২৫] (তথ্য ) জানিব পাৰিবা।

৩৬। যি সিহঁতক আল্লাৰ সমানে অইন উপাস্য পাতিবলৈ নিৰ্দ্দেশ দিয়ে এনে প্ৰমাণ আমি সিহঁতৰ প্ৰতি[২৬] অৱতীৰ্ণ কৰিছোঁ নে ?

৩৭। আৰু যেতিয়া মানৱক আমি ( নিজ ) কৰুণাৰ সোৱাদ লবলৈ দিওঁ তাৰ বাবে সিহঁত উল্লাসিত হয়; কিন্তু সিহঁতে আগতে যি নিজ হাতেৰে অৰ্জ্জন কৰিছিল তাৰ ফলত সিহঁতৰ কোনো অমঙ্গল ঘটিলে সিহঁত নিৰাশ হৈ পৰে।

---

২৩। ইচ্লাম ধৰ্ম্ম যে যুক্তি আৰু প্ৰকৃতিৰ অনুকূল এই আয়তে তাকে প্ৰকাশ কৰিছে। হজ্ৰত ৰচুলে ( স ) কৈছে, প্ৰত্যেক শিশুৰ জন্ম প্ৰাকৃতিক ধৰ্ম্ম ইচ্লামৰ ওপৰত কিন্তু ডাঙৰ হৈ সাধাৰণতে মাক বাপেকৰ ধৰ্ম্ম গ্ৰহণ কৰে ( মিশ্কাত )। ইচ্লামৰ ভিত্তিমূলক শিক্ষা এক আল্লাকে উপাসনা কৰা বিষয়ে চোৱাঁ, ২ : ১৩৬; ৩ : ৯৫; ৪ : ১০৬; ৬ : ৮০; ১০ : ১০৫ ইত্যাদি।

২৪। যি বিষয়লৈ এটা ধৰ্ম্মসম্প্ৰদায় আন এটা সম্প্ৰদায়ৰ পৰা পৃথক হৈ পৰে।

২৫। মহাবিচাৰৰ দিনা, ক্বিয়ামতৰ দিনা।

২৬। এক আল্লাৰ সমানে অইন উপাস্য পতা ( শিৰ্ক্ ) যুক্তি, সঙ্গতি, আৰু বিবেকৰ অসঙ্গত। কোনো ৰচুল আৰু নবীয়ে শিৰ্ক্ কোনো আকাৰতে সমৰ্থন কৰা নাই।

৩৮। সিহঁতে ভাবি নাচায় নে, আল্লাই যাৰে ইচ্ছা তাৰেই কাৰণে জীৱিকা প্ৰশস্ত কৰে, আৰু ( প্ৰয়োজন মতে ) সঙ্কীৰ্ণ কৰে ;[২৭] কোনো সন্দেহ নাই, বিশ্বাসীসকলৰ নিমিত্তে ইয়াত আছে বহু নিদৰ্শন।

৩৯। গতিকে আত্মীয়স্বজন আৰু দৰিদ্ৰ আৰু বাটৰুৱাবিলাকৰ যি প্ৰাপ্য তাকে সিহঁতক দিবা। যিসকলে আল্লাৰ সন্তুষ্টি লাভ কৰিবলৈ আকাঙ্ক্ষা কৰে সেইসকলৰ নিমিত্তে ই মঙ্গলময়,[২৮] আৰু তেওঁলোকেই প্ৰকৃতপক্ষে সফলমনোৰথ।

৪০। আৰু মানুহৰ ধন-সম্পত্তিৰ বৃদ্ধিৰ অৰ্থে যি ধন অপৰিমিত সুতস্বৰূপ[২৯] তোমালোকে শোধ কৰা, আল্লাৰ কাষত তাৰ অলপো বৃদ্ধি নহয়, কিন্তু আল্লাৰ সন্তুষ্টি লাভ কৰিবৰ অভিপ্ৰায়ে যদি ধন জকাত স্বৰূপে ব্যয় কৰা ( তেন্তে জানিবা ) এনেসকলৰ ধন বহুগুণে বৃদ্ধি পাব।

৪১। আল্লা তেৱেঁই যিজনে তোমালোকক সৃজন কৰিছে, আৰু তোমালোকক জীৱিকা দান কৰিছে ; পিছত সেইজনেই তোমালোকৰ মৃত্যুৰ বিধান কৰিব, আৰু তাৰ পিছত তোমালোকক পুনৰ্জ্জীৱিত কৰিব। তোমালোকে আল্লাৰ সমানে যিবিলাকক উপাস্য পাতি লৈছা সেইবিলাকৰ মাজৰ কোনে এনেবোৰ কাৰ্য্য সাধন কৰিব পাৰে? তেৱেঁই পৰম পৱিত্ৰ, আৰু সিহঁতে যে আল্লাৰ অংশী পাতিছে তাতোকৈ তেওঁ বহুত ওখত।

## ৰুকু ৫

বিশ্বব্যাপী অশান্তি আৰু অধৰ্ম্ম ৰচুলৰ আগমনৰ অগ্ৰলক্ষণ ;
ৰচুলৰ কাম হৈছে জগতৰ সংস্কাৰ ; ঐশিক বাণীয়ে
মৃত জগতক পুনৰ্জ্জীৱিত কৰে।

৪২। মানুহে নিজৰ হাতেৰে যি অৰ্জ্জন কৰিছে তাৰ বাবে স্থল আৰু

---

২৭। চোৱা, ১৩ : ২৭ ; ১৭ : ৩১ ; ২৮ : ৮৩।

২৮। ইচ্‌লামৰ মতে প্ৰকৃত দান হৈছে আল্লাৰ সন্তুষ্টি লাভৰ নিমিত্তে। যি দান জনপ্ৰিয় হবলৈ দিয়া হয় তেনে দানক প্ৰকৃত ধৰ্ম্মকাৰ্য্য বুলি ধৰিব নোৱাৰি। অহা আয়তত অৰ্থ পৰিষ্কাৰ কৰা হৈছে।

২৯। 'ৰেবা' সম্বন্ধে চোৱা, ২ : ২৭৭, ২৭৮ ; ৩ : ১৩১ ; ৪ : ১৬২ ; দহকৈ গমি চালে, সুত গ্ৰহণ যে ইচ্‌লামে নিষেধ কৰিছে ই জনসাধাৰণৰ কল্যাণৰ নিমিত্তে। অপৰিমিত সুত গ্ৰহণৰ পৰা সমাজৰ বৈষম্য আৰু শিথিলতা বাঢ়ে।

জল ( সমস্ত পৃথিৱীত ) অশান্তিৰ সৃষ্টি হৈছে ;[৩০] ইয়াৰ কাৰণে সিহঁতে যি কাৰ্য্য কৰিছিল তেওঁ তাৰ প্ৰতিফলৰ কিছু অংশৰ সোৱাদ সিহঁতক লবলৈ দিব ; সম্ভৱতঃ সিহঁত ( সত্যৰ পিনে ) উভতি আহে।

৪২। ( হে মহম্মদ, ) তুমি কোৱাঁ, পৃথিৱীত তোমালোকে পৰিভ্ৰমণ কৰি চোৱাঁ, পূৰ্ব্ববৰ্ত্তীবিলাকৰ কি পৰিণাম হ'ল ; কিয়নো সিহঁতৰ সৰহ ভাগেই আল্লাৰ সমানে আন উপাস্যবোৰ পাতি লৈছিল।

৪৩। গতিকে যি দিন অনিবাৰ্য্য তেনে এটা দিন আল্লাৰ ফালৰ পৰা অহাৰ আগতে তুমি[৩১] সঠিক সুপ্ৰতিষ্ঠিত ধৰ্ম্মৰ পিনে নিজৰ মন সুস্থিৰ কৰি ৰাখা ; সেইদিনা পৰস্পৰৰ মাজত যি পাৰ্থক্য[৩২] আছে ওলাই পৰিব।

৪৪। যেয়ে অবিশ্বাস কৰিছে তাৰ অবিশ্বাসৰ দায়িত্ব তাৰেই ওপৰত ; যিসকলে সৎ কাম কৰে সেইসকলে প্ৰকৃতপক্ষে আগতেই নিজৰ ( সুখ-শান্তিৰ ) আয়োজন কৰি থয়।

৪৫। শেষত যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু ন্যায়কাৰ্য্য কৰিছে তেওঁ-লোকক আল্লাই নিজ কৃপাগুণে উচিত প্ৰতিদান প্ৰদান কৰিব ; বাস্তৱতে অবিশ্বাসী-বিলাকক তেওঁ ভাল নাপায়।

৪৬। আৰু ই তেওঁৰ নিদৰ্শনসমূহৰ মাজৰেই, তেওঁ বতাহক শুভসংবাদ দিবলৈ প্ৰেৰণ কৰে, যাতে তেওঁ নিজ কৰুণাৰ কিছু অংশৰ সোৱাদ তোমালোকক লবলৈ দিয়ে ;[৩৩] আৰু ( এইটোও এটা নিদৰ্শন, সাগৰত ) জাহাজ চলাচল কৰে

---

৩০। সমগ্ৰ জগতত পাপ আৰু অন্যায় বিয়পি পৰিছিল, দেশ প্ৰদেশসমূহত আৰু সাগৰৰ দ্বীপবিলাকতো। অজ্ঞতা আৰু অন্ধবিশ্বাসে মানৱজাতিক সত্য আৰু ধৰ্ম্মৰ পৰা বহু দূৰলৈ বিভ্ৰান্ত কৰিছিল। এনে সময়তে পৃথিৱীৰ সংস্কাৰৰ নিমিত্তে হজৰত মহম্মদৰ ( স্ব ) আবিৰ্ভাৱ হৈছিল।

৩১। হজৰতক (স্ব) সম্বোধন কৰাৰ মানে হৈছে তেওঁৰ জৰীয়াতে তেওঁৰ সকলো অনুগামীক উপদেশ দিয়া।

৩২। বিশ্বাসী আৰু অবিশ্বাসীবিলাকৰ মাজত যি বৈষম্য থাকে মহাবিচাৰৰ দিনা স্পষ্টকৈ প্ৰকাশ হৈ পৰিব।

৩৩। 'ইয়াৰ এটা আধ্যাত্মিক অৰ্থও আছে। নবীৰ আবিৰ্ভাৱৰ অলপ আগতে বহু ধাৰ্ম্মিকসকলৰ মনত ধৰ্ম্মভাৱ বিশেষকৈ জাগ্ৰত হয়। আল্লাই সেইসকলক আগজাননিৰূপে নিজ বাণী ( ইল্‌হাম ) দ্বাৰা অনুগ্ৰহীত কৰে।'—মৌ মুকদ্দিন।

তেওঁৰ আদেশ অনুসৰি, যাতে তোমালোকে তেওঁৰ কৃপা[৩৪] বিচাৰি ফুৰিব পাৰা, আৰু সম্ভৱতঃ তোমালোকে ( আল্লাৰ ) শলাগ লোৱা।

৪৮। আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰচুলসকলক তেওঁলোকৰ নিজ নিজ জাতিৰ ওচৰলৈ আমি প্ৰেৰণ কৰিছিলোঁ; সেইমতে তেওঁলোক আহিছিল সিহঁতৰ ওচৰলৈ বহু প্ৰত্যক্ষ প্ৰমাণ লৈ। পিছত যিবিলাকে[৩৫] দোষ কৰিছিল সিহঁতক আমি প্ৰাপ্য শাস্তি দিছিলোঁ; আৰু বিশ্বাসীসকলক সহায় কৰা আমাৰ কৰ্ত্তব্য।

৪৯। তেৱেঁই আল্লা যিজনে বতাহ প্ৰেৰণ কৰে, আৰু সেই বতাহে মেঘমালা ধাৰণ কৰে; পিছত তেওঁ নিজ ইচ্ছা অনুৰূপ তাকে বায়ুমণ্ডলত বিস্তৃত কৰে, আৰু তাৰ পিছত তাকে বিচ্ছিন্ন কৰে; তেতিয়া তাৰ ভিতৰৰ পৰা বৰষুণ ওলাই পৰা তুমি দেখিবলৈ পোৱা; পিছত যেতিয়া তেওঁ নিজৰ ভৃত্যবিলাকৰ যাৰে ওপৰত ইচ্ছা সেই বৰষুণ নমায়, তেতিয়া, চোৱাঁ, তেওঁলোক উলাহত উত্ৰাৱল হৈ পৰে;

৫০। অথচ পোনপ্ৰথমে সেইবিলাক মহ বৰষুণ নমোৱাৰ আগতে নিশ্চয় একেবাৰে হতাশ হৈ পৰিছিল।[৩৬]

৫১। গতিকে তুমি আল্লাৰ কৰুণাৰ চিনবোৰলৈ লক্ষ্য কৰাঁ, তেওঁ কেনেকৈ পৃথিৱীক তাৰ মৃত্যুৰ পাছত সঞ্জীৱিত কৰে; ইয়াত কোনো সন্দেহ নাই, তেৱেঁই মৃতকক নতুনকৈ জীৱিত কৰোঁতা; আৰু সকলো বস্তুৰেই ওপৰত তেওঁ মহান ক্ষমতাশালী।

৫২। আৰু আমি যদি এনে বতাহ প্ৰেৰণ কৰোঁ যাৰ ফলত সিহঁতে নিজৰ শস্যক হালধীয়া বৰণৰ দেখা পায়[৩৭] নিশ্চয় তাৰ পাছতো আল্লাৰ অকৃতজ্ঞতা সিহঁতে প্ৰকাশ কৰি থাকে।

---

৩৪। চোৱাঁ আঃ ২৪ আৰু টী।

৩৫। 'মুয্‌ৰেমীন' শব্দৰ সাধাৰণ অৰ্থ, অপৰাধীবিলাক। দ্বিতীয় অৰ্থ, যিবিলাকে আল্লাৰ লৈতে সম্বন্ধ ছিঙি পেলায় সেইবিলাক।

৩৬। যেতিয়া পৃথিৱী আধ্যাত্মিক অৰ্থত শুকান, নিৰস আৰু জৰ্‌জৰীয়া হৈ পৰে, আৰু মানুহে সময়ৰ মহাপুৰুষ ( The Man of the Hour) বিচাৰে, সময় পূৰ্ণ হোৱাৰ লগে লগে প্ৰত্যাশিত ৰচুলৰ আবিৰ্ভাৱ হয়। তেওঁৰ দ্বাৰা আল্লাই পৃথিৱীক পুনৰ্জ্জীৱিত কৰে। অহা আয়তত তাকেই কোৱা হৈছে।

৩৭। শুকাই যায় আৰু লেৰেলা পৰে।

৫৩। গতিকে যি মৃত[৩৮] তাক নিশ্চয় তুমি ঐশিক বাণী শুনাব নোৱাৰা; আৰু যিবিলাক বধিৰ[৩৯] সিহঁতকো তুমি নিজৰ উপদেশ শুনাব নোৱাৰা; চোৱাঁ, সিহঁতে কেনেকৈ পিঠি দেখুৱাই ঘূৰি যায়।

৫৪। আৰু যিবিলাক দৃষ্টিহীন[৪০] সিহঁতক তুমি বিপথৰ পৰা সুপথলৈ আনিব নোৱাৰা; যিসকলে আমাৰ নিদৰ্শনসমূহত বিশ্বাস স্থাপন কৰে আৰু তাৰ পিছত আত্মসমৰ্পণ[৪১] কৰে কেৱল সেইসকলকহে তুমি (সত্যৰ বাণী) শুনাব পাৰিবা।

## ৰুকু ৬

উত্থানৰ পাছত পতন আল্লাৰ নিয়ন্ত্ৰণ; অবিশ্বাসী-
বিলাকৰ ওজৰ গ্ৰহণীয় নহব;
অবিশ্বাসীবিলাকৰ অধৈৰ্য্য।

৫৫। তেৱেঁই আল্লা যিজনে তোমালোকক (প্ৰথমে) দুৰ্ব্বল অৱস্থাত সৃজন কৰিলে, আৰু সেই দুৰ্ব্বল অৱস্থাৰ পিছত শক্তি দান কৰিলে; আৰু শক্তি দিয়াৰ পিছত তেওঁ পুনৰায় (তোমালোকক) দুৰ্ব্বল আৰু বৃদ্ধ অৱস্থালৈ নিলে;[৪২] তেওঁৰ যেনে ইচ্ছা তেনে তেওঁ সকলো সৃষ্টি কৰে; আৰু তেওঁ সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ ক্ষমতাশালী।

৫৬। আৰু যিদিনা নিৰ্দ্ধাৰিত সময়[৪৩] পাবহি, অবিশ্বাসীবিলাকে শপত

---

৩৮। যি আধ্যাত্মিক অৰ্থত প্ৰাণহীন; যাৰ আধ্যাত্মিক মৃত্যু ঘটিছে।

৩৯। যাৰ ধৰ্ম্মৰ কথা শুনিবৰ অনুৰাগো নাই শক্তিও নাই।

৪০। যিবিলাক আধ্যাত্মিক অৰ্থত অন্ধ; সত্য যিবিলাকৰ অন্তৰ্দৃষ্টিৰ অগোচৰ

৪১। আল্লাৰ ভয় (তক্ৱা) আৰু অদৃশ্যত বিশ্বাস (ইমান বিল্ গাইব) হৈছে আধ্যাত্মিক উন্নতিৰ অঙ্কুৰ স্বৰূপ।

৪২। মানসিক, নৈতিক, আৰু আধ্যাত্মিক অৱস্থাতো এই নীতি খাটে। তাৰ উপৰি জাতীয় জীৱনত আল্লাৰ একেই বিধান চলিছে। দুৰ্ব্বল অৱস্থাৰ পৰা এটা জাতি সময়ত শক্তিশালী হৈ উঠে; তাৰ পাছত বিলাসপ্ৰিয় আৰু বিধৰ্ম্মী হৈ সেই জাতিৰেই পতন হয়।

৪৩। মহাবিচাৰৰ দিন; কিয়ামতৰ দিন।

খাই ইয়াকে কব, পৃথিৱীত সিহঁতে খন্তেকহে অৱস্থান কৰিছিল। এইদৰেই সিহঁতক (সত্যৰ পৰা) সদায় ঘূৰাই নিয়া হয়।

৫৭। আৰু যিসকলক পূৰ্ণ জ্ঞান আৰু সুদৃঢ় বিশ্বাস দান কৰা হৈছিল তেওঁলোকে (স্বীকাৰ ক.ৰ) কব, স্বৰূপতে তোমালোকে পুনৰুত্থানৰ দিনালৈকে পৃথিৱীত অৱস্থান কৰিছিলা আল্লাৰ লিখিত বিধান[৪৪] অনুসাৰে; চোৱাঁ, সেই পুনৰুত্থানৰ দিন আজি, কিন্তু তোমালোকে জনাহে নাছিলা।

৫৮। গতিকে সেই দিনা অন্যায়কাৰীবিলাকৰ ওজৰ-আপত্তি সিহঁতৰ কাৰণে লাভজনক নহব, আৰু সিহঁতৰ অনুশোচনাও গ্ৰহণীয় নহব।[৪৫]

৫৯। আৰু স্বৰূপতে মানৱৰ নিমিত্তে আমি এই কোৰানত নানা ধৰণৰ উৎকৃষ্ট উপমা বৰ্ণনা কৰিছোঁ; কিন্তু (হে মহম্মদ,) যেতিয়া তুমি সিহঁতৰ সন্মুখত যি কোনো নিদৰ্শন উপনীত কৰা, অবিশ্বাসীবিলাকে নিশ্চয় ইয়াকে কব, তোমালোকে মাথোন অসত্যৰ দাবী কৰা।

৬০। অজ্ঞানবিলাকৰ হৃদয়ত আল্লাই এইদৰেই ছাপ মাৰে।

৬১। অতএব তুমি ধৈৰ্য্য ধাৰণ কৰাঁ; নিশ্চয় আল্লাৰ প্ৰতিশ্ৰুতি সত্য; আৰু যিবিলাকৰ বিশ্বাস সুদৃঢ় নহয় সিহঁতে যেন তোমাৰ দৃঢ়তা ক্ষুণ্ণ নকৰে।[৪৬]

---

৪৪। ইচ্লামৰ মতে মৃত্যুৰ পাছতো পুনৰ্জ্জীৱিত হৈ মানুহ এটা মধ্যমীয়া জগতত থাকে। সেই জগতক 'আলমে বৰ্জখ্ বোলে। চোৱাঁ, ২৩: ১০১। ইয়াত স্পষ্টকৈ উল্লেখ হৈছে, বৰ্জখী অৱস্থাৰ বিস্তৃতি পুনৰুত্থানৰ দিনলৈকে। এই সম্বন্ধে আৰু চোৱাঁ ২৫: ৫৪; ২৭: ২১।

৪৫। যি শাস্তি সিহঁতে ভোগ কৰিব সি সিহঁতৰ প্ৰাপ্য শাস্তি। আল্লাই কোনো অন্যায় কৰা নাই। দ্বিতীয় অৰ্থ হৈছে, আল্লাৰ সন্নিধানৰ পৰা সিহঁতক আঁতৰ কৰা হব। 'উৎবা শব্দৰ মূল অৰ্থ, দুৱাৰদলি, সন্নিধান।

৪৬। (১) সিহঁতে যেতিয়া আল্লাৰ শাস্তিৰ সন্মুখীন হব, তেতিয়াহে তোমাৰ বাণীৰ সত্যতা স্বীকাৰ কৰিব। (২) হে মহম্মদ, সিহঁতৰ খেঁচালনি আৰু দম্ভালিয়ে যেন তোমাক অস্থিৰ কৰি নোতোলে; ধৈৰ্য্য ধৰি থাকাঁ।

# চুৰা ৩১

# লুক্‌মান

## মক্কাত অৱতীৰ্ণ

### ৪ ৰুকু; ৩৫ আয়ত

লুক্‌মানৰ নাম ১৩ আযতত উল্লেখ কৰা হৈছে। সেই দেখি তেওঁৰ নামেৰে এই চুৰাৰ নাম লুক্‌মান দিয়া হৈছে। তেওঁ কোন আছিল, আৰু কোন দেশৰ মানুহ আছিল এই সম্বন্ধে নানা মত প্ৰকাশ কৰা হৈছে। শ্বাহ আব্দুল্ কাদিৰ চাহেবৰ মতে লুক্‌মান দাউদৰ (আ) সমসাময়িক এজন হাব্‌শী দাস আছিল। বিদ্যা-বুদ্ধি, জ্ঞান অভিজ্ঞতাৰ নিমিত্তে তেওঁ আৰব দেশত আৰু আৰবৰ বাহিৰেও প্ৰসিদ্ধ আছিল। তেওঁ আল্লাৰ প্ৰেৰিত নবী আছিল নে নাছিল এই বিষয়েও কিছুমানে আলচ কৰিছে। বেছিভাগ তফ্‌চীৰকাৰ সকলৰ মত এই যে লুক্‌মান নবী অথবা ৰছুল নাছিল; তেওঁ এজন ধৰ্মপৰায়ণ, জ্ঞানী, অভিজ্ঞ পুৰুষ আছিল। তেওঁ নিজৰ পুতেকক যি উপদেশ দিছিল তাকে কোৰানে এই চুৰাত বৰ্ণাইছে। তাৰে বুজিব পাৰি, আল্লাৰ প্ৰতি তেওঁৰ বিশ্বাস দৃঢ় আৰু অটল আছিল। আৰু তেওঁৰ জ্ঞানপূৰ্ণ কথাবোৰত ইচ্‌লামৰ শিক্ষাৰ পূৰ্ব্বাভাস পোৱা যায়।

এই চুৰাটি মক্কা কালৰ মাজ ভাগত অৱতীৰ্ণ হৈছিল। কিছুমানে, যেনে মাৰ্মাডিওক পিক্‌থল, কয় যে দুটা আয়ত, ২৮ আৰু ২৯, মদিনাত অৱতীৰ্ণ হৈছিল। কিন্তু অধিকাংশ কোৰানবিদসকলৰ এই মত যে গোটেই চুৰাটো মক্কাত হিয্‌ৰতৰ ৫ বছৰ আগতে, হজ্‌ৰতৰ প্ৰতি প্ৰত্যাদেশ হৈছিল।

চাৰিটা ৰুকুৰ প্ৰতিটোৰে সাৰমৰ্ম ওপৰতে দিয়া হৈছে।

## ৰুকু ১

যিসকলে নমাজ আৰু জকাত পালন কৰে আৰু লোকৰ হিত সাধন কৰে সেইসকল সফলকাম; ঠাট্টা উপহাস আৰু অহঙ্কাৰ অনিষ্টকৰ; আল্লাৰ সৃষ্টিত মিছা উপাস্য-বিলাকৰ কোনো অংশ নাই।

১। পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ, লাম, মীম।

৩। জ্ঞানময় ধৰ্ম্মগ্ৰন্থৰ এইবিলাক আয়তসমূহ ;

৪। সজ কাম কৰোঁতাসকলৰ[১] নিমিত্তে পথপ্ৰদৰ্শন আৰু করুণা স্বৰূপ,

৫। যিসকলে নমাজ প্ৰতিষ্ঠিত কৰে, আৰু নিয়মিত জকাত দান কৰে ; আৰু যিসকলে পৰকালত নিশ্চিতকৈ বিশ্বাস কৰে।

৬। আৰু তেওঁলোকৰ স্থিতি নিজ প্ৰভুৱে প্ৰদৰ্শন কৰা সুপথত ; আৰু তেওঁলোকেই সফলমনোৰথ।

৭। আৰু মানুহৰ মাজত এনে ব্যক্তিও আছে যি সামান্য নিৰৰ্থক বাক্য[২] কিনি লয়, যাতে তাৰ দ্বাৰা জ্ঞান নোহোৱাকৈ লোকক আল্লাৰ পথৰ পৰা বিভ্ৰান্ত কৰিব পাৰে ; আৰু তাকে সি উপহাসৰ বয়-বস্তু বুলি জ্ঞান কৰে ; এনেবিলাকৰ কাৰণেই আছে অপমানজনক শাস্তি।

৮। আৰু যেতিয়া এনে মানুহৰ আগত আমাৰ আয়তসমূহ পাঠ কৰা হয়, সি অহঙ্কাৰ[৩] কৰি ওলটি যায় ; সি শুনিও নুশুনা যেন হয়, তাৰ কাণদুখন যেন গধুৰ। গতিকে তাক যন্ত্ৰণাদায়ক শাস্তিৰ সংবাদ জানিবলৈ দিয়া।

৯। যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰে সেইসকলৰ নিমিত্তে নিশ্চয় থাকিব বিনন্দীয়া উদ্যানসমূহ ;

১০। তাতে তেওঁলোকে স্থায়ীৰূপে বাস কৰিব, ই আল্লাৰ সত্য প্ৰতিশ্ৰুতি ; আৰু তেৱেঁই সৰ্ব্বশক্তিমান, মহা জ্ঞানী।

১১। তেওঁ যে বিনা স্তম্ভৰে আকাশমণ্ডলীক সৃজন কৰিছে তাক তুমি দেখা পাইছা ; আৰু তেৱেঁই পৰ্ব্বতসমূহ পৃথিৱীত সংস্থাপিত কৰিছে যাতে পৃথিৱী তোমালোকক লৈ নুঘুৰে,[৪] আৰু সকলো প্ৰকাৰ জীৱজন্তু তেওঁ সৃষ্টি কৰি পৃথিৱীত বিস্তৃত কৰিছে। আৰু ( চোৱা, ) আমি মেঘৰ পৰা বৰষুণ নমাইছোঁ, আৰু তাৰ দ্বাৰা পৃথিৱীত সকলো প্ৰকাৰ উৎকৃষ্ট উদ্ভিদ উৎপন্ন কৰিছোঁ।

---

১। 'এহ্চান' শব্দৰ সাধাৰণ অৰ্থ, পৰোপকাৰ কৰা, সজ কাম কৰা। হজ্ৰত ৰচুলে ( স্ব ) ভিতৰুৱা অৰ্থ এটাৰো নিৰ্দ্দেশ দিছে, আল্লাৰ উপাসনা এনে ভাৱে কৰা যেন আল্লা চকুৰ আগতেই বিৰাজমান।

২। অসাৰ তুচ্ছ কথা, বিদ্ৰুপ ধেমালিৰ কথা ; যি কথাই মনৰ পৰা আল্লা বিস্মৃত কৰে।

৩। অহঙ্কাৰ সত্য গ্ৰহণ কৰাৰ পথত ডাঙৰ অন্তৰায়। ইব্লিচে অহঙ্কাৰ কৰি কি ফল পালে ? স্বৰ্গৰ উদ্যানৰ পৰা তাৰ নিৰ্ব্বাসন হ'ল।

৪। ১৬ : ১৬। টী ১৪ দ্ৰষ্টব্য।

১২। আল্লাৰ সৃষ্টি এইৰূপ, এতিয়া আল্লাক এৰি (তোমালোকৰ) আন উপাস্যবিলাকে কি সৃষ্টি কৰিছে মোক দেখিবলৈ দিয়াঁ;[৫] নহয়, কথা এই অন্যায়কাৰী-বিলাক প্ৰত্যক্ষ ভ্ৰান্তিত পৰি আছে।

## ৰুকু ২

নিজ পুত্ৰৰ প্ৰতি লুকমানৰ উপদেশ; নিতান্ত সামান্য কামৰো প্ৰতিদান আছে; ধৰ্ম্ম-প্ৰচাৰ কামত সহিষ্ণুতা আৰু ধৈৰ্য্যৰ আৱশ্যকতা।

১৩। আৰু স্বৰূপতে লুক্‌মানক[৬] আমি প্ৰকৃত জ্ঞান দান কৰিছিলোঁ, (আৰু আদেশ দিছিলোঁ) তুমি আল্লাৰ কৃতজ্ঞতা স্বীকাৰ কৰাঁ, কিয়নো যি কৃতজ্ঞতা স্বীকাৰ কৰে সি নিজ আত্মাৰ (মঙ্গলৰ) নিমিত্তেহে কৃতজ্ঞতা স্বীকাৰ কৰে; আৰু যি (আল্লাৰ কাষত) অকৃতজ্ঞ তেন্তে (সি যেন জানে), নিশ্চয় আল্লা অভাৱহীন[৭], প্ৰশংসাৰ ভাজন।

১৪। আৰু (মনত পেলোৱাঁ) যেতিয়া লুক্‌মানে নিজ পুতেকক উপদেশ দি এইদৰে কৈছিল, হে মোৰ মৰমৰ পুত্ৰ, অইনক আল্লাৰ সমানে কেতিয়াও উপাস্য নাপাতিবা; ইয়াত কোনো সন্দেহ নাই, আল্লাৰ সমানে অইনক উপাস্য পতা গুৰুতৰ অন্যায়।[৮]

১৫। আৰু আমি মানুহক নিজৰ পিতৃমাতৃ সম্বন্ধে এই উপদেশ দান কৰিছোঁ,—তাৰ মাতৃয়ে ক্ষীণতাৰ উপৰি ক্ষীণতা সৈতে তাক (নিজ গৰ্ভত) ধাৰণ

---

৫। আল্লাৰ সৃষ্টি আৰু তাৰ বৈচিত্ৰ্য আল্লাৰ একত্ব আৰু শক্তিৰ মহৎ প্ৰমাণ। আল্লাৰ বাহিৰে অইন কোনো স্ৰষ্টা নাই।

৬। আৰব প্ৰবাদত দীৰ্ঘজীবী লুক্‌মান, জ্ঞান আৰু অভিজ্ঞতাৰ প্ৰতিৰূপ। তেওঁৰ নামেৰে এই চুৰাৰ নাম।

৭। মানুহৰ পৰা আল্লাই শলাগ নিবিচাৰে। যদি মানুহে তেওঁৰ শলাগ লয়, তেওঁ তাৰ প্ৰতি নিজ অনুগ্ৰহ বৃদ্ধিহে কৰে। চোৱাঁ, ১৪ : ৮।

৮। শিৰ্ক্ হৈছে আল্লাৰ প্ৰকৃতি অথবা গুণত অইনক সমতুল্য জ্ঞান কৰি উপাসনা কৰা। শিৰ্ক্ তৌহীদৰ একেবাৰে বিপৰীত।

কৰিছিল, আৰু দুবছৰ জুৰি তাক পিয়াহ খুওৱাইছিল—মোৰ প্ৰতি আৰু তোমাৰ পিতৃমাতৃৰ প্ৰতি কৃতজ্ঞ হৈ থাকিবা ; ( মনত ৰাখিবা ) মোৰ ফাললৈ তোমালোকৰ শেষ প্ৰত্যাবৰ্ত্তন।[৯]

১৬। আৰু যদি উভয়ে তোমাক বাধ্য কৰে[১০] তুমি যেন এনেবোৰ উপাস্য মোৰ সমানে পাতি লোৱা যাৰ সম্বন্ধে তোমাৰ একো জ্ঞান নাই, তেন্তে দুয়োৰে কথা নুশুনিবা ; কিন্তু ইহজীৱনত তেওঁলোকৰ সঙ্গী হৈ উভয়ৰ সৈতে সদ্ব্যৱহাৰ[১১] কৰিবা, আৰু সেইজনৰ পথ অনুসৰণ কৰিবা যিজনে মোৰ পিনে একান্ত মনে বাৰে বাৰে ঘূৰি আহে[১২] ; (জানিবা) অৱশেষত মোৰ ফাললৈ তোমালোক উভতি আহিবা ; তেতিয়া তোমালোকে যি কাৰ্য্য কৰিছিলা সেই সকলোবোৰ মই তোমালোকক জানিবলৈ দিম।

১৭। হে মোৰ মৰমৰ পুত্ৰ, তেনে কাৰ্য্য যদি সৰিয়হ গুটিৰ দৰে সামান্য হয়, আৰু যদি ই পৰ্ব্বতৰ শিলৰ মাজত অদৃশ্য হৈ থাকে, অথবা গগণমণ্ডলৰ মাজত নাইবা পৃথিৱীৰ কোনো অজানা ঠাইত নিহিত থাকে, তথাপি তাক আল্লাই উলিয়াই প্ৰকাশ কৰিব[১৩] ; নিশ্চয় আল্লা সূক্ষ্মদৰ্শী, সৰ্ব্বজ্ঞ।

১৮। হে মোৰ মৰমৰ পুত্ৰ, নমাজ প্ৰতিষ্ঠিত কৰিবা, আৰু লোকক সৎকাৰ্য্য কৰিবলৈ উদগনি দিবা, আৰু অসৎ কাৰ্য্য কৰিবলৈ নিষেধ কৰিবা, আৰু তোমাৰ ওপৰত আপদ-বিপদ পৰিলে ধৈৰ্য্য ধৰি থাকিবা ; নিশ্চয় সেয়ে হৈছে দৃঢ় সঙ্কল্পৰ সাধনা[১৪]।

---

৯। সাধাৰণ অৰ্থ স্পষ্ট ; পিতৃ মাতৃয়ে আমাক তুলি ডাঙৰ দীঘল কৰে। পৰমাৰ্থিক অৰ্থত, আল্লাই আমাক আধ্যাত্মিকৰূপে পৰিপুষ্ট কৰে ; তেৱেঁই আমাৰ পালনকৰ্ত্তা।

১০। দ্বিতীয় অৰ্থ, যদি উভয়ে তোমাক কষ্টত পেলাই বাধ্য কৰিবলৈ ইচ্ছা কৰে।

১১। অসৎ, অন্যায় কামত বাধ্যতাৰ স্থান নাই ; তাৰ বাহিৰে পিতৃ-মাতৃৰ সকলো কথা শুনা সন্তানৰ ধৰ্ম্ম আৰু কৰ্ত্তব্য।

১২। পুণ্যবান ধাৰ্ম্মিক মানুহ, আল্লাৰ একনিষ্ঠ সেৱক আৰু একেশ্বৰবাদী।

১৩। (১) সৰুতকৈ সৰু কাম আল্লাৰ অগোচৰ নহয় ; (২) আল্লাই ক্ষুদ্ৰ সামান্য কামৰো প্ৰতিদান দিয়ে : আমাৰ ক্ষুদ্ৰতম কামো ব্যৰ্থ নেযায়। চোৱা, ২১ : ৪৮ ; ৯৯ : শেষ আঃ।

১৪। বিশ্বাস উপাসনা দ্বাৰা দৃঢ় হয়, সেই দেখি নমাজ প্ৰতিষ্ঠিত কৰিবা ; ভাল কাম কৰিবলৈ আৰু বেয়া কামৰ পৰা বিৰত থাকিবলৈ লোকক উপদেশ দিবা। এই সত্য প্ৰচাৰ কামত যদি বিপদত পৰা, তেন্তে ধৈৰ্য্যশীল হবা। চোৱা, চুৰা ১০৩।

১৯। আৰু তুমি মানুহৰ পৰা মুখ ঘূৰাই বিৰক্তিৰ[15] ভাৱ প্ৰকাশ নকৰিবা, আৰু পৃথিৱীত ফিতাহি মাৰি নুফুৰিবা ; আল্লাই ভেম মৰা অহঙ্কাৰী মানুহক নিশ্চয় ভাল নাপায়।

২০। আৰু চলা-ফুৰা কৰোঁতে নম্ৰভাৱে খোজ কাঢ়িবা, আৰু কথা কওঁতে মৃদুভাৱে কথা কবা ; মাতৰ মাজত গাধৰ মাতেই যে অতিশয় ঘৃণাজনক ইয়াত কোনো সন্দেহ নাই।

## ৰুকু ৩

মানৱৰ প্ৰতি আল্লাৰ বাহ্যিক আৰু আভ্যন্তৰিক অনুগ্ৰহ ; প্ৰকৃত ধৰ্ম্ম আল্লাত আত্মসমৰ্পণ আৰু পৰৰ হীত সাধন ; আল্লাৰ প্ৰত্যাদেশৰ বিকাশ ; বিশ্বজগতৰ সংহতিত আল্লাৰ একত্বৰ প্ৰমাণ।

২১। তোমালোকে নেদেখা নে, আকাশমণ্ডলীত যি আছে আৰু পৃথিৱীত যি আছে সকলোবোৰকে আল্লাই তোমালোকৰ বশবৰ্ত্তী[16] কৰি দিছে, আৰু তেওঁ নিজ অনুগ্ৰহসমূহ, বাহিৰৰেই হওক বা ভিতৰৰেই হওক[17], তোমালোকৰ প্ৰতি সম্পূৰ্ণ কৰিছে ; অথচ মানৱজাতিৰ কেতবোৰে জ্ঞান[18] আৰু পথপ্ৰদৰ্শন আৰু জ্যোতিৰ্ম্ময় ধৰ্ম্মপুথিৰ অবিহনে আল্লাৰ সম্বন্ধে বাদ-বিসম্বাদ কৰে।

---

১৫। সত্য প্ৰচাৰ কৰিবৰ কামত লাগিলে সকলোৰে সৈতে প্ৰফুল্ল মনেৰে সদ্ব্যবহাৰ কৰিব লাগে, যাতে ভাল কথা শুনিবলৈ মানুহ আগ্ৰহান্বিত হয়।

১৬। আল্লাৰ সমগ্ৰ সৃষ্টি মানৱৰ উপকাৰৰ কাৰণে ; সেই দেখি সৃষ্টিৰ কোনো অংশকে, সূৰ্য্য, চন্দ্ৰ, নক্ষত্ৰ অথবা কোনো প্ৰাকৃতিক শক্তিক উপাস্যৰ স্থান দিয়া ইচ্লামে নিষিদ্ধ কৰিছে।

১৭। বাহিৰৰ অনুগ্ৰহ, প্ৰকাশ্য অনুগ্ৰহ, যেনে অটুত স্বাস্থ্য, ধন-সম্পদ, সামাজিক সম্মান পাৰিবাৰিক সুখ, ইত্যাদি ; ভিতৰৰ অনুগ্ৰহ, যেনে মানসিক, নৈতিক, আৰু আধ্যাত্মিক শক্তি লাভ।

১৮। আল্লাই দিয়া তত্ত্ব জ্ঞান ; পথ-প্ৰদৰ্শন হৈছে আত্মাৰ অন্তৰ্দৃষ্টি ; জ্যোতিৰ্ম্ময় ধৰ্ম্মপুথিয়ে নিৰ্দ্দেশ দিছে, আল্লাৰ প্ৰত্যাদেশৰ ( Divine Revelation )। প্ৰত্যাদেশৰ কথা অহা আয়তত উল্লেখ হৈছে।

২২। আৰু যেতিয়া সিহঁতক কোৱা হয়, আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰে অনুসৰণ কৰা, সিহঁতে উত্তৰ দিয়ে, নহয়, আমাৰ পিতৃপুৰুষসকলক যি কাৰ্য্য কৰা দেখা পাই আহিছোঁ আমি তাৰেহে অনুসৰণ কৰিম। কি! যদিও শয়তানে জ্বলন্ত অগ্নিৰ শাস্তিৰ ফালে সিহঁতক আহ্বান কৰে!

২৩। আৰু যিজনে আল্লাৰ প্ৰতি আত্মসমৰ্পণ কৰে, আৰু পৰোপকাৰ কৰে, স্বৰূপতে সেইজনে শকত হাতমন্বিত[১৯] খামোচ মাৰি ধৰিছে ; আৰু আল্লাৰ ফালেই সকলো কাৰ্য্যৰ পৰিণতি।

২৪। আৰু কেও যদি অবিশ্বাস কৰে তাৰ অবিশ্বাসে যেন তোমাক (হে মহম্মদ,) একো বেজাৰ নিদিয়ে, আমাৰ ফালেই সিহঁতৰ প্ৰত্যাবৰ্ত্তন : তেতিয়া সিহঁতে যি কুকাৰ্য্য কৰিছিল সমস্ত আমি সিহঁতক জানিবলৈ দিম ; বাস্তৱতে যি অন্তৰসমূহত নিহিত সকলো আল্লাই বঢ়িয়াকৈ জানে।

২৫। আমি সিহঁতক অলপ সময়লৈহে (পৃথিৱীত) সুখ সন্তোষ উপভোগ কৰিবলৈ দিম ; তাৰ পিছত সিহঁতক কঠোৰ শাস্তি ভুঞ্জিবলৈ বাধ্য কৰিম।

২৬। আৰু তুমি যদি সিহঁতক প্ৰশ্ন কৰা, আকাশমণ্ডলী আৰু পৃথিৱী কোনে সৃজন কৰিছে? সিহঁতে নিশ্চয় উত্তৰ দিব, আল্লাই (সৃজন কৰিছে)। (তেতিয়া) তুমি কবা, সকলো প্ৰশংসাৰ যোগ্য আল্লা! কিন্তু সিহঁতৰ সৰহভাগৰে এই জ্ঞান নাই।

২৭। আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে সকলোৰে গৰাকী আল্লা ; নিশ্চয় আল্লা অভাৱহীন, প্ৰশংসাৰ ভাজন।

২৮। আৰু যদি পৃথিৱীৰ সমস্ত বৃক্ষ কাপ আৰু (বিশাল) সাগৰ (কালি হয়), আৰু তাৰ লগতে আৰু সাত সমুদ্ৰ যোগ দিয়া হয়, আল্লাৰ বাক্য সমূহৰ (লিপি) কদাপি অন্ত নহয়[২০] ; নিশ্চয় আল্লা সৰ্ব্বশক্তিমান, মহজ্ঞানী।

২৯। তোমালোকৰ সৃষ্টি আৰু তোমালোকৰ পুনৰুত্থান (আল্লাৰ পক্ষে) এটি

১৯। কেতিয়াও ভাগিব নোৱৰা হাতমাৰিৰ অৰ্থ আল্লাত দৃঢ় বিশ্বাস ; চোৱা, ২ : ২৫৭।

২০। মানৱৰ সৃষ্টিৰ পৰা, বৰং তাৰো আগৰে পৰা, আল্লাৰ ইচ্ছা তেওঁৰ বাক্য দ্বাৰা পূৰ্ণ হৈছে, আৰু এই বাক্য অনন্ত। চোৱা, বা বংশাৱলী। 'আদিতে আছিল বাক্য, আৰু বাক্য আছিল ঈশ্বৰৰ লগতে, আৰু সেই বাক্য আছিল ঈশ্বৰ।'

মাত্ৰ আত্মাৰ সৃষ্টিতকৈ অধিক নহয়[২১] ; নিশ্চয় আল্লা সকলো শুনোতা, সকলো দেখোঁতা।

৩০। তুমি দেখা নাই নে, আল্লাই নিশাক দিনত পৰিণত[২২] কৰে আৰু তেৱেঁই দিনক নিশাত পৰিণত কৰে, আৰু তেৱেঁই সূৰ্য্য আৰু চন্দ্ৰক নিয়মাধীন কৰিছে, প্ৰত্যেকেই নিৰূপিত কাললৈ গতিশীল থাকে। আৰু তোমালোকে যিহকেই কৰা আল্লাই বৰ্তিয়াকৈ জানে।

৩১। এনে নিয়ন্ত্ৰণৰ কাৰণ এই, আল্লাই পৰম সত্য[২৩] আৰু সিহঁতে আল্লাক এৰি যাক আহ্বান কৰে সি অসত্য ; আৰু আল্লাই সমুন্নত, অতি মহান।

## ৰুকু ৪

সাগৰৰ ব্যৱসা-বাণিজ্যত আছে আল্লাৰ কৃপা ; আপদ-বিপদৰ পৰা ৰক্ষা কৰে আল্লাই ; পাৰ্থিব জীৱনে যেন আমাক প্ৰবঞ্চনা নিদিয়ে ; আল্লাৰ অসীম জ্ঞান।

৩২। তুমি দেখা নাই নে, সাগৰত জাহাজ চলাচল কৰে আল্লাৰ অনুগ্ৰহত,[২৪] যাতে তেওঁ নিজ নিদৰ্শনসমূহৰ কিছুভাগ তোমালোকক দেখুওৱায় ; কোনো সন্দেহ নাই, ইয়াৰ মাজত আছে প্ৰত্যেক ধৈৰ্য্যশীল, শলাগী মানুহৰ কাৰণে বহু নিদৰ্শন।

---

২১। আমি যদি সচাকৈয়ে আল্লাৰ সৃষ্টি-শক্তি উপলব্ধি কৰোঁ, সমগ্ৰ জগতৰ সৃষ্টি আৰু মানৱৰ পুনৰুত্থান স্বীকাৰ কৰা অতি সহজ হৈ পৰে। চোৱাঁ, আল্লাৰ সৃষ্টি-শক্তি সম্বন্ধে, ৩৬ : ৭৮—৮৪।

২২। বা, প্ৰবিষ্ট কৰে।

২৩। চোৱাঁ, ২২ : ৬১, ৬২। শৃঙ্খলা, সংহতি, আৰু নিয়মৰ পৰিচালনা দ্বাৰা স্পষ্টকৈ প্ৰমাণিত হয় যে আল্লা এক, পৰম সত্য। একাধিক আল্লা থকা হলে বিশ্ব-জগতৰ নিয়ন্ত্ৰণত আউল-জাউল অৱস্থা হ'ল হেতেন। চোৱাঁ, ২১ : ২২।

২৪। আৰৱবিলাক সেই সময়ত সুদক্ষ্য নাবিক আছিল, আৰু তেওঁলোকৰ অনেক দুৰণীয়া দেশ-বিদেশৰ লগত ব্যৱসা-বাণিজ্য সম্বন্ধ আছিল। ভাৰত, চুমাট্ৰা, যাভা পৰ্য্যন্ত তেওঁ-লোকৰ জাহাজ চলাচল কৰিছিল।

৩৩। আৰু যেতিয়া গভীৰ ছাঁৰ অনুৰূপ ঢৌৱে সিহঁতক আবৰি ধৰে সিহঁতে (নিৰুপায় হৈ) আল্লাৰ আগত প্ৰাৰ্থনা কৰে নিভাজ আন্তৰিকতাৰে, ধৰ্ম্মপ্ৰাণ হৈ[২৫]; কিন্তু যেতিয়া তেওঁ সিহঁতক উদ্ধাৰ কৰি উপকূললৈ আনে, সিহঁতৰ কিছুমানহে মধ্যপন্থী[২৬] হয়; আৰু যি অসজ্জাতী, অশলাগী তাৰ বাহিৰে আন কোনেও আমাৰ নিদৰ্শনসমূহ অস্বীকাৰ নকৰে।

৩৪। হে মানৱজাতি, তোমালোকে নিজ প্ৰতিপালকৰ ভয় ৰাখি চলিবা, আৰু সেই মহাদিনলৈ ভয় ৰাখিবা যিদিনা বাপেকে নিজৰ পুতেকৰ হৈ মোচন-মূল্য দিবলৈ অস্বীকাৰ কৰিব, আৰু পুতেকেও নিজৰ বাপেকৰ হৈ মোচন-মূল্য দিবলৈ নোৱাৰিব। আল্লাৰ প্ৰতিশ্ৰুতি নিশ্চয় সত্য; গতিকে সাৱধান! পাৰ্থিৱ জীৱনে যেন তোমালোকক প্ৰবঞ্চনা নিদিয়ে; আৰু সেই ভীষণ প্ৰবঞ্চকেও[২৭] যেন আল্লাৰ বিষয়ে তোমালোকক প্ৰবঞ্চনাত নেপেলায়।

৩৫। নিশ্চয় আল্লাৰ কাষতহে আছে নিৰ্দ্দিষ্ট সময় অহাৰ জ্ঞান; আৰু তেৱেঁই (আকাশৰ পৰা) বৰষুণ[২৮] নমায়, আৰু মাতৃগৰ্ভসমূহত[২৯] যি আছে তেৱেঁই জানে; আৰু কোনো আত্মাই নেজানে কাইলৈ সি (ভাল বেয়া) কি আৰ্জন কৰিব[৩০]; আৰু কোন দেশত তাৰ মৃত্যু ঘটিব[৩১] তাকো কোনো আত্মাই নেজানে; নিশ্চয় আল্লাই সৰ্ব্বজ্ঞাতা, পৰিজ্ঞাত।

---

২৫। জাহাজ আৰু তুফানৰ উপমাৰ নিমিত্তে চোৱাঁ ১০:২৩।

২৬। যি সকলো প্ৰকাৰ অতিৰিক্ততাৰ পৰা নিজকে ৰক্ষা কৰে; 'মুক্‌তছিদ্' শব্দৰ অৰ্থ আৰু দুই আয়তৰ পৰা বুজিব পাৰি। চোৱাঁ, ৫:৬৭; আৰু ৩৫:৩৩।

২৭। শয়তান; যিজনে আদিতে আদম্ (আ) আৰু হাওৱাক নিষিদ্ধ ফল খাবলৈ প্ৰতাৰিত কৰিছিল।

২৮। ৰূপক অৰ্থ, উৰ্দ্ধলোকৰ পৰা প্ৰত্যাদেশ নমায়।

২৯। ৰূপক অৰ্থ, ভৱিষ্যতৰ গৰ্ভত কি আছে কি নাই আল্লাইহে জানে; মানুহৰ সীমাবদ্ধ দৃষ্টিয়ে তালৈ ঢুকি নাপায়।

৩০। বহুতৰ আৰম্ভণি ভাল, সামৰণি বেয়া হয়। সেই দেখি আল্লাৰ আগত প্ৰাৰ্থনা কৰিব লাগে অতীততকৈ যেন আমাৰ ভৱিষ্যত অনেকগুণে ভাল হয়। চোৱাঁ, ৩:৯। চুৰা ৯৩ চোৱাঁ; আল্লাই মহম্মদক (স্ব) কৈছে, নিশ্চয় তোমাৰ জীৱনৰ প্ৰথম ভাগতকৈ শেষ ভাগ অতি উত্তম।

৩১। আৰু ক'ত কি অৱস্থাত মৃত্যু ঘটিব কোনেও কব নোৱাৰে। সেই দেখি কোৰানে এই প্ৰাৰ্থনা শিকাইছে 'হে আমাৰ প্ৰভু, পুণ্যৱান-সকলৰ মৃত্যুৰ দৰে আমাক মৃত্যু দান কৰা'। চোৱাঁ, ৩:১৯৪; ৭:১২৭। আৰু চোৱাঁ, ৩:১০৩।

# চুৰা ৩২

# আচ্-চয্দা ঃ প্ৰণিপাত

## মক্কাত অৱতীৰ্ণ

৩ ৰুকু, ৩১ আয়ত

হজ্ৰত মহম্মদৰ (স্ব) ইচ্লাম প্ৰবৰ্ত্তনৰ লগে লগে কোৰেইশ্ জাতিয়ে এটা দুৰ্ঘোৰ আন্দোলনৰ আঁয়োজন কৰিছিল, আৰু ইচ্লামৰ ফুল পাহি মুকুল অৱস্থাতেই ছিঙি পেলাবলৈ পাৰেমানে চেষ্টা কৰিছিল। ইহুদী আৰু কপটাচাৰীবিলাকেও এই আন্দোলনত যোগ দিছিল। যিসকলে একেশ্বৰবাদ নতুন ধৰ্ম্ম ইচ্লাম গ্ৰহণ কৰিছিল সেইসকলে নানা প্ৰকাৰ অসহনীয় নিৰ্য্যাতন আৰু অমানুষিক নিষ্ঠুৰতাৰ সম্মুখীন হৈছিল। ছয় সাত বছৰৰ পাছত এটা ভীষণ সঙ্কটৰ সময় আহি পৰিল। এমুঠি মুচলমানে অসংখ্য আৰব জাতি-উপজাতিৰ আক্ৰমণৰ পৰা আত্মৰক্ষা কৰিব লগীয়া হৈছিল। এনে বিপদৰ সময়ত কিছুমান মুচ্লিমৰ অন্তৰত ভীতি আৰু আশঙ্কাৰ ভাৱ উদয় হোৱাটো স্বাভাৱিক।

আগতে উল্লেখ কৰা হৈছে, এই সময়তে চাৰিটা চুৰা অৱতীৰ্ণ হৈছিল। ভাৱধাৰা প্ৰায় একেই, হজ্ৰতক (স্ব) আৰু তেওঁৰ অনুগামীসকলক আশ্বাস দিয়া, আৰু সত্যৰ জয় যে সুনিশ্চিত তাৰে ঘোষণা কৰা। এনে পৰিস্থিত নিৰাশ নহৈ যেন তেওঁলোকে সৰ্ব্বশক্তিমান আল্লাৰ আগত সাষ্টাঙ্গে প্ৰণিপাত কৰে। সেই কাৰণে এই চুৰাৰ নামো হ'ল আচ্-চয্দা, অৰ্থাৎ সাষ্টাঙ্গে প্ৰণিপাত কৰা।

## ৰুকু ১

বিশ্বজগতৰ ওপৰত আল্লাৰ অপৰিসীম ক্ষমতা ; মানৱৰ আদি
সৃষ্টি, ক্ৰম বৃদ্ধি, আৰু সৰ্ব্বাঙ্গ উন্নতি ; পৰলোকত
আৰু আল্লাৰ সাক্ষাতত বিশ্বাস।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ্, লাম, মীম[১]।

---

১। চোৰা, ২ : ২। চাৰিটা চুৰাৰ, (২৯, ৩০, ৩১ আৰু ৩২) প্ৰত্যেকটোকে, আলিফ্, লাম, মীম সংক্ষিপ্ত চিনেৰে আৰম্ভ কৰা হৈছে। অৰ্থ, ময়ে সৰ্ব্বজ্ঞাতা আল্লা। কিছুমানে আৰু এটা অৰ্থ হৈছে—মই আল্লা, যিব্ৰীল ফিৰিশ্তা দ্বাৰা, মহম্মদৰ (স্ব) প্ৰতি, এই চুৰা প্ৰত্যাদেশ কৰিছোঁ।

৩। ইয়াত কোনো সন্দেহ নাই, বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ পৰা এই গ্ৰন্থৰ (কোৰানৰ) অৱতাৰণা।

৪। সিহঁতে ইয়াকে কয় নে, মহম্মদে এই গ্ৰন্থ নিজে সাজি লৈছে; নহয়, বৰং ই তোমাৰ প্ৰভুৰ পৰা অহা সত্য; যাতে ইয়াৰ দ্বাৰা সেই জাতিক তুমি সতৰ্ক কৰিব পাৰা যাৰ প্ৰতি তোমাৰ পূৰ্ব্বে কোনো সতৰ্ককাৰী অহা নাই, সম্ভৱতঃ সিহঁতে সুপথ অৱলম্বন কৰে।

৫। তেৱেঁই আল্লা যিজনে ছয়টা[২] নিৰ্দ্দিষ্ট যুগত গগনমণ্ডল আৰু পৃথিৱী আৰু উভয়ৰ মাজত যি অৱস্থিত সকলো সৃজন কৰিলে, আৰু মহা-সিংহাসনত[৩] তেওঁ বিৰাজমান হ'ল; তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন কোনো বন্ধু নাই, আৰু (তোমালোকৰ হৈ) মধ্যস্থতা কৰোঁতাও কেও নাই; তত্ৰাচ তোমালোকে উপদেশ গ্ৰহণ নকৰিবা নে?

৬। আকাশৰ পৰা পৃথিৱীলৈকে সকলো কাৰ্য্যৰ তেৱেঁই নিয়ন্ত্ৰণ কৰে; পিছত প্ৰত্যেকটো কাৰ্য্য তেওঁৰ ফাললৈ আৰোহণ কৰিব এদিনৰ ভিতৰত, যি দিনৰ পৰিসৰ তোমালোকৰ গণনা অনুসাৰে এহেজাৰ বছৰ[৪]।

৭। তেৱেঁই অদৃশ্য[৫] আৰু প্ৰকাশ্য সকলোৰেই পৰিজ্ঞাতা, সৰ্ব্বশক্তিমান, পৰম দানশীল।

৮। সেইজনেই সকলো বস্তুকে সৃজন কৰি সুন্দৰ ৰূপ দিছে, আৰু তেৱেঁই মানৱৰ সৃষ্টিৰ আৰম্ভ কৰিছে আলতীয়া বোকা মাটিৰে।

৯। পিছত তেওঁ মানৱৰ বংশক সামান্য বীৰ্য্যৰ[৬] জুলীয়া সাৰ পদাৰ্থ দ্বাৰা সৃষ্টি কৰিলে।

---

২। চোৰা, ৭ : ৫৫, আৰু টী ৪৯। মানৱৰ সৃষ্টি ছয়টা যুগ বা অৱস্থাৰ মাজেদি পূৰ্ণ হৈছে—২৩ : ১৩—১৫। মানৱৰ আধ্যাত্মিক উন্নতিৰো ছয়টা স্তৰ সুফীসকলে নিৰ্ণয় কৰিছে;

৩। বিশ্বজগতত আল্লাৰ ক্ষমতাৰ বিস্তাৰ হ'ল। ৭ : ৫৫ : ৫০; ১৩ : ৩।

৪। বিশ্বজগত আল্লাৰ নিয়ন্ত্ৰণৰ অধীন। এই বিশ্বব্যাপী নিয়ন্ত্ৰণৰ আদি আল্লা, আৰু অন্তও আল্লা; সকলো কাৰ্য্যৰ আৰম্ভ তেওঁৰ পৰা আৰু সামৰণি তেওঁতেই। চোৰা, ৩৪ : ৩, ৫৭ : ৪; ৭০ : ৪।

৫। যাক বিজ্ঞানে ঢুকি পায় আৰু যি মানৱৰ জ্ঞানৰ অতীত সকলোকে আল্লাৰ জ্ঞানে আগুৰি ধৰিছে।

৬। চোৰা, ৭৭ : ২১-২৩, ৮৬ : ৬-৮ য'ত তাকে মাইন্ দাফিক্বিম্বোলা হৈছে।

১০। তাৰ পিছত তেওঁ মানৱক অঙ্গ-প্ৰত্যঙ্গৰ পূৰ্ণ ৰূপ দান কৰিলে, আৰু নিজৰ নিশ্বাসেৰে নিজৰেই আত্মা প্ৰবিষ্ট কৰিলে[৭] তাৰ শৰীৰৰ অভ্যন্তৰত; আৰু তেৰেঁই তোমালোকৰ নিমিত্তে ( শুনিবলৈ ) কাণ, ( দেখিবলৈ ) চকুবোৰ, আৰু ( বোধ কৰিবলৈ ) অন্তৰসমূহ দান কৰিলে; ( অথচ ) তোমালোকে তেওঁৰ নিচেই অলপহে শলাগ লোৱা।

১১। আৰু সিহঁতে কয়, কি! মাটিত আমি বিলীন হৈ যোৱাৰ পাছতো সচাঁকৈয়ে আমাৰ নতুন সৃষ্টি হব পাৰে নে? নহয়, সিহঁত নিজ প্ৰভুৰ সাক্ষাত সম্বন্ধে অবিশ্বাসী[৮]।

১২। ( হে মহম্মদ, ) তুমি কোৱাঁ, যিজন ফিৰিশ্‌তাক তোমালাকৰ প্ৰাণ প্ৰযাণৰ কাৰণে নিয়োজিত কৰা হৈছে তেওঁ তোমালোকৰ মৃত্যু ঘটাব; শেষত তোমালোকক নিজ প্ৰভুৰ ওচৰলৈ ওভতাই নিয়া হব।

## ৰুকু ২

বিপথগামীবিলাক শাস্তিৰ ভাজন; প্ৰকৃত বিশ্বাসীৰ মন শান্তিময়; অবাধ্যবিলাক পৃথিৱীতে জ্বলন্ত অগ্নিত দগ্ধ হয়।

১৩। আৰু তুমি যদি দেখা পালাহেতেন, যেতিয়া অপৰাধীবিলাকে সিহঁতৰ প্ৰভুৰ সম্মুখত নিজৰ মূৰ বোৰ দোৱাঁই ( কব ধৰিব ), হে আমাৰ প্ৰভু, আমি এতিয়া ( সত্য ) দেখিবলৈ আৰু শুনিবলৈ পাইচোঁ, গতিকে আমাক ( পৃথিৱীলৈ ) উভতি যাবলৈ দিয়া; আমি সজ কাম কৰিম; ( এইবাৰ ) আমি নিশ্চিতকৈ বিশ্বাস স্থাপনকাৰী হৈছোঁ।

১৪। আৰু আমি ইচ্ছা কৰা হলে, প্ৰত্যেক আত্মাকেই তাৰ সফলতাৰ[৯] পথ নিশ্চয় প্ৰদৰ্শন কৰিলোঁহেতেন; কিন্তু মোৰ মীমাংসা-বাক্য সত্য প্ৰমাণিত হ'ল[১০]; অৱশ্যে মই যিন্ আৰু মানুহক একেলগ কৰি নৰক পৰিপূৰ্ণ কৰিম।

---

৭। চোৱাঁ, ১৫ : ৩০ আৰু টী।

৮। পৰলোকত আৰু আল্লাৰ সন্দৰ্শনত বিশ্বাস হৈছে ইচ্‌লামৰ মূলমন্ত্ৰ।

৯। আধ্যাত্মিক সফলতা, আৰু তাৰ ফলস্বৰূপ পাৰ্থিৱ জীৱনৰ সফলতা।

১০। যিবিলাকে অসৎ কৰ্ম্ম কৰে সিহঁতৰ জীৱন অসাৰ্থক, এয়ে আল্লাৰ মীমাংসা।

১৫। গতিকে যিহেতু তোমালোকে আজিৰ দিনৰ সাক্ষাত হোৱাৰ কথা পাহৰি আছিলা ( এতিয়া শাস্তিৰ ) সোৱাদ লোৱাঁ ; আমিও নিশ্চয় তোমালোকক অৱজ্ঞা কৰিছোঁ ; আৰু তোমালোকে যি কাৰ্য্য কৰিছিলা তাৰ বাবে স্থায়ী শাস্তিৰ সোৱাদ লোৱাঁ।

১৬। আমাৰ নিদৰ্শনসমূহত কেৱল সেইসকলেহে বিশ্বাস স্থাপন কৰে যিসকলে, যেতিয়া তেওঁলোকক সেই নিদৰ্শনসমূহ সোঁৱৰাই দিয়া হয়, মাটিত পৰি ( আল্লাক ) সাষ্টাঙ্গে প্ৰণিপাত কৰে, আৰু প্ৰশংসাৰে সৈতে নিজ প্ৰভুৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰে ; আৰু সেইসকলে কদাপি অহঙ্কাৰ নকৰে। [ অনবয় জন্ম্ দা· ]

১৭। শয্যাবোৰৰ পৰা তেওঁলোকৰ পাৰ্শ্বসমূহ নিলগে থাকে[১১] ; তেওঁলোকে আতঙ্ক আৰু আশাৰ মনোভাৱলৈ নিজ প্ৰভুৰ প্ৰাৰ্থনাত মগ্ন থাকে আৰু যি সম্বল আমি তেওঁলোকক দান কৰিছোঁ তাৰে পৰা ( পুণ্য কামত ) ব্যয় কৰে।

১৮। আৰু তেওঁলোকে যি সজ কাম কৰিছিল তাৰ প্ৰতিদান স্বৰূপ নয়নসমূহৰ ( প্ৰতিশ্ৰুত ) শীতলতা[১২] যে তেওঁলোকৰ পৰা এতিয়া অদৃশ্য, তাৰ জ্ঞান কোনো আত্মাৰেই নাই।

১৯। যিজন বিশ্বাসস্থাপনকাৰী তেওঁ সেইজনৰ সদৃশ নে যি ( আল্লাৰ ) বিৰুদ্ধাচাৰী ? দুয়ো কেতিয়াও সমতুল্য হব নোৱাৰে[১৩]।

২০। যিসকলে বিশ্বাস কৰিছে আৰু সজ কাম কৰিছে সেইসকলৰ আশ্ৰয়স্থল হব স্বৰ্গৰ উদ্যানসমূহ ; তেওঁলোকে যি ( সজ কাম ) কৰিছিল তাৰ বাবে ই ( আল্লাৰ ) আতিথ্য[১৪] স্বৰূপ।

১১। নিশা আল্লা প্ৰেমীসকলৰ টোপনি নিচেই কম। তেওঁলোকে নিৰ্জনে আল্লাক স্মৰণ কৰিবলৈ ভাল পায়। নফল্ আৰু তহয্যুদৰ নমাজ দীঘলীয়াকৈ পঢ়ে। হজ্ৰতৰ (ছ) সম্বন্ধে হদীছ আছে, তেওঁ নিশা নমাজত ইমান পৰলৈ থিয় দিছিল যে তেওঁৰ ভৰি দুখন ফুলি উঠিছিল।

১২। অৰ্থাৎ মনৰ শান্তি আৰু আনন্দ। তাকে কোৰানৰ ভাষাত প্ৰাপ্য নয়নৰ শীতলতা বোলে।

১৩। আল্লাৰ প্ৰেমিক সকলে সদায় অপূৰ্ব্ব সুখ-শান্তি অনুভৱ কৰে, কিন্তু আল্লাৰ অবাধ্যবিলাকৰ অন্তৰত বিক্ষোভ আৰু আক্ষেপৰ জুই জ্বলি থাকে। অহা দুই আয়তত অৱস্থাৰ পাৰ্থক্য স্পষ্টকৈ বুজাই দিয়া হৈছে।

১৪। চোৱাঁ, ৩ : ১৯৯ ; ৪১ : ৩৩। কিন্তু চুৰা ১৮, আঃ ১০৩ চোৱাঁ, য'ত ভিন্ন অৰ্থত নৰকৰ অগ্নিকো আল্লাৰ আতিথ্য বোলা হৈছে।

২১। কিন্তু যিবিলাকে বিৰোধিতা কৰিছিল সিহঁতৰ আশ্ৰয়স্থল হব নৰকৰ অগ্নি ; যেতিয়াই তাৰ পৰা সিহঁত ওলাই আহিবলৈ উদ্যত হব, সিহঁতক পুনৰায় তাৰ ভিতৰলৈ ওলটাই নিয়া হব, আৰু সিহঁতক কোৱা হব ; যি নৰকৰ অগ্নিৰ শাস্তিক তোমালোকে আগতে মিছা বুলি ভাবিছিলা তাৰেই (আজি) সোৱাদ লোৱাঁ।

২২। আৰু (পৰলোকৰ) ডাঙৰ শাস্তিৰ উপৰি সিহঁতক আমি নিশ্চয় ওচৰৰ (ইহলোকৰ) শাস্তিৰো সোৱাদ লবলৈ দিম, হব পাৰে সিহঁত (সুপথলৈ) ঘূৰি আহে।

২৩। আৰু সেই জনতকৈ কোন অধিক অন্যায়কাৰী যি তাৰ প্ৰভুৰ নিদৰ্শনসমূহ সোঁৱৰাই দিয়াতো সেইসমূহৰ পৰা বিমুখ হয় ; আমি (নিশ্চয় আমাৰ) অপৰাধীবিলাকক সিহঁতৰ প্ৰাপ্য শাস্তি দিম।

## ৰুকু ৩

হজ্‌ৰত মুচা (আ) আৰু হজ্‌ৰত মহম্মদৰ (স্ব) মাজত
ঘনিষ্ঠ সাদৃশ্য ; তৌৰাত আৰু ইন্‌যীলৰ
সমৰ্থক আৰু পূৰ্ণকাৰক কোৰান।

২৪। আৰু স্বৰূপতে আমি মুচাক ধৰ্ম্মপুথি দান কৰিছিলোঁ ; এতেকে (হে মহম্মদ,) সেই পুথি পোৱা সম্বন্ধে কোনো সন্দেহত নপৰিবা[১৫] ; আৰু আমি সেই ধৰ্ম্মপুথিখন ইস্ৰাইলৰ সন্তান-সন্ততিৰ নিমিত্তে পথপ্ৰদৰ্শনৰূপে স্থিৰ কৰিছিলোঁ।

২৫। আৰু তেওঁলোকে যে ধৈৰ্য্য ধাৰণ কৰিছিল তাৰ বাবে তেওঁলোকক আমাৰ আদেশ মতে পথ প্ৰদৰ্শন কৰিবৰ কাৰণে তেওঁলোকৰ (বনি ইস্ৰাইলৰ) মাজৰে পৰা জনচেৰেক ধৰ্ম্ম নেতা[১৬] নিয়োজিত কৰিছিলোঁ ; আৰু তেওঁলোকে আল্লাৰ নিদৰ্শনসমূহত নিশ্চিতকৈ বিশ্বাস স্থাপন কৰিছিল।

---

১৫। আমি মুচাক (আ) যেনেকৈ বিধানমূলক ধৰ্ম্মপুথি তৌৰাত দান কৰিছিলোঁ, তেনেকৈ তোমাকো বিধান-লিপি কোৰান দান কৰিছোঁ। মুচাৰ (আ) তৌৰাত আৰু ঈচাৰ (আ) ইন্‌যীলত যি অসম্পূৰ্ণ হৈ গৈছিল তাক ই সম্পূৰ্ণ কৰিছে। চোৱাঁ, ১৬ : ৯০ ; ১৭ : ৯০। এই প্ৰসঙ্গত চুৰা ৫, ৰুকু ৭ অধ্যয়ন কৰিব লগীয়া।

১৬। তৌৰাতৰ শিক্ষা বিস্তাৰ কৰিবৰ অৰ্থে মুচাৰ (আ) পাছত অনেক বহুল প্ৰেৰিত হৈছিল (২ : ৮৯)। তেওঁলোকক এই আয়তত 'আইম্মা' (নেতা সকল) বোলা হৈছে।

২৬। যি বিষয়লৈ সিহঁতে পৰস্পৰ বিৰোধ কৰিছিল সেই সম্বন্ধে পুনৰুত্থানৰ দিনা সিহঁতৰ মাজত তোমাৰ প্ৰভুৱে বিচাৰ কৰিব।

২৭। আমি যে সিহঁতৰ পূৰ্ব্বে কত জাতিকে ধ্বংস কৰিছিলোঁ, যিবিলাকৰ বাসস্থানসমূহত সিহঁতে ( এতিয়া ) ফুৰা চকা কৰে, এনে অৱস্থাই সুপথে চলিবলৈ সিহঁতক সহায় নকৰে নে ? কোনো সন্দেহ নাই, ইয়াৰ মাজত অৱশ্যে আছে বহু নিদৰ্শন ; তথাপি সিহঁতে ( উপদেশত ) কাণ নিদিয়ে নে ?

২৮। সিহঁতে দেখা পোৱা নাই নে, আমি কেনেকৈ শুকান অনুৰ্ব্বৰ মাটিত প্যানী প্ৰবাহিত কৰোঁ[১৭] ; আৰু তাৰ দ্বাৰা নানাবিধ শস্য উৎপাদন কৰোঁ ; সিহঁতৰ ঘৰচীয়া জন্তুবোৰে, আৰু সিহঁতে নিজেও তাৰে পৰা আহাৰ কৰে ; তথাপি সিহঁতে এইবোৰ লক্ষ্য নকৰে নে ?

২৯। আৰু সিহঁতে ইয়াকে কয়, সেই মীমাংসাৰ[১৮] সময় কেতিয়া আহিব কোৱাঁ, যদিহে তোমালোক সত্যবাদী।

৩০। তুমি কোৱাঁ, সেই ( প্ৰতিশ্ৰুত ) মীমাংসাৰ দিনালৈ অবিশ্বাসীবিলাকে সিহঁতৰ বিশ্বাস-স্থাপন স্থগিত ৰখাটো সিহঁতৰ পক্ষে লাভজনক নহব ; আৰু সিহঁতক অৱসৰো দিয়া নহব।

৩১। গতিকে সিহঁতৰ পৰা ( হে মহম্মদ, ) তুমি আঁতৰি থাকিবা, আৰু ( শেষ পৰ্য্যাৰ ) অপেক্ষা কৰি থাকা ; অৱশ্যে সিহঁতেও অপেক্ষা কৰি থাকিব।

---

সেইদৰে কোৰান শিক্ষা মানৱৰ মাজত পৰিচালিত কৰিবৰ কাৰণে আল্লাই প্ৰত্যেক শতাব্দীত একোজন মুযদ্দিদ্ প্ৰেৰণ কৰে ; আৰু সেইজনেই সেই সময়ৰ ইমাম। আইম্মা ইমামৰ বহুবচন।

১৭। ৰূপক অৰ্থ, আল্লাৰ প্ৰত্যাদেশে মানৱক আধ্যাত্মিক জীৱন দিয়ে। আৰু ধৰ্ম-ভাৱৰে অনুপ্ৰাণিত কৰে।

১৮। সাধাৰণ মানেও লব পাৰি, অসত্যৰ বিৰুদ্ধে সত্যৰ বিজয়ৰ দিন।

# চুৰা ৩৩

## আল্-আহ্জাব ঃ মিত্ৰজাতিপুঞ্জ

### মদিনাত অৱতীৰ্ণ

৯ ৰুকু ; ৭৪ আয়ত

আল্-আহ্জাব শব্দ ২১ আয়তত ব্যৱহাৰ কৰা হৈছে ; আৰু এই চুৰাটিৰ নামকৰণ হ'ল আল্-আহ্জাব, অৰ্থাৎ সম্মিলিত জাতি উপজাতিৰ দলসমূহ। এই চুৰা যে হিয্ৰী চতুৰ্থ বছৰত অৱতীৰ্ণ হৈছিল ইয়াত কোনো সন্দেহ নাই।

ইয়াৰ আগতে বহুত ঠাইত উল্লেখ কৰা হৈছে আৰবৰ প্ৰতাপী সমৃদ্ধিশালী কোৰেইশ্ জাতি ইচ্লাম প্ৰবৰ্ত্তন আৰু প্ৰচাৰৰ ঘোৰ বিৰোধী আছিল। ইয়াৰ কাৰণ এই, তেওঁলোকে ভালকৈ বুজিব পাৰিছিল যে তৌহীদৰ (এক ঈশ্বৰবাদ) নতুন ধৰ্ম্ম ইচ্লাম স্থাপিত হলে এনে এটা প্ৰবল জাতি ভ্ৰাতৃত্ব, সৌহাদ্য, আৰু সাম্যতাৰ ভেটিৰ ওপৰত গঢ়ি উঠিব, যাৰ বিৰুদ্ধে থিয় দিবলৈ মিত্ৰদল সমূলি অপাৰগ হব, আৰু আৰব দেশত কোৰেইশৰ বহুকলীয়া প্ৰভাৱ ক্ষুণ্ণ হব, আৰু আল্লাৰ প্ৰাচীন ঘৰ ক'বা শ্বৰীফৰ তত্ত্বাবধানৰ ভাৰ নবধৰ্ম্মাৱলম্বী সকলৰ প্ৰতি হস্তান্তৰ হব।

হজ্ৰতৰ (স্ব) তেৰ বছৰ জুৰি মক্কাযুগত কোৰেইশৰ কঠোৰ নিৰ্য্যাতন আৰু নিষ্ঠুৰ উৎপীড়ন অসহনীয় হোৱাত মদিনাবাসী মুচ্লিমসকলে আগ্ৰহৰে আহ্বান কৰাত হজ্ৰত (স্ব) আৰু তেওঁৰ অনুগামী সকলে মক্কা ত্যাগ কৰি মদিনালৈ গৈ তাতে আশ্ৰয় লবলৈ বাধ্য হ'ল।

এনে অৱস্থাতো কোৰেইশ্ ক্ষান্ত নহল বৰং তেওঁলোকৰ বিৰোধিতা আৰু বেচি তীব্ৰ হৈ পৰিল। তেওঁলোকে যুদ্ধ কৰিবলৈ আৰু মদিনা আক্ৰমণ কৰিবলৈ যো-জা কৰিলে। প্ৰথমে বদৰৰ যুদ্ধত, তাৰ পাছত উহদৰ যুদ্ধত কোৰেইশ্ পৰাস্ত হ'ল। আৰু তেওঁলোকৰ কেইবাজন ঘাই নেতা আৰু বহুসংখ্যক সৈন্য নিহত, আহত হ'ল। কিন্তু তেওঁলোকে উদ্যম আৰু উৎসাহ অটুট ৰাখি আৰবৰ মৰুবাসীবিলাকক উত্তেজিত কৰিলে। সেইবিলাকৰ সৈতে, ইচ্লামক নিৰ্ম্মূল কৰিবৰ উদ্দেশ্যে, এটা চুক্তি স্থাপন কৰিলে। কেইবাটা প্ৰসিদ্ধ উপজাতিয়ে এই মহা চক্ৰান্তত যোগ দিলে, যেনে, বনুগত্বফান, ফেযাৰা, চুলেইম, বণি আশ্ৰা, বনি মুৰ্ৰা ইত্যাদি। আৰু যি ইহুদী বনি-নজীৰক বিশ্বাসঘাতকতাৰ দোষত নিৰ্ব্বাসিত কৰা হৈছিল সিহঁতে, আৰু মদিনাবাসী ইহুদী বনি কোৰেইজাই ৰণত যোগদান কৰিলে। বনি-কোৰেইজাক চুক্তি ভঙ্গ

কৰি শত্রু দলক সহায়তা কৰাৰ কাৰণে যি শাস্তি দিয়া হৈছিল তাৰ কথা ২৭ আয়তত উল্লেখ হৈছে। মিত্রদলৰ সংখ্যা ১০,০০০ আছিল, আৰু মাত্র ১,০০০ মুচ্‌লিমে সিহঁতৰ বিপক্ষে অদম্য উৎসাহ আৰু দৃঢ় বিশ্বাসেৰে ৰণলৈ ওলাই মদিনা নগৰী ৰক্ষা কৰিবলৈ প্রস্তুত হল। ফলত শত্রুদল আল্লাৰ অলৌকিক সহায়েৰে পৰাজিত হৈ ৰণক্ষেত্রৰ পৰা পলাল।

যুদ্ধত পৰাজিত হৈয়ো কোৰেইশে অইন অস্ত্র ব্যৱহাৰ কৰিবলৈ মন মেলিলে। তেওঁলোকে ব্যাপকৰূপে হজ্‌ৰত (স্ব) আৰু তেওঁৰ পৰিবাৰবর্গৰ সম্বন্ধে নানা মিছা অপবাদ ৰটাবলৈ ধৰিলে আৰু তেওঁলোকৰ মান-মর্য্যাদাত আঘাত কৰিলে। এই সম্বন্ধে ৰুকু ৫, ৬, আৰু ৮ চাব লগীয়া। শত্রুৰ এই নিকৃষ্ট চেষ্টাও সমূলি ব্যর্থ হল।

## ৰুকু ১

ধর্ম্মগুৰু হজ্‌ৰত ৰচুল (স্ব) বিশ্বাসীসকলৰ পিতা, তেওঁৰ পত্নীসকল
মাতা; ইচ্‌লামে স্নেহাৰৰ নিষ্ঠুৰ প্রথা ৰহিত কৰিলে;
তুলি লোৱা লৰা নিজৰ পুত্রৰ দৰে
উত্তৰাধিকাৰী হব নোৱাৰে।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। হে নবী (মহম্মদ), আল্লালৈ ভয় ৰাখিবা, আৰু অবিশ্বাসীবিলাকৰ আৰু কপটাচাৰীবিলাকৰ কথা নুশুনিবা; নিশ্চয় আল্লা সর্ব্বজ্ঞাতা, শ্রেষ্ঠ জ্ঞানী।

৩। আৰু তোমাৰ প্রতি তোমাৰ প্রভুৰ পৰা যি প্রত্যাদেশ হৈছে[১] তাৰে অনুসৰণ কৰা; তোমালোকে যি কার্য্যকে কৰা সেই বিষয়ে আল্লা নিশ্চয় পৰিজ্ঞাত;

৪। আৰু তুমি আল্লাৰেই ওপৰত নির্ভৰ[২] কৰি থাকিবা, কিয়নো কার্য্য-নির্ব্বাহক স্বৰূপ আল্লাই যথেষ্ট।

১। অর্থাৎ কোৰান মজীদ।

২। আল্লাৰ ওপৰত নির্ভৰশীল হোৱাৰ অর্থ এই, কার্য্য সম্পন্ন কৰিবৰ কাৰণে আল্লাই যি উপায় আৰু সংস্থান আমাক দিছে তাকে সুচাৰুৰূপে অৱলম্বন কৰি আল্লাৰ ওপৰত সুফলৰ নিমিত্তে নির্ভৰ কৰা। হজ্‌ৰতে (স্ব) কৈছে, 'আল্লাৰ ওপৰত নির্ভৰ কৰিবা আৰু নিজৰ উটকো জৰিৰে বান্ধি ৰাখিবা।'

৫। কোনো পুৰুষৰ নিমিত্তে তাৰ বুকুৰ ভিতৰত আল্লাই দুটা[৩] হৃদয় সৃষ্টি কৰি দিয়া নাই ; আৰু তোমালোকে নিজৰ যি পত্নীবিলাকক মাতৃ বুলি সম্বোধন কৰি ( কিছু কালৰ নিমিত্তে ) বৰ্জ্জন[৪] কৰা, আল্লাই সিহঁতক তোমালোকৰ প্ৰকৃততে মাতৃ কৰা নাই ; আৰু ( সেই দৰে ) তোমালোকে তুলি লোৱা পুত্ৰবিলাককো তেওঁ প্ৰকৃতপক্ষে তোমালোকৰ পুত্ৰ কৰা নাই[৫] ; ই তোমালোকৰ মুখবোৰৰ পৰা ওলোৱা কথা মাথোন ; কিন্তু আল্লাই যি সত্য তাকে ব্যক্ত কৰে, আৰু তেৱেঁই সঠিক পথ প্ৰদৰ্শন কৰে।

৬। সিহঁতৰ পিতৃবিলাকৰ নাম লৈ সিহঁতক আহ্বান কৰিবা ; এয়ে আল্লাৰ ওচৰত অধিক ন্যায়সঙ্গত ; কিন্তু যদি সিহঁতৰ পিতৃবিলাকক তোমালোকে নাজানা, তেন্তে ধৰ্ম্মত সিহঁত তোমালোকৰ ভাই-ককাই আৰু তোমালোকৰ বন্ধু ; আৰু এই বিষয়ে তোমালোকৰ যি ভুল-ভ্ৰান্তি আগতে হৈ গৈছে তাৰ বাবে তোমালোকৰ দোষ ধৰা নহব ; কিন্তু যদিহে তোমালোকৰ অন্তৰসমূহে জানি-শুনি এনে কাৰ্য্য কৰিবলৈ উদগনি দিয়ে ( তেন্তে তোমালোক নিশ্চয় দোষী ); বাস্তৱিকতে আল্লা শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

৭। বিশ্বাসীসকলৰ নিমিত্তে এই নবী জন ( মহম্মদ ) নিজতকৈয়ো অধিক প্ৰিয়, আৰু তেওঁৰ সহধৰ্ম্মিণীসকল তেওঁলোকৰ মাতৃসকলৰ তুল্য ; আৰু যিবিলাকৰ লগত বংশৰ সংস্পৰ্ক থাকে, আল্লাৰ বিধান-লিপি মতে, বিশ্বাসীসকল আৰু দেশত্যাগীসকলতকৈয়ো সিহঁতক ইজন সিজনৰ ( বেচি ওচৰ[৬] ), কিন্তু যদি তোমালোকে

৩। আল্লাত বিশ্বাস স্থাপন কৰিলে শয়তানক পৰিহাৰ কৰিব লাগিব ; সত্যক গ্ৰহণ কৰিলে অসত্যক এৰিব লাগিব।

৪। ইচ্‌লামৰ পূৰ্ব্বে আৰববিলাকৰ মাজত 'জেহাৰ' নামেৰে অভিহিত এটা নিষ্ঠুৰ প্ৰথা প্ৰচলিত আছিল। স্ত্ৰীক বৰ্জ্জন কৰিবলৈ স্বামীয়ে স্ত্ৰীক মাত্ৰ এই এষাৰ কথা কব, আজিৰ পৰা তুমি মোৰ মাতৃ হলা। কোৱা মাত্ৰ স্বামী-স্ত্ৰীৰ সম্বন্ধ ছিগি যায়। কিন্তু স্ত্ৰীয়ে ঘৰ এৰি যাব নোৱাৰে আৰু আনক বিবাহ কৰিবও নোৱাৰে। এই অসঙ্গত প্ৰথা ইচ্‌লামে তুলি দিলে, আৰু উচিত প্ৰায়শ্চিত্তৰ পিছত স্বামী-স্ত্ৰীৰ পুনৰ্মিলনৰ ব্যৱস্থা কৰিলে। এই ব্যৱস্থা সম্বন্ধে চোৱা, চুৰা ৫৮, ৰুকু ৩।

৫। ইচ্‌লামৰ পূৰ্ব্বে আৰববিলাকে পোষ্যপুত্ৰক আপোন পুতেকৰ বহুখিনি স্বত্ব দিছিল। ইচ্‌লামে এনে অযথা স্বত্বক স্বীকৃতি দিয়া নাই।

৬। চোৱা, ৮ : ৭৬ টী ৭২। দেশত্যাগী মুহাযেৰীন আৰু সহায়কাৰী আন্‌ছাৰ ধৰ্ম্মত অৱশ্যে ভাই ককাই ; কিন্তু তেজ-মঙহৰ আত্মীয়তাৰ স্বত্ব অক্ষুণ্ণ। নিজ ইচ্ছাৰে ইজনে সিজনক কিছু দান কৰিলে কোনো বাধা নাই।

বন্ধুৰূপে কাৰো প্ৰতি বিশেষ অনুগ্ৰহ কৰা তাত দোষ নাই; এই বিধান ধৰ্ম্মগ্ৰন্থত লিপিবদ্ধ।

৮। আৰু (স্মৰণ কৰা) আমি চুক্তি[৭] গ্ৰহণ কৰিছিলোঁ নবীসকলৰ পৰা আৰু স্বয়ং তোমাৰ পৰা, আৰু নুহ আৰু ইব্ৰাহিম আৰু মুচা আৰু মৰয়মৰ পুত্ৰ ঈচাৰ পৰা; আৰু সেইসকলোৰে পৰা আমি গ্ৰহণ কৰিছিলোঁ দৃঢ় চুক্তি;

৯। যাতে সত্যপৰায়ণসকলক তেওঁলোকৰ সত্যপৰায়ণতা সম্বন্ধে আল্লাই (এদিন) প্ৰশ্ন কৰিব। আৰু অবিশ্বাসী, চুক্তি ভঙ্গ কৰোঁতাবিলাকৰ নিমিত্তে তেওঁ প্ৰস্তুত ৰাখিছে যন্ত্ৰণাদায়ক শাস্তি।

## ৰুকু ২

মদিনা অবৰোধ আৰু খাৰৈৰ যুদ্ধ; কপটাচাৰী-
বিলাকৰ বিশ্বাসঘাতকতা; অলৌকিক
সহায়ৰ ফলত শত্ৰুদলৰ পৰাজয়।

১০। হে বিশ্বাসীসকল, তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ স্মৰণ কৰা, যেতিয়া সৈন্যদল[৮] (আক্ৰমণ কৰিবৰ অৰ্থে) তোমালোকৰ ওচৰ পাইছিল, তেতিয়া

---

৭। চোৰা ৩: ৮২ আৰু টী। সেই চুক্তি অনুযায়ী নবীসকলে সত্য প্ৰচাৰ কৰিবৰ ভাৰ গ্ৰহণ কৰিলে, আৰু মানুহক সুপথ প্ৰদৰ্শন কৰিবৰ গুৰুতৰ দায়িত্ব নিজৰ কান্ধত ল'লে। সেই দায়িত্ব পালন সম্বন্ধে আল্লাই তেওঁলোকক শেহ দিনত প্ৰশ্ন কৰিব।

৮। গড়-খাৰৈৰ যুদ্ধ (Battle of the Ditch) পঞ্চম হিয্‌ৰীত হৈছিল। বদৰ আৰু ওহদৰ যুদ্ধত পৰাজিত হৈ কোৰেইশ্‌বিলাকে মুচ্‌লিমসকলৰ বিৰুদ্ধে এই মহাযুদ্ধৰ আয়োজন কৰিছিল। আৰু ইচ্‌লামৰ শত্ৰু জাতি-উপজাতি বিলাকক লৈ এটা বিৰাট মিত্ৰদল গঢ়িছিল। শক্তিশালী ইহুদী সম্প্ৰদায় বনি-নজীৰ আৰু বনি-কুৰেইজায়েও যোগদান কৰিছিল। তাৰ উপৰি মদিনাৰ কাপটাচৰীবিলাকেও তলে তলে শত্ৰুদলক সহায় কৰিছিল। শত্ৰু সৈন্যবাহিনীৰ সংখ্যা দহ হাজাৰ, আৰু বিশ্বাসী মুচ্‌লিম সকলৰ সংখ্যা মাত্ৰ এহেজাৰ। এই অৱস্থাত মদিনা নগৰ ৰক্ষা কৰা অতি কঠিন হৈ পৰিছিল। চলমান ফাৰ্‌চী নামে এজন ইৰাণী ৰণদক্ষ নব-মুচ্‌লিমে পৰামৰ্শ দিলে মদিনাৰ চাৰিওফালে এটা দীঘলকৈ গড়্‌-খাৰৈ খান্দিবলৈ; তাকে কৰা হ'ল। সেই কাৰণে এই যুদ্ধক গড়্‌-খাৰৈৰ যুদ্ধ বোলা হয়।

আমি সিহঁতৰ বিপক্ষে ধূমুহা[৯] বতাহ প্ৰেৰণ কৰিলোঁ আৰু লগতে এনেবোৰ সৈন্যদলকো যিবিলাক তোমালোকৰ অগোচৰ আছিল ; বাস্তৱতে তোমালোকে যিহকে কৰা আল্লাই তাক নিৰীক্ষণ কৰে।

১১। (সেই সঙ্কটৰ সময় স্মৰণ কৰাঁ) যেতিয়া সিহঁত তোমালোকৰ ওপৰেদি আৰু তোমালোকৰ তলেদি[১০] তোমালোকৰ ওচৰ পাইছিল ; আৰু যেতিয়া (তোমালোকৰ) চকুবোৰ ওলটি গৈছিল আৰু অন্তৰসমূহ ডিঙিৰ ওচৰ পাইছিলহি[১১] আৰু আল্লাৰ সম্বন্ধে তোমালোকে নানা প্ৰকাৰ অযথা[১২] অনুমান কৰিব লাগিছিলা।

১২। এনে বিপদৰ অৱস্থাত বিশ্বাসীসকলক পৰীক্ষাত পেলোৱা হৈছিল, আৰু তেওঁলোকক ভীষণ কঁপনিৰে কঁপোৱা হৈছিল।

১৩। আৰু (স্মৰণ কৰাঁ) যেতিয়া কপটাচাৰীবিলাকে, আৰু যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছিল সিহঁতে কব ধৰিলে, অল্লাই আৰু তেওঁৰ ৰচুলে আমাৰ প্ৰতি এনে অঙ্গীকাৰহে কৰিছিল যি প্ৰতাৰণামূলক ;

১৪। আৰু যেতিয়া সিহঁতৰ আৰু এটা দলে (চিঁঞৰি) কৈছিল, হে মদিনা-বাসীবিলাক, তোমালোকৰ নিমিত্তে ইয়াত থিয় দিবলৈ কোনো ঠাই নাই ; গতিকে (মদিনালৈ) উভতি যোৱাঁ ; আৰু সিহঁতৰ অইন এদলে নবাৰ অনুমতি বিচাৰিছিল এই বুলি, সচাকৈয়ে আমাৰ ঘৰবোৰ শূন্য পৰি আছে অথচ প্ৰকৃততে সেইবোৰ শূন্য পৰা নাছিল ; (ৰণক্ষেত্ৰৰ পৰা) সিহঁতে পলাবলৈহে উপায় বিচাৰিছিল।

১৫। আৰু মদিনাৰ প্ৰান্তসমূহৰ পৰা শত্ৰুৰ এদল সৈন্য (নগৰত) প্ৰবিষ্ট (হোৱা হলে) আৰু কপটাচাৰীবিলাকৰ সৈতে লগ লাগি সিহঁতক (বিশ্বাসী সকলৰ বিৰুদ্ধে) যুদ্ধ কৰিবলৈ উত্তেজিত কৰা হলে, সিহঁতে নিশ্চয় অবিকল তাকেই কৰিলেহেঁতেন, আৰু নগৰত অলপ সময়হে[১৩] অৱস্থান কৰিলেহেঁতেন।

৯। এই মদিনা অৱৰোধ এসপ্তাহলৈ চলিছিল। হঠাৎ এৰাতি যুদ্ধ চলি থাকোঁতে ভীষণ ধুমুহা বতাহে শত্ৰুৰ শিবিৰসমূহ উৰুৱাই নিলে। আৰু নেদেখা যোদ্ধাবিলাকে সিহঁতক মাৰিব কাটিব ধৰিলে। ফলত সিহঁত ৰণক্ষেত্ৰৰ পৰা পলাল।

১০। উত্তৰ ভাগত সৰু সৰু পৰ্ব্বত কিছুমান আছিল, আৰু উপত্যকাৰ পশ্চিম ফালে নামনি আছিল। শত্ৰুসৈন্যে এই দুই ঠাইত বাহৰ পাতিছিল।

১১। আতঙ্ক আৰু ভীতিৰ চিন স্বৰূপ।

১২। চোৱাঁ অহ্‌হা আঃ ১৩।

১৩। কপটাচাৰীবিলাক মদিনা এৰি শত্ৰুদলৰ লগত যোগ দি মদিনাৰ মুচ্‌লিম বিশ্বাসী-সকলৰ বিৰুদ্ধে যুদ্ধ কৰিলেহেঁতেন।

১৬। অথচ স্বৰূপতে ইতিপূৰ্ব্বে আল্লাৰ আগত সিহঁতে প্ৰতিজ্ঞা কৰিছিল, সিহঁতে ( ৰণক্ষেত্ৰৰ পৰা ) কেতিয়াও পিঠি দেখুৱাই প্ৰস্থান নকৰিব ; বাস্তৱতে আল্লাৰ প্ৰতি যি প্ৰতিজ্ঞা সিহঁতে কৰিছিল সেই সম্বন্ধে সোধ পোছ কৰা হব।

১৭। তুমি কোৱাঁ, যদি তোমালোক মৃত্যু অথবা প্ৰাণবধৰ ভয়ত পলাই যোৱা, সেই পলায়ন তোমালোকৰ পক্ষে কেতিয়াও লাভজনক নহব ; বৰং তেনে যদি হয় তোমালোকক খন্তেকলৈহে সুখ সন্তোষ উপভোগ কৰিবলৈ দিয়া হব।

১৮। আৰু কোৱাঁ, আল্লাই যদি তোমালোকৰ প্ৰতি অমঙ্গল ঘটাবলৈ ইচ্ছা কৰে, এনে কোন হব পাৰে যি আল্লাৰ বিৰুদ্ধে তোমালোকক ৰক্ষা কৰিব পাৰে, অথবা তেওঁ যদি তোমালোকৰ প্ৰতি কৰুণা প্ৰদৰ্শন কৰিবলৈ ইচ্ছা কৰে ( তেন্তে কোনে তাৰ প্ৰতিৰোধ কৰিব পাৰে ? ) বাস্তৱতে সিহঁতে নিজৰ নিমিত্তে আল্লাত ভিন্ন এজনো পৃষ্ঠপোষক আৰু সাহায্যকাৰী নাপায়।

১৯। তোমালোকৰ মাজৰ সেইবিলাকক আল্লাই জানে যিবিলাকে ( লোকক যুদ্ধৰ পৰা ) প্ৰতিৰোধ কৰে, আৰু নিজৰ ভাইককাইহঁতক এই বুলি আহ্বান কৰে ঃ আমাৰ ফালে তোমালোক গুচি আহাঁ ; বাস্তৱতে খন্তেকলৈহে সিহঁত যুদ্ধত নামে—

২০। তোমালোকৰ প্ৰতি মন সঙ্কীৰ্ণ কৰি ; কিন্তু যেতিয়া আতঙ্ক উপস্থিত হয়, সিহঁতক দেখিবলৈ পাবা, সিহঁতে তোমাৰ ফালে ( তধা লাগি ) চাই আছে ; মৃত্যুৰ মুখত পৰা মানুহৰ দৰে সিহঁতৰ চকুবোৰ ঘূৰিব ধৰে ; পিছত যেতিয়া আতঙ্কৰ অৱসান হয় সিহঁতে ৰণঅৰ্জ্জনৰ লোভত চোকা জিভাবোৰৰে কৰ্কশ কথা কৈ তোমালোকৰ মনত কষ্ট দিয়ে ; সেইবিলাকে কেতিয়াও বিশ্বাস স্থাপন কৰা নাই ; গতিকে সিহঁতৰ ( অসৎ ) কাৰ্য্যাৱলী আল্লাই ব্যৰ্থ কৰিছে ; আৰু এনে কৰা আল্লাৰ পক্ষে অতি সহজ।

২১। মিত্ৰজাতিৰ সৈন্যদল এতিয়াও ( ৰণক্ষেত্ৰৰ পৰা ) যোৱা নাই বুলি সিহঁতে অনুমান কৰিছে ; কিন্তু যদি সেই সৈন্যদল ( আক্ৰমণৰ অভিপ্ৰায়ে ) পুনাই আগ বাঢ়ি আহে সিহঁতে ইয়াকে ভাল পালেহেতেন, সিহঁতে যেন মৰুবাসী আৰৱবিলাকৰ লগতে যোগ দি তোমালোকৰ যুদ্ধ প্ৰক্ৰমৰ খবৰাদি লৈ থাকে[১৪] ; আৰু যদি সিহঁত তোমালোকৰ মাজত ( নগৰত ) থকা

১৪। মুচ্‌লিমসকলে কি কৰিছে আৰু শত্ৰুৰ বিৰুদ্ধে কি কি নতুন কৌশলৰ সূচনা কৰিছে এনে খবৰাদি গুপ্তভাবে লৈ শত্ৰুদলক জানিবলৈ দিয়ে।

হলে, সিহঁতে কিঞ্চিৎ মাত্ৰ ( তোমালোকৰ হৈ[১৫] ) ৰণ কৰিবলৈ নোলাল-হেতেন।

## ৰুকু ৩

হজ্‌ৰত মহম্মদ ( স্ব ) মানৱজাতিৰ নিমিত্তে আদৰ্শ পুৰুষ;
বিশ্বাসীসকলে নিজৰ অঙ্গীকাৰ পূৰ্ণ কৰিলে, কিন্তু
কপটাচাৰীবিলাকে বিশ্বাসঘাতক হ'ল;
আল্লাৰ বিশেষ সহায়।

২২। স্বৰূপতে আল্লাৰ ৰচুলৰ ( পৱিত্ৰ জীৱনত ) তোমালোকৰ নিমিত্তে আছে সুন্দৰ আদৰ্শ,[১৬] সেইজনৰ নিমিত্তে যিজনে আল্লাৰ ( কৰুণাৰ ) আৰু শেষ দিনৰ ( মুক্তি লাভৰ ) আশা পোষণ কৰে, আৰু আল্লাক বেচিকৈ স্মৰণ কৰি থাকে।

২৩। আৰু যেতিয়া বিশ্বাসীসকলে মিত্ৰ-জাতিৰ সৈন্যদলক দেখা পালে তেওঁলোকে কব ধৰিলে, আল্লাই আৰু তেওঁৰ ৰচুলে আমাক যি প্ৰতিশ্ৰুতি দিছিল সি এয়ে; আল্লা আৰু তেওঁৰ ৰচুলে সত্য কথাহে কৈছিল;[১৭] আৰু এই ঘটনাই তেওঁলোকৰ বিশ্বাস আৰু আত্মসমৰ্পণৰ অনুৰাগ বৃদ্ধিহে কৰিছিল।

১৫। কপটাচাৰীবিলাক মদিনাত দেখাতে মুচ্‌লিম সমাজৰ এটা অংশ হৈ আছিল, কিন্তু আচলতে সিহঁতৰ সহানুভূতি আছিল আক্ৰমণকাৰীবিলাকৰ সৈতে।

১৬। জীৱনৰ বহু ক্ষেত্ৰত হজ্‌ৰত্ মহম্মদ ( স্ব ) মানৱৰ নিমিত্তে উৎকৃষ্ট আদৰ্শ। নবীসকলৰ মাজত তেওঁ সৰ্ব্বশ্ৰেষ্ঠ নবী। তেওঁৰ সমাজ গঠন আৰু ধৰ্ম্ম সংস্কাৰৰ অতুলনীয় কীৰ্ত্তি বুৰঞ্জীত সোণালী আখৰেৰে জিলিকি আছে। তেওঁৰ সমুন্নত চৰিত্ৰ, মনমোহা আচৰণ, তেওঁৰ হৃদয়ৰ প্ৰশস্ততা আৰু উদাৰতা, মানৱজাতিৰ কাৰণে চিৰকলীয়া আদৰ্শ। তেওঁৰ ৰাজনৈতিক ৰীতি-নীতি, সামাজিক বিধি-ব্যৱস্থা আজিও অনুকৰণীয়। পাৰিবাৰিক জীৱনতো তেওঁ আছিল আদৰ্শ পিতা, আদৰ্শ স্বামী। উল্লেখযোগ্য যে হজ্‌ৰত্ ইব্ৰাহিমকো ( আ ) 'উৎকৃষ্ট আদৰ্শ' বোলা হৈছে ( ৬০ : ৪ )। তেওঁ আছিল তৌহীদ-প্ৰবৰ্ত্তক, আৰু তেওঁৰে নিষ্ঠধৰ্ম্মত ইচ্‌লাম প্ৰতিষ্ঠিত ( ৪ : ১২৫ )।

১৭। মদিনা আৰব শত্ৰুদলে কতবাৰ আক্ৰমণ কৰিবলৈ আহিব, কিন্তু প্ৰত্যেকবাৰেই সিহঁত পৰাজিত হব; এয়ে আল্লাৰ অঙ্গীকাৰ। চোৱা, ৩৮ : ১৩।

২৪। বিশ্বাসীসকলৰ মাজত এনেসকল মানুহ আছিল যিসকলে আল্লাৰ সৈতে কৰা অঙ্গীকাৰ পূৰ্ণ কৰিছিল; আৰু তেওঁলোকৰে মাজৰ কিছুমানে তেওঁলোকে কৰা ব্ৰত সম্পূৰ্ণৰূপে পালন কৰিছিল, আৰু তেওঁলোকৰ কিছুমানে (কাৰ্য্য সম্পন্ন কৰিবলৈ) এতিয়াও অপেক্ষা কৰি আছে; আৰু তেওঁলোকৰ (সঙ্কল্পৰ) অকণো পৰিবৰ্ত্তন হোৱা নাই;

২৫। তাৰেই ফলত সত্যপৰায়ণসকলক আল্লাই তেওঁলোকৰ সত্যতাৰ প্ৰতিদান দিব; আৰু কপটাচাৰীবিলাকক নিজ ইচ্ছা মতে উচিত শাস্তি দিব, নাইবা সিহঁতৰ প্ৰতি তেওঁ কৃপা-দৃষ্টি কৰিব, কিয়নো আল্লা নিশ্চয় শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

২৬। আৰু আল্লাই অবিশ্বাসীবিলাকৰ ক্ৰোধযুক্ত আক্ৰমণ নিবৃত্ত কৰিলে;[১৮] সিহঁত কোনো প্ৰকাৰ ৰণসুযোগ লভিবলৈ অক্ষম হ'ল আৰু সংগ্ৰামত বিশ্বাসীসকলৰ পক্ষে আল্লাই যথেষ্ট আছিল; আৰু আল্লা শক্তিসম্পন্ন, পৰাক্ৰমশালী।

২৭। আৰু পুথিপোৱাবিলাকৰ যিবিলাক[১৯] মিত্ৰসৈন্যদলক সিহঁতৰ দুৰ্গ-সমূহৰ পৰা সহায় কৰিছিল সেইবিলাকক তাৰ পৰা আল্লাই নমাই আনিলে, আৰু সিহঁতৰ অন্তৰসমূহত তেওঁ ভীতি সঞ্চাৰিত কৰিলে; (তাৰ ফলত) এদলক তোমালোকে বধ কৰিছিলা, আৰু অইন এদলক বন্দী কৰিছিলা।

২৮। আৰু আল্লাই তোমালোকক সিহঁতৰ দেশৰ, আৰু সিহঁতৰ ঘৰবাৰি-বোৰৰ, আৰু সিহঁতৰ ধন সম্পত্তিৰ উত্তৰাধিকাৰী কৰিলে, আৰু সেই দেশখনৰো[২০] য'ত এতিয়াও তোমালোকে ভৰি পেলোৱা নাই; আৰু সকলো বস্তুৰেই ওপৰত আছে আল্লাৰ মহান ক্ষমতা।

---

১৮। ভীষণ ধুমুহা বতাহৰ ফলত সিহঁতৰ বাহৰসমূহ ছিন্ন-বিচ্ছিন্ন হ'ল, আৰু সিহঁতে ইয়াকে কুলক্ষণ ভাবি পৰি ধৰি পলাব ধৰিল। নিজৰ উটবিলাকৰ বান্ধ পৰ্য্যন্ত খুলিবলৈ সময় নাপালে।

১৯। ইহুদী বণি-কোৰেইজাবিলাক। মুচলিমসকলৰ সৈতে চুক্তিবদ্ধ থকা সত্বেও সিহঁতে শত্ৰুকহে নানাৰূপে সহায় কৰিছিল।

২০। আৰবৰ বাহিৰে অৱস্থিত দেশ, কিচ্ৰাৰ দেশ ইৰান (পাৰস্ত) আৰু কাইছৰৰ দেশ খাম (চীৰিয়া) যে মুচলমানসকলে জয় কৰিব হজ্ৰতে (ছ) আল্লাৰ বাণী পাই বহুত আগতে ভৱিষ্যৎবাণী কৰিছিল। হজ্ৰতৰ (ছ) দ্বিতীয় খলিফা উমৰৰ (ৰ) সময়ত তেওঁৰ দ্বাৰা এই ভবিষ্যৎবাণী পূৰ্ণ হ'ল।

# ৰুকু ৪

হজ্ৰতৰ (স্ব) ত্যাগস্বীকাৰৰ জীৱন; তেওঁৰ পত্নীসকলৰ ভোগ-বিলাস বৰ্জ্জন আৰু আত্ম সংযম; নাৰী-সমাজৰ কাৰণে তেওঁলোকৰ পৱিত্ৰ জীৱন আদৰ্শ স্বৰূপ।

২৯। হে নবী (মহম্মদ), তুমি নিজ সহধৰ্ম্মিনীসকলক কৈ দিয়াঁ, তোমালোকে যদি পাৰ্থিৱ জীৱনৰ আৰু তাৰ শোভা-সৌন্দৰ্য্যৰ কামনা কৰা, তেন্তে আহাঁ, মই তোমালোকক উপভোগ কৰিবলৈ আৱশ্যকীয় সম্বল দান কৰিম, আৰু তোমালোকক এনেভাবে বিদায় দিম যি অতি প্ৰকৃষ্ট।[২১]

৩০। কিন্তু যদিহে তোমালোকে আল্লা আৰু তেওঁৰ ৰচুলৰ (সন্তুষ্টিৰ) আৰু পৰলোকৰ (শান্তিময়) নিকেতনৰ কামনা কৰা, তেন্তে (জানি ৰাখা), তোমালোকৰ মাজৰ যিসকলে সৎকৰ্ম্ম কৰে সেইসকলৰ নিমিত্তে আল্লাই সাজু কৰি থৈছে মহান প্ৰতিদান।

---

২১। এই চুৰাৰ সামৰণিৰ তিনি আয়তৰ পৰা আমি ভালকৈ বুজিব পাৰোঁ, হজ্ৰত মহম্মদে (স্ব) নিজ পৱিত্ৰ জীৱনৰ মাজেদি আত্মসংযম আৰু ত্যাগ-স্বীকাৰৰ মহান আদৰ্শ জগতৰ আগত দাঙি ধৰিছিল। ঘৰৰ ভিতৰতে তেওঁৰ পত্নীসকলেও যেন এই আদৰ্শৰ অনুসৰণ কৰে এয়ে আছিল তেওঁৰ একান্ত ইচ্ছা। এই আয়ত কেইটি অৱতীৰ্ণ হোৱাৰ সময়ত স্বহাবাসকলৰ সাংসাৰিক অৱস্থাৰ বহুতখিনি উন্নতি হৈছিল। মহিলাসকলেও সুখ-সন্তোষ উপভোগ কৰিবৰ সুবিধা পাইছিল। এনে অৱস্থাত হজ্ৰতৰ পত্নীসকলৰ মনতো সাংসাৰিক ভোগ-বিলাসৰ বাসনাৰ জন্ম হোৱাটো স্বাভাৱিক।

বুখাৰী আৰু মুচ্লিম ছুয়োখন হদীছত আমি পঢ়িবলৈ পাওঁ যে হজ্ৰতে (স্ব) সকলো কথা জানি পোন-প্ৰথমে নিজৰ পত্নী 'আয়েশাৰ মত সুধিলে, তেওঁৰ পত্নীসকলে তেওঁৰ লগতে থাকি দাৰিদ্ৰ্যৰ জীৱন ভাল পাবনে তেওঁক এৰি ভোগ বিলাসৰ জীৱন ভাল পাব। আৰু তেওঁ কলে, নিজ পিতৃ-মাতৃক সুধি ভাবি চিন্তি মোক উত্তৰ দিবা। 'আয়েশাই (ৰ) তেতিয়ায়ে সকলো পত্নীৰ হৈ উত্তৰ দিলে, হে ৰচুল, আমি সকলোৱে ত্যাগস্বীকাৰৰ জীৱন তোমাৰ লগতেই কটাবলৈ প্ৰস্তুত আছোঁ, আত্মীয়স্বজনৰ পৰামৰ্শ লবৰ কোনো আৱশ্যকতা নাই।

৩১। হে নবীৰ পত্নীসকল, তোমালোকৰ মাজৰ কোনোৱে যদি এনে কাম কৰে যি দেখাতেই নিৰ্গত, তেওঁৰ কাৰণে (আল্লাৰ) শাস্তি দুগুণকৈ বৃদ্ধি[২২] কৰা হ'ব; আৰু এনে কৰা আল্লাৰ পক্ষে অতি সহজ।

২২। যিহেতু হজ্‌ৰতৰ (স্ব) পত্নীসকলক কোৰানত 'উম্মহাতুল্‌-মুমেনীন' বোলা হৈছে, অৰ্থাৎ বিশ্বাসীসকলৰ মাতৃ, তেওঁলোকৰ দায়িত্বও বেচি। সেই দেখি যদি কেনেবাকৈ তেওঁলোকৰ ভৰি পিচলে তেওঁলোক দুগুণ শাস্তিৰ উপযোগী হব। যদি তেওঁলোকে ৰছুলৰ আদৰ্শ অনুসৰণ কৰে তেওঁলোকে আল্লাৰ পৰা দুগুণ প্ৰতিদান পাব,—আঃ ৩২।

৩২। আৰু তোমালোকৰ মাজৰ কেও যদি আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকে, আৰু সজ কাম কৰে, তেওঁক আমি দিম তেওঁৰ প্ৰতিদান বৃদ্ধি কৰি দুগুণকৈ[২৩]; আৰু তেওঁৰ নিমিত্তে আমি প্ৰস্তুত ৰাখিছোঁ সম্মানজনক জীৱিকা[২৪]।

৩৩। হে নবীৰ পত্নীসকল, তোমালোক অইন তিৰোতাবিলাকৰ কোনো এজনীৰ সদৃশ নোহোৱা[২৫]; যিহেতু তোমালোকে আল্লালৈ ভয় ৰাখি চলা, কথা পাতোঁতে অতিপাতকৈ কাকুতি নেদেখুৱাবা, হব পাৰে যাৰ মনত ব্যাধি আছে সি (অন্যায়ৰ) লোভ কৰে; আৰু তোমালোকে ন্যায় (আৰু নিয়ম) মতে কথা পাতিবা[২৬]।

৩৪। আৰু নিজৰ ঘৰবোৰতে অৱস্থান কৰিবা[২৭]; আৰু আগৰ অজ্ঞানতা-যুগৰ দৰে নিজৰ শোভা-সৌন্দৰ্য্য দেখুৱাই নুফুৰিবা; আৰু নমাজ প্ৰতিষ্ঠিত কৰিবা আৰু জকাত দান[২৮] কৰিবা; আৰু আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকিবা। হে (নবীৰ) ঘৰৰ গৃহিনীসকল[২৯], আল্লাই ইয়াকেহে ইচ্ছা কৰে

---

২৩। কিয়নো তোমালোক নবীৰ পত্নী সেই দেখি আত্ম-সংযম আৰু ত্যাগ স্বীকাৰৰ আদৰ্শ স্বৰূপ।

২৪। পাৰ্থিৱ সুখ-সম্পদ ত্যাগ কৰাৰ বাবে তেওঁলোকক আল্লাই প্ৰচুৰ সম্মানজনক জীৱিকা দান কৰিব।

২৫। তোমালোকৰ স্বামী হজ্ৰত মহম্মদ (স) যি দৰে মানৱৰ নিমিত্তে আদৰ্শ তোমালোকো আদৰ্শ, বিশেষকৈ নাৰীজাতিৰ কাৰণে। সেই বাবে তোমালোকৰ চৰিত্ৰ আৰু আচাৰ-ব্যৱহাৰ অনুকৰণীয় হব লাগিব।

২৬। হজ্ৰত্ আয়েশাই (ৰ) পুৰুষৰ লগত কেতিয়াও কুচ্কুচাই কথা নাপাতিছিল।

২৭। নাৰীৰ প্ৰধান কৰ্মক্ষেত্ৰ হৈছে নিজৰ ঘৰ। ইচ্লামৰ পূৰ্ব্বে আৰব তিৰোতা-বিলাকে ঘৰৰ কাম কাজ এৰি বাহিৰলৈ ওলাই নিজৰ সৌন্দৰ্য্য আৰু অলঙ্কাৰ দেখুৱাই ফুৰিবলৈ ভাল পাইছিল। এই আয়তত নাৰীক নিজ ঘৰৰ পিনে আকৃষ্ট কৰা হৈছে।

২৮। মন কৰা উচিত হজ্ৰতৰ (স) পত্নীসকলকো দান দিবলৈহে কোৱা হৈছে, দান লবলৈ কোৱা নাই। হজ্ৰতে (স) ছদকা অৰ্থাৎ দান-দক্ষিণা গ্ৰহণ কৰা নিজ পৰিয়ালৰ নিমিত্তে নিষিদ্ধ কৰিছে।

২৯। 'আহ্লল বইত্' যদিও সাধাৰণতে ঘৰৰ পৰিয়ালক বুজায় ইয়াত নবীৰ পত্নী-সকলকহে বুজাইছে। চোৰা ১১ : ৭৩ ত ইব্ৰাহিমৰ (আ) পত্নীক 'আহ্লল্ বইত্' বোলা হৈছে; আৰু মুচাৰ (আ) মাতৃ সম্বন্ধেও সেই শব্দ প্ৰয়োগ কৰিছে (২৮ : ১৩)।

তেওঁ যেন তোমালোকৰ পৰা অশুচিতা দূৰ কৰে আৰু তোমালোকক সম্পূৰ্ণৰূপে পৱিত্ৰ[৩০] কৰে।

৩৫। আৰু নিজৰ ঘৰবোৰত আল্লাৰ যি আয়তসমূহ আৰু জ্ঞানৰ কথা পাঠ কৰা হয় তাকে স্মৰণ কৰিবা নিশ্চয় আল্লা সূক্ষ্মদৰ্শী, সৰ্ব্বজ্ঞ।

## ৰুকু ৫

জইনবৰ জইদৰ সৈতে বিবাহ; তেওঁৰ তালাক আৰু হজ্ৰতৰ (স্ব) সৈতে বিবাহ; এই ঘটনাৰ গুৰুত্ব আৰু উদ্দেশ্য; হজ্ৰতৰ (স্ব) আধ্যাত্মিক পিতৃত্ব; তেওঁ নবীসকলৰ মোহৰ।

৩৬। বাস্তৱতে আত্মসমৰ্পণকাৰী আৰু আত্মসমৰ্পণকাৰিণীসকল, আৰু বিশ্বাসী আৰু বিশ্বাসিনীসকল, আৰু (আল্লাৰ) বাধ্য পুৰুষ আৰু বাধ্য নাৰীসকল, আৰু সত্যবাদী আৰু সত্যবাদিনীসকল, আৰু ধৈৰ্য্যধাৰী আৰু ধৈৰ্য্যধাৰিণীসকল, আৰু বিনীত পুৰুষ আৰু বিনীতা নাৰীসকল, আৰু দানশীল পুৰুষ আৰু দানশীলা নাৰীসকল, আৰু ৰোজা পালন কৰোঁতা পুৰুষ আৰু নাৰীসকল, আৰু নিজৰ গুপ্ত অঙ্গৰ সংৰক্ষণকাৰী আৰু সংৰক্ষণকাৰিনীসকল, আৰু আল্লাক বেছিকৈ স্মৰণ কৰোঁতা পুৰুষ আৰু নাৰীসকল, এই সকলৰেই নিমিত্তে আল্লাই (দান স্বৰূপ) প্ৰস্তুত ৰাখিছে মাৰ্জ্জনা আৰু মহান প্ৰতিদান[৩১]।

৩৭। আৰু যেতিয়া আল্লাই আৰু তেওঁৰ ৰচুলে কোনো বিষয়ে মীমাংসা কৰি দিয়ে, বিশ্বাসী পুৰুষ আৰু বিশ্বাসিনী নাৰীৰ পক্ষে ই অসঙ্গত যে নিজৰ কাৰ্য্য-পদ্ধতি ইচ্ছামতে তেওঁ বাচি লয়[৩২]; আৰু যেয়ে আল্লা আৰু তেওঁৰ ৰচুলৰ অবাধ্য হয় স্বৰূপতে প্ৰকাশ্য বিপথে সি যাব লাগিছে।

---

৩০। হজ্ৰতৰ (স্ব) এগৰাকা পত্নী, মাৰিয়া কুব্‌তীয়া, কপ্‌টিক (Coptic) সম্প্ৰদায়ৰ খৃষ্টিয়ান আছিল। আন এগৰাকী, স্বফিয়া, ইহুদী আছিল। হজ্ৰতৰ (স্ব) সংশ্ৰৱত দুয়োৰে ধৰ্ম্ম সম্বন্ধিয় ভ্ৰান্তিবোৰৰ সংশোধন হল।

৩১। নাৰীজাতিকো যে পুৰুষৰ লগে লগে নৈতিক আৰু আধ্যাত্মিক উন্নতিৰ পথলৈ নিবলৈ ইচ্‌লামে সমানে চেষ্টা কৰিছে এই আয়তৰ পৰা স্পষ্টকৈ বুজিব পাৰি।

৩২। এই আয়তে জইদৰ সৈতে জইনবৰ বিয়া হোৱাৰ কথা উল্লেখ কৰিয়াইছে। জইদ এজন ৰণ-বন্দী দাস আছিল। বিবি খদীযাৰ ভায়েকে তাক কিনিলৈ বায়েকক দিলে। পিছত তেওঁ

৩৮। আৰু চোৱাঁ, যাৰ প্ৰতি আল্লাই অনুগ্ৰহ কৰিছিল আৰু যাৰ প্ৰতি তুমিও অনুগ্ৰহ কৰিছিলা তেওঁক তুমি এই আদেশ দিছিলা, তুমি নিজ পত্নীক (বৰ্জ্জন নকৰি) নিজৰ লগতে ৰাখিবা[৩৩], আৰু আল্লালৈ ভয় ৰাখিবা। আৰু (হে নবী,) তুমি নিজ অন্তৰত যি বিষয় গোপন কৰিছিলা তাকে পিছত আল্লাই প্ৰকাশ কৰিছিল[৩৪] ; আৰু তুমি লোকৰ কথা লৈ ভয় কৰিছিলা, অথচ আল্লা হে ভয় কৰিবৰ অধিক যোগ্য। পিছত যেতিয়া জৈদে সকলো ৰীতি পালন কৰি নিজ পত্নিৰ বৰ্জ্জন সম্পন্ন কৰিছিল, তেতিয়া আমি তোমাক তেওঁৰ পত্নিক বিয়া কৰিবলৈ আদেশ দিছিলোঁ,[৩৫] যাতে বিশ্বাসীসকলৰ নিমিত্তে তেওঁলোকৰ পোষ্যপুত্ৰবিলাকৰ পত্নীবিলাকৰ সৈতে বিবাহ সম্বন্ধ স্থিৰ কৰিবলৈ আগলৈ কোনো বাধা নজন্মে, যেতিয়া

---

জইদক নিজৰ স্বামী হজ্‌ৰত খদুলক (স্ব) দান কৰিলে। তেওঁ নিজৰ অভ্যাস মতে জইদক দাসত্বৰ পৰা মুক্তি দি নিজৰ ঘৰলৈ যাবলৈ অনুমতি দিলে। কিন্তু জইদে হজ্‌ৰতৰ (স্ব) সদয় ব্যৱহাৰত মোহিত হৈ ঘৰলৈ নগৈ হজৰতৰ লগতে দিন নিয়াবলৈ মনস্থ কৰিলে। তেতিয়া হজৰতে জইদক পোষ্যপুত্ৰ কৰি লৈ ঘৰতে ৰাখিলে। জইনৱ্ হজৰতৰ পেহীয়েক উমইমাৰ জীয়েক। পিছত হজ্‌ৰতে জইদ আৰু জইনৱৰ মাজত বিয়াৰ সূচনা কৰিলে। জইদ উন্মুক্ত দাস দেখি জইনৱ আৰু তেওঁৰ ভায়েকে পোন প্ৰথমে এই প্ৰস্তাৱত মান্তি হোৱা নাছিল। এই আয়ত অৱতীৰ্ণ হোৱাৰ পাছত আৰু হজ্‌ৰতে (স্ব) আকৌ ভাবি চাবলৈ কোৱাত দুয়ো সন্মত হ'ল, আৰু বিয়া সম্পন্ন হ'ল।

৩৩। কিন্তু জইদ আৰু জইনৱৰ মাজত মনৰ মিল্ নোহোৱাৰ বাবে অলপ দিনৰ পাছতে জইদে নিজৰ পত্নীক বৰ্জ্জন কৰিবলৈ (তলোক দিবলৈ) হজ্‌ৰতৰ অনুমতি বিচাৰিলে। তেওঁ অনুমতি নিদি মিলনক চেষ্টা কৰিবলৈহে উপদেশ দিলে।

৩৪। হজ্‌ৰতে (স্ব) চেষ্টা কৰিছিল যাতে জইদ-জইনৱৰ মাজত পুনৰ্ম্মিলন হয়, কিয়নো তেওঁ তালাক ভাল নাপাইছিল। তাৰ উপৰি বিৰোধীবিলাক ইয়াকে কৈ কুবিৰলৈ সুযোগ পাইছিল যে যি বিয়াৰ হজ্‌ৰতে স্বয়ং সূচনা কৰিছিল সিও ব্যৰ্থ হ'ল। কিন্তু আল্লাৰ ইচ্ছা আছিল বিবাহ বিচ্ছেদ দ্বাৰা দুইৰে বাট মুকলি কৰা।

৩৫। জইনৱৰ হজ্‌ৰতৰ (স্ব) সৈতে বিয়া হোৱাৰ দুটা কাৰণ সুস্পষ্ট। (১) হজ্‌ৰতে নিজেই প্ৰস্তাৱ কৰা বিয়া ব্যৰ্থ হোৱাৰ বাবে জইনৱৰ মৰ্য্যাদা ক্ষুণ্ণ হোৱাৰ প্ৰতিবিধানৰূপে তেওঁ নিজেই তেওঁক বিয়া কৰিলে ; অথচ তেওঁ পূৰ্ব্বে এই বিয়া সম্বন্ধে জইনৱৰ ভায়েকৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল। (২) পোষ্যপুত্ৰৰ বৰ্জ্জিতা স্ত্ৰীৰ সৈতে বিয়া যে অবৈধ নহয় তাকে প্ৰকাশ কৰা এই বিয়াৰ দ্বিতীয় উদ্দেশ্য আছিল। ইচ্‌লামৰ পূৰ্ব্বে পোষ্যপুত্ৰক আপোন পুত্ৰ বুলি গণ্য কৰা হৈছিল। আৰু সেই কাৰণে তাৰ বৰ্জ্জিতা ভাৰ্য্যাৰ সৈতে বিবাহ অবৈধ আছিল।

সিহঁতে নিজ পত্নীবিলাকৰ বৰ্জ্জনৰ সকলো ৰীতি সম্পন্ন কৰি লয়, বাস্তৱিকতে আল্লাৰ আদেশ কাৰ্য্যকৰী হোৱা সুনিশ্চিত।

৩৯। নবীৰ কাৰণে আল্লাই যি মীমাংসা কৰিছে তাকে সম্পন্ন কৰিবলৈ সঙ্কোচ অনুভৱ কৰাৰ কোনো কাৰণ নাই ; পূৰ্ব্ববৰ্ত্তীবিলাকৰ নিমিত্তেও আল্লাৰ এনে ৰীতি নীতি প্ৰচলিত আছিল ; বাস্তৱতে আল্লাৰ আদেশ যথা সময়ত পূৰ্ণ হোৱা আল্লাৰ সুনিশ্চিত বিধান।

৪০। সেইসকলে আল্লাৰ সংবাদসমূহ প্ৰচাৰ কৰে, আৰু তেওঁলৈ ভয় ৰাখে, আৰু আল্লাত ভিন্ন অইন কোনো ব্যক্তিকে ভয় নকৰে ; বাস্তৱতে লেখ লোৱাত আল্লা যথেষ্ট।

৪১। তোমালোকৰ মানুহবিলাকৰ মাজত কোনো এজনৰো মহম্মদ পিতৃ নহয়, কিন্তু তেওঁ হৈছে আল্লাৰ প্ৰেৰিত ৰচুল আৰু নবীসকলৰ মোহৰ ;[৩৬] বাস্তৱতে আল্লা সকলো বিষয় সম্বন্ধে পৰিজ্ঞাত।

## ৰুকু ৬

হজ্ৰত মহম্মদৰ ( স্ব ) আবিৰ্ভাৱ আল্লাৰ এটা মহান
অনুগ্ৰহ ; হজ্ৰতৰ বিবাহ আৰু স্ত্ৰী বৰ্জ্জন
সম্বন্ধে আদেশ, আৰু সীমা নিৰ্দ্ধাৰণ।

৪। হে বিশ্বাসীসকল, তোমালোকে আল্লাক যিমানে বেচিকৈ স্মৰণ কৰিব পাৰা স্মৰণ কৰিবা।

---

৩৬। হজ্ৰত মহম্মদৰ (স্ব) নবুৱত্ সম্বন্ধে এই আয়তটি গুৰুত্বপূৰ্ণ ; বহু কোৰাণবিদ সকলে ইয়াৰ পৰ্য্যালোচনা কৰিছে। হজ্ৰতৰ (স্ব) উত্তৰাধিকাৰী হবলৈ এজনো পুত্ৰ নাছিল। দুজন পুত্ৰ সৰুতেই ঢুকাল। কিন্তু আধ্যাত্মিক অৰ্থত তেওঁৰ বহু উত্তৰাধিকাৰী হ'ল আৰু কাল স্ৰোতত হৈ থাকিব ; কিয়নো তেওঁ আল্লাৰ শ্ৰেষ্ঠ ৰচুল আৰু নবীসকলৰ মোহৰ ( সমৰ্থক ) আছিল। তেওঁৰ শত্ৰুবিলাকে তেওঁক আব্তৰ্ ( পুত্ৰহীন ) বুলি বিদ্ৰূপ কৰিছিল। তাৰে উত্তৰ এই আয়তে দিছে আৰু হজৰতৰ স্ব) আধ্যাত্মিক পিতৃত্ব যে চিৰকলীয়া তাকে প্ৰতিপন্ন কৰিছে।

'নবীসকলৰ মোহৰ'ৰ অৰ্থ সাধাৰণতে শেষ নবী বুলি ধৰা হয়, অৰ্থাৎ হজ্ৰতৰ পাছত কেও নবীৰ পদৱিত নিয়োজিত হব নোৱাৰে। কিন্তু বহু প্ৰসিদ্ধ ইমামসকলে এই অভিমত

৪৩। আৰু পুৱা আৰু গধূলি তেওঁৰ পৱিত্ৰতা কীৰ্ত্তন কৰিবা।

৪৪। আল্লাই আৰু তেওঁৰ ফিৰিশ্‌তাসকলেও তোমালোকৰ প্ৰতি আশীৰ্ব্বাদ বৰ্ষণ কৰে; তাৰ ফলত তেওঁ তোমালোকক ঘোৰ অন্ধকাৰৰ পৰা পোহৰলৈ আনে; আৰু তেওঁ বিশ্বাসীসকলক প্ৰচুৰ প্ৰতিদান দিওঁতা।

৪৫। যিদিনা তেওঁলোকে আল্লাৰ সাক্ষাৎ লাভ কৰিব সেইদিনা তেওঁলোকৰ ( মুখৰ পৰা ) সম্ভাষণৰ[৩৭] শব্দ ওলাব, 'শান্তি!' আৰু তেওঁলোকৰ নিমিত্তে তেওঁ সাজু ৰাখিছে সম্মানজনক প্ৰতিদান।

৪৬। হে নবী, নিশ্চয় আমি তোমাক প্ৰেৰণ কৰিছোঁ সাক্ষীৰূপে, আৰু শুভসংবাদবাহকৰূপে, আৰু সতৰ্ককাৰী ৰূপে,[৩৮]

---

প্ৰকাশ কৰিছে যে যি ধৰ্ম-ৰীতি ( শ্বৰী'অত্‌ ) কোৰানে আনিলে সি সম্পূৰ্ণ আৰু চিৰকলীয়া; সেই দেখি এনে কোনো শ্বৰী'অত্‌ আহিব নোৱাৰে যি কোৰানৰ শ্বৰী'অতক ৰহিত বা ৰদ কৰে। যিসকলে হজ্‌ৰতক শেষ নবী হোৱাৰ এনে মানে কৰিছে তেওঁলোকৰ কিছুমানৰ নাম তলত দিয়া হ'ল।

(১) ইমাম্ মুহিয়ুদ্দিন ইব্‌নে আৰবী। চোৱাঁ তেওঁৰ প্ৰসিদ্ধ কিতাপ, ফতুহাতে মক্কীয়া, ২য় গ্ৰন্থ, পৃ, ১৫৫।

(২) মুল্লা আলি কাৰী; তেওঁ লিখিছে অইন নবী আহিব পাৰে, কিন্তু তেওঁ হজ্‌ৰতৰ (স্ব) অনুগামী হব। চোৱাঁ, মৌ দু'আতে কবীৰ, পৃ, ৫৮,৫৯।

(৩) ইমাম্ মুযদ্দিদ্ আলফে ছানী। চোৱাঁ তেওঁৰ 'মক্‌তুবাত্' ১ম খণ্ড, পৃ, ৪৩২।

(৪) ইমাম্ আব্দুল ওহ্‌হাব খোৰাণী। তেওঁ লিখিছে: নিয়মশূন্য, অবিমিশ্ৰ নবুয়তৰ দুৱাৰ বন্ধ হোৱা নাই। যি বন্ধ হৈছে সি বিধান-মূলক নবুয়ত ( নবুয়তে তশ্বৰীই )। চোৱাঁ, তেওঁৰ বিখ্যাত পুস্তক আল্‌-ইয়ুৱা কীত ওল্ যৱাহিৰ, খণ্ড ২, পৃ, ৪৩।

(৫) শ্বাহ ওলীয়ুল্লাহ মুহদ্দিছ্। চোৱাঁ তফ্‌হীমাতে এলাহীয়া, তফ্‌হীম ৫৩।

এই প্ৰসঙ্গত আৰু এটা ভাবিব লগীয়া কথা এই, কোৰানত যি শব্দ ব্যৱহাৰ কৰা হৈছে সি খাতম্, খাতিম নহয়, আৰু আৰবী ভাষা আৰু সাহিত্যত খাতমৰ প্ৰকৃত অৰ্থ শ্ৰেষ্ঠতম। হজ্‌ৰতে (স্ব) 'আলিক ( ৰ ) সম্বোধন কৰি কৈছিল, মই যেনে নবীসকলৰ খাতম্ তুমি ৱলী সকলৰ খাতম্। অৰ্থাৎ শ্ৰেষ্ঠতম ৱলী হৈছে আলী (ৰ)। এনে মানে কৰা দেখাতেই ভুল হব যে হজ্‌ৰত আলী শেষ ৱলী, তেওঁৰ পাছত এজনো ৱলী হব নোৱাৰে।

৩৭। চালাম শব্দৰ অৰ্থ শান্তি। চোৱাঁ, ৫৬: ২৬, ২৭, য'ত চালামন্ চালামা ব্যৱহাৰ কৰা হৈছে; স্বৰ্গত 'শান্তি শান্তিৰ' ধ্বনি স্বৰ্গবাসীসকলে শুনিবলৈ পাব।

৩৮। চোৱাঁ ৪৮: ৯, ১০। য'ত আল্লাই হজ্‌ৰতৰ (স্ব) আবিৰ্ভাৱৰ উদ্দেশ্য বিশেষকৈ বুজাই দিছে।

৪৭। আৰু আল্লাৰ আদেশ মতে (মানৱক) তেওঁৰ ফালে আহ্বান কৰোঁতাৰূপে, আৰু (জগতৰ নিমিত্তে) জ্যোতির্ম্ময় প্ৰদীপৰূপে।[৩৯]

৪৮। আৰু বিশ্বাসীসকলক তুমি এই শুভ-সংবাদ দিয়াঁ, তেওঁলোক হ'ব আল্লাৰ মহান কৃপাৰ গৰাকী।

৪৯। আৰু তুমি অবিশ্বাসীবিলাকৰ আৰু কপটাচাৰীবিলাকৰ কেতিয়াও অনুগত নহবা; . আৰু সিহঁতে (তোমাক) যি যন্ত্ৰণা দিয়ে তাৰ বাবে কোনো চিন্তা নকৰিবা, বৰং আল্লাৰ প্ৰতি নিৰ্ভৰশীল হবা, কিয়নো কাৰ্য্যসম্পাদকৰূপে আল্লাই-যথেষ্ট।

৫০। হে বিশ্বাসীসকল, যদি তোমালোকে বিশ্বাসিনী তিৰোতাসকলক বিয়া কৰাৰ পাছত আৰু স্পৰ্শ কৰাৰ আগতে তেওঁলোকক তালাক দিব লগা হয়; তেন্তে তোমালোকৰ গণনা অনুসাৰে অপেক্ষা কৰিবলৈ তেওঁলোকৰ কাৰণে নিৰ্দ্দিষ্ট সময়ৰ (ইদ্দতৰ)[৪০] প্ৰয়োজন নাই; গতিকে তেওঁলোকক উচিত সম্বল[৪১] দান কৰিবা আৰু তেওঁলোকক ন্যায়মতে প্ৰসন্ন মনেৰে বিদায় দিবা।

৫১। হে নবী, যিসকল পত্নীৰ মহৰানা তুমি সমৰ্পন কৰিছা সেইসকলক আমি নিশ্চয় তোমাৰ কাৰণে বৈধ কৰিছোঁ, আৰু সেইসকলকো যিসকলক যুদ্ধত বন্দিনী হোৱাৰ পাছত তোমাৰ সোঁহাতৰ অধীন কৰি আল্লাই তোমাক দান কৰিছে; আৰু তোমাৰ দদায়েৰৰ জীয়েকহঁতৰ আৰু তোমাৰ পেহীয়েৰৰ জীয়েকহঁতৰ, আৰু তোমাৰ মোমায়েৰৰ জীয়েকহঁতৰ আৰু তোমাৰ মাহীয়েৰৰ জীয়েকহঁতৰ মাজৰ যিবিলাকে তোমাৰ লগতে দেশ-ত্যাগ (হিয্ৰত্) কৰিছে সেইবিলাককো (বিবাহৰ কাৰণে আমি বৈধ কৰিছোঁ); আৰু এনে বিশ্বাসিনী তিৰোতাকো যি নিজকে নবীৰ প্ৰতি উৎসৰ্গ কৰিছে,[৪২] যদিহে তেওঁ বিবাহ সম্বন্ধ

৩৯। হজ্ৰতে (স্ব) আন্ধাৰ দূৰ কৰি জগতক আলোকময় কৰিলে। ইচ্লাম পৃথিৱীৰ যি অংশতে প্ৰবেশ কৰিলে তাৰ পৰা অজ্ঞানতা আৰু কু-সংস্কাৰ দূৰ হ'ল, ইতিহাসৰ এয়ে সাক্ষী।

৪০। 'ইদ্দত্' সম্বন্ধে চোৱাঁ, ২ঃ২২৯। স্পৰ্শ কৰাৰ পাছত যদি তালাক দিয়া হয়, তেন্তে তিনি মাহ বা তিনি ঋতু অপেক্ষা কৰিব লাগিব। স্পৰ্শ কৰাৰ আগতে তালাক হলে এনে কোনো বন্ধন নাই। তিৰোতাই অবাধে আনক বিয়া কৰিব পাৰে।

৪১। যৌতুকৰূপে যি ধন বিয়াৰ পূৰ্ব্বে নিৰ্ণয় কৰা হৈছিল।

৪২। ধৰ্ম্মৰ কাম কৰিবলৈ আৰু ধৰ্ম্মৰ কামত হজ্ৰতক (স্ব) সহায় কৰিবলৈ নিজকে উৎসৰ্গ কৰে আৰু যৌতুকৰ দাবী নকৰে এনে তিৰোতা।

স্থাপন কৰিবলৈ ইচ্ছা কৰে ; এনে বিধি হৈছে সুকীয়াকৈ[৪৩] তোমাৰ নিমিত্তে, আন বিশ্বাসীসকলৰ নিমিত্তে নহয়। তেওঁলোকৰ পত্নীবিলাকৰ সম্বন্ধে, আৰু যিবিলাক ৰণ-বন্দিনী হৈ তেওঁলোকৰ সোঁহাতৰ অধীন হৈছে সেইবিলাকৰ সম্বন্ধে আগতে যি বিধি-বিধান কৰিছিলোঁ স্বৰূপতে আমি জানোঁ—যাতে তোমাৰ মনত কোনো সঙ্কোচৰ ভাব নাথাকে ; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

৫২। ( হে নবী, ) পত্নীসকলৰ মাজৰ যাকে ইচ্ছা তেওঁক তুমি পৃথক কৰিব পাৰা, আৰু যাকে ইচ্ছা তেওঁকে আশ্ৰয় দি নিজৰ লগতে ৰাখিব পাৰা[৪৫] ; আৰু পৃথক কৰাসকলৰ মাজৰ কোনো এগৰাকীক তুনাই গ্ৰহণ কৰিবলৈ তুমি ইচ্ছা কৰা তাতো তোমাৰ কোনো দোষ নাই ; ইয়াৰ দ্বাৰা তেওঁলোকৰ নয়নসমূহ শীতল হোৱা অধিক সম্ভৱ ; তেওঁলোকে যেন ( কোনো কথাত ) বেজাৰ নকৰে, আৰু যি সম্বল তুমি তেওঁলোকক দান কৰিছা তাতে যেন তেওঁলোক সকলোৱে সন্তুষ্ট থাকে ; আৰু তোমালোকৰ অন্তৰসমূহত যি নিহিত সকলো আল্লাই জানে, কিয়নো আল্লা সৰ্ব্বজ্ঞাতা, অতি সহিষ্ণু।

৫৩। ইয়াৰ পাছত আৰু কোনো তিৰোতাক বিয়া কৰা তোমাৰ কাৰণে বৈধ নয় ; আৰু ইয়ো বৈধ নহয় যে এই সকলৰ সলনি তুমি অইন পত্নী গ্ৰহণ কৰা যদিও সেই বিলাকৰ সৌন্দৰ্য্যই তোমাক আকৃষ্ট কৰে, তোমাৰ সোঁ হাতৰ অধীন তিৰোতাক এৰি ; আৰু আল্লা সকলো বিষয়ৰে দৃষ্টি ৰাখোঁতা[৪৬]।

৪৩। প্ৰসিদ্ধ ব্যাখ্যাকাৰসকলৰ মত এই, হজ্ৰতে ( স্ব ) যৌতুক-ধন নিদিয়াকৈ কোনো তিৰোতাকে বিয়া কৰা নাছিল।

৪৪। বিবাহ আৰু স্ত্ৰীবৰ্জ্জন বিধান চোৱাঁ, ২ : ২২২-২৩৪ ; আৰু ৪ : ২০-২৪।

৪৫। (১) হজ্ৰতে ( স্ব ) এনে বিশেষ অনুমতি পোৱা সত্ত্বেও কোনো পত্নীকে বৰ্জ্জন কৰা নাছিল। অথচ তেওঁ পত্নীসকলক ইচ্ছা হলে তেওঁক এৰি যাবলৈ স্পষ্টকৈ অধিকাৰ দিছিল। চোৱাঁ, ৩৩ : ৩০। (২) শয্যাৰ পৰা বেলেগ কৰা, আৰু তুনাই সম্পৰ্ক-স্থাপিত কৰা। এনে অৰ্থও কিছুমানে লৈছে।

৪৬। কিছুমানে খুঁত ধৰিছে, হজ্ৰতে ( স্ব ) ন' গৰাকী পত্নী গ্ৰহণ কৰিছিল, কিন্তু নিজৰ অনুগামীসকলক চাৰি গৰাকী পত্নীতকৈ বেছি ৰাখিবলৈ অনুমতি দিয়া নাছিল। এনে উক্তি অজ্ঞানতাৰ হে পৰিচয়। চুৰা নাৰী য'ত চাৰি গৰাকী পত্নীৰ সীমা নিৰ্দ্ধাৰণ কৰিছে ( ৪ : ৪ ) এই আয়তৰ ন' বছৰ পাছত অৱতীৰ্ণ হৈছিল। কিছুমান স্বহাবাই সীমাৰ ভিতৰত থাকিবৰ অৰ্থে স্ত্ৰীবৰ্জ্জনো কৰিছিল ; কিন্তু হজ্ৰতে ( স্ব ) এনে কৰা নাছিল, কিয়নো

# ৰুকু ৭

সামাজিক আৰু পাৰিবাৰিক জীৱন আভ্যন্তৰিক পৱিত্ৰতাৰ ওপৰত প্ৰতিষ্ঠিত ; বিশ্বাসিনী তিৰোতাৰ শিষ্টাচাৰ ; হজ্ৰতৰ (স্ব) পত্নী- সকলৰ বিশেষত্ব।

৫৪। হে বিশ্বাসীসকল, ভোজনৰ নিমিত্তে যেতিয়ালৈকে তোমালোকক নিমন্ত্ৰণ কৰা নহয় তোমালোক নবীৰ ঘৰবোৰৰ ভিতৰলৈ সোমাই নেযাবা ; ৰন্ধন শেষ নোহোৱালৈকে অপেক্ষা কৰিও নাথাকিবা ; কিন্তু যি সময়ত তোমালোকক মতা হয় সেই সময়ত হে সোমাব পাৰা ; পিছত ভোজন সমাপ্ত হোৱাৰ লগে লগে ( ঘৰৰ পৰা ) ওলাই আহিবা আৰু পৰস্পৰ নানা প্ৰকাৰ ফচহু কথাত লাগি সময় নষ্ট নকৰিবা[৪৭] ; বাস্তৱতে এনেবোৰ আচাৰে নবীক কষ্ট দিয়ে, আৰু তেওঁ তোমালোকৰ আগত ( নিজৰ মনোভাব ব্যক্ত কৰিবলৈ ) সঙ্কোচ বোধ কৰে, কিন্তু আল্লাই যি সত্য তাকে প্ৰকাশ কৰিবলৈ একো সঙ্কোচ বোধ নকৰে। আৰু যদি তেওঁৰ পত্নীসকলৰ পৰা কিবা লাগতিয়াল বস্তু খুজিব লগা হয়, তেন্তে তোমালোকে তেওঁলোকৰ পৰা খুজিব পাৰা, কিন্তু পৰ্দ্দাৰ অন্তৰালৰ পৰা ; এনে ( শিষ্ট ) আচৰণ তোমালোকৰ হৃদয়সমূহৰ আৰু তেওঁলোকৰো হৃদয়সমূহৰ কাৰণে অধিক পৱিত্ৰ[৪৮] ; আৰু আল্লাৰ ৰচুলক এনেদৰে কষ্ট দিয়া তোমালোকৰ পক্ষে অনুচিত ; আৰু

---

তেওঁৰ পত্নীসকল বিশ্বাসী সকলৰ মাতৃ ; বৰ্জ্জন কৰা হলেও কোনো বিশ্বাসীয়ে তেওঁলোকক বিয়া কৰা নিষেধ আছিল। চোৰা, ৩৩ : ৭ ; আৰু অহ্য আ: ৫৪।

'সৌহাতৰ অধীন' সম্বন্ধে উল্লেখযোগ্য এই, ৰণ বন্দিনী যি তিৰোতাক হজ্ৰতে বিয়া কৰিছিল তেওঁলোকক বুজাইছে অৰ্থাৎ মাৰিয়া কুবতী আৰু ৰেইহানা। খাহ আ: কান্দিৰ্।

৪৭। নিমন্ত্ৰণৰ সময়ত বহুত আগে, ৰন্ধন নৌ হওঁতেও, উপস্থিত নহবা, আৰু ভোজন শেষ হোৱাৰ পাছতো ইফাল সিফালৰ কথাত সময় নষ্ট নকৰিবা।

৪৮। ধৰ্ম্মজীৱনৰ দৰে নৈতিক জীৱনকো ইচ্লামে হৃদয়ৰ পৱিত্ৰতাৰ ওপৰত প্ৰতিষ্ঠিত কৰিছে। আদৰ্শ সামাজিক আৰু পাৰিবাৰিক জীৱনৰ মূল হৈছে হৃদয়ৰ পৱিত্ৰতা।

ইও আগলৈ কেতিয়াও উচিত নহয় যে' তেওঁৰ পত্নীসকলক তোমালোকে বিয়া কৰা ;[৪৯] নিশ্চয় এনে কাৰ্য্য আল্লাৰ ওচৰত গুৰুতৰ পাপ।

৫৫। যদি তোমালোকে কোনো বিষয় প্ৰকাশ কৰা, নাইবা তাকে গোপনে ৰাখা, তেন্তে ( জানি ৰাখাঁ ) নিশ্চয় আল্লা সকলো বিষয়ে সম্পূৰ্ণৰূপে অৱগত।

৫৬। তেওঁলোকৰ কোনো দোষ নাই যদি তেওঁলোক নিজৰ পিতৃসকল আৰু নিজৰ পুত্ৰবিলাক আৰু নিজৰ ভাই ককাইহঁত আৰু নিজৰ ভতিজাবিলাক আৰু নিজৰ ভাগিনবিলাক আৰু নিজৰে - সম্পৰ্কীয়া তিৰোতাবিলাক আৰু যিবিলাক তেওঁলোকৰ সোঁ হাতৰ অধীন সেইবিলাকৰ আগত অবাধে ওলায়।[৫০] আৰু ( হে নবীৰ পত্নীসকল, ) তোমালোক একমাত্ৰ আল্লালৈ ভয় ৰাখি চলিবা, কিয়নো অৱশ্যে আল্লা সকলো বস্তুৰেই ওপৰত দৃষ্টি ৰাখোঁতা।

৫৭। বাস্তৱতে আল্লাই নিজে আৰু তেওঁৰ ফিৰিশ্‌তা সকলে এই নবী জনাৰ প্ৰতি ( আল্লাৰ ) করুণাৰ কামনা কৰে ; হে বিশ্বাসীসকল, তোমালোকেও তেওঁৰ প্ৰতি ( আল্লাৰ ) করুণাৰ কামনা কৰা।[৫১] আৰু সম্ভাষণৰে সৈতে চালাম জনাই থাকিবা।

৫৮। আল্লা আৰু তেওঁৰ ৰচুলক যিবিলাকে অসন্তুষ্ট[৫২] কৰে সিহঁতক আল্লাই নিশ্চয় অভিসম্পাত দিয়ে, ইহলোকত আৰু পৰলোকতো, আৰু ( তদুপৰি ) তেওঁ সিহঁতৰ নিমিত্তে সাজু কৰি থৈছে অপমানজনক শাস্তি।

---

৪৯। হজ্‌ৰতৰ ( স্ব ) পত্নীসকল যিহেতু বিশ্বাসীসকলৰ মাতৃ, তেওঁৰ মৃত্যুৰ পাছত কোনো বিশ্বাসীয়ে তেওঁৰ কোনো পত্নীকে বিয়া কৰিব নোৱাৰে। আৰু হজ্‌ৰতকো আদেশ দিয়া হৈছে তেওঁ অইন তিৰোতাক বিয়া কৰিব নোৱাৰে আৰু কোনো পত্নীক তালাক দিবও নোৱাৰে। ওপ ৰ আঃ ৩২-৩৫ চোৱাঁ।

৫০। বাচ্‌-বিচাৰ নকৰাকৈ যাৰে তাৰে আগত বিশ্বাসিনী সকলক ওলাবলৈ নিষেধ কৰিছে। যিবিলাকৰ আগত অবাধে ওলাব পাৰে সেইবিলাকৰ উল্লেখ কৰিছে। চোৱাঁ ২৪ : ৩২।

৫১। ইয়াকে ইচ্‌লামীয় ভাষাত 'দৰুদ' পঢ়া বা পঠোৱা বোলে। অৰ্থ হৈছে হজ্‌ৰতৰ ( স্ব ) আত্মাৰ মঙ্গল কামনা কৰা। 'দৰুদ' আৰু চালাম নমাজৰ অংশ, 'তশ্বহ্‌হুদত' সন্নিবিষ্ট।

৫২। হজ্‌ৰত ৰচুলৰ ( স্ব ) মনত কষ্ট দিয়াৰ অৰ্থ আল্লাৰ সন্তুষ্টিৰ পৰা নিজকে বঞ্চিত কৰা ; আৰু ই মহাপাপ। বিশ্বাসী পুৰুষ আৰু বিশ্বাসিনী তিৰোতাকো বিনা দোষে কষ্ট দিয়া প্ৰকাণ্ড পাপ। চোৱাঁ অহা আঃ।

৫৯। আৰু যিবিলাকে বিশ্বাসী আৰু বিশ্বাসিনীসকলে কোনো দোষ নকৰা সত্ত্বেও তেওঁলোকক কষ্ট দিয়ে, স্বৰূপতে সিহঁতে নিজেই বহন কৰে মিছা অপবাদৰ কুফল আৰু প্ৰত্যক্ষ পাপৰ বোজা।

## ৰুকু ৮

হজ্ৰতৰ (স্ব) পত্নীসকল আৰু আন বিশ্বাসিনীসকলৰ
পিন্ধন-ওৰণ সম্বন্ধে শিষ্টতা পালনৰ আদেশ;
বিৰোধীবিলাকৰ সৰ্ব্বনাশ; নিৰ্দ্দিষ্ট
সময়ৰ আগমন।

৬০। হে নবী, তুমি নিজৰ পত্নীসকলক আৰু নিজৰ কন্যা সকলক আৰু বিশ্বাসীসকলৰ তিৰোতা সকলক আদেশ দিয়া, তেওঁলোকে (বাহিৰলৈ ওলাওঁতে) যেন নিজৰ উৰণি পিন্ধি গাৰ ওপৰত ওলোমাই লয়;[৫৩] অতি সম্ভৱ ইয়াৰ দ্বাৰা তেওঁলোক (লোকৰ মাজত) পৰিচিত হয়; তাৰ ফলত তেওঁলোকক যেন বিৰক্তি দিয়া নহয়; আৰু আল্লা পৰম ক্ষমাবন্ত, শ্ৰেষ্ঠ দানশীল।

৬১। যদি কপটাচাৰীবিলাক, আৰু যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছে সেইবিলাক, আৰু মদিনাত গুৰুতৰ আলোড়নৰ সৃষ্টি কৰোঁতাবিলাক[৫৪] ক্ষান্ত নহয়, তেন্তে নিশ্চয় আমি সিহঁতৰ ওপৰত তোমাক ক্ষমতা দান কৰিম; তাৰ পিছত মাত্ৰ অলপ দিনলৈকে সিহঁত এই নগৰত তোমাৰ ওচৰ চুবুৰীয়াৰূপে থাকিবলৈ পাব।[৫৫]

৬২। সিহঁত অভিশপ্ত! য'তে সিহঁতক দেখা পোৱা হব, তাৰেই পৰা সিহঁতক ধৰি অনা হব আৰু সিহঁতক সমূলি বধ[৫৬] কৰা হব।

---

৫৩। চকু যেন অৱনত থাকে; চোৰা, ২৪:৩১, ৩২, আৰু টী।

৫৪। এইবিলাকে হজ্ৰতৰ (স্ব) আৰু স্বহাবাসকলৰ বিৰুদ্ধে মিছা অপবাদ ৰটাই ফুৰিছিল, আৰু মানুহক উত্তেজিত কৰিছিল।

৫৫। এই ভবিষ্যৎবাণী অলপ দিনৰ ভিতৰলৈ পূৰ্ণ হ'ল। কপটাচাৰীবিলাক আৰু বিৰোধী ইহুদীবিলাক মদিনাৰ পৰা অদৃশ্য হ'ল।

৫৬। এইবিলাকে হজ্ৰতৰ (স্ব) পথত বাধা সৃষ্টি কৰি তেওঁক আৰু তেওঁৰ অনুগামীসকলক দাৰুণ কষ্ট দিছিল (আঃ ৫৮ আৰু ৫৯)। ৬১ আয়তত্তো সেইবিলাকৰে সম্বন্ধে উল্লেখ হৈছে। যিহঁত মদিনা ৰাষ্ট্ৰৰ বিদ্ৰোহী আছিল, আৰু বিদ্ৰোহ আলোড়নৰ মূল।

৬৩। পূৰ্ব্ববৰ্ত্তীবিলাকৰ মাজতো আল্লাৰ এনে নিয়ম প্ৰচলিত আছিল, আৰু আল্লাৰ নিয়মৰ পৰিবৰ্ত্তন তুমি কদাপি দেখিবলৈ নোপোৱা।

৬৪। নিৰ্দ্দিষ্ট সময় [৫৭] সম্বন্ধে মানুহে তোমাক প্ৰশ্ন কৰে; তুমি উত্তৰ দিয়া, সেই সময়ৰ জ্ঞান মাথোন আল্লাৰ ওচৰত; আৰু তুমি কেনেকৈ জানিব পাৰিবা, হব পাৰে সেই নিৰ্দ্দিষ্ট সময় কাষতেই!

৬৫। নিশ্চয় আল্লাই অবিশ্বাসীবিলাকৰ প্ৰতি নিক্ষেপ কৰিছে অভিসম্পাত, আৰু সিহঁতৰ নিমিত্তে সাজু থৈছে জ্বলন্ত অগ্নি।

৬৬। তাৰ মাজতে সিহঁত থাকিব স্থায়ীৰূপে; সিহঁতে কেতিয়াও নাপাব কোনো বন্ধু নাইবা কোনো সহায় কৰোঁতা।

৬৭। সেই দিনা সিহঁতৰ মুখবোৰ জ্বলন্ত অগ্নিত ওলটাই দিয়া হব; সিহঁতে কব, হায়, আমি যদি আল্লাৰ বাধ্য হোৱা হেতেন, আৰু ৰচুলৰ কথা শুনা হেতেন!

৬৮। আৰু সিহঁতে স্বীকাৰ কৰিব এই বুলি, হে আমাৰ প্ৰভু, কোনো ভুল নাই, আমি আমাৰ নেতৃবৃন্দৰ আৰু আমাৰ মুখিয়ালবিলাকৰ বাধ্য আছিলোঁ; কিন্তু হায়, সেইবিলাকেই আমাক সুপথৰ পৰা আঁতৰাই বিপথে নিলে।

৬৯। হে আমাৰ প্ৰভু, সিহঁতক দুগুন শাস্তি প্ৰদান কৰা, আৰু সিহঁতক ভীষণৰূপে অভিশপ্ত কৰা।

## ৰুকু ৯

হজৰত মুচাৰ বিৰুদ্ধে অভিযোগ; আল্লাই ন্যস্ত কৰা ভাৰ
আকাশমণ্ডলী আৰু পৃথিৱীয়ে বহন নকৰিলে,
কিন্তু সিদ্ধ পুৰুষসকলে বহন কৰিলে।

৭০। হে বিশ্বাসীসকল, যিবিলাকে মুচাক (তেওঁৰ বিৰুদ্ধে) মিছা অপবাদ[৫৮]

---

৫৭। (১) পুনৰুত্থানৰ (কিয়ামতৰ) দিন। (২) বিদ্ৰোহীবিলাকৰ পতন আৰু শাস্তিৰ দিন।

৫৮। চোৱা, বা, গণ ১১; ১-১৩। এজনী চেযেৰীটন তিৰোতাৰ লগত মুচাৰ (আ) গুপ্ত সম্বন্ধ আছিল বুলি কিছুমানে মিছা অপবাদ ৰটাইছিল। মুচাৰ (আ) প্ৰতিৰূপ হজৰত মহম্মদৰ (স্ব) বিৰুদ্ধে এনে ধৰণৰ মিছা অপবাদ শত্ৰুবিলাকে জইনৰ সম্বন্ধে ৰটাইছিল। চোৱা, ৩৩; ৩৮ আৰু টী। আল্লাই দুয়োকে এনে অপবাদৰ পৰা মুক্ত কৰিলে।

ৰটাই কষ্ট দিছিলে সিহঁতৰ অনুৰূপ তোমালোক নহবা ; সিহঁতে যি অভিযোগ আনিছিল তাৰ পৰা আল্লাই তেওঁক অব্যাহতি দিছিল ; আৰু[৫৯] আল্লাৰ ওচৰত তেওঁ আছিল সম্মানজনক।

৭১। হে বিশ্বাসীসকল, আল্লালৈ ভয় ৰাখি চলিবা আৰু তোমালোকে অকৃত্রিম সঠিক কথা কবা ;

৭২। ( তাৰ ফলত ) তেওঁ তোমালোকৰ কাৰ্য্যসমূহ তোমালোকৰ কাৰণে শুধৰাই দিব, আৰু তোমালোকৰ অপৰাধসমূহ তোমালোকৰ নিমিত্তে মাৰ্জ্জনা কৰিব ; আৰু যিজনে আল্লা আৰু তেওঁৰ ৰচুলৰ আজ্ঞা পালন কৰে সেইজনেই লাভ কৰিব মহান সফলতা।

৭৩। আমি নিশ্চয় আকাশমণ্ডলী আৰু পৃথিৱী আৰু পৰ্ব্বতসমূহৰ প্ৰতি দায়িত্ব ভাৰ অৰ্পণ কৰিছিলোঁ, [৬০] কিন্তু সেইবিলাকে তাকে বহন কৰিবলৈ অস্বীকাৰ কৰিলে, আৰু সেই দায়িত্ব গ্ৰহণ কৰিবলৈ সংশয় বোধ কৰিলে ; কিন্তু মানৱে[৬১]

---

৫৯। 'ৱযীহন্' ( সম্মানজনক ) শব্দ ঈচা ( আ ) সম্বন্ধেও ব্যৱহাৰ কৰা হৈছে ; চোৱা, ৩ : ৪৬।

৬০। ইয়াত আমানতৰ কথা হৈছে, জগতত আল্লাৰ বিধান স্থাপিত, আৰু সত্য আৰু ন্যায়ৰ নীতি সুপ্ৰতিষ্ঠ কৰিবৰ দায়িত্ব। এই দায়িত্বৰ গুৰুত্বলৈ চাই আকাশমণ্ডলী, পৃথিৱী আৰু পৰ্ব্বতমালাই তাকে গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে। কিন্তু মানৱ সৃষ্টিতকৈ শ্ৰেষ্ঠ, সৃষ্টিৰ গৌৰৱ-গৰিমা। মানৱক পৃথিৱীত আল্লাই নিজৰ খলীফা ( প্ৰতিনিধি ) পাতিছে। মানৱে আনন্দৰ উচ্ছ্বাসৰে আল্লাৰ ইচ্ছা পূৰ্ণ কৰিবলৈ সেই গুৰুত্বপূৰ্ণ দায়িত্ব গ্ৰহণ কৰিলে। এই ক্ষেত্ৰত যে অসাধাৰণ কঠোৰ সাধনা কৰিব লাগিব লক্ষ্য নকৰি মানৱ নিজ আত্মাৰ প্ৰতি অতিশয় অন্যায়কাৰী হ'ল ( জলুমন্ )। তদুপৰি সেই দায়িত্ব সুচাৰুৰূপে সমাধা কৰিবলৈ তাৰ সামৰ্থ্য আছে নে নাই তাৰো চিন্তা নকৰি নিজৰ অজ্ঞানতাৰ পৰিচয় দিলে ( যহুলা )।

৬১। মানৱজাতি এৰি এজন বিশেষ পুৰুষ বুজাব পাৰে, কাৰণ মূলত 'আল্ ইনচান' আছে, অৰ্থাৎ মানুহ বিশেষ। সেইজন হৈছে হজ্ৰত মহম্মদ ( স্ব )। বিধানমূলক কোৰান তেওঁৰে প্ৰতি অৱতীৰ্ণ হৈছিল ; আৰু তেৱেঁ প্ৰসন্ন মনেৰে আল্লাৰ আমানত্ গ্ৰহণ কৰিছিল। সৌৰজগত, পৃথিৱী আৰু পৰ্ব্বতমালাৰ ভীতি আৰু অস্বীকাৰ ৰূপক অৰ্থত। পৰ্ব্বতৰ ভয় সম্বন্ধে এটা সুন্দৰ আয়ত আছে—'আমি যদি এই কোৰানখন পৰ্ব্বতৰ ওপৰত অৱতীৰ্ণ কৰা হলে, সেই পৰ্ব্বত আল্লাৰ ভয়ত বিহ্বল হৈ ফাটি ডোখৰ ডোখৰ হ'ল হেতেন, মানৱৰ কাৰণে আমি এনেবোৰ উপমা ব্যক্ত কৰোঁ যাতে সিহঁতে চিন্তা কৰে।'—৫৯ : ২২।

তাকে বহন কৰিলে ; বাস্তৱিকতে সি আছিল ( নিজৰ প্ৰতি ) অতিশয় অন্যায়-কাৰী, ( অসত্যৰ পিনে ) অমনোযোগী[৬২]।

৭৪। তাৰ ফলত কপটাচাৰী পুৰুষ আৰু কপটাচাৰিণী তিৰোতাবিলাকক আৰু অংশীবাদী পুৰুষ আৰু অংশীবাদিনী তিৰোতাবিলাকক আল্লাই শাস্তি প্ৰদান কৰিব, আৰু তেওঁ কৃপা-দৃষ্টি কৰিব বিশ্বাসী আৰু বিশ্বাসিনী সকলৰ প্ৰতি ; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

---

৬২। 'অলুম' আৰু 'যহুল'ৰ অৰ্থ আগতে দিয়া হৈছে। কিছুমান ব্যাখ্যাকাৰে লিখিছে, আকাশ, পৃথিৱী, পৰ্ব্বত সকলোৱে আল্লাৰ আমানত গ্ৰহণ কৰিলে, মানৱেহে নকৰিলে। আমি যি ব্যাখ্যা কৰিছোঁ তাৰ ই একেবাৰে বিপৰীত। আমাৰ ব্যাখ্যা হজ্‌ৰত মচীহে মৌউদৰ ব্যাখ্যাৰ পোহৰত কৰা হৈছে। চোৱা, 'খজীনতুল্-ম'আৰিফ্' পৃঃ ৮৮০, টীকা।

কবি হাফিজে কৈছে। আচমান বাৰে আমানত নতৱানিস্ত্ কশীদ=কুৰ্‌আয়ে ফাল বনামে ম'নে দিৱানা জদন্দ্। মানে, আমানতৰ ভাৰ আকাশে লবলৈ অপাৰগ হ'ল। মই উন্মাদ, মোৰ ভাগ্যতহে সেই ভাৰ পৰিল।

অনেক কোৰানবিদ সকলে অলুম্ আৰু যহুল ভাল অৰ্থত ব্যৱহৃত হৈছে বুলি মত প্ৰকাশ কৰিছে, যেনে ফতুহাতে মক্কীয়াৰ প্ৰণেতা ইমাম মুহিয়ুদ্দিন ইবনে আৰবী। খাযা মহম্মদ পাৰ্‌চা, আৰু প্ৰসিদ্ধ গ্ৰন্থকাৰ ইব্‌নে যৰীৰে একে অৰ্থ লৈছে।

# চুৰা ৩৪

# আচ্-চবা

## মক্কাত অৱতীৰ্ণ

৬ ৰুকু, ৫৫ আয়ত

চবা আৰবৰ ইয়মন্ প্ৰদেশৰ এখন ডাঙৰ নগৰ আছিল। এই চুৰাটিয়ো চবা নামেৰে অভিহিত হ'ল। চবাৰ অধিবাসীবিলাকে ব্যৱসা বাণিজ্য কৰি যথেষ্ট ধন উপাৰ্জ্জন কৰিছিল। সিহঁত বিলাসিতাপ্ৰিয় হৈ পৰিল, আৰু ধৰ্ম্মৰ অনুৰাগ একেবাৰে নোহোৱা হ'ল। এক সত্য আল্লাক এৰি সিহঁতে নানা উপাস্য সাজি লৈছিল। নানা তৰহৰ অনাচাৰ আৰু অন্যায় সিহঁতৰ জীৱনজোৰা অভ্যাস আছিল। সিহঁতৰ কুকৰ্ম্মৰ প্ৰতিফলৰূপে ভীষণ বানপানীয়ে চবাৰ নিচিনা এখন ডাঙৰ শুৱলা নগৰক বুৰাই বিনাশ কৰিলে।

চবাৰ কাহিনীৰ পৰা মক্কাৰ কোৰেইশে শিকনি নলৈ হজ্ৰত মহম্মদৰ ( স্ব ) বিৰুদ্ধাচৰণ কৰিছিল, আৰু ইচ্লাম যাতে আৰব দেশত স্থাপিত নহয় তাৰে অতিকৈ চেষ্টা কৰিছিল। এই চুৰাত সিহঁতক সতৰ্ক কৰি দিয়া হৈছে, যদি সিহঁতৰ আচৰণৰ পৰিবৰ্ত্তন নহয় সিহঁতে আল্লাৰ বিচাৰ মতে শাস্তি ভোগ কৰিব লাগিব। বদৰৰ ৰণক্ষেত্ৰত আল্লাৰ ভবিষ্যৎবাণী পূৰ্ণ হ'ল। তাৰ পিছতো কেইখন ৰণত সিহঁত পৰাজিত হ'ল। শেহত মক্কা-বিজয়ৰ দিনা সিহঁতে আত্মসমৰ্পণ কৰিবলৈ বাধ্য হ'ল। এই চুৰাটি মক্কাযুগৰ প্ৰথম ছোৱাত অৱতীৰ্ণ হৈছিল। এই বিষয়ে দুই মত নাই।

## ৰুকু ১

ভাল কামৰ প্ৰতিদান, বেয়া কামৰ শাস্তি ; কিয়ামতত
বিশ্বাস ; জ্ঞানী মানুহৰ কোৰানত দৃঢ় বিশ্বাস ;
হজ্ৰতে ( স্ব ) কোৰান সাজি লোৱা
নাই ; তেওঁ উন্মাদো নহয়।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত,

২। সকলো প্ৰশংসা সেই আল্লাৰ নিমিত্তে যিজনৰ অধিকাৰ আকাশমণ্ডলী

আৰু পৃথিৱীত অৱস্থিত সকলো বস্তুৰেই ওপৰত; আৰু পৰকালতো সকলো প্ৰশংসাৰ গৰাকী তেৱেঁই; আৰু তেৱেঁই শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

৩। যি মাটিৰ তললৈ সোমাই যায় আৰু যি তাৰ পৰা ওলায়,[১] আৰু যি আকাশৰ পৰা নামি আহে আৰু যি তালৈ উঠি যায়,[২] সকলো আল্লাই জানে, আৰু তেৱেঁই পৰম দানশীল, শ্ৰেষ্ঠ মাৰ্জ্জনশালী।

৪। আৰু যিবিলাক অবিশ্বাসী সিহঁতে কয়, সেই প্ৰতিশ্ৰুত সময় আমাৰ ওচৰলৈ কেতিয়াও নাহে। (হে মহম্মদ,) তুমি কোৱাঁ, নহয়, মোৰ প্ৰভুৰ শপত ইয়াত কোনো সন্দেহ নাই, তোমালোকৰ ওচৰলৈ (সেই সময়) আহিবই আহিব। আকাশমণ্ডলী আৰু পৃথিৱীৰ মাজত অনুপৰমাণুৰ তুল্য বস্তু নাই যি অদৃশ্য জানোতা আল্লাৰ অগোচৰ, আৰু তাতোকৈ সৰু নাইবা তাতো কৈ ডাঙৰ এনে বস্তু নাই যি (আল্লাৰ) সুস্পষ্ট গ্ৰন্থত[৩] লিপিবদ্ধ হোৱা নাই;

৫। এই জ্ঞানৰ ফলত তেওঁ প্ৰতিদান দিব সেইসকলক যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰিছে; সেইসকলে লাভ কৰিব মাৰ্জ্জনা আৰু সম্মানজনক উপজীৱিকা।

৬। আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক ব্যৰ্থ কৰিবলৈ চেষ্টা কৰে সিহঁতৰ নিমিত্তে থাকিব কঠোৰ যন্ত্ৰণাদায়ক শাস্তি।

৭। আৰু যিসকলক জ্ঞান দান কৰা হৈছে তেওঁলোকে দেখিবলৈ পাইছে,[৪] যি (কোৰাণ) তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি অৱতীৰ্ণ হৈছে সি সমূলি সত্য, আৰু সিয়ে (মানুহক) পথ প্ৰদৰ্শন কৰে সৰ্ব্বশক্তিমান, প্ৰশংসনীয় আল্লাৰ পিনে।

---

১। যেনে গুটি সিঁচা হয় তেনে শস্য উৎপন্ন হয়।

২। সাধাৰণ অৰ্থ স্পষ্ট; মেঘৰ পৰা বৰষুণ নামে, আৰু সেই পানী বাষ্পৰূপে ওপৰলৈ উঠি যায়। ৰূপক অৰ্থ: আল্লাৰ প্ৰত্যাদেশ আকাশৰ পৰা নামে; তাৰ সুফল পুণ্যৰূপে উৰ্দ্ধলোকলৈকে উঠি যায়। চোৱাঁ। ৩৫ : ১১। আৰু চোৱাঁ, ৫৭ : ৫, য'ত একে ভাষা প্ৰয়োগ কৰা হৈছে।

৩। (১) মহা বিচাৰৰ দিন, কিয়ামত্। (২) কুকৰ্ম্মৰ প্ৰতিফলৰূপে ভীষণ শাস্তি অহাৰ দিন।

৪। আল্লাৰ অপৰিসীম জ্ঞানে সৰু ডাঙৰ, ভাল বেয়া সকলো কাৰ্য্যকে আবৰি আছে। তেওঁৰ অবিদিত একো নাই। চোৱাঁ, ২৯ : ৮, ৯।

৫। তেওঁলোকে চিন্তা কৰি উপলব্ধি কৰিব পাৰিছে।

৮। আৰু অবিশ্বাসীবিলাকে ( ইজনে সিজনক ) কয়, আমি তোমালোকক এনে এজন মানুহৰ[৬] নির্দ্দেশ দিম নে যি তোমালোকক এনে ( আচৰিত) কথা কৈ ফুৰে তোমালোকক হেনো ( মৃত্যুৰ পিছত ) সম্পূর্ণৰূপে চূর্ণ-বিচূর্ণ হৈ যোৱাৰ পিছতো নতুনকৈ সৃষ্টি[৭] কৰা হব।

৯। আল্লাৰ বিৰুদ্ধে তেওঁ এইষাৰ কথা মিছা সাজি লৈছে, নহলে তেওঁ এজন[৮] যাদু-গ্রস্ত। এনে হব নোৱাৰে, বৰং যিবিলাকে পৰকালত বিশ্বাস নকৰে সেইবিলাকহে পৰি আছে শাস্তিৰ মাজত আৰু দূৰণিৰ ভ্রান্তিত।

১০। কি! আকাশ আৰু পৃথিৱীত সিহঁতৰ সম্মুখত আৰু সিহঁতৰ পাছত যি আছে তাক সিহঁতে দেখিবলৈ পোৱা নাই নে? যদি আমাৰ ইচ্ছা হয় আমি সিহঁতক পৃথিৱীত লাঞ্ছিত কৰিম, নাইবা আকাশৰ পৰা কোনো আপদ নমাই সিহঁতৰ ওপৰত নিক্ষেপ কৰিম[৯]; কোনো সন্দেহ নাই, ইয়াৰ মাজত আছে নিদর্শন, যি আল্লাৰ পিনে বাৰে বাৰে ঘূৰি আহে এনে ( তেওঁৰ ) প্রত্যেক ভৃত্যৰ কাৰণে।

## ৰুকু ২

দাউদ ( আ ) আৰু চুলেইমানৰ ( আ ) বিশাল ৰাজ্য,
চুলেইমানৰ পুত্রেকৰ বিদ্রোহ; ফলত ৰাজ্যৰ পতন;
চবাবাসীবিলাকৰ প্রতি বানপানীৰ শাস্তি
আৰু শেহত সিহঁতৰ বিনাশ।

১১। আৰু স্বৰূপতে দাউদক আমি নিজ সন্নিধানৰ পৰা বিশেষ কৃপা[১০]

৬। হজ্ৰত্ মহম্মদ ( স্ব )। সিহঁতে উপহাস কৰি কয়।

৭। ইচ্লামে মৃত্যুৰ পাছত উত্থান, ব'ছ বা'হুল্ মৌ'তৰ বিশ্বাসক মৌলিক বিশ্বাস বুলি ধৰিছে।

৮। হজ্ৰতৰ বহু কথা নিজৰ পুৰণি বিশ্বাসৰ বিৰুদ্ধে যোৱা দেখি আৰবৰ অন্ধবিশ্বাসী-বিলাকৰ এনে বিশ্বাস নাছিল।

৯। অবিশ্বাসীবিলাকে তেওঁক বলিয়া বুলিছিল। কোৰানে তাৰ সন্তোষজনক উত্তৰ দিছে। চোৰাঁ, চুৰা ৬৮ৰ প্রথম সাতোটি আৰু অনুবাদত ৰূপক অর্থ লোৱা হৈছে। শব্দার্থ হৈছে, আমি সিহঁতক মাটিৰ তলত পুতি পেলাম, অথবা আকাশৰ এডোখৰ সিহঁতৰ ওপৰত দাণ্ডি নিক্ষেপ কৰিম।

১০। দাউদে ( আ ) এখন বিৰাট ৰাজ্যৰ অধিপতি আছিল। চোৰাঁ বা, চমুৱেল্ ৭ : ৮৯। "পৃথিৱীত থকা মহৎ লোকৰ নামৰ দৰে তোমাৰো নাম মহৎ কৰিম।"

দান কৰিছিলোঁ। ( আমি আদেশ দিছিলোঁ, ) হে পৰ্ব্বতসমূহ, আৰু হে পক্ষীবিলাক, তোমালোকে তেওঁৰ সৈতে আমাৰ প্ৰশংসাৰ কীৰ্ত্তন কৰা[১১]। আৰু আমি তেওঁৰ কাৰণে লো[১২] কোমল কৰিছিলোঁ ;

১২। ( আৰু আদেশ দিছিলোঁ ) যে তুমি বহলকৈ জাখৰ সাজাঁ, আৰু বেৰিবোৰ উপযুক্ত পৰিমাণে[১৩] জাখৰত জোৰা দিবা, আৰু তোমালোক সকলোৱে সজ কাম কৰাত লাগি যাবা ; তোমালোকে যি কামকে কৰা মই নিশ্চয় তাকে নিৰীক্ষণ কৰোঁ।

১৩। আৰু আমি চুলেইমানৰ অধীন কৰিছিলোঁ বতাহক ;[১৪] সেই বতাহৰ গতি আছিল পুৱা এমাহৰ বাট, আৰু গধূলিও এমাহৰ বাট ; আৰু তেওঁৰ কামৰ নিমিত্তে আমি গলোৱা পিতলৰ জৰণি প্ৰবাহিত কৰিছিলোঁ ; আৰু তেওঁৰ প্ৰভুৰ আদেশত যিন্‌বিলাকৰ[১৫] এদলে তেওঁৰ তত্বাবধানত শ্ৰমিকৰূপে খাটিছিল ; আৰু সিহঁতৰ মাজৰ কেও যদি আমাৰ আদেশৰ অবাধ্য হয় তাকে আমি জ্বলন্ত অগ্নি-শাস্তিৰ সোৱাদ লবলৈ দিম।

১৪। সিহঁতে তেওঁৰ ইচ্ছামতে তেওঁৰ কাৰণে সাজিছিল বহু উপাসনালয় আৰু প্ৰতিমূৰ্ত্তিসমূহ আৰু হৌজ সদৃশ বহু জলাধাৰ আৰু সহজে কঢ়িব নোৱাৰা বহু ( গধুৰ ) ৰন্ধনপাত্ৰবোৰ[১৬]। হে দাউদৰ সন্তান-সন্ততি, আল্লাৰ শলাগ লৈ

---

১১। দাউদৰ প্ৰাৰ্থনাও ইমান হৃদয়গ্ৰাহী আছিল যে পৰ্ব্বতীয়া অসভ্য লোকেও, তেওঁৰ প্ৰাৰ্থনাত যোগ দিছিল ; আৰু যিবিলাকৰ হৃদয় পক্ষীৰ দৰে কোমল তেওঁলোকেও আল্লাৰ মহিমাৰ কীৰ্ত্তন কৰিছিল। চোৱাঁ, ২১ : ৮০।

১২। চোৱাঁ, বা, গীত, ১৮, ৭ : ৩৪। লোৰ ব্যৱহাৰ, বিশেষকৈ জাখৰ সজা, আল্লাই তেওঁক শিকাইছিল।

১৩। যেন জাখৰ পাতল আৰু পিন্ধিবলৈ সহজ হয়, অথচ যেন বেৰিবোৰ ছিণ্ডি নপৰে।

১৪। চোৱাঁ, ২১ : ৮২ আৰু টী ৬০। ইয়াকা বন্দৰত এটা বিৰাট নৌবাহিনী আছিল। বতাহ অনুকূল পালে তেওঁৰ দ্ৰুতবেগী জাহাজবোৰে এমাহৰ যাত্ৰা এবেলাতে শেষ কৰিছিল।

১৫। চোৱাঁ, ২১ : ৮৩ আৰু টী সেই আয়তত এই পৰ্ব্বতীয়া জাতিক 'শয়তান' বোলা হৈছে ; আৰু এই আয়তত সেইবিলাকক 'যিন্' কৈছে। সিহঁত দীঘল আৰু বলী, এমেলিক নামৰ এটা পৰ্ব্বতীয়া জাতি আছিল।

১৬। চোৱাঁ, ২ বংশাৱলী, অধ্যায় ২ আৰু ৪। চুলেইমানে যেৰুজেলেমৰ প্ৰকাণ্ড মস্জিদ সজাইছিল ৭ বছৰত। আৰু ১৩ বছৰ লাগিল নিজৰ প্ৰাসাদ নিৰ্ম্মাণত। অতি সম্ভৱ এইবোৰ নিৰ্ম্মাণ কামত এমেলিকবিলাকক খটোৱা হৈছিল।

তোমালোকে কামত লাগি যোৱা ; আৰু মোৰ ভৃত্যবিলাকৰ মাজত শলাগী মানুহ তাকৰ।

১৫। কালক্ৰমে যেতিয়া আমি চুলেইমানৰ মৃত্যুৰ বিধান কৰিলোঁ পৃথিৱীৰ[১৭] এজন তুচ্ছ প্ৰাণীৰ বিনে কেও তেওঁৰ মৃত্যুৰ বাতৰি সিহঁতক দিয়া নাছিল ; তেওঁৰ ৰাজ্য সি নিজে ( গ্ৰাস কৰি ) শক্তিহীন কৰিছিল। ৰাজ্যৰ পতন হলত ( প্ৰকৃত কথা ) যিন্‌বিলাকে স্পষ্টকৈ বুজিব পাৰিলে, আৰু কৰ ধৰিলে, সিহঁতৰ ভবিষ্যতৰ জ্ঞান থকা হলে, সিহঁতে ( ইমান দিন্ জুৰি ) অপমানজনক শাস্তিত পৰি নাথাকিলেহেতেন[১৮]।

১৬। স্বৰূপতে চবা-নিবাসী জাতিৰ নিমিত্তে এটা নিদৰ্শন আছিল সিহঁতৰ বাসস্থানসমূহৰ মাজত। ( চবা নগৰত ) সোঁহাতে আৰু বাওঁহাতে দুখন সুন্দৰ বাগিছা আছিল ; ( আমি আদেশ দিছিলোঁ, ) তোমালোকৰ প্ৰভুৱে দিয়া জীৱিকা উপভোগ কৰিবা, আৰু তেওঁৰ শলাগ লবা ; ( তেওঁ দিয়া ) কেনে বিতোপন নগৰী,[১৯] আৰু তেৱেঁই মাৰ্জ্জনাশীল প্ৰতিপালক।

১৭। পিছত সিহঁত মুখ ঘূৰাই আমাৰ অবাধ্য হ'ল ; তাৰ বাবে আমি সিহঁতৰ প্ৰতি বান্ধ[২০] ভাঙিব পৰা বানপানীৰ ভীষণ স্ৰোত প্ৰবাহিত কৰিলোঁ, আৰু সিহঁতৰ দুখন[২১] বাগিছাৰ সলনি এনে দুখন বাগান প্ৰদান কৰিলোঁ য'ত অৰুচিকৰ তিতা ফলহে উৎপন্ন হৈছিল, আৰু য'ত আছিল ঝাউ গছ কিছুমান আৰু ইফালে সিফালে কেইবা জোপা বগৰি গছ।

---

১৭। যিজনে পাৰ্থিব সুখ-বিলাসতে উন্মত্ত হৈ থাকিছিল। চোৱা ৭ : ১৭৭ 'পৃথিৱীৰ ফাললৈ ঢাল ল'লে'। এনেজন মানুহ বাস্তৱতে মাটিৰ পোক। চুলেইমানৰ ( আ ) পুতেক, ৰোহবোৱামক বুজাইছে। তাৰ ব্যভিচাৰ, অনাচাৰৰ বাবে চুলেইমানৰ বিশাল ৰাজ্যৰ পতন হ'ল। চোৱা বাং ২ বংশাবলী।

১৮। ৰাজ্যৰ এনে দাৰুণ অৱস্থাৰ কথা আগতে জনা হলে, সিহঁতে বেগাৰ নাখাটিলেহেতেন, এই বুলি দুখ কৰিছিল।

১৯। চবা সুখ-শান্তি বিৰাজ কৰা এখন নগৰ আছিল ; আৰু তাৰ অধিবাসীবিলাকে ভোগ-বিলাসৰ মোহত আল্লাক পাহৰি গৈছিল।

২০। এই বান্ধৰ নাম আছিল ম'আৰিব্, দীঘলে ২ মাইল আৰু ১২০ ফুট ওখ।

২১। চবা চহৰৰ ওচৰতে উৰ্ব্বৰা শস্যক্ষেত্ৰবোৰ আছিল। তাৰে দুই পিনে নানা ফলৰ বাগান আছিল। বানপানীয়ে শস্য নাশ কৰিলে, আৰু ফলৰ বাগান দুখনৰ ঠাইতে হাবি বননি হল।

১৮। সিহঁতক সেয়ে প্ৰতিফল দিছিলোঁ, কিয়নো সিহঁতে ( আমাৰ ) কৃতজ্ঞতা স্বীকাৰ কৰা নাছিল ; আৰু আমি নিতান্ত অকৃতজ্ঞ মানুহৰ বাহিৰে অইনক এনে প্ৰতিফল নিদিওঁ।

১৯। আৰু সিহঁতৰ আৰু সেই নগৰসমূহৰ মাজতে যিবোৰক আমি মঙ্গলেৰে পৰিপূৰ্ণ কৰিছিলোঁ আশে-পাশে চকুত লগা আৰু কিছুমান নগৰ আমি সংস্থাপিত কৰিছিলোঁ,[২২] আৰু সেইবোৰৰ মাঁজেদি পৰিভ্ৰমণৰ সুবিধাৰ বাবে (ঠায়ে ঠায়ে) খপুৰা নিৰূপিত কৰি ( আদেশ দিছিলোঁ, ) সেইবোৰৰ মাজেদি ৰাতি হওক বা দিন হওক তোমালোকে নিৰাপদে যাতায়াত কৰিব পাৰা।

২০। কিন্তু সিহঁতে কলে, হে আমাৰ প্ৰভু, আমি যেন সুদূৰ ঠাই[২৩] পৰ্য্যন্ত ভ্ৰমণ কৰিব পাৰোঁ তাৰে ব্যৱস্থা কৰি দিয়ঁ। ইয়াৰ দ্বাৰা সিহঁতে নিজ আত্মাসমূহৰ প্ৰতি নিজেই অন্যায় কৰিছিল। তাৰ ফলত আমি সিহঁতক ( পৰবৰ্ত্তী-বিলাকৰ কাৰণে ) কাহিনী স্বৰূপ কৰিলোঁ, আৰু সিহঁতক ( দেশত ) সমূলি ছেৰেলি-পেৰেলি কৰিলোঁ। কোনো সন্দেহ নাই, ইয়াৰ মাজত সকলো ধৈৰ্য্যশীল, শলাগী মানুহৰ নিমিত্তে আছে বহু নিদৰ্শন।

২১। আৰু স্বৰূপতে ইব্লিচে সিহঁতৰ সম্বন্ধে নিজৰ কল্পনা সত্যত পৰিণত কৰিছিল ; কিয়নো বিশ্বাসীসকলৰ এদলক এৰি সিহঁতৰ সকলোৱে তাৰেই অনুসৰণ কৰিব লাগিছিল।

২২। আৰু সেই বিশ্বাসীসকলৰ ওপৰত ইব্লিচৰ কোনো ক্ষমতা নাছিল। আমাৰ এই ইচ্ছা যিজনে পৰকালত বিশ্বাস কৰিছে তেওঁক সেইজনৰ পৰা আমি পৃথক কৰোঁ যি এই বিষয়ে সন্দেহত পৰি আছে ; বাস্তৱতে তোমাৰ প্ৰভু সকলো বস্তুৰেই সংৰক্ষক।

---

২২। চবা ধ্বংস হোৱাৰ বহুদিনৰ পাছত সেই ঠাইতে ডাঙৰ এখন নগৰ হৈ উঠিল। তদুপৰি চীৰিয়া আৰু ইয়মনৰ মাজত কেইবাখন নগৰ স্থাপিত হ'ল, আৰু ব্যৱসা-বাণিজ্যৰ সুবিধাৰ কাৰণে বহুতো বাট বান্ধি দিয়া হৈছিল, আৰু অহা-যোৱাত চোৰ ডকাইতৰ একো ভয় নাছিল।

২৩। সিহঁতৰ আৰ্থিক সুখ-স্বচ্ছন্দতাৰ হেপাহৰ সীমা নাছিল। আৰু বাণিজ্য দেশ-বিদেশলৈ প্ৰসাৰিত হোৱাৰ ফলত সিহঁত ঠায়ে ঠায়ে বিচ্ছিন্ন হৈ পৰিল, আৰু শেহত সিহঁতৰ জাতি হিচাপে অস্তিত্বয়ে নাথাকিল।

# ৰুকু ৩

মক্কাৰ অবিশ্বাসীবিলাক আৰু মুচ্‌লিম্‌সকলৰ মাজত আল্লাৰ বিচাৰ ; বদৰৰ যুদ্ধৰ বিষয়ে ভবিষ্যৎবাণী ; হজ্‌ৰত (স্ব) বিশ্বনবী ; তেওঁৰ ধৰ্ম্ম বিশ্বজনীন।

২৩। ( হে মহম্মদ, ) তুমি কোৱাঁ, আল্লাত ভিন্ন যিবিলাকক তোমালোকে ( উপাস্য ) জ্ঞান কৰিছা সিহঁতক আহ্বান কৰি চোৱাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ নিয়ন্ত্ৰণত অণুকণা পৰিমানো সিহঁতৰ অধিকাৰ নাই, আৰু উভয়ৰ মাজত সিহঁতৰ এফেৰি অংশও থাকিব নোৱাৰে, আৰু সিহঁতৰ এজনো তেওঁৰ সহকাৰী হোৱা অসম্ভৱ।

২৪। আৰু যিজনক অনুমতি দান কৰা হৈছে[২৪] তেওঁত ভিন্ন তেওঁৰ ওচৰত অইন কাৰো খাটিবলৈ যোৱা লাভজনক নহল। অৱশেষত যেতিয়া সিহঁতৰ অন্তৰসমূহৰ পৰা আতঙ্ক দূৰ কৰা হব সিহঁতৰ ইজনে সিজনক সুধিব, তোমালোকৰ প্ৰভুৱে কি বিষয়ে নো কৈছিল ? সেইবিলাকে কব, যি সত্য সেই বিষয়েহে আল্লাই কৈছিল ; বাস্তৱতে তেৱেঁই সমুন্নত, মহান।

২৫। তুমি সিহঁতক প্ৰশ্ন কৰাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ মাজৰ পৰা তোমালোকক কোনে জীৱিকা দান কৰে ? তুমিয়ে ( তাৰ ) উত্তৰ দিয়াঁ আল্লাই ;— আৰু নিশ্চয় সুপথত আছে আমাৰ স্থিতি, আৰু তোমালোক পৰি আছা প্ৰত্যক্ষ ভ্ৰান্তিত।

২৬। ( আৰু ) কোৱাঁ, আমি যদি কিবা দোষ কৰিছোঁ তাৰ বাবে তোমালোকক প্ৰশ্ন কৰা নহব ; আৰু সেইদৰে তোমালোকে যি কাৰ্য্য কৰিছা তাৰ বাবে আমাকো কোনো প্ৰশ্ন কৰা নহব।

২৭। ( আৰু ) কোৱাঁ, আমাৰ প্ৰভুৱে আমাক একেলগ কৰি, পৰস্পৰ সন্মুখীন কৰিব, আৰু আমাৰ মাজত সত্যৰ সৈতে মীমাংসা কৰি দিব[২৫] ; বাস্তৱিকতে তেৱেঁই শ্ৰেষ্ঠ মীমাংসাকাৰী, সৰ্ব্বজ্ঞাতা।

---

২৪। হজ্‌ৰত মহম্মদক ( স্ব ) আল্লাই অনুমতি দিছে তাৰ বাবে চোৱাঁ, ২ : ২৫৩।

২৫। খোৱাইবে ( আ ) মিদ্‌য়নজাতিৰ বিৰুদ্ধে আল্লাৰ মীমাংসা বিচাৰিছিল। চোৱাঁ, ৭ : ৮৯। সেইদৰে নূহেও ( আ ) বিৰোধীবিলাকৰ যন্ত্ৰণা সহিব নোৱাৰি আল্লাৰ বিচাৰৰ প্ৰাৰ্থনা কৰিছিল। চোৱাঁ, ২৬ : ১১৯। আল্লাৰ মীমাংসা ভূমিকম্প আৰু মহা

২৮। তুমি কোৱাঁ, যিবিলাকক তোমালোকে তেওঁৰ সৈতে অংশীৰূপে সম্মিলিত কৰিছা সিহঁতক যেন মই দেখিবলৈ পাওঁ; নহয়, এনে হব নোৱাৰে, বৰং ( সত্য কথা এয়ে ) তেৱেঁই আল্লা, সৰ্ব্বশক্তিমান, শ্ৰেষ্ঠ জ্ঞানী।

২৯। আৰু ( হে মহম্মদ, ) আমি তোমাক সমগ্ৰ মানৱজাতিৰ[২৬] প্ৰতি প্ৰেৰণ কৰিছোঁ শুভসংবাদ বহন কৰোঁতা আৰু সতৰ্ক কৰোঁতাৰূপে মাথোন; কিন্তু মানৱজাতিৰ সৰহঁ ভাগৰেই জ্ঞান নাই।

৩০। আৰু সিহঁতে ইয়াকে প্ৰশ্ন কৰিব লাগিছে, এই প্ৰতিশ্ৰুতি পূৰ্ণ হব কেতিয়া, যদিহে তোমালোকে সত্য কথা কৈছা ?

৩১। তুমি ( প্ৰত্যুত্তৰত ) কোৱাঁ, তোমালোকক এটা নিৰ্দ্ধাৰিত দিনৰ[২৭] সময় দিয়া হৈছে; সেই নিৰ্ণয় কৰা সময়ক তোমালোকৰ ক্ষমতা নাই যে এঘণ্টা পিছলৈ নিয়া অথবা ( এঘণ্টা ) আগলৈ আনা।

---

প্লাবন স্বৰূপে খোৱাইব আৰু সুহৃৰ বিৰোধীবিলাকৰ বিৰুদ্ধে প্ৰতিপন্ন হ'ল। হজ্ৰত মহম্মদৰ ( স্ব ) বিৰোধীবিলাকো যুদ্ধৰ পাছত যুদ্ধত পৰাস্ত হ'ল। এইদৰেই আল্লাই সত্য আৰু অসত্যৰ মাজত মীমাংসা কৰে।

২৬। চোৱাঁ, ২১ : ১০৮। হজ্ৰতে ( স্ব ) সত্য আনিছিল সমগ্ৰ জাতিৰ নিমিত্তে। তেওঁ আছিল বিশ্বনবী; তেওঁৰ ধৰ্ম বিশ্বজনীন। এটি গুৰুত্বমূলক হদীছত হজ্ৰতে ( স্ব ) আল্লাৰ পৰা পোৱা পাঁচোটি বিশেষত্বৰ উল্লেখ কৰিছে। প্ৰথমটোয়ে এই যে, তেওঁৰ পূৰ্ব্ববৰ্ত্তী নবীসকলৰ প্ৰতিজনে একোটা জাতিৰ ওচৰলৈ আল্লাৰ ধৰ্মবাণী আনিছিল, কিন্তু তেওঁৰ আগমন সমগ্ৰ জগতৰ নিমিত্তে। কোৰানৰ অইন এঠাইত আল্লাই তেওঁক সম্বোধন কৰি কৈছে, 'তুমি ঘোষণা কৰাঁ', সচাকৈয়ে মই আল্লাৰ বচুল তোমালোক সকলো জাতিৰ নিমিত্তে। চোৱাঁ, ৭ : ১৫৯০ আৰু টী ১৪৮। তেওঁৰ প্ৰতি অৱতীৰ্ণ হোৱা কোৰানো পৃথিৱীৰ সকলো জাতিৰ কাৰণে সতৰ্কবাণী। চোৱাঁ, ২৫ : ২।

২৭। ইয়াত এদিনৰ অৰ্থ এবছৰ। কোৰানৰ ভাষাত 'ইয়ৌম' শব্দ কেতিয়াবা এবছৰৰ নিমিত্তে আৰু কেতিয়াবা এহেজাৰ বছৰৰ এটা যুগৰ নিমিত্তে ব্যৱহাৰ কৰা হয়। বদৰৰ যুদ্ধ হজ্ৰতৰ ( স্ব ) মক্কাত্যাগৰ ( হিজ্ৰতৰ ) এবছৰ পাছতেই ঘটিছিল। এই ভবিষ্যৎবাণী আখৰে আখৰে পূৰ্ণ হল।

# ৰুকু ৪

আল্লাৰ বাণী প্ৰত্যাখ্যান কৰাৰ ফল সমাজক বিশৃঙ্খল
কৰা ; ধন-সম্পত্তি আৰু সন্তান-সন্ততি সাধাৰণতে
সত্য গ্ৰহণৰ পথত ডাঙৰ প্ৰতিবোধ।

৩২। আৰু অবিশ্বাসীবিলাকে কয়, এই কোৰানত অথবা ইয়াৰ আগতে যি গ্ৰন্থ[২৮] আহিছে তাত আমি কেতিয়াও বিশ্বাস নকৰোঁ ; আৰু যেতিয়া অন্যায়কাৰী বিলাকক নিজ প্ৰভুৰ সম্মুখত থিয় কৰোৱা হব তুমি (সিহঁতৰ অৱস্থা) দেখা হেতেন! সিহঁতৰ ইজনে সিজনৰ প্ৰতি কথা কাটি দোষ পেলাব ; যিবিলাক দুৰ্ব্বল সিহঁতে অহঙ্কাৰীবিলাকক কব, তোমালোক নথকা হলে আমি নিশ্চয় বিশ্বাসী হলোঁহেতেন।

৩৩। যিবিলাক অহঙ্কাৰী সিহঁতে দুৰ্ব্বলবিলাকক কব, তোমালোকৰ ওচৰলৈ পথপ্ৰদৰ্শন[২৯] অহাৰ পাছত, তাৰ পৰা আমি তোমালোকক প্ৰতিৰোধ কৰিছিলোঁ নে? নহয়, তাৰ বাবে তোমালোক নিজেই দোষী।

৩৪। আৰু যিবিলাক দুৰ্ব্বল সিহঁতে অহঙ্কাৰী বিলাককহে (দোষ দি) কব, তোমালোকে যে আমাক আল্লাত অবিশ্বাস কৰিবলৈ, আৰু তেওঁৰ সমানে অইনবিলাক উপাস্য পাতিবলৈ উদ্‌গনি দিছিলা, ই ৰবং তোমালোকে ৰাতিয়ে দিনে কৰা কুমন্ত্ৰণাৰ ফল। আৰু সিহঁতে শাস্তি উপনীত হোৱা দেখি নিজৰ অন্তৰতে সন্তাপ অনুভৱ কৰিব ; আৰু যিবিলাকে অবিশ্বাস কৰিছিল সিহঁতৰ কণ্ঠসমূহত আমি বান্ধোন দিম শিকলিবোৰৰ ;[৩০] সিহঁতে যি কাৰ্য্য কৰিছিল তাৰ বাবে যি উচিত প্ৰতিফল তাৰ বাহিৰে আন কি দিয়া হব?

৩৫। বাস্তৱতে আমি কোনো এখন নগৰতে এনে সতৰ্ক কৰোঁতা উত্থাপন কৰা নাই যাৰ বিষয়ে সুখ-শান্তিত থকা[৩১] অধিবাসীবিলাকে এনে কথা কোৱা নাছিল,

---

২৮। তৌৰাত, ইন্‌জীল।

২৯। কোৰান ; কোৰানৰ প্ৰত্যাদেশে যি সুপথ দেখুৱায়।

৩০। শিকলিৰ উপমা নানান বন্ধন বুজাবলৈ কোৰানত ব্যৱহাৰ কৰা হৈছে। চোৱা, ৭ : ১৫৮ ; ১৩ : ৬ ; ৩৬ : ৯ ; ৭৬ : ৫।

৩১। এনেবিলাক মানুহকে ওপৰৰ ৩২ আৰু ৩৩ আয়তত 'অহঙ্কাৰী' বোলা হৈছে। যিবিলাক নিজৰ ধন-সমৃদ্ধি লৈ উন্মত্ত সিহঁতে বহুলে অনা আল্লাৰ বাণীত বিশ্বাস কৰিবলৈ টান পায়। সততে দেখা যায়, দুখীয়া আৰু দুৰ্ব্বলবিলাকে সত্য গ্ৰহণ কৰাত সৰ্ব্বপ্ৰথম। আৰু বহুলসকলৰ দৃষ্টান্ত যি কোৰানত দিয়া হৈছে তাৰ পৰা এই কথা বুজিব পাৰি।

যি প্ৰত্যাদেশ লৈতে তোমালোকক প্ৰেৰণ কৰা হৈছে তাত আমি নিশ্চয় বিশ্বাস নকৰোঁ।

৩৬। আৰু সিহঁতে কয়, আমাৰ ধন-সম্পত্তি আৰু সন্তান-সন্ততি বহুগুণে অধিক, আৰু আমাক কেতিয়াও শাস্তি দিয়া নহ'ব।

৩৭। তুমি কোৱা, মোৰ প্ৰভুৱে যাৰে ইচ্ছা তাৰে নিমিত্তে জীৱিকা প্ৰশস্ত কৰে, আৰু ( প্ৰয়োজন মতে ) সঙ্কীৰ্ণও কৰে[৩২] ; কিন্তু মানৱজাতিৰ সৰহ ভাগৰেই জ্ঞান নাই।

## ৰুকু ৫

যিসকলে আল্লাৰ কামত সহায় কৰে সেইসকলে আল্লাৰ
প্ৰীতি লাভ কৰে ; কিন্তু যিবিলাকে প্ৰতিৰোধ
কৰে সিহঁত আল্লাৰ শাস্তিৰ ভাজন হয়।

৩৮। আৰু তোমালোকৰ ধন-সম্পত্তি আৰু তোমালোকৰ সন্তান-সন্ততি এনে বস্তু নহয় যে আমাৰ সন্নিধান লভিবলৈ তোমালোকক আমাৰ ওচৰলৈ লৈ আহে,—সেইসকলক এৰি যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সজ কাম কৰিছে। গতিকে নিজ সৎকাৰ্য্যৰ বাবে সেইসকলৰ নিমিত্তে থাকিব অধিকতৰ প্ৰতিদান, আৰু সেইসকলে নিৰাপদে বাস কৰিব ওখ বাসস্থানসমূহত[৩৩]।

৩৯। আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহ ব্যৰ্থ কৰিবলৈ চেষ্টা কৰে সিহঁতক ( আমাৰ ) শাস্তিৰ সন্মুখীন কৰা হ'ব।

৪০। তুমি কোৱা, নিশ্চয় মোৰ প্ৰভুৱে তেওঁৰ ভৃত্যবিলাকৰ মাজৰ যাৰে ইচ্ছা তাৰে নিমিত্তে জীৱিকা প্ৰশস্ত কৰে ; আৰু তাৰে নিমিত্তে ( প্ৰয়োজন মতে ) সঙ্কীৰ্ণ কৰে[৩৪] ; আৰু যদি তোমালোকে নিজ অৰ্জ্জনৰ কিছুভাগ ( আল্লাৰ পথত )

---

৩২। আজি তোমালোক ধনী, সেই ধন কাইলৈ আল্লাই কাঢ়ি নিব পাৰে। আল্লাই নিমিষতে দুখীয়াক ধনী, আৰু ধনীক দুখীয়া কৰিব পাৰে। ধনৰ অহঙ্কাৰ, মান-যশৰ অহঙ্কাৰ মিছা।

৩৩। প্ৰাসাদসমূহ। পাৰ্থিব জীৱনতো তেওঁলোক অনেক দেশ জয় কৰি প্ৰাসাদসমূহৰ গৰাকী হৈছিল। এইবোৰ স্বৰ্গীয় বাসস্থানসমূহৰ প্ৰতীক।

৩৪। আল্লাই ভিখাৰীকো ৰজা কৰিব পাৰে, আৰু ৰজাকো নিমিষতে ভিখাৰ কৰিব পাৰে। বৰ্ত্তমান শতিকাত আমি বহু ৰজাৰ দুৰ্দশা চকুৰ আগতে দেখিবলৈ পাইছোঁ।

ব্যয় কৰা তেন্তে তেওঁ তাৰ সলনি তোমালোকক সমুচিত বিনিময় প্ৰদান কৰিব ; বাস্তৱতে তেওঁ সৰ্ব্বশ্ৰেষ্ঠ জীৱিকা দান কৰোঁতা।

৪১। আৰু এদিনা তোমালোকৰ সকলোকে তেওঁ একেলগ কৰিব ; তেতিয়া তেওঁ ফিৰিশ্‌তাসকলক[৩৫] সুধিব, এইবোৰেই তোমালোকৰ পূজা কৰিছিল নে ?

৪২। তেওঁলোকে উত্তৰ দিব, তুমি পৰম পৱিত্ৰ ; তুমিয়ে আমাৰ ৰক্ষক, সিহঁত কেতিয়াও নহয় ; সিহঁতে বৰং যিন্‌বিলাকৰহে[৩৬] পূজা কৰিছিল ; সিহঁতৰ বেছিভাগেই সেইবিলাকত বিশ্বাস কৰা নাছিল।

৪৩। গতিকে আজি তোমালোকৰ ইজনে সিজনৰ উপকাৰ বা অপকাৰ সাধন কৰিবলৈ অক্ষম। আৰু যিবিলাকে অন্যায় কৰিছিল সিহঁতক কম, যি অগ্নিৰ শাস্তিক তোমালোকে মিছা বুলি ভাবিছিলা তাৰেই ( আজি ) সোৱাদ লোৱাঁ।

৪৪। আৰু যেতিয়া সিহঁতৰ আগত আমাৰ সুস্পষ্ট আয়তসমূহ পাঠ কৰা হয়, সিহঁতে কয় ; এইজন ( আমাৰে নিচিনা ) মানুহ ; তোমালোকৰ পূৰ্ব্বপুৰুষসকলে যাৰ পূজা কৰিছিল তাৰ পৰা তেওঁ তোমালোকক আঁতৰাই আনিবলৈ ইচ্ছা কৰে। তদুপৰি সিহঁতে কয়, এই কোৰানখন সাজি লোৱা এখন মিথ্যা কিতাপ ভিন্ন একো নহয় ; আৰু সত্য যেতিয়া সিহঁতৰ সম্মুখত উপনীত হয়, অবিশ্বাসীবিলাকে তাৰ বিষয়ে ইয়াকে কয়, ই প্ৰকাশ্য কুহক[৩৭] মাত্ৰ।

৪৫। আৰু ( ইতিপূৰ্ব্বে ) আমি সিহঁতক পাঠ কৰিবলৈ কোনো ধৰ্ম্মগ্ৰন্থ দান কৰা নাই, আৰু তোমাৰ পূৰ্ব্বে সিহঁতৰ প্ৰতি কাকো সতৰ্ককাৰীৰূপেও প্ৰেৰণ কৰা নাই[৩৮]।

---

৩৫। মুনি-ঋষি, দৰ্‌বেশ-অলী। এইবিলাককো পূজা কৰা বা অতিৰিক্ত শ্ৰদ্ধা প্ৰদৰ্শন কৰা ইচ্‌লামে নিষেধ কৰিছে। ইংৰাজীত ইয়াকে Saint-Worship বোলে।

৩৬। যিন্‌ৰূপী, শয়তানৰূপী মানুহক বুজাইছে। ক্ষমতাশালী ধনী মানুহকো বুজাব পাৰে।

৩৭। (১) ই আমাক মোহিত কৰে, আমাৰ বুদ্ধি হৰণ কৰে ; (২) আমাৰ নিজ জাতিৰ লগতে সম্পৰ্ক এই পুথি পাঠ কৰিলে বা ইয়াৰ অনুগমন কৰিলে একেবাৰে ছিন্ন হয়।

৩৮। পূৰ্ব্বে কোৰেইশৰ মাজত কোনো নবী অহা নাছিল আৰু সিহঁতৰ প্ৰতি কোনো ধৰ্ম্মগ্ৰন্থও অৱতীৰ্ণ হোৱা নাছিল।

৪৬। আৰু সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও ( সত্যৰ আহ্বান ) অগ্ৰাহ্য কৰিছিল আৰু সিবিলাকক আমি যি দান কৰিছিলোঁ তাৰ দশম ভাগো[৩৯] সিহঁতে নিজে লাভ কৰা নাছিল। পিছত মোৰ প্ৰেৰিত ৰচুলসকলক মিছা বুলি অমান্য কৰিছিল ; গতিকে চোৱাঁ, আমাৰ শাস্তি আছিল কেনে জঘন্য !

## ৰুকু ৬

হজ্‌ৰত মহম্মদ ( স্ব ) উন্মাদ নহয় ; মক্কাৰ পৰা অসত্যৰ পলায়ন ; বদৰৰ যুদ্ধত আৰু মক্কাবিজয়ৰ দিনা সত্যৰ জয়পতাকা উৰিল।

৪৭। ( হে মহম্মদ, ) তুমি কোৱাঁ, মই তোমালোকক মাত্ৰ এটা বিষয়ে উপদেশ দিওঁহক, তোমালোক আল্লাৰ কামৰ কাৰণে দুজন দুজনকৈ নাইবা এজন এজনকৈ অলৰহৈ থিয় দিয়াঁ, তাৰ পিছত চিন্তা কৰি চোৱাঁ ; ( তেতিয়া জানিব পাৰিবা ) তোমালোকৰ এই সঙ্গীজনৰ ( মহম্মদৰ ) অকণো উন্মত্ততা[৪০] হব নোৱাৰে ; কঠোৰ শাস্তি অহাৰ আগতে তোমালোকৰ কাৰণে তেওঁ এজন সাৱধান কৰোঁতা মাথোন।

৪৮। ( আৰু ) তুমি কোৱাঁ, যদি মই তোমালোকৰ পৰা কোনো প্ৰতিদান[৪১] বিচাৰিছোঁ সি তোমালোকৰেই মঙ্গলৰ কাৰণে, কিয়নো প্ৰতিদান দিয়াৰ গৰাকী হৈছে কেৱলমাত্ৰ আল্লা ; বাস্তৱতে তেৱেঁই সকলো কাৰ্য্যৰ নিৰীক্ষণ কৰোঁতা।

৪৯। ( আৰু ) কোৱাঁ, নিশ্চয় মোৰ প্ৰভুৱে সত্য ( পৃথিৱীলৈ ) নমাই বিস্তাৰ কৰে ; সকলো অদৃশ্য বিষয়ে তেৱেঁই শ্ৰেষ্ঠ জ্ঞাতা।

---

৩৯। কোৰেইশৰ পূৰ্ব্বে 'আদ, ছমুদ প্ৰভৃতি জাতি সিহঁতকৈ বহু গুণে ঐশ্বৰ্য্যশালী, ক্ষমতাবান আছিল। অবিশ্বাস কৰাৰ ফলতে সিহঁতৰ পৃথিৱীত নাম-গোন্ধো নাথাকিল। এই আয়তত অবিশ্বাসীবিলাকক সাৱধান কৰি দিয়া হৈছে।

৪০। চোৱাঁ ৫৩ : ৩ আৰু ৮১ : ৩। হজ্‌ৰত মহম্মদ ( স্ব ) তোমালোকৰ কাৰণে আচহুৱা নহয়। তেওঁ যিবোৰ মহৎ শিক্ষা দিছে উন্মাদে দিয়া অসম্ভৱ। আৰু উন্মাদে ভবিষ্যৎবাণী কৰিবও নোৱাৰে।

৪১। যদি তোমালোকে মোৰ কথা শুনি সজ বাট ধৰা, সেয়ে মোৰ প্ৰতিদান তাতেই তোমালোকৰো মঙ্গল।

৫০। ( আৰু ) কোৱাঁ, সত্য সমাগত হ'ল; গতিকে অসত্য এতিয়া প্ৰতিষ্ঠিত হোৱা অসম্ভৱ, আৰু আগলৈয়ো প্ৰতিষ্ঠিত[৪২] হব নোৱাৰে।

৫১। ( আৰু ) কোৱাঁ, যদি মই বিপথে যাব ধৰোঁ তেন্তে মই বিপথে গৈ নিজৰে অনিষ্ট সাধন কৰিম ; আৰু যদি মই সুপথ অৱলম্বন কৰোঁ ই মোৰ প্ৰভুৱে মোৰ প্ৰতি যি প্ৰত্যাদেশ কৰিছে তাৰেই ফলত ; ইয়াত কোনো সন্দেহ নাই, তেওঁ শ্ৰেষ্ঠ শ্ৰোতা, আমাৰ ওচৰতেই বিৰাজমান।

৫২। আৰু সিহঁতক যেতিয়া আতঙ্কৰ অৱস্থাত পৈলোৱা হব তেতিয়া তুমি সিহঁতক দেখিবলৈ পোৱা হেতেন! সেই অৱস্থাত সিহঁতে পলাবৰ বাট নাথাকিব, আৰু অদূৰ ঠাইৰে পৰা সিহঁতক ধৰি অনা হব [৪৩]।

৫৩। আৰু সিহঁতে কব, ভাল, এই কোৰানত আমি বিশ্বাস স্থাপন কৰিলোঁ, ( কিন্তু ইমান ) দূৰৈৰ ঠাইৰ[৪৪] পৰা বিশ্বাসক ঢুকি পোৱা সিহঁতৰ পক্ষে কেনেকৈ সম্ভৱপৰ হব পাৰে ?

৫৪। অথচ স্বৰূপতে ইতিপূৰ্ব্বে এই কোৰানত সিহঁতে বিশ্বাস কৰা নাছিল, আৰু দূৰৈৰ ঠাইৰ[৪৫] পৰা নেদেখাকৈ নিজৰ নানা অনুমান সৃষ্টি কৰি দলিয়াইছিল।

৫৫। আৰু, সিহঁতৰ আৰু সিহঁতে পোষণ কৰা অভিলাষ-সমূহৰ মাজত অন্তৰায় স্থাপন কৰা হব, যিদৰে পূৰ্ব্বে সিহঁতৰ অনুৰূপ দলবোৰৰ কাৰণে এনে কৰা হৈছিল ; ইয়াত কোনো সন্দেহ নাই, সিহঁত এনে সংশয়ত পৰি আছে যি ( শেহত ) সিহঁতক বিনাশ কৰিব।

৪২। মক্কাৰ পৰা মূৰ্ত্তিপূজা লোপ পালে, আৰু আজিলৈকে পুনাই প্ৰতিষ্ঠিত হব পৰা নাই। এইটো দেখা শুনা কথা।

৪৩। এই ভবিষ্যৎবাণী দুবাৰ পূৰ্ণ হল ; প্ৰথমে বদৰৰ যুদ্ধত যেতিয়া ইচ্‌লামৰ প্ৰধান শত্ৰুবিলাক নিহত হল, আকৌ মক্কা-বিজয়ৰ দিনা যেতিয়া কোৰেইছে হজ্‌ৰতৰ (স্ব) প্ৰতি আত্ম-সমৰ্পণ কৰিছিল, আৰু তেওঁ উদাৰ মনেৰে সিহঁতক ক্ষমা দান কৰিছিল।

৪৪। সুত্যৰ পথৰ পৰা সিহঁত ইমান দূৰলৈ গৈছে যে সিহঁতৰ পক্ষে উভতি আহি বিশ্বাসী হোৱা অতিশয় কঠিন।

৪৫। হজ্‌ৰতে ( স্ব ) কি নতুন সত্য আনিছে, আৰু তাকে কিদৰে প্ৰতিপন্ন কৰিছে সিহঁতে ওচৰৰ পৰা চিন্তা নকৰি দূৰৈৰ পৰা অনুমানৰ কাঁড় দলিয়াই থাকে।

# চুৰা ৩৫

# আল্ ফাত্বিৰ

## অৱতীর্ণ

৫ ৰুকু ; ৪৬ আয়ত

চৰা চুৰাৰ দৰে এইটি চুৰাও মক্কাযুগৰ প্ৰথম ভাগতে অৱতীর্ণ হোৱা। ইয়াতে আল্লাৰ অপৰিসীম জ্ঞান আৰু ক্ষমতাৰ উল্লেখ কৰিছে। জাতীয় উত্থান আৰু পতন আল্লাৰ ক্ষমতাৰ অধীন। কোনো এটা জাতিয়ে যদি আল্লাৰ আদেশ পালন নকৰে আৰু আল্লাই অর্পণ কৰা দায়িত্ব সম্পাদন নকৰে, তেওঁৰ এই সর্ব্বকালীন নিয়ম যে তেওঁ তাৰ ঠাইত আইন এটা জাতিক প্ৰতিষ্ঠিত কৰে, যাতে আল্লাৰ ইচ্ছা সেই জাতিয়ে পূর্ণ কৰে। আল্লাই প্ৰত্যেক জাতিতে সত্য বুজাবলৈ আৰু প্ৰচাৰ কৰিবলৈ নবী প্ৰেৰণ কৰে ; আৰু নবীয়ে লোকক সতর্ক কৰি নিদিয়ালৈকে আল্লাৰ শাস্তি অৱতৰণ নকৰে। চতুর্থ ৰুকুত আধ্যাত্মিক উন্নতিৰ বাট দেখুওৱা হৈছে ; তাৰে তিনিটা স্তৰ সুফীসকলে নির্ণয় কৰিছে। বিশ্বজগতক যে আল্লাই ধাৰণ কৰি ৰাখিছে, আৰু সত্যয়ে যে মানৱৰ একমাত্ৰ সহায়, আৰু আল্লাৰ ন্যায়বিচাৰ যে সুনিশ্চিত, এইবোৰ কথা উল্লেখ কৰি চুৰাৰ সামৰণি মৰা হৈছে।

## ৰুকু ১

ফিৰিশ্‌তাসকল আল্লাৰ সংবাদবাহক ; সত্যৰ জয়
সম্বন্ধে আল্লাৰ অঙ্গীকাৰ।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। সকলো প্ৰশংসাৰ গৰাকী সেই আল্লা যিজন আকাশ মণ্ডলী আৰু পৃথিৱীৰ আদি স্ৰষ্টা,[১] ফিৰিশ্‌তাসকলকো সৃজন কৰোঁতা, (তেওঁৰ)

---

১। চোৰা, ৬ : ৮১। আইন ঠাইত (৩০ : ৩১) 'ফিত্ৰত্' শব্দও লগতে ব্যৱহাৰ কৰা হৈছে অর্থাৎ মানৱক আল্লাই বিশেষ প্ৰকৃতি দি সৃজন কৰিছে ; জ্ঞান, বুদ্ধি, আৰু বিবেক দিছে ; ন্যায় অন্যায়ৰ অনুভূতি দিছে।

সংবাদ বহন কৰিবৰ কাৰণে,—দুখন আৰু তিনিখন আৰু চাৰিখনকৈ পাখি প্ৰদত্ত[২] ; তেওঁ সৃজন কাৰ্য্যত যি ইচ্ছা তাকেই বৃদ্ধি কৰে ; নিশ্চয় আল্লা সকলো বস্তুৰ ওপৰত মহান ক্ষমতাশালী ।

৩। মানুহৰ নিমিত্তে আল্লাই যি করুণা মুকলি কৰে তাৰ প্ৰতিৰোধ কোনেও কৰিব নোৱাৰে, আৰু তেওঁ যি অনুগ্ৰহ আবদ্ধ কৰি ৰাখে ইয়াৰ পিছত তাকে মুকলি কৰোঁতাও কেও নাই ; বাস্তৱতে তেৱেঁই সৰ্ব্বশক্তিমান, শ্ৰেষ্ঠ জ্ঞানী ।

৪। হে মানৱজাতি, তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ স্মৰণ কৰাঁ ; আল্লাত ভিন্ন এনে কোনো সৃজন কৰোঁতা আছে নে, যিজনে আকাশ আৰু পৃথিৱীৰ পৰা তোমালোকক জীৱিকা দান কৰিব পাৰে ; তেওঁ বিনে আন কোনো উপাস্য নাই ; তেন্তে তোমালোকক কোন ভুল বাটে ঘূৰাই নিয়া হৈছে !

৫। আৰু (হে মহম্মদ,) যদি সিহঁতে তোমাক মিথ্যাবাদী ভাবি অমান্য কৰিছে, স্বৰূপতে তোমাৰ পূৰ্ব্বে আন আন ৰচুলসকলকো মিথ্যাবাদী বুলি গণ্য কৰা হৈছিল ; বাস্তৱিকতে আল্লাৰ কাষলৈকে সকলো বিষয়ৰ প্ৰত্যাবৰ্ত্তন ।

৬। হে মানৱজাতি, আল্লাৰ অঙ্গীকাৰ[৩] নিশ্চয় সচা ; গতিকে (সাৱধান !) পাৰ্থিৱ জীৱনৰ (শোভাই) যেন তোমালোকক প্ৰতাৰণা নকৰে, আৰু ঘাই প্ৰৱঞ্চকজনে[৪] যেন তোমালোকক আল্লাৰ বিষয়ে প্ৰৱঞ্চনা নিদিয়ে ।

৭। কোনো সন্দেহ নাই, শয়তান তোমালোকৰ কাৰণে এজন (ডাঙৰ) শত্ৰু ; গতিকে তোমালোকে তাক শত্ৰু বুলিয়ে গণ্য কৰিবা ; সি কেৱল নিজৰ অনুচৰবৰ্গকহে[৫] আহ্বান কৰে ; তাৰ ফলত সিহঁত জ্বলন্ত অগ্নিৰ অধিবাসীবিলাকৰ সঙ্গী হয় ।

---

২। ফিৰিশ্‌তাসকলে আল্লাই আদেশ দিয়া কাৰ্য্য সম্পন্ন কৰে, চোৱাঁ ১৬ : ৫১। দুইখন, তিনিখন, আৰু চাৰিখন পাখিৰ অৰ্থ হৈছে, তেওঁলোকৰ কাৰ্য্য উপযোগী আল্লাই বিশেষ বিশেষ শক্তি দিয়ে। সুফীসকলে লিখিছে, যিব্ৰীলৰ পাখিৰ সংখ্যা ৬০০। অৰ্থাৎ আল্লাৰ অসংখ্য প্ৰত্যাদেশ তেওঁ হজ্‌ৰতলৈ (স্ব) আনিছিল, যাৰ ওপৰত ইচ্‌লাম ধৰ্ম্ম প্ৰতিষ্ঠিত। শাস্তি দিবৰ কাৰণেও বিশেষ ফিৰিশ্‌তাসকল নিযুক্ত আছে ; চোৱাঁ, ৬৬ : ৭।

৩। সত্যৰ জয় আৰু অসত্যৰ পৰাজয়ৰ বিষয়ে আল্লাৰ প্ৰতিশ্ৰুতি পূৰ্ণ হব, এই কথা সুনিশ্চিত।

৪। শয়তান, যাৰ কামেই হৈছে প্ৰতাৰণা কৰা। ইংৰাজীত তাকে The great Seducer বোলা হয়, অথবা The great Tempter

৫। কিয়নো প্ৰকৃত ধৰ্ম্মপৰায়ণসকলৰ ওপৰত শয়তানৰ ক্ষমতা নচলে।

৮। যিবিলাকে বিশ্বাস কৰিবলৈ অস্বীকাৰ কৰিছে সিহঁতৰ নিমিত্তে থাকিব কঠোৰ শাস্তি ; কিন্তু যিসকলে বিশ্বাস স্থাপন কৰিছে আৰু সৎকাৰ্য্য কৰিছে সেইসকলে লাভ কৰিব ( আল্লাৰ ) মাৰ্জ্জনা, আৰু মহান প্ৰতিদান।

পবিত্ৰ বাক্য আৰু পবিত্ৰ কাৰ্য্য ; জাতীয় উত্থান
আৰু পতন আল্লাৰ হাতত ; খিব্ৰুক
অতি অনিষ্টকৰ।

৯। কি ! যাৰ নিমিত্তে তাৰ কুকাৰ্য্য শোভনীয় কৰা হৈছে ( সি সেইজনৰ সমান হব পাৰে নে যিজনে সৎ কাৰ্য্য কৰে ? ) বাস্তৱিকতে আল্লাই যাকে ইচ্ছা তাকে ভ্ৰান্তিত পৰিবলৈ দিয়ে,[৬] আৰু যাকে ইচ্ছা তাকে পথ প্ৰদৰ্শন কৰে ; গতিকে তোমাৰ আত্মাই যেন সিহঁতৰ বাবে শোক কৰি নিজকে বিনাশ নকৰে,[৭] সিহঁতে যি কুকাৰ্য্য কৰে আল্লাই নিশ্চয় ভালকৈ জানে।

১০। তেৱেঁই আল্লা যিজনে নানা দিশলৈ বতাহ বোৱায় আৰু সেই বতাহে মেঘক ( বায়ুমণ্ডলত ) উত্তোলন কৰে, পিছত সেই মেঘকে মৃত নগৰলৈ আমি গতিশীল কৰোঁ ; পিছত তাৰে দ্বাৰা পৃথিৱীক তাৰ মৃত্যুৰ পাছত পুনৰ্জ্জীৱিত কৰোঁ ; ( মানৱৰ ) পুনৰুত্থানো[৮] ইয়াৰেই অনুৰূপ।

১১। যেয়ে সম্মানলাভৰ আকাঙ্ক্ষা কৰে ( সি যেন জানি ৰাখে, ) সমস্ত সম্মানৰ গৰাকী আল্লা ; তেওঁৰ ফালে আৰোহণ কৰে পৱিত্ৰ বাক্যসমূহ,[৯] আৰু সৎকাৰ্য্য ; তাকো তেওঁ আৰু উন্নত কৰে ; আৰু যিবিলাকে কুকাৰ্য্যসমূহ লৈ অভিসন্ধি কৰে সিহঁতে ভোগ কৰিব কঠোৰ শাস্তি, আৰু সিহঁতে কৰা অভিসন্ধি সমূলি নিষ্ফল হব।

---

৬। চোৱা ১৩ : ২৮, টী ৩৩।

৭। চোৱা ১৮ : ৭, আৰু ২৬ : ৪। মানুহক সত্য বাটলৈ নিবলৈ হজৰতৰ ( স্ব ) অতুলনীয় আগ্ৰহ আৰু চেষ্টা।

৮। (১) মৃত্যুৰ পাছৰ জীৱন। (২) আধ্যাত্মিক অৰ্থত নতুন জীৱন। আল্লাৰ পৰা যি প্ৰত্যাদেশ অৱতীৰ্ণ হয় তাৰ দ্বাৰা মানুহে নতুন পৱিত্ৰ জীৱন লাভ কৰে। নবীসকলৰ আগমনৰ উদ্দেশ্যই হৈছে মানুহক আধ্যাত্মিক অৰ্থত পুনৰ্জীৱিত কৰা।

৯। চোৱা ১৪ : ২৫, টী ৩১।

১২। আৰু আল্লাই তোমালোকক সৃষ্টি কৰিছে মাটিৰে, আকৌ বীৰ্য্যৰ পৰা, তাৰ পিছত তেওঁ তোমালোকক (পুৰুষ আৰু নাৰীৰূপে) যোৰা যোৰা কৰিলে, তিৰোতাই যি গৰ্ভত ধাৰণ কৰে আৰু সন্তান প্ৰসৱ কৰে সি আল্লাৰ জ্ঞানৰ অধীন; আৰু কোনো বয়সীয়া মানুহৰ আয়ু বৃদ্ধি কৰা নহয়, আৰু তাৰ আয়ু হ্ৰাসো কৰা নহয়, (আল্লাই) যি লিপিবদ্ধ কৰি থৈছে তাৰ বাহিৰে; অৱশ্যে এনে কৰা আল্লাৰ পক্ষে অতি সহজ।

১৩। আৰু এনে দুখন সাগৰ সমান হব নোৱাৰে, ইখনৰ পানী মিঠা, সুমধুৰ, পিবলৈ সুস্বাদু; আৰু সিখনৰ পানী লোনা, তিতা[10]; আৰু প্ৰতিখন সাগৰৰ পৰা (মাছ মাৰি) তেজা মঙহ খোৱা; আৰু পিন্ধিবৰ কাৰণে অলঙ্কাৰত খটাবলৈ (মণি-মুকুতা) উলিয়াই আনা; আৰু তোমালোকে সাগৰৰ মাজত পানী ফালি জাহাজ চলি থকা দেখিবলৈ পোৱা; তাৰ দ্বাৰা তোমালোকে আল্লাৰ কিছুভাগ কৃপা[11] বিচাৰা, আৰু সম্ভৱতঃ তেওঁৰ শলাগ লোৱা।

১৪। আৰু তেৱেঁই নিশাক দিনৰ ওচৰলৈ আনে, আৰু দিনক ৰাতিৰ ওচৰ চপায়; আৰু তেৱেঁই বেলি আৰু জোনক (নিজ বিধানৰ) অধীন কৰে; প্ৰত্যেকে নিয়মিত সময় ধৰি আৱৰ্ত্তন কৰে; সেইজনেই তোমালোকৰ আল্লা, তোমালোকৰ প্ৰভু; ৰাজত্বৰ আধিপত্য তেওঁৰেই। বাস্তৱতে তেওঁত ভিন্ন যিবিলাকক তোমালোকে আহ্বান কৰা সিহঁতৰ ক্ষুদ্ৰ খাজুৰগুটিৰ সমানো ক্ষমতা নাই।

১৫। যদি সিহঁতক তোমালোকে আহ্বান কৰা সিহঁতে তোমালোকৰ আহ্বান শুনি নাপায়, আৰু যদি শুনিও পায়, সিহঁত তোমালোকৰ (আহ্বানৰ) প্ৰত্যুত্তৰ দিবলৈ অক্ষম; আৰু তোমালোকে যে (আল্লাৰ) অংশী পাতিছা পুনৰুত্থানৰ দিনা

১০। বিশ্বাসী আৰু অবিশ্বাসীৰ মাজত দেখাতেই প্ৰভেদ আছে। বিশ্বাসী মানুহৰ কাম ফলদায়ক, তাৰ আচৰণ মধুৰ আৰু তৃপ্তিজনক। অবিশ্বাসী মানুহৰ আচৰণ বিপৰীত, কাৰ্য্যৰ ফল অনিষ্টকৰ। অথচ অবিশ্বাসীবিলাকৰ মাজৰে পৰা বিশ্বাসীসকলৰ দল বৃদ্ধি হৈছে, যেনেকৈ লোনা সাগৰৰ পৰাও মণিমুক্তা সংগ্ৰহ কৰিব পাৰি, খাবলৈ তেজা মাছ মাৰিব পাৰি। চোৱাঁ, ১৬ : ১৫ আৰু টী।

১১। সাগৰীয় বাণিজ্যৰ পৰা ধন অৰ্জ্জন কৰাও আল্লাৰ মহান কৃপা। আৰব-বিলাক সমুদ্ৰ-বাণিজ্যত অতিশয় পাৰ্গত আছিল, আৰু ভাৰত, চুমাত্ৰা, যাভা, চীন ইত্যাদি দূৰণীৰ দেশ পৰ্য্যন্ত তেওঁলোকৰ জাহাজ চলিছিল। সেই দেখি জাহাজৰ কথা কোৰানত বহুবাৰ উল্লেখ কৰা হৈছে।

সিহঁতে তাৰ অস্বীকাৰ কৰিব। বাস্তৱতে সৰ্ব্বজ্ঞাতা আল্লাৰ দৰে কোনেও তোমাক এনে বিষয়ে অবগত কৰিব নোৱাৰে।

## ৰুকু ৩

অনাচাৰী-জাতিৰ ঠাইত অইন জাতিৰ উত্থাপন ;
সকলো সম্প্ৰদায়ৰ প্ৰতি নবী
সকলৰ আগমন।

প্ৰাঃ

১৬। হে মানৱজাতি, আল্লাৰ কাষত তোমালোক ( সৰ্ব্বদা ) অভাৱগ্ৰস্ত,[১২] কিন্তু আল্লা, তেওঁ অভাৱহীন, প্ৰশংসনীয়।

১৭। তেওঁ ইচ্ছা কৰিলে তোমালোকক নিলুপ্ত কৰিব পাৰে আৰু তোমালোকৰ ঠাইত এটা নতুন জাতিক সৃষ্টি কৰি প্ৰতিষ্ঠিত কৰিব পাৰে।

১৮। আৰু এনে কাৰ্য্য আল্লাৰ পক্ষে কঠিন নহয়।

১৯। আৰু এজন ভাৰ বহনকৰোঁতাই আন এজনৰ ভাৰ বহন কৰিবলৈ অপাৰগ ; আৰু যদি এজন ভাৰাক্ৰান্ত মানুহে আন এজনক মাত দিয়ে যাতে সি তাৰ বোজা পাতল কৰে,[১৩] সেই বোজাৰ অলপ খিনিও বহন কৰা নহব, যদিও সেইজন সম্পৰ্কত তাৰ আপোন হয়। ( হে মহম্মদ, ) যিসকলে নিজ প্ৰভুক নেদেখাকৈ ভয় কৰে আৰু নমাজ অনুষ্ঠিত কৰে সেইসকলকহে তুমি সতৰ্ক কৰিব পাৰা। বাস্তৱতে যিজনে নিজকে পৱিত্ৰ কৰে, সেইজনে পৱিত্ৰ কৰে নিজ আত্মাৰ মঙ্গলৰ কাৰণে হে, আৰু আল্লাৰ ফালেই সকলো উৰ্ভতি যাব।

২০। আৰু যি অন্ধ আৰু যি দৃষ্টিশালী দুয়ো সমান হব নোৱাৰে ;

২১। নাইবা গভীৰ আঁধাৰ আৰু পোহৰ ;

---

১২। আল্লাৰ কৃপা অবিহনে আধ্যাত্মিক পথত আমি এখোজো আগ বাঢ়িব নোৱাৰোঁ। আল্লাৰ কোনো অভাৱ হব নোৱাৰে। তাকে অহা আয়তত প্ৰকাশ কৰিছে। যদি এটা জাতি আল্লাৰ অবাধ্য হয়, আল্লাই অইন জাতিক তাৰ ঠাইত প্ৰতিষ্ঠিত কৰে। চোৱাঁ, ১৩ : ১২।

১৩। চোৱাঁ, ৬ : ৬৬ ; আৰু ১৭ : ১৬। ইচ্‌লামত খৃষ্টিয়ান অৰ্থত পাপৰ প্ৰায়শ্চিত্ত নাই। অকৃত্ৰিম তৌবাই ( অনুশোচনে ) পাপ মোচন কৰে ; আৰু সৰল মনেৰে আল্লাৰ ওচৰত ক্ষমা ভিক্ষা কৰিলে তেওঁ ক্ষমা দান কৰে।

২২। নাইবা (শীতল) ছাঁ আৰু প্ৰখৰ ৰ'দ ;

২৩। আৰু যিবিলাক জীৱিত আৰু যিবিলাক মৃত সমতুল্য হ'ব নোৱাৰে। আৰু আল্লাই যাকে ইচ্ছা তাকে (উপদেশ) শুনিবলৈ দিয়ে ; কিন্তু যিবিলাক কবৰসমূহত পৰি আছে[১৪] সিহঁতক তুমি (উপদেশ) শুনাব নোৱাৰা।

২৪। (হে মহম্মদ,) তুমি মানৱক সাৱধান কৰোঁতা এজন মাথোন।

২৫। নিশ্চয় আমি তোমাক আনন্দ-বাৰ্ত্তা বহন কৰোঁতা আৰু সতৰ্ক কৰোঁতাৰূপে সত্যৰে সৈতে প্ৰেৰণ কৰিছোঁ ; বাস্তৱতে এনে এটি সম্প্ৰদায় নাই যাৰ মাজত সুতৰ্ককাৰী এজনৰ আবিৰ্ভাৱ হোৱা নাই[১৫]।

২৬। আৰু সিহঁতে যদি তোমাক মিথ্যাবাদী ভাবি অমান্য কৰে, তেন্তে (জানিবা) স্বৰূপতে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও (ৰচুলসকলক) মিথ্যাবাদী বুলি গণ্য কৰিছিল, (অথচ) সিহঁতৰ ওচৰলৈ ৰচুলসকল আহিছিল প্ৰত্যক্ষ প্ৰমাণসমূহ আৰু ধৰ্ম্মলিপিসমূহ[১৬] আৰু জ্যোতিৰ্ম্ময় গ্ৰন্থৰ[১৭] সৈতে।

২৭। এনে অৱস্থাতো যিবিলাকে বিশ্বাস কৰা নাছিল সিহঁতক আমি অপৰাধীৰূপে ধৰিছিলোঁ ; গতিকে (চোৱাঁ) সিহঁতৰ প্ৰতি আমাৰ শাস্তি পৰিল কেনে জঘন্য![১৮]

## ৰুকু ৪

সৃষ্টিৰ বৈচিত্ৰ্যত আল্লাৰ মহান জ্ঞান, ক্ষমতা, আৰু পৰ্য্য-
বেক্ষণৰ প্ৰমাণ ; আত্মাৰ উন্নতিৰ তিনিটা
স্তৰ ; স্বৰ্গৰ সুখ-শান্তি।

২৮। তুমি লক্ষ্য কৰা নাই নে, আল্লাই আকাশৰ পৰা বৰষুণ নমায় ?

---

১৪। যিবিলাকৰ নৈতিক আৰু আধ্যাত্মিক শক্তি একেবাৰে লোপ হৈছে সিহঁতে ধৰ্ম্মৰ উপদেশ গ্ৰহণ কৰিবলৈ অপাৰগ।

১৫। এই আয়তৰ পৰা ইচ্‌লামৰ উদাৰতা ফুটি ওলাইছে। প্ৰত্যেকটো প্ৰধান ধৰ্ম্মৰ আগমন আল্লাৰ ফালৰ পৰা। মূল শিক্ষাবোৰ বিকৃত হোৱা সম্ভৱপৰ আৰু হৈছেও' ; এইটো বেলেগ কথা।

১৬। 'জুবুৰ'ৰ মূল অৰ্থ, ডোখৰ ডোখৰ। সাধাৰণতে সৰু সৰু শাস্ত্ৰলিপিক বুজায় যিবোৰক 'ছহীফা' বোলা হয়। চোৱাঁ, ৩ : ১৮৫ ; ১৬ : ৪৫ ; ২৬ : ১৯৭।

১৭। কিছুমানৰ মতে হজ্‌ৰত মুচাৰ (আ) তৌৰাতক বুজাইছে।

১৮। চোৱা, ১৭ : ১৬ ; আল্লাই সতৰ্কবাণী নপঠিয়াকৈ শাস্তি নিদিয়ে।

পিছত তাৰ দ্বাৰা আমি উৎপাদন কৰোঁ ফলাদি যাৰ বৰণ বিভিন্ন, আৰু পৰ্ব্বতসমূহৰ আঁচবোৰ[১৯] নানা বৰণৰ, বগা, ৰঙা আৰু গভীৰ ক'লা।

২৯। আৰু (আমি সৃষ্টি কৰিছোঁ) মানৱক আৰু জীৱজন্তুক আৰু ঘৰচীয়া জন্তুবিলাকক, সেইদৰেই নানা ধৰণৰ। আল্লাৰ দাসবিলাকৰ মাজৰ কেৱল সেইসকলেই তেওঁক ভয় কৰি থাকে যিসকল জ্ঞানবান[২০]; নিশ্চয় আল্লা শক্তিসম্পন্ন, পৰম মাৰ্জ্জনাশালী।

৩০। যিসকলে আল্লাৰ গ্ৰন্থ (কোৰান) অধ্যয়ন কৰে, আৰু নমাজ প্ৰতিষ্ঠিত ৰাখে, আৰু যি সম্বল আমি তেওঁলোকক দান কৰিছোঁ তাৰে পৰা (সৎকাৰ্য্যত) ব্যয় কৰে, গোপনে আৰু প্ৰকাশ্যে, সেইসকলে নিশ্চয় এনে বেপাৰৰ[২১] কামনা কৰে যি কেতিয়াও নিষ্ফল নহয়,

৩১। যাতে তেওঁলোকক আল্লাই পূৰ্ণমাত্ৰায় প্ৰচুৰ প্ৰতিদান দিয়ে; আৰু তেওঁলোকৰ কাৰণে নিজ কৃপাৰ অংশ বৃদ্ধি কৰে; নিশ্চয় তেওঁ পৰম মাৰ্জ্জনাকাৰী শ্ৰেষ্ঠ গুণগ্ৰাহী।

৩২। আৰু হে মহম্মদ, তোমাৰপ্ৰতি আমি যি ধৰ্ম্মগ্ৰন্থ প্ৰত্যাদেশ কৰিছোঁ সি সত্য; ইয়াৰ পূৰ্ব্বে অহা প্ৰত্যাদেশসমূহৰ সমৰ্থনকাৰীৰূপে। ইয়াত কোনো সন্দেহ নাই নিজ দাসবিলাকৰ বিষয়ে আল্লা সৰ্ব্বজ্ঞ, দৃষ্টিশালী।

৩৩। পিছত আমাৰ সেৱকসকলৰ মাজৰ পৰা যিসকলক আমি বাচি লৈছিলোঁ সেইসকলক পাতিছিলোঁ সেই ধৰ্ম্মগ্ৰন্থৰ উত্তৰাধিকাৰী; ফলত সেইসকলৰ অন্তৰ্গত এনেজন আছে যি নিজ আত্মাক দমন কৰাত কঠোৰ, আৰু তেওঁলোকৰ মাজত মধ্যপন্থীও আছে, আৰু তেওঁলোকৰ অন্তৰ্গত এনেজনো আছে যিজন আল্লাৰ আদেশ অনুযায়ী সৎকাৰ্য্য সম্পন্ন কৰাত অগ্ৰগামী[২২]। সেয়ে হৈছে (আল্লাৰ) মহান কৃপা।

---

১৯। পৰ্ব্বতৰ শিলৰ আঁচবোৰ আৰু ভিন্ ভিন্ বৰণৰ পৰা ভূতত্ত্ববিদসকলে পৰ্ব্বতৰ আদি আৰু বয়স সম্বন্ধে বহু সিদ্ধান্তত উপনীত হৈছে। তেওঁলোকৰ গবেষণা বৰ্ত্তমানেও চলি আছে।

২০। যিসকলে প্ৰকৃত জ্ঞান লাভ কৰিছে, বিশেষকৈ পাৰমাৰ্থিক জ্ঞান, সেইসকল হে যথাৰ্থতে' উলমা। হজ্‌ৰতৰ (স্ব) হদীছ আছে, 'মোৰ সম্প্ৰদায়ৰ' উলমাসকল বনি-ইস্ৰাইলৰ নবীসকলৰ সদৃশ।'

২১। এনে বেচা-কিনা সম্বন্ধে চোৱাঁ, ৯: ১১১।

২২। যিসকল আল্লাৰ অনুগ্ৰহৰ পাত্ৰ সেইসকলহে আল্লাই দান কৰা ধৰ্ম্মগ্ৰন্থৰ উত্তৰাধিকাৰী। এই আয়তত সেইসকলক তিনি শ্ৰেণীত বিভক্ত কৰিছে। (১) যিসকলে

৩৪। চিৰকলীয়া স্বৰ্গৰ উদ্যানসমূহ যাৰ ভিতৰত (অৱস্থান কৰিবলৈ) তেওঁলোক প্ৰবেশ কৰিব ; তাত তেওঁলোকক সোণৰ আৰু মুকুতাৰ খাৰুবোৰ পিন্ধিবলৈ দিয়া হব, আৰু তাত তেওঁলোকৰ পৰিধান হব ৰেচমৰ[২৩]।

৩৫। আৰু তেওঁলোকে (উলাহ্‌মনেৰে) কব, সকলো প্ৰশংসা সেই আল্লাৰ যোগ্য যিজনে আমাৰ পৰা শোক দূৰীভূত কৰিছে ; ইয়াত অকণো সন্দেহ নাই, আমাৰ প্ৰভু পৰম মাৰ্জ্জনাশালী, শ্ৰেষ্ঠ গুণগ্ৰাহী।

৩৬। তেৱেঁই আপোন কৃপাৰে আমাক (থাকিবলৈ) এনে আলয় দিছে যি চিৰস্থায়ী ; এই ঠাইত আমাক ক্লেশ-কষ্টই স্পৰ্শ নকৰে, আৰু ইয়াত আমাক শ্ৰান্তিয়েও চুকি নাপায়।

৩৭। কিন্তু যিবিলাকে অবিশ্বাস কৰিছে সিহঁতৰ কাৰণে থাকিব নৰকৰ অগ্নি ; সিহঁতৰ নিমিত্তে (আল্লাৰ) এনে মীমাংসা নহয় যাৰ ফলত (সেই অৱস্থাত) সিহঁতৰ মৃত্যু ঘটে, আৰু তাৰ শাস্তি সিহঁতৰ পৰা লাঘব কৰাও নহব ; এইদৰেই আমি প্ৰতিফল দিওঁ এনে মানুহক যি আমাৰ নিতান্ত অশলাগী।

---

আত্ম-সংযম কৰিবৰ অৰ্থে কঠোৰ প্ৰচেষ্টা (মুযাহেদা) কৰে। বুজিব লাগিব, ইয়াত 'জালিম' শব্দ ভাল অৰ্থত প্ৰয়োগ কৰা হৈছে, কিয়নো আল্লাৰ প্ৰিয়জন দেখাতেই অন্যায়কাৰী হব নোৱাৰে। (২) যিসকল শয়তানৰ প্ৰতাৰণাৰ পৰা একেবাৰে নিস্তাৰ পোৱা নাই। মাজে সময়ত নৈতিক আৰু আধ্যাত্মিক দুৰ্ব্বলতাতো পৰে। (৩) যিসকলে শয়তানক দমন কৰিব পাৰিছে, আৰু যুদ্ধত জয়যুক্ত হৈছে। তেওঁলোক নিষ্কাম, আৰু সৎ কাৰ্য্য কৰা তেওঁলোকৰ প্ৰকৃতি হৈ পৰে।

ছুফীসকলে এই তিনি শ্ৰেণীৰ সৈতে 'নফুচে ছলাছাৰ' (তিনিবিধ আত্মা) সৈতে সামঞ্জস্য দেখুৱাইছে, অৰ্থাৎ নফ্‌চে আম্মাৰা যি আত্মাই অসৎ কাৰ্য্যৰ প্ৰেৰণা দিয়ে, (২২ : ৫৪) ; নফ্‌চে লওয়ামা, যি আত্মাই পাপক নিন্দা কৰে, গৰিহণা কৰে, (৭৫ : ৩) ; তৃতীয় বিধৰ আত্মাক নফ্‌চে মুত্মইন্না বুলিছে, যি আত্মাই মনত শান্তি আনে, আল্লাৰ সন্তুষ্টিলাভৰ ফলত ; (৮৯ : ২৭—৩০)। এই আয়তৰ সাৰগৰ্ভ সম্বন্ধে চোৱা, হজ্‌ৰত ম, মৌ, ৰ ৰচিত 'আইনায়ে কামলাতে ইচ্‌লাম', পৃঃ ১৩৭।

২৩। পাৰস্যদেশ মুচ্‌লিমসকলে জয় কৰিব, এই ভবিষ্যৎবাণী আখৰে আখৰে পূৰ্ণ হ'ল। আৰু সোণ মুক্তাৰ অলঙ্কাৰ আৰু বহুমূল্য সাজপাৰ তেওঁলোকৰ হাতলৈ আহিল। পৃথিৱীৰ ধন, ঐশ্বৰ্য্য, সুখ-শান্তিৰ তুলনা স্বৰ্গীয় বিনন্দীয়া সুখ-শান্তিৰ সৈতে হব নোৱাৰে। কিন্তু ইটো সিটোৰ অগ্ৰগামী, প্ৰমাণ, অথবা এটা ক্ষীণ প্ৰতীক মাত্ৰ। স্বৰ্গ সুখৰ অলপ আভাস অহা দুই আয়তেও দিছে।

৩৮। আৰু নৰকত সিহঁতে আৰ্ত্তনাদ কৰিব এইদৰে, হে আমাৰ প্ৰভু, ( ইয়াৰ পৰা ) আমাক উলিয়াই নিয়া, আমি ( পাৰ্থিৱ জীৱনত ) যি কাৰ্য্য কৰিছিলোঁ তাৰে বিপৰীত কাৰ্য্য কৰিবলৈ এতিয়া আমি সাজু ; ( আল্লাই কব, ) কি ! আমি তোমালোকক যথেষ্ট আয়ু দিয়া নাছিলোঁনে যাতে তাৰে মাজত যাৰ উপদেশ গ্ৰহণ কৰিবৰ ইচ্ছা সি উপদেশ গ্ৰহণ কৰিবৰ সুযোগ পাইছিল ; তদুপৰি তোমালোকৰ ওচৰলৈ সাৱধান কৰোঁতা ( নবীও ) আহিছিল ; গতিকে এতিয়া ( শাস্তিৰ ) সোৱাদ লোৱাঁ, কিয়নো অন্যায়কাৰীবিলাকৰ কাৰণে ( আজি ) কোনো সহায় কৰোঁতা নাই।

## ৰুকু ৫

আল্লাই অৰ্পণ কৰা মানৱৰ দায়িত্ব ; আল্লা বিশ্বজগতৰ ধাৰণ কৰোঁতা ; সত্যৰ বিৰুদ্ধে অভিসন্ধিৰ নিষ্ফলতা ; আল্লাৰ বিচাৰ আৰু তেওঁৰ করুণা।

৩৯। আকাশমণ্ডলী আৰু পৃথিৱীৰ নিগূঢ় ৰহস্যসমূহ নিশ্চয় আল্লাই জানে, আৰু অন্তৰসমূহত নিহিত থকা সকলো বিষয়ে তেওঁ নিশ্চয় পৰিজ্ঞাত[২৪]।

৪০। তেৱেঁই পৃথিৱীত তোমালোকক উত্তৰাধিকাৰীৰূপে[২৫] প্ৰতিষ্ঠিত কৰিছে ; গতিকে যেয়ে অস্বীকাৰ কৰে, অস্বীকাৰ কৰাৰ দায় তাৰেই ওপৰত ; আৰু অবিশ্বাসীবিলাকৰ অবিশ্বাসে সিহঁতৰ প্ৰভুৰ আগত তেওঁৰ অসন্তুষ্টি বৃদ্ধি কৰে মাথোন ; আৰু অবিশ্বাসীবিলাকৰ অবিশ্বাসে কেৱল সিহঁতৰ ক্ষতিৰ পৰিমাণ হে বৃদ্ধি কৰে।

---

২৪। আল্লাৰ জ্ঞান অপৰিসীম ; তেওঁৰ জ্ঞানে বিশ্বজগতক বেৰি ধৰিছে। তেওঁ অন্তৰ্য্যামী ; মানুহৰ ক্ষুদ্ৰতম ভাবো তেওঁৰ অগোচৰ নহয়।

২৫। 'খলীফা' শব্দৰ অৰ্থ উত্তৰাধিকাৰী প্ৰতিনিধি। তাৰ বহুবচন, 'খলায়েফ্'। চোৱাঁ ৬ : ১৬৭, টী ১৬২। আৰু ১০ : ১৪ 'খুলাফাৰ' উত্তৰাধিকাৰী অৰ্থত, চোৱাঁ ৭ : ৭০ আৰু ৭৫। হজ্ৰত আদমক ( আ ) আল্লাই খলীফা পতাৰ বিষয়ে প্ৰথম পাৰাত পাঠ কৰাঁ ; তেওঁ আছিল পৃথিৱীত আল্লাৰ প্ৰতিনিধি। দাউদকো ( আ ) আল্লাই খলীফা, শাসনকৰ্ত্তা অৰ্থত, পাতিছে। চোৱাঁ, ৩৮ : ২৭। খিলাফত্ সম্বন্ধে কোৰানত এটি গুৰুত্বপূৰ্ণ আয়ত আছে, ২৪ : ৫৬, যাৰ ব্যাখ্যা ভালকৈ বুজা আৰু উপলব্ধি কৰা উচিত। এই আয়তত

৪১। ( সিহঁতক ) তুমি সোধা, আল্লাক এৰি তোমালোকে তেওঁৰ যি অংশীবিলাকক আহ্বান কৰা সেইবিলাকৰ সম্বন্ধে ভাবি চাইছা নে ? সিহঁতে যদি পৃথিৱীৰ কোনো এভাগ সৃষ্টি কৰিছে, মোক তাকে দেখিবলৈ দিয়াঁ ; নাইবা আকাশমণ্ডলীৰ ( সৃজন কাৰ্য্যত ) সিহঁতৰ কোনো অংশ আছে যদি ( মোক জানিবলৈ দিয়াঁ ) ; অথবা সিহঁতক আমি এনেখন গ্ৰন্থ দান কৰিছোঁ নে যাৰ প্ৰতিটো প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত সিহঁতৰ স্থিতি ? নহয়, অন্যায়কাৰীবিলাকে পৰস্পৰ যি অঙ্গীকাৰ কৰিছে সি ছলনা মাথোন।

৪২। বাস্তৱিকতে আকাশমণ্ডলী আৰু পৃথিৱীক আল্লাই ধাৰণ কৰি ৰাখে, সেইবোৰ যেন ( নিজ ঠাইৰ পৰা ) স্খলিত নহয় ; কিন্তু যদি ( কেনেবাকৈ ) স্খলিত হয়, তেন্তে তেওঁত ভিন্ন কোনো এজনেও উভয়কে ধাৰণ কৰি ৰাখিব নোৱাৰে[২৬] ; যথাৰ্থতে তেওঁ শ্ৰেষ্ঠ সহিষ্ণু, পৰম মাৰ্জ্জনাশালী।

৪৩। আৰু সিহঁতে আল্লাৰ নাম লৈ অতি টান শপত খাইছিল, যদি সিহঁতৰ ওচৰলৈ সতৰ্ক কৰোঁতা আহে, অকণো সন্দেহ নাই আন আন সম্প্ৰদায়ৰ কোনো এটাৰ তুলনাত সিহঁত বেছিকৈ সুপথগামী হব ; কিন্তু যেতিয়া সিহঁতৰ ওচৰলৈ সতৰ্ক কৰোঁতা ( মহম্মদ ) আহিল, সিহঁতৰ কেৱল অসন্তোষহে বৃদ্ধি পালে,

৪৪। পৃথিৱীত গৰ্ব্ব কৰি ফুৰা আৰু কু-অভিসন্ধিৰ কাৰণে, কিয়নো কু-অভিসন্ধিয়ে তাৰ সূচনা কৰোঁতাবিলাকৰ বাহিৰে অইন কাকো বেৰি নধৰে[২৭]। তেন্তে সিহঁতে কেৱল পূৰ্ব্ববৰ্ত্তী জাতিবিলাকৰ সৈতে আল্লাৰ যি নিয়ম প্ৰচলিত আছিল তাৰে অপেক্ষা কৰি আছে নে ? সেই দেখি ( জানি ৰাখা ) তুমি আল্লাৰ নিয়মৰ পৰিবৰ্ত্তন কেতিয়াও দেখিবলৈ নোপোৱা ; সেইদৰে তুমি কেতিয়াও দেখিবলৈ নোপোৱা যে আল্লাৰ নিৰ্দ্দিষ্ট নিয়মক আওচলীয়া কৰা হৈছে।

৪৫। সিহঁতে পৃথিৱীত পৰিভ্ৰমণ কৰি লক্ষ্য কৰা নাই নে, সিহঁতৰ পূৰ্ব্বগামীবিলাকৰ পৰিণাম কেনে হৈছিল ? অথচ সিহঁতৰ ইহঁততকৈ প্ৰকৃততে

---

আল্লাই মুচ্‌লিমসকলক খিলাফত্ দান কৰাৰ প্ৰতিশ্ৰুতি দিছে। এই খিলাফতৰ জৰীয়াতে ইচ্‌লাম ধৰ্ম্ম জগতত প্ৰতিষ্ঠিত হব আৰু শান্তি স্থাপন কৰিব। এয়ে জ্ঞানীসকলৰ বিশ্বাস।

২৬। চোৱাঁ, ২২ : ৬৬। মাধ্যাকৰ্ষণ শক্তি দ্বাৰা সৌৰজগতৰ গ্ৰহ-নক্ষত্ৰক আল্লাই শূন্যত ধাৰণ কৰি ৰাখিছে।

২৭। হজ্‌ৰতৰ ( ছ ) বিৰুদ্ধে যিবিলাকে চক্ৰান্ত কৰিছিল সিহঁতৰ প্ৰতিও যে আল্লাৰ আগৰে পৰা চলি থকা বিধান বলবৎ হব তাৰে ইঙ্গিত ইয়াত পোৱা যায়।

অধিকতৰ শক্তি আছিল। বাস্তৱতে আকাশমণ্ডলীত নাইবা পৃথিৱীত এনে বস্তু নাই যি আল্লাৰ ইচ্ছাৰ প্ৰতিবন্ধক হব পাৰে; আল্লা নিশ্চয়কৈ সৰ্ব্বজ্ঞাতা, সৰ্ব্বশক্তিমান।

৪৬। আৰু সিহঁতে যি অৰ্জ্জন কৰিছে তাৰ বাবে মানৱজাতিক আল্লাই (অপৰাধীৰূপে) ধৰা হলে পৃথিৱীৰ উপৰিভাগত কোনো প্ৰাণীকেই জীৱিত নাৰাখিলেহেতেন; কিন্তু তেওঁ এটা নিৰূপিত সময় পৰ্য্যন্ত অৱসৰ দিছে; কালক্ৰমে যেতিয়া সেই নিৰূপিত সময় পাবহি তেতিয়া নিশ্চয় আল্লাই নিজ দাসবিলাকৰ প্ৰতি দৃষ্টিপাত[২৮] কৰিব।

২৮। তেওঁ ন্যায় বিচাৰ কৰিব; পুণ্য আৰু পাপ তেওঁৰ অগোচৰ নহয়। তেওঁৰ বিচাৰ কঠোৰ, কিন্তু তেওঁৰ কৰুণাই সকলোকে জুৰি ধৰিছে। চোৱাঁ ৭ : ১৫৭; আৰু টী ১৪৩।